**PHERENGADAO :**

**A novel where few episodes of the life of Kalaguru Bishnu Prasad Rabha are incorporated, written by Medini Chaudhury and Published by Rajendra Mohan Sarma, Chandra Prakash, Tihu ◦ Guwahati, Assam.**

Price : Rs. 65.00

প্ৰকাশক

শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মা

চন্দ্ৰ প্ৰকাশ

তিহু ◦ গুৱাহাটী

অসম

প্ৰথম প্ৰকাশ :

১৯৮২, এপ্ৰিল

দ্বিতীয় প্ৰকাশ

জানুৱাৰী, ১৯৮৫

প্ৰচ্ছদপট : হৰকুমাৰ ডেকা

মুদ্ৰণ :

চিনে ভাৰিকা পাব্লিকেচনচ

নতুন দিল্লী -১১০০৩৫

মূল্য—৬৫.০০ টকা

বাইণ্ডিং, ৰয় ব্ৰাদাৰ্চ

গুৱাহাটী—৭৮১০০১

# মোৰ কথা

প্ৰথমেই খোকোজা লগাৰ কথা কিতাপখনৰ নামটো লৈ। কিতাপখন লেখিবলৈ লওঁতে নামটোৰ কথা ভবাই নাছিলোঁ। প্ৰথম দুটামান অধ্যায় শেষ কৰি উত্তৰ কামৰূপ আৰু গোৱালপাৰাৰ কেতবোৰ ঠাইলৈ বুলি ওলাইছিলোঁ। টিংকু দীঘেলীত ছুমেদ মাষ্টৰ আৰু ৰতি স্বৰ্গিয়াৰীক লগ ধৰিবলৈ গলোঁ। যিগৰাকী অলোক সামান্য 'ঝঞ্ঝাবিজয়ী আত্মাৰ গৰাকী' শিল্পীৰ জীৱনৰ কেতবোৰ ঘটনাৰ আশ্ৰয় লৈ উপন্যাসখন লেখিবলৈ লৈছিলোঁ, এই দুগৰাকীব্যক্তি তেখেতৰ সংগ্ৰামী জীৱনৰ বিভিন্ন ঘটনাত জড়িত আছিল। স্বৰ্গিয়াৰীয়েই পোন প্ৰথমে কৈছিল নামটোৰ কথা। কিদৰে সংগ্ৰামী যুৱক-যুৱতীয়ে মৰম আৰু শ্ৰদ্ধাৰে শিল্পী গৰাকীৰ নাম থৈছিল "ফেৰেংগাদাও আবৌ" বুলি। ফেৰেংগাদাও মানে ফেঁহু চৰাই। এই বিধ চৰায়ে ওখ গছৰ ডালত বহে আৰু সুন্দৰ সুৰীয়া মাতেৰে পুৱা ধলফাট দিয়াৰ আগতেই শুই থকা মানুহক দিনটোৰ বাবে সচেতন

কৰি তোলে। পিচে কিতাপখনত হয়তো সেই মহান শিল্পীজনাৰ এই পোছাকী নামটো লোৱাই সাৰ হ'ল। মোৰ অক্ষমতাৰ বাবেই যিদৰে লেখিম বুলি কল্পনা কৰিছিলোঁ। তেনেদৰে লেখা হৈ নুঠিল। কত অলেখ গাঁও, অজস্ৰ পৰিয়ালৰ কিমান অগণন মানুহে যে শিল্পী জনাক জানে, অন্তৰেৰে ভাল পায়, শ্ৰদ্ধা কৰে। তেনে প্ৰত্যেকৰে ওচৰলৈ গৈ লেছেৰি বুটলি লেখিবলৈ যোৱা-হেঁতেন মোৰ এই জনমত লেখাই নহলহেঁতেন। গতিকে বহু সময়ত মনে সজা ঘটনাৰ আশ্ৰয় লব লগীয়াত পৰিছোঁ। উপন্যাস লেখিছোঁ যেতিয়া য'তেই অসুবিধাত পৰিছোঁ তাতেই স্বাধীনতা লৈছোঁ। শিল্পীজনাৰ কি হ'ল কব নোৱাৰোঁ, কিন্তু কিতাপখনৰ আদিৰ পৰা অন্তলৈকে নিৰপেক্ষভাৱে কাহিনীবোৰ উপস্থাপন কৰাৰ চেষ্টা কৰিছোঁ। তেওঁৰ প্ৰতি মোৰ গভীৰ হৃদ্যতাই মাজতে কৰবাত হয়তো বিশ্বাসভংগও নকৰাকৈ থকা নাই। তাৰ বাবে নিশ্চয় মই ক্ষমাৰ পাত্ৰ।

কিতাপখনৰ বাবে সমল গোটোৱাৰ সময়ত মই যাৰে ওচৰ চাপিছিলোঁ, তেওঁৰেই আন্তৰিকতাৰে সহায় কৰিছিল। আটাইৰে কথা মোৰ এতিয়া মনত পৰা নাই পৰাটো সম্ভৱো নহয়। মাত্ৰ ৰাভাৰ সুহৃদতম বন্ধু গোপাল দাস, ৰতি স্বৰ্গীয়াৰী, অৰবিন্দ ঘোষ, কমল নাৰায়ণ চৌধুৰী, ধৰ্ম স্বৰ্গীয়াৰী, গোবিন্দ কলিতা, কমলা মজুমদাৰ, হৰিদাস ডেকা, শৈলেন মেধি, চন্দ্ৰ ডেকা প্ৰমুখ্যে জনদিয়েকৰ কথা মোৰ মনলৈ আহিছে। নিৰুপমা দেৱী, অনুপমা ভট্ট, অনিল চৌধুৰী, কনক সেন ডেকা, খগেন বৰবৰুৱা, তিলক হাজৰিকা এনেদৰে আৰু বহুতৰ পৰা সহায় পাইছিলোঁ।

অ'ল তলে যাওতে নিজৰ গাড়ীৰে বিভিন্ন সময়ত মোক সহায় কৰিছিল শ্ৰীমান মহেন্দ্ৰ ডেকা আৰু মহাদেৱ ডেকাই।

মোৰ শিল্পী বন্ধু ৰেণু মিশ্ৰৰ সক্ৰিয় সহযোগৰ প্ৰমাণ প্ৰথম প্ৰকাশৰ কিতাপখন দেখিলেই পাব। বেটুপাত ডেখেতৰে অঁকা।

এইবাৰ দ্বিতীয় প্ৰকাশৰ বেটুপাত আঁকিছে শ্ৰীহৰকুমাৰ ডেকাই। তেখেতলৈ মই আন্তৰিক কৃতজ্ঞতা জনালোঁ। প্ৰথম প্ৰকাশৰ কিতাপ কেতিয়াবাই শেষ হৈছিল হেনো। টিঙ্কুৰ চন্দ্ৰ প্ৰকাশনৰ গৰাকী শ্ৰীৰাজেন্দ্ৰ মোহান শৰ্মাই সেয়ে দ্বিতীয় প্ৰকাশৰ দায়িত্ব হাতত ললে। তেখেতৰ আগ্ৰহত মই অভিভূত হৈছোঁ। আৰু মই অনুভব কৰিছোঁ যে, বিপ্লৱী শিল্পী ৰাভাৰ প্ৰতি তেখেতৰ শ্ৰদ্ধা অতিশয় গভীৰ। তেখেতলৈ মই আন্তৰিক ধন্যবাদৰ শৰাই আগবঢ়ালোঁ।

মেদিনী চৌধুৰী

৯।১২।৮৬



আনদিনাখনৰ দৰেই ৰেলআলিটোতে সি বহি লৈছে। তাৰ পিচপিনে বিলৰ দাঁতিৰ পথাৰখন জুপুকা মাৰি অ'ত তত বহি থকা বগলীজাকেৰে চ'তমহীয়া শিমলুতলৰ বহল ঘাহনি এডৰা যেন দেখা গৈছিল। কাষৰ পানী জিয়েলিত কোঢ়াল কৰি ঘাহ কাটি থকা ঘোঁৰাগালাকেইটাকো বগলীজাকে ভয় কৰা নাছিল।

সি অৱশ্যে সেইবোৰলৈ মন কৰা নাছিল। তাৰ মন ভাৰাক্রান্ত হৈ পৰিছিল নানান দুশ্চিন্তাৰে। হেমন্তৰ স্নিগ্ধ ৰ'দজাকৰ আমেজকো সি পাহৰি গৈছিল সেই মুহূর্তত। সি তন্ময় হৈ আছিল অনুপমাৰ কথাকে ভাবি।

আনদিনাৰ দৰে হোৱাহলে সিহঁতৰ জুপুৰীটোৰ পদুলিমুখৰ বহল শিলচটাতে কিবাকিবি ইটো সিটো কৰাৰ অজুহাতত অনুপমাই তাৰ বাবেই আগ্রহেৰে বাট চাই থাকিলহেতেন। মাজে মাজে তাৰ চকুৰে চকুৰে পৰিলে অর্থবহ হাঁহি মাৰি সোনকালে উভতি যাবলৈ বুলি হাত বাউল দি মাতিলেহেতেন তাক। আজি কিন্তু তাইক সি এবাৰো পদুলি মুখলৈ অহা দেখা নাই। তালৈ চোৱাটো দূৰৰ কথা।

সি বহুতপৰ একেথৰে বেলআলিৰ কাষে কাষে যোৱা মোটৰ আলিটোৰ সিটো পাৰে থকা পাহাৰৰ দাঁতিৰ সিহঁতৰ ঝুপুৰীটোলৈকে চাই থাকিল। তাৰ মনলৈ আহিছিল ঠিক চাৰিবছৰৰ আগৰ সেই দিনটোৰ কথা। যিদিনা সি প্ৰথম অনুপমাক দেখিছিল আৰু মনতে কল্পনা কৰিছিল তাইক একান্তভাৱে পোৱাৰ।

তেতিয়া সি আছিল ডলাৰ বগৰী। আজি যদি বৰপেটাত, কালিলৈ হয়তো কলিকতাত, তাৰ দুদিন পাচতে আকৌ কাশীত। এনেদৰে সি যি মুহূৰ্ত্তত যলৈকে মন যায় তলৈকে ঢাপলি মেলে। সময়-সুযোগ এইবোৰ তাৰ বাবে তেতিয়া আছিল একান্ত নিজস্ব।

ঠিক এনে এটা যাযাবৰী জীৱনৰ এক অনিশ্চয় অথচ বিৰতিহীন আৱেলি হঠাৎ অনুপমাক সি লগ পাইছিল কলিকতাত। যেন ধুমুহাত দিশহাৰা হোৱা জাহাজ এখনে হঠাৎ ঠেকা খাই স্তব্ধ হৈছিল এক শ্যামল দ্বীপৰ উপকূলত। তাইক প্ৰথম যিদিনা দেখিছিল তাৰ দহদিনমানৰ আগলৈকে সি আছিল কাশীত। তাত সি দুমাহ মানেই আছিল। এদিন স্থানীয় নাট্য সংস্থা এটাৰ উদ্যোগত 'বিষ্ণুৰাভা নাইট' পতা হৈছিল। তাত সি প্ৰদৰ্শন কৰিছিল নৃত্য। সেইদিন ধৰি তাৰ শিল্পীসমাজৰ সি হৈ পৰিছিল মধ্যমণি। চহৰৰ বাটে পথে লাভ কৰিছিল অজস্ৰ গুণমুগ্ধৰ শ্ৰদ্ধা নম্ৰ সঁহাৰি।

তাৰ মগজুৰ সেই পুৰণি পোকটো তেতিয়াও আছিল যিটো পোকৰ কামোৰত শৈশৱতে সি স্বপ্ন দেখিছিল বিবাগী হোৱাৰ। যাৰ উৎপাতত কতো সি স্থিৰভাৱে থাকিব পৰা নাছিল। কাশীতো এদিন হঠাৎ সেই পুৰণি পোকটোৰ কামোৰত সি অস্থিৰ হৈ পৰিল। আৰু কাকো মাতবোল নকৰাকৈ সেইদিনাই সি উভতি আহিছিল কলিকতা অভিমুখে।

কলিকতা আছিল সেইসময়ত আধুনিক শিল্পীজগতৰ মক্কাৰ দৰে। কলেজীয়া জীৱনতে কলিকতাৰ অলিগলিৰ সতে তাৰ নিবিড় পৰিচয় ঘটিছিল। গতিকে কলিকতাকে ভৱিষ্যত সংগ্ৰামৰ ক্ষেত্ৰ কৰি লোৱাৰ বাবে সি মনতে স্থিৰ কৰিছিল অন্ততঃ উভতি অহাৰ মুহূৰ্ত্তত। কলিকতা পাই কিছুদিন ইফাল সিফাল কৰি শেষত ডাফ্‌ৰিণ হাস্পাতালৰ সমুখত ইকনমিক বোৰ্ডিঙত সি থাকিবলৈ ললে। ধনী পাৰ্চী নে ইহুদী পৰিয়াল এটাত আবেলি আবেলি গানৰ টিউচনি কৰে, গধূলি সংগীতৰ মজলিচ খেদি খেদি কটায় আৰু দোভাগ

ৰাতি উভতি আহি বোর্ডিঙৰ বিছনাত নোখোৱা নোবোৱাকৈয়ে ক্লান্তিত শুই পৰেহি। সেয়ে আছিল তাৰ কলিকতাৰ দিনপঞ্জী। সেই নিৰুদ্বিগ্ন, শান্ত দিনপঞ্জীত আউল লগাবলৈ বুলি এদিন হঠাৎ কমল ওলাইছিলহি। তাৰ সুহৃদোপম বন্ধু কমল নাৰায়ণ চৌধুৰী। তাৰ আজিও স্পষ্ট মনত পৰে, তেওঁ সোমায়েই তাক প্ৰণাম কৰাত প্ৰথমে সি ধৰিবই পৰা নাছিল কমলক। তেওঁৰ মাতষাৰ শুনাতহে মনত পৰিছিল। তেওঁ প্ৰথমেই সুধিছিল—

: গুৰুদেৱ, কেতিয়া পালেহি ?

: অ' কমল। আহাঁ ভাই, বহাঁ। কোৱাচোন খবৰ কি ? কিমান দিনৰ মূৰত যে দেখিলোঁ তোমাক। জৰ্জিয়া মাৰ্চৰ টিউনটো মনত আছেনে তোমাৰ ?

: সেইটো কেনেকৈ পাহৰিম গুৰুদেৱ ? সেই সুৰটোকে মাউথ অৰ্গেনত প্ৰথম আপুনি মোক শিকাইছিল। কলিকতা পালেহি কেতিয়া বাৰু ?

: হ'ল কিছুদিন। চোনাভীলৰ কুৰুক্ষেত্ৰৰ পাছত আমাৰতো দেখাদেখিয়ে হোৱা নাই ? নহয় জানো ?

কমলক দেখি তাৰ মনত পৰিছিল মাউথ অৰ্গেন হাতত লৈ মোমায়েক হেমৰথ দত্তৰ লগে লগে ঘূৰি ফুৰা ন-দহ বছৰীয়া ল'ৰাটোৰ কথা। সি মৰম কৰি ল'ৰাটোক ওচৰলৈ টানি আনি মাউথ অৰ্গান বজাবলৈ দিছিল। আৰু এসময়ত ল'ৰাজনৰ অপূৰ্ব্ব দক্ষতাত মুগ্ধ হৈ সি জৰ্জিয়া মাৰ্চৰ সুৰটো শিকাই দিছিল। কমলৰ মাত শুনাৰ লগে লগে কিয় জানো প্ৰথমে তাৰ সেই দৃশ্যটোহে মনলৈ আহিছিল। আৰু মনত পৰিছিল কেইবছৰমান আগৰ চোনাভীল বাগিছাৰ সেই কাহিনীটো। চোনাভীল বাগিছাত কুৰুক্ষেত্ৰ নাটকখন মঞ্চস্থ কৰাৰ উদ্দেশ্যে সিহঁত দুয়োকে বাগিছাত বাবুবোৰে আমন্ত্ৰণ কৰি নিছিল। সিহঁত তাতে প্ৰায় এমাহ আছিল। প্ৰায় চাৰি-বছৰ আগৰ কথা সেয়া। কমলৰ তেতিয়া আছিল বঢ়াৰ বয়স। এইজন কমলক সেইবাবে প্ৰথম দৃষ্টিতে চিনি পাবলৈ তাৰ টান হৈছিল। এইয়া কমল চফল ডেকাটো হৈ পৰিছিল। সি কমলৰ যৌবনোচ্ছল মুখখনলৈ চাই হাঁহি হাঁহি সুধিলে—

: তুমি কি কৰিছা আজি কালি ?

: মনোমতী ফিল্মত সংগীত পৰিচালনাৰ দায়িত্ব দিছে বোহিনী বৰুৱাই।

: বৰ ভাল কথা। তোমাৰ দৰে গুণী শিল্পী এজনে এনে বিকল্প নিশ্চুন পোৱাত মই অত্যন্ত সুখী হৈছোঁ।

: সেই যশ আচলতে আপোনাৰহে। বাৰু গুৰুদেৱ, এ এচ, এম ক্লাবৰ কাল্‌চাৰেল ফাংকৃশ্যনলৈ যাব নহয়?

: নগলে জানো শুদাই এৰিব!

সি যাব বুলি জনাৰ পাচত কমলে আৰু বেচি পৰ নৰল। সি তেতিয়াই জানিব লাগিছিল, কমলৰ তলে তলে কিবা বিশেষ অভিসন্ধি আছে বুলি। সি কিন্তু জানিছিল ফাংকৃশ্যনৰ চুদিন পাচত। সেইদিনা বোম্বিনো বৰুৱাই নিজেই আহি 'মনোমতী'ৰ নৃত্যাংশ পৰিচালনাৰ বাবে তাক চুক্তিবদ্ধ কৰিছিল।

সেইদিনাখনেই আবেলি অনুপমাক সি দেখিছিল। অৰোৰা ষ্টুডিঅ'ত প্ৰবাস খাটি থকা মনোমতীৰ অসমীয়া শিল্পীসকলৰ হাঁহি আনন্দেৰে ভৰা পৰিবেশত একমাত্ৰ বিষণ্ণ অথচ বেপৰোৱা মুখৰ অনুপমাজনীক দেখি প্ৰথম দৃষ্টিতেই তাৰ হৃদয় অনুকম্পাৰে সিক্ত হৈ পৰিছিল। তাক দেখি শিল্পীসকলে যেতিয়া আনন্দত উদ্বাউল হৈ আগুৰি ধৰিছিলহি, তাইয়েই কেৱল নিঃসহায় সেমেকা হাঁহি এটা মুখত বিৰিঙাই নিজৰ ঠাইত বহি আছিল। তাৰ কাষ চাপি অহা নাছিল। আৰু সেই মুহূৰ্ত্ততে সি অনুভৱ কৰিছিল তাইৰ একাকীত্বৰ এক প্ৰচণ্ড আকৰ্ষণ। যি আকৰ্ষণত তাৰ স্বকীয়তা, তাৰ অহংকাৰৰ সমস্ত প্ৰতিৰোধ অৰ্থহীন হৈ পৰিছিল। সি তেতিয়া আছিল বিপত্নীক। প্ৰথমা ভাৰ্য্যা প্ৰিয়লতা এবাৰ বছৰৰ আগতেই ঢুকাইছিল। অনুপমাও আছিল মৃতভৰ্ত্তৃকা। সংসাৰ আৰম্ভ কৰাৰ আগতেই তাই হৈ পৰিছিল সংসাৰচ্যুতা। চুয়ো চুয়োৰে সান্নিধ্য ভাল পাইছিল আৰু ওচৰ চাপি অহাত বাধা অনুভৱ কৰাৰ যুক্তি বিচাৰি পোৱা নাছিল।

'মনোমতী'ৰ কাম এদিন শেষ হৈছিল। শিল্পীসকল নিজ নিজ কৰ্মক্ষেত্ৰলৈ উভতি আহিছিল। অনুপমাও উভতি আহিছিল পাণ্ডুৰ জগদীশ বোসে খোলা 'ভাইবোন' নামৰ অৰ্কেষ্ট্ৰা পাৰ্টিত পুনৰ যোগ দিয়াৰ উদ্দেশ্যে।

কলিকতাত ৰৈ গ'ল কেৱল বেকাৰ হতভাগ্য সিহঁত চুজন। সি আৰু কমল। সি গান ৰচে, সুৰ দিয়ে, কমলে প্ৰাণ ভৰি গায়। আৰু কাৰ্ত্তিক বাবুক ধৰি চেনোলা কোম্পানীত ৰেকৰ্ড কৰে। সেয়ে আছিল সিহঁতৰ জীৱিকাৰ উপায়। আৰু অন্ততঃ জীয়াই থকাৰ উপায় আছিল। সেয়া আছিল সিহঁতৰ অদমনীয় আশা আৰু চুৰ্বাৰ মনোবল। সেই চুখৰ ভাগ লবলৈ এবাৰ কি চুবাৰ তাৰ আকুল আহ্বানত ৰথ নোবাৰি অনুপমাও

কলিকতা পাইছিলগৈ। সেই আহ্বান অনুপমাৰ কাৰণে আছিল এক স্নাত সম্ভাৱনাৰে সমুজ্জ্বল। তাৰ বাবে কি আছিল সি আজিও নিশ্চিত নহয়। মাথোন অনুপমাৰ সান্নিধ্য লাভ কৰাৰ লগে লগে সি অনুভৱ কৰিছিল অন্তৰৰ চুক কোণ উপচি পৰা এক উল্লাস। তাই আঁতৰি আহিলেই অসহ্য নিঃসংগতাই তাক কৰি তুলিছিল ম্ৰিয়মান।

এবাৰ বহুদিন অনুপমা যোৱা নাছিল তাৰ আহ্বান সত্ত্বেও। গতিকে এদিন সি নিজেই আহি পৰিছিল। পুৱাৰে পৰা বিচাৰি বিচাৰি ভৰ দুপৰীয়া পাইছিলহি অনুপমাইতৰ সেই নঙলামুখখন; য'ত শেৱালি ফুলৰ সলনি আছিল এঢলীয়াহৈ ওলাই থকা বহল শিলচটা। ক্লান্তিত সেই শিলচটাতে বহি লৈ চিঞৰি চিঞৰি সি অনুপমাক মাতিছিল। বেলআলি আৰু অনুপমাইঁতৰ জুপুৰীটোৰ মাজৰ বহল মটৰ গাড়ী যোৱা আলিবাটটো তেতিয়া গভীৰ নৈশব্দত বুৰ গৈছিল। তাৰ চিঞৰ শুনি অনুপমাই চাদৰত হাত মচি মচি উধাতু খাই বাহিৰলৈ ওলাই আহিছিল। তাক দেখি আচৰিত হৈ সুধিছিল—

: গুৰুদেৱ যে ? ক'ৰ পৰা ওলালহি এই ভৰ দুপৰীয়খন !

: মহম্মদ কাষ চাপি নগ'ল যেতিয়া পৰ্বতেই কাষ চাপি আহিলোঁ।

: ইমান গৰমত শিলচটাত বহিছে কেলেই ? আহক ভিতৰলৈকে। পালেহি কেতিয়া বাৰু ?

: সেইবোৰ খবৰ পাচতো হব। ভাত আছে নে নাই চকত ? পেটৰ নাড়ী ভুৰু হজম হৈ যাব যেন লাগিছে ভোকত।

: ভিতৰলৈ আহক আকৌ ! আলিবাটতে ভাত দিম নেকি আপোনাক ? সি ভিতৰলৈ গৈয়ে দেখিছিল তাই খাবৰ বাবে বাঢ়ি লোৱা থালখন মেকুৰী এটাই লোলুপ দৃষ্টিৰে ৰখি আছে। দুপৰীয়াৰ ভোকত মানুহজনীয়ে খাবলৈ বাঢ়ি লোৱা থালখনত ভাগ বহুৱাৰ কথা ভাবি মনটোৱে তাৰ বিদ্ৰোহ কৰি উঠিছিল। কিন্তু তাইৰ মুখলৈ চাওতে যেতিয়া সি বুজিলে যে, তাৰ দৰে অতিথি এজনক ইমান সাধাৰণ আয়োজনেৰে অভ্যৰ্থনা কৰিবলগীয়া হোৱাৰ আশংকাত তাই চিন্তিত হৈ পৰিছে, সি তাইৰ মনটো সহজ কৰি দিয়াৰ উদ্দেশ্যে কলে—

: দিয়া, যি আছে সেয়ে হব। চকত আৰু ভাত আছে নে নাই ?

: মাত্ৰ ভাতহে আছে অৰুণ।

: আনা সেইখিনিকে।

সি পৰিবেশটো তৎক্ষণাৎ ইমান ঘৰুৱা কৰি পেলাইছিল যে অনুপমাই স্বচ্ছন্দে নিজৰ কাহীৰ পৰা অকণ ভাত আৰু আলুপিটিকাৰে তাৰ বাবে থাল এখন সাজু কৰি দি নিজে তাৰ কাষতে খাবলৈ বহি গৈছিল।

অনুপমাৰ ঘৰখনত দ্বিতীয় ব্যক্তি আছিল হৰেণ। তাইৰ ভায়েক। কোনোবা মহাজনৰ টেক্সি চলায়। সেইদিনা যাত্ৰী লৈ ভায়েক কোনোবা দূৰৰ ঠাইলৈ গৈছিল। ৰাতিও উভতি আঁহিব পৰা নাছিল।

ৰাতি খাই বই জুপুৰীটোত কেৱল তাৰ সতে অকলে শুবলগীয়া হোৱাত স্বাভাৱিকতে অনুপমাই অকণ আড়ষ্টতা বোধ কৰিছিল।

সেইদিনা ৰাতিৰ পাচত সি মনে মনে স্থিৰ কৰিছিল তাতে নিগাজীভাৱে কিছুদিন থকাৰ। অনুপমা জনীয়েও আপত্তিৰ কোনো কাৰণ বিচাৰি পোৱা নাছিল।

কথাবোৰ ভাবি ভাবি ইমান মগ্ন হৈ পৰিছিল যে চাইকেল আৰোহীজনে তাৰ একেবাৰে গাৰ কাষতে চাইকেলৰ পৰা নমাতহে সি পৰিবেশৰ প্ৰতি সচেতন হৈ পৰিল। আগন্তুকজনে কোনো পাতনি নেমেলাকৈ সুধিলে—

: আপুনি বিষ্ণুৰাভা নহয়নে?

: হয়। আপুনি?

: মই গোবিন্দ কলিতা। ইয়াতে আপোনাক এনেদৰে সদায় বহি থকা দেখোঁ। ইয়াত বহি বহি নিতউ আপুনি বাৰু কি কৰে?

: সৌ ঘোঁৰাআলাকেইটাৰ বাবে বৈ থাকোঁ।

গোবিন্দ কলিতাই কৌতুহলেৰে এবাৰ বিলৰ দাঁতিত ঘাহ কাটি থকা ঘোঁৰাআলাকেইটালৈ আৰু এবাৰ তাৰ মুখলৈ চাই পুনৰ সুধিলে—

: মানে?

: সিহঁত আমাৰ অন্নদাতা।

কলিতাই তাৰ উত্তৰত কৌতুক বোধ কৰি কলে স্বগতোক্তি কৰাৰ দৰে

: যাহক এটা নতুন অভিজ্ঞতা হ'ল। মানুহে ঘাহখোৱা এই আপোনাৰ মুখতেই প্ৰথম যি শুনিলোঁ।

কথাষাৰ কবলৈহে পালে তাৰ উত্তাল হাঁহিত দাঁতিৰ পথাৰত চৰি থকা কপৌ আৰু বগলীৰ জাকে চক খাই উৰি গৈ আঁতৰত বহিল। কলিতাও তাৰ হাঁহিত সমান উচ্ছ্বাসেৰেই যোগ দি কলে—

: বেয়া নাপায দেই, কথাষাৰ ফট্‌কৰে ওলাই গ'ল।

: বেয়া পাম! ইমান দিনৰ মূৰত অন্তৰ উজাৰি হঁহাৰ সুযোগ দিলে আপুনি!

সি এইবাৰ সহজ হবৰ চেষ্টা কৰি কলে যে, ঘাহ কাটি থকা বিলৰ পাৰৰ মাটিডৰা হ'ল অনুপমাহঁতৰ। নিতউ ঘাহবটা বাবদ প্ৰতিজন ঘোঁৰাআলাই একোটাহঁত চৰতীয়া দি যায়। সেয়ে অনুপমা আৰু তাৰ দিনটোৰ উপাৰ্জন। কলিতাই কপালৰ সিৰবোৰ কোঁচ খুৱাই চিন্তা কৰিলে—

: অনুপমা কাৰ ঘৰৰ বাৰু?

: তেওঁ কাৰো ঘৰৰ নহয়। সউ জুপুৰীটো এ দেখিছে, তাতে তেওঁ থাকে; ঘৰৰ তেৱেঁই মালিক।

ৰেলআলিৰ কাষেদি সমান্তৰালভাৱে যোৱা মোটৰৰ আলিবাটটো পাৰ হৈ সিটোপাৰে পাহাৰৰ দাঁতিত থকা অকলশৰীয়া জুপুৰীটোলৈ কলিতাৰ দৃষ্টি আকৰ্ষণ কৰাৰ লগে লগে তেওঁ উদ্বেলিত হৈ উঠিল—

: অঁ সেই ফুলবাৰীজনীয়ে? দেখিবলৈ বৰ ধুনীয়া যে? গান গায়, ভায়েকটো যে ড্ৰাইভাৰ? তায়ে নহয় জানো? আপুনি তাইৰ লগতে থাকে? বৰ ভাল হৈছে, বৰ ভাল হৈছে।

কলিতাই যে কিহত ইমান ভাল হোৱা দেখিলে বুজিব নোৱাৰি তেওঁৰ মুখলৈ সি ভেবা লাগি চাই ৰ'ল। নিজৰ ভুলটো অনুভৱ কৰি তেওঁ কাম আছে বুলি কৈ তাৰ প্ৰকাশ্য সহাৰিলৈ বাট নাচাই লৰালৰিকৈ গুচি গ'ল।

কলিতাৰ শেষ মন্তব্যষাৰে তাক আকৌ চিন্তাৰ পাকঘূৰণিত সুমাই দিলে। সিতো সঁচাকৈই আশা কৰিছিল ভালেই হব বুলি। শিল্পীৰ জীৱনত সৃষ্টিৰ কাৰণে এক নিৰাপদ পৰিবেশৰ প্ৰয়োজন সি পাব বুলি। মনে মনে সি কল্পনাও কৰিছিল অনুপমাৰ সতে লগ লাগি নৱ নৱ সৃষ্টিৰ উন্মাদনাত মত্ত হৈ পৰাৰ। আৰু অনুপমাজনীয়েও বেচেৰী তাৰ সুখৰ কাৰণে, তাৰ সাফল্যৰ কাৰণে একোকে দিবলৈ বাকী ৰখা নাই।

চাওতে চাওতে তাৰ জীৱনৰ সুদীৰ্ঘ পয়ত্ৰিশটা বছৰচোন বতাহত উৰি যোৱা শুকান পাতৰ দৰে ভৰিৰ তলেদি সৰকি গ'ল। অথচ জীৱনৰ আটাইতকৈ প্ৰতিশ্ৰুতিপূৰ্ণ সময়খিনিতে তাৰ একোটোৱেই নহ'ল।

সৃষ্টিৰ উন্মাদনাত মত্ত হওঁতেই গ'ল, সৃষ্টি হলে নহ'ল।

অনুপমাৰো সেয়ে দুখ। এটা জঠৰ বিকলাংগৰ দৰে দিনৰ পাচত দিন সামান্য কেইটামান পইচাৰ কাৰণে গধীৰ ঘোঁৰাআলাকেইটাৰ ওচৰত হাত পতা! এইখিনি কৰিবলৈকেই তাৰ দৰে মানুহ এটা জীয়াই থাকিব লাগিব। তাই সেই প্ৰশ্নটোকে কৰিছে আজি কিছুদিনৰ পৰা। তাইৰ কষ্টস্বীকাৰ, তাইৰ ত্যাগৰ মূল্য বিচাৰিছে তাৰ ওচৰত। আগদিনাখনৰ পৰা অভুক্ত থকাৰ দুখতে সি ঘৰৰ পৰা ওলাই অহাৰ মুহূৰ্ত্ততো তাক তাই স্পষ্টভাৱে সেই প্ৰশ্নটোকে কৰিছে। প্ৰশ্নষাৰে এক মূৰ্ত্তিমন্ত বাক্য হৈ তাৰ চাৰিওপিনে অহৰহ বিৰাজ কৰিছে। কিন্তু তাৰ কোনো উত্তৰকে সি এই মুহূৰ্ত্তলৈকে ভাবি উলিয়াব পৰা নাই।

জুপুৰীটোৰ পদূলি পোৱাৰ লগে লগে অনুপমাক লগ পোৱাৰ আশংকাত তাৰ মূৰটো গধম হৈ যোৱা যেন অনুভৱ কৰিলে। শিলচটাৰ দাতিৰ ছায়াঘন শোৰা গছজোপাৰ পৰা এজনী কপৌ চৰাই উৰি গৈছিল পাহাৰৰ ভিতৰলৈ। মতা কপৌ এটাই ওচৰৰ শিলিখা জোপাত পৰি কপৌজনীয়ে ধৰা নিদিয়াৰ দুখতে কণ দি আছিল অকলে অকলে। সন্তৰ্পনে হুমুনিয়াহ এটা কাঢ়ি শিলচটাৰ মাজত থিয় হৈ সি চাৰিওপিনে চালে। জুপুৰীৰ দুৱাৰখনত চকু পৰাৰ লগে লগে সি স্তব্ধ হৈ ৰৈ গ'ল। দুৱাৰত বাহিৰৰ পিনৰ পৰা হেঙাৰডাল লগাই থোৱা আছিল।

অনুপমা ঘৰত নথকা দেখি সকাহ পোৱাতকৈও সি বেছি হ'ল আচৰিত। মনতে অকণ তাৰ কৌতূহলো হ'ল।



কৌতূহল তাৰ, ঘনীভূত হ'ল। অনুপমাক নেদেখাৰ বাবে নহয়। এইবাৰ আকৌ অনুপমাক দেখিছে। কেৱল যে কৌতূহলেই হ'ল এনে নহয়; বিস্ময়ত সি অভিভূত হৈ পৰিল।

ঘৰৰ দুৱাৰ বন্ধ দেখি সি নঙলামুখেদি আলিবাটলৈ চাই পঠিয়াইছিল। চাই যি দেখিলে, সি নিজৰ চকুকে বিশ্বাস কৰিব পৰা নাছিল। চাদৰৰ আচলত এটাপোলা কিবা, মুখত এমোকোৰা হাঁহি আৰু খোজত বেপোৰোৱা চঞ্চল ভংগীৰে অনুপমাজনীক ঘৰৰ পিনলৈ আহি থকা দেখি তাৰ মনত সঞ্চাৰিত হৈছিল যুগপৎ কৌতূহল আৰু অবিশ্বাস। সি অবাক বিমুগ্ধ বিস্ময়েৰে তাই অহাৰ পিনেই চাই ৰ'ল।

: কি হ'ল? কিবাচোন অচিনাকি কাবোবাক দেখাৰ দৰে ভেবা লাগি চাই আছে মোৰ মুখলৈ!

: তোমাক এই ৰূপত মোৰ অচিনাকি যেনেই লাগিছে। তাৰ বিদ্ৰূপৰ প্ৰত্যুত্তৰত তাই হাঁহি হাঁহিয়েই কলে—

: মই হাঁহি হাঁহি অহা দেখি নহয় জানো? দুখীয়া হলোঁ। বুলি কোনোদিন আমি নেহাঁহিমেই নে?

: কালি গধূলিলৈকে আমাৰ অৱস্থা পিচে তেনেই আছিল।

: আজি নহয়।

কথাষাৰ কৈয়ে মেকুৰীয়ে মৰম লগাবলৈ গাটো ঘঁহি দিয়াৰ দৰে তাইও তাৰ গাতে গা লগাই পাৰ হৈ গ'ল। বহুল শিলচটাত উঠি চেঙেলৰ ধূলিবোৰ জোকাৰি ললে আৰু তাৰ পিনে ঘূৰি চাই ঘৰত সোমাল। তেতিয়াহে সোধাৰ বাবে যেন অৱকাশ পালে এনেদৰে সি সুধিলে—

: কলৈ গৈছিলা অনু?

: কিয়? আনদিনা যলৈকে যাওঁ। মোহিনী ঘোষৰ দোকানলৈ। ভিতৰত বিভিন্ন টেমা খোলাৰ শব্দত অনুপমাই আৰু কিবা কৈছিল যদিও সি শুনা নাছিল। অৱশ্যে টেমাৰ শব্দতে সি জানিছিল অনুপমাই দোকানৰ পৰা কি আনিবলৈ গৈছিল। ঢালি থোৱা দালি চাউলৰ শব্দ শুনাৰ লগে লগে কাৰো আগত প্ৰকাশ কৰিব নোৱাৰা দুৰ্যোৰ এটা সন্দেহে তাৰ মন ছায়াচ্ছন্ন কৰি তুলিলে। হঠাৎ দেহমনত তাৰ অসম্ভৱ ক্লান্তি বোধ হ'ল। ঘৰৰ ভিতৰত সোমাবলৈ তাৰ সাহস নহল। কোনেও নেদেখাকৈ কৰবাত লুকাই থাকিবৰ তাৰ মন গ'ল। সি শৌৰাগছজোপাৰ ছাত ফুটুকানি এজোপাৰ আঁৰত বহি ললে। পুনৰ সোমাই পৰিল চিন্তাৰ গভীৰ আবৰ্ত্তত।

খন্তেক পাচতে অনুপমাৰ চিঞৰত সি সজাগ হ'ল।

: হেৰি ক'ত গ'ল আপুনি? মানুহজন যে কলৈ যায়। নোৱাৰি আৰু কি যে চুটথৰে খোৱা মানুহ। এক ধনিষ্ঠামানো যদি একেঠাইতে থিৰেৰে থাকিব পাৰিলেহেতেন। এই ভৰ দুপৰীয়াখন চৰাই চিৰিকতিয়েও গছৰ ডালত থিতাপি লৈছে। অ এইয়া দেখোন ইয়াতে; মই মানুহজনীয়ে চিঞৰি গছৰ পাত সৰালোঁ। আপোনাৰনো কাণতেই সোমোৱা নাই নে মাতষা। তাই তাৰ গহীন মুখভাবলৈ ভ্ৰূক্ষেপ নকৰি তাৰ হাতত ধৰি টানি উঠাবলৈ চেষ্টা কৰি কলে—

: আহকচোন চকহি। মই পিচে আজি জগৰো লগালোঁ।।

সি ইমান পৰে প্ৰকাশ কৰিব নোৱাৰা সন্দেহটোৰ আপোনা আপুনি বাট মুকলি হোৱাৰ আশা দেখি খপ্ কৰে সুধিলে—

: বস্তুবোৰ আনিবলৈ পইচা ক'ত পালা?

তাৰ প্ৰশ্নষাৰ হঠাৎ ধমকনিৰ দৰে শুনা গ'ল। অনুপমাই খন্তেকৰ বাবে

স্তম্ভিত হৈ তাৰ মুখলৈ চালে আৰু অকণ উষ্মাৰে ক'লে—

: ঘোষ দোকানীয়ে কিবা মোৰ মুখলৈ চাই মাগ্‌নাই বস্তু দিয়া যেন পাইছেনেকি ?

: তোমাৰ মুখলৈ চাই কেৱল ঘোষ দোকানীয়েই নহয় পৃথিবীৰ আৰু বহুতেই দিব ; তেনে বস্তু কিয় সৰ্বস্ব দিবলৈকো প্ৰস্তুত হ'ব।

এইবাৰ অনুপমাৰ হাঁহি উঠি গ'ল। তাইক হাঁহি উঠা দেখি খড়তে হাতৰ মুঠিত থকা ঘোঁৰা আলাৰ পৰা পোৱা পইচাকেইটা সি দলিয়াই দিলে। আৰু ভোৰ ভোৰাই কৈ গ'ল যে, যদি পইচা দিয়া বন্ধ ইমানে আছে তাইৰ, সি কিয় লাজ মান কাতি কৰি থৈ নিতউ ঘোঁৰা আলা কেইটাৰ তাত হাত পাতিবলগীয়া হয়।

বহল শিলচটাত সশব্দে পৰা পইচাকেইটালৈ চাই অনুৱে এইবাৰ সহজ ভাৱে ক'লে—

: মোৰ সঁচাকে নিতান্ত অন্যায় হৈছে। মইও নিৰুপায়ত পৰিহে কৰিবলগীয়াত পৰিছোঁ। সেইবাবেই আজি মোৰ মনটো বৰ মুকলি লাগিছিল ; ইমান দিনৰ মূৰত আপোনাৰ পইচাৰে আজি মই বস্তু কিনিছিলোঁ। ঠিক আছে, দিম বাৰু আপোনাৰ পইচা ঘূৰাই। আপুনি চিন্তা নকৰিব।

শেষৰ ফালে অনুপমাৰ কথাবোৰ অকণ আবেগ জড়িত যেন শুনা গৈছিল। সি স্বাভাৱিক হবৰ চেষ্টা কৰি কৈছিল—

: চোৱা অনুপমা, মই একেবাৰে নিঠৰুৱা মানুহ। মোলৈকো যে কোনোবাই কেতিয়াবা টকা পঠিয়াব পাৰে, সেইটো মোৰ কল্পনাৰ অতীত। মোৰ পইচাৰে প্ৰথম তুমি বস্তু কিনা শুনি মোৰ আনন্দ হোৱা উচিত আছিল। কিন্তু জানা, মই আনন্দিত তো হোৱাই নাই, বৰঞ্চ হৃদয় মোৰ দগ্ধ হৈছে। তোমাৰ কথা মই বিশ্বাস কৰিবলৈকেই টান পাইছোঁ।

তাৰ বিমৰ্ষ মুখখন দেখি তাই তাৰ ওচৰত ক্ষমা খুজিলে নতুবা নিচিন্তাকৈ কথাবাৰ কোৱাৰ কাৰণে। তাৰ পাচত তাই কৈ গ'ল তাৰ বাবে ডেকা কেইজনমানে টকা দি যোৱাৰ কাহিনীটো।

সি গুলাই যোৱাৰ অলপ পাচতে কেইজনমান ডেকা ল'ৰা আহিছিল। তাৰে এজন আছিল গোপাল দাস। তেওঁ দুমাহমানৰ আগতে তাক বৰ্ডিয়াৰ কণিছা নে ক'ত কিবা এখন ছাত্ৰ সভালৈ নিমন্ত্ৰণ কৰি লৈ গৈছিল। ডেকা কেইজনে আহি তাক বিচাৰিলে। তাই কিন্তু সি যে ঘোঁৰাআলাকেইটা চাবলৈ গৈছে

তেওঁলোকৰ আগত সেই কথাটো কবলৈ ভাল নাপালে।

শেষত তেওঁলোকে তাইকেই কৈ গ'ল যে সি দুদিন পাচত পলাশবাৰীৰ পিনে এখন মিটিঙলৈ যাব লাগিব। মানুহ আহি তাক লৈ যাবহি। যাবৰ সময়ত ডেকা কেইজনে কিহবাৰ খৰচ বাবদ টকা দহোটা দি থৈ গ'ল।

টকাটো পাই তাই ভাবিলে যে, ইমান দিনে সিহঁতে তাইৰ মাটিৰ অৰ্জনেৰে খালে, আজি যেনিবা তাৰ অৰ্জনেৰেই খোৱা যাওক।

: মই সঁচাকে জগৰ লগালোঁ নহয় ?

সি গহীন ভাৱে কলে—

: জগৰ জানো হোৱানাই ? মোৰ টকা, অথচ মোক নোসোধাকৈ খৰচ কৰিছা ?

: তেন্তে মোক শাস্তি দিয়ক।

: শাস্তিতো দিবই লাগিব। চাওঁ

সি তাইৰ হাতত ধৰি টান মাৰি কোচত পেলাই লৈ জধে মধে চুমা খালে। যুঁজি যুঁজি এবাৰ উজাল মাৰি তাই মুক্ত কৰি ললে নিজকে আৰু কৃত্ৰিম ৰোষেৰে কলে তাৰ পিনে পোন্দোৱাকৈ চাই—

: বলিয়ালিখন কৰিবলৈ ঠেগা পোৱানাই নহয় ? আলিবাটেদি যোৱা মানুহবোৰৰ চকু নাইকিয়া হ'ল বুলি ভাবিছে নেকি ? সিহঁত অন্ধ নহয় ?

: সিহঁত হয় নে নহয় নাজানো। মই কিন্তু অন্ধ হৈ পৰিছোঁ।

: কিয়বা আকৌ অন্ধ হ'ল ?

: তোমাৰ স্নেহত।

: নে লেৰেলা সাদৰত ?

: মই ক'ত যাব লাগিব বোলে ?

: পলাশবাৰীৰ পিনে।

: সেইটোতো বুজিছোঁ। পলাশবাৰীৰ পিনে ক'ত ?

: মই কি জানো সেইবোৰ ?

: টকা তেন্তে ৰাখিলা কেলেই ?

: নাৰাখিলে এতিয়াও ঘুৰাই দিব। মোৰ কি ? মই যাওগৈ। ইয়াতে মুখ চুপতি মাৰি থাকিলেই মোৰ গা মুজুৰায় নহয়। ইপিনে ভাতৰ চকৰে মাতি আছে।

: অ' যোৱা যোৱা। মোৰো বৰ ভোক লাগিছে।

সি জানে, তাৰ ভোক লগা বুলি কলেই তাইৰ চব ৰাগ-অভিমান পানী হৈ যায়। তাৰ কথাবাৰ শুনাৰ লগে লগে তাই ব্যস্ত হৈ ঘৰৰ পিনে উভতি আহিল আৰু কলে—

: য'ক গা ধুই আহকগৈ। আপুনি আহি পায় মানে মোৰ ভাত দালি হৈয়ে যাব।

: মই আকৌ এই থাওাত গা ধুই মৰিবলৈ কিহে পাইছে ?

: কি যে জধলা মানুহ ! কালিওচোন ধোৱা নাই গা ?

: তাতে কি হ'ল ? এয়া হাতে খড়িহে। কেতিয়াবা এনে দিন আহিব, যেতিয়া অভুক্ত অস্নাত হৈ দিনৰ পাচত দিন কটাব লাগিব।

তাই তাৰ কথালৈ কাণ দিয়া যেন দেখা নগল। শুকান ফুটুকানিব ঠাৰি কেইডালমান ভাঙি চিঙি কোচা কৰি লৈ ঘৰত সোমাল।

অনুপমাৰ তিৰস্কাৰবাৰ শুনি তাৰ মনলৈ আহিছিল শৈশৱৰ অজস্ৰ টুকুৰা টুকুৰি স্মৃতি। বিশেষকৈ এটা দিনৰ সৰু সৰু কথাবোৰ তাৰ মনত পৰিছিল যিদিনা তাৰ মাকেও গা নোধোৱাৰ বাবে ঠিক এইমাত্ৰ অনুপমাই গালি পৰাৰ দৰে তাক গালি পাৰিছিল।

সিহঁতৰ ঘৰখন সেইসময়ত আছিল ঢাকাৰ পিলখানাত। য'ত ইষ্টাৰ্ণ ফ্ৰন্টিয়াৰ ৰাইফল্‌চৰ মুখ্য কাৰ্যালয় আছিল। পিতাক গোপাল চন্দ্ৰ দাস আছিল ফ্ৰন্টিয়াৰ ৰাইফল্‌চৰ চুবেদাৰ মেজৰ। সেইকালত ভাৰতীয় মানুহে লাভ কৰিব পৰা সামৰিক বিভাগৰ উচ্চ পদবী। তেখেত অৱশ্যে সেই সময়ত সক্ৰিয় বাহিনীত নাছিল। ডিব্ৰুগড়ৰ পৰা পদোন্নতি লাভ কৰি পোণে পোণে তেতিয়াৰ ঢাকাস্থ লাটচাহাবৰ এডিকং হৈছিলহি।

তাৰ পিতাকৰ সম্পূৰ্ণ পৰিচয় আছিল চৰ্দাৰ বাহাদুৰ গোপাল চন্দ্ৰ (দাস) ৰাভা অৰ্ডাৰ অফ্ ব্ৰিটিছ এম্পায়াৰ, এ ডি চি টু দ্য গভৰ্ণৰ অফ্ বেংগল। তেতিয়া ঢাকা চহৰখনে পুনৰ্জন্ম লাভ কৰিছিল। নবাবশাহী ঢাকাৰ উত্তাল জীৱন উনৈছ শতিকাৰ প্ৰাৰম্ভত একেবাৰে মৃতপ্ৰায় হৈ পৰিছিল। শেষত বৃটিছে এই অঞ্চলত নিগাজি হোৱাৰ লগে লগে ঢাকা চহৰে পুনৰ দ্ৰুত শ্ৰীবৃদ্ধি লাভ কৰিছিল। ওঠৰ উনৈচ শতিকাৰ যুগসন্ধিত জনশূন্য হৈ পৰা ঢাকা ইংৰাজ বণিক আৰু দেশী উচ্চ মধ্য বিত্তৰ কোলাহলেৰে হৈ পৰিছিল এক জনাকীৰ্ণ নগৰীত পৰিণত।

তাৰ পিতাকেও সেইযুগৰ উচ্চ মধ্যবিত্তৰ জীৱন অনুসৃতিত কাৰ্পণ্য দেখুৱা

নাছিল। নিজৰ টম টম গাড়ীত গধূলি বায়ুসেৱন, ঘৰত সংগীত শিক্ষক আৰু সংগীতৰ প্ৰহৰজোৰা মজলিচ, প্ৰখ্যাত ওস্তাদৰ আমন্ত্ৰণ, শেঠৰ গোলাত শ শ টকাৰ মাল খোৱা উঠনা,— এই অৱধাৰিত মধ্যবিত্ত কৰ্ত্তব্যবোৰ নিষ্ঠাৰে গোপাল ৰাভাই মানি চলিছিল।

সেইদিনা তাৰ পিতাকে তাক আৰু ককায়েক নন্দক ঘৰৰ টমটমখনতে ঘূৰাবলৈ লৈ গৈছিল। গধূলি নহয় পুৱাতে। দেওবাৰ আছিল গুণে পিতাকৰ অফিচ নাছিল। ঢাকাৰ সেইসময়ত বাৱন্নখন বজাৰৰ তেপন্নটা গলি। ইচলামপুৰ, নবাবপুৰ, বাবুৰবাজাৰ, শংকৰবাজাৰ এনেদৰে কোন পিনেদি সোমাই ক'ত যে ওলাইছিল তাৰ আজি আৰু মনত নপৰে। গৈ গৈ শেষত ঢাকাৰ দক্ষিণে থকা বুঢ়ীগংগা নৈৰ পাৰ পাইছিল। তাতে সিহঁতক নমাই পিতাকে ইপাৰ সিপাৰ নমনা নৈখনৰ মাজলৈ আঙুলিয়াই কৈছিল যে, সেইপিনেদিয়ে ব্ৰহ্মপুত্ৰ নৈখন বৈ আহিছে। যিখন ব্ৰহ্মপুত্ৰ, সিহঁতৰ য'ত আচল ঘৰ আছে, সেই যে তেজপুৰ চহৰ, তাৰ কাষেদিয়ে বৈ আহিছে। তাৰ পানীবোৰ বৰ নিৰ্মল: বুঢ়ীগংগাৰ দৰে ঘোলা নহয়।

ব্ৰহ্মপুত্ৰ, তেজপুৰ এনেবোৰ কথাই তাৰ মন পিচে আকৰ্ষণ কৰিব পৰা নাছিল। তাৰ মন তেতিয়া ধাবিত হৈছিল দূৰ দূৰান্তৰ পিনে। তাৰ মনলৈ আহিছিল পিতাকৰ কথাইও চুকি নোপোৱা এটা দুৰ্বাৰ বিবাগী তৃষ্ণা। সি সন্মুখৰ নদীখনৰ বিশালতালৈ অবাক বিস্ময়েৰে লক্ষ্য কৰিছিল আৰু মনতে অনুভৱ কৰিছিল প্ৰচণ্ড এক উন্মাদনা। পিতাকৰ কথা শেষ হবলৈ নোপাওঁতেই সি সুধিছিল—

: অ' পিতাই, মই কেতিয়া ডাঙৰ হম?

পিতাকে থতমত খাই তাৰ পিনে চাই উত্তৰ দিছিল—

: তইচোন ডাঙৰ হলিয়েই।

: নহয়অ', একেবাৰে ডাঙৰ। এই নদীখন সাতুৰি পাৰ হব পৰা। হনুমানে হলে এনেকুৱা নৈ একেজাপেই পাৰ হৈ যাব নহয়নে পিতাই?

তাৰ গৰ্বিত বেপৰোৱা অকমান মুখখনলৈ চাই পিতাকেও হাঁহি দিছিল—

: পাৰিবতো আকৌ। ডাঙৰ হলে তইও পাৰিবি সাতুৰি পাৰ হৈ যাব। পিতাকৰ সঁহাৰিয়ে তাৰ মনত কোনো বেখাপাত কৰা নাছিল। সি

মাথোন তাৰ অৰুণ অৰুণ চকুহাল আৰু সৰু, আৰু নিবিড় কৰি সিপাৰৰ অস্পষ্ট দিগন্তৰেখালৈ চাই তন্ময় হৈ পৰিছিল।

উভতি ঘৰ পাওতে ভোৰত সি অস্থিৰ হৈ পৰিছিল। ঠিক তেনেতে মাকে তাক গা ধুৱাই দিব খুজিছিল। খঙত সি জাঙুৰ খাই উঠি পাকঘৰত বহি লৈছিল মাকৰ কথা অমান্য কৰি। মাক গেঠীয়ে তাক বকিছিল মনৰ দুখত—

: কিযে জধলা ল'ৰা হ'ল এইটো, গা ধুব নোখোজে! কাৰ ঘৰৰ ল'ৰা বাৰু ইমান জধলা হৈ থাকে?

পিতাকে মাকৰ কথা শুনি হাঁহি হাঁহি কৈছিল—

: নালাগে দিয়া ধুব; তাৰ ভোগ লাগিছে বেচেৰা। সিতো ওস্তাদ্ নহয় নহয়। সি হব মিলিটাৰী। মিলিটাৰী হলে কেতিয়াবা মাহকে মাহ ধৰি খোৱা গাধোৱা এইবোৰৰ ঠিক ঠিকনাই নাথাকিব। আজি বুজিছা, সিতো এতিয়া পাৰ ঘাটেদি নদীখন সাতুৰিয়ে পাৰ হয়! তোমাৰ পুত্ৰ যে কি হবগৈ ভগবানহে জানে।

: সি মিলিটাৰীয়ে হক। আজি খাবও নালাগে। ৰহচোন বাছা, মই আজি মিঞা চাহাবক কৈ নিদিওঁ যদি!

মাকে বলকি বলকি তাক খাবলৈ দিছিল। আচলতে এই মিঞা চাহাবেই আছিল যেত কূটৰ ঘাই। তেৱেঁই পিতাকক তাৰ বাবে আটাইতকৈ অসুবিধাজনক উপদেশ এষাৰ দিছিল। যাৰ বাবে মাজে মাজে মাকৰ কেটেৰা জেঙেৰা খাবলগীয়াত পৰিছিল সি।

গহৰজান বিবি, মোতি মিঞা, কালাচাঁদ চাহেব এই সকলে তাক সংগীতৰ শিক্ষা দিছিল ঘৰত। পিতাক নিজেও আছিল ভাল সংগীতজ্ঞ। ঘৰত সংগীতৰ বৈঠকত মোতি মিঞাৰ যোগদান আছিল এটা নিত্য নৈমিত্তিক ঘটনা। পিতাক কেতিয়াবা বাহিৰৰ মফস্বললৈ গলেও তেওঁ আহিছিল আৰু বৈঠকৰ আন অভ্যাগত সকলক পিতাকৰ হৈ তেৱেঁই স্বাগতম জনাইছিল।

এদিন মিঞা চাহাব আবেলিতে আহিছিল। সেই সময়ত পিতাকে তাক এটা গান শিকাই আছিল হাৰ্মোনিয়মটো লৈ। সেই গানটো নিতউ মাজনিশা এটা ফকীৰে গাইছিল। পিলখানাৰ পূবে থকা কবৰস্থানৰ পৰা গানটো গাই গাই সেই ফকীৰ জনে নিতউ মাজৰাতি সিহঁতৰ ঘৰৰ পিচপিনৰ বাটটোৰেদি গৈছিল। পিতাকে তাৰ পাচতে চেতাৰটো লৈ সুৰটো বজাইছিল।

সেইদিনা পিতাকে তাক সেই গীতটোকে শিকাই আছিল আৰু সেই সময়তে

মোতি মিঞা আহি সোমাইছিলহি বৈঠক খানাত।

পিতাকে এবাৰ শিকাই দিয়াৰ পাচতে যেতিয়া সি শুদ্ধ সুৰত গোটেই গানটো পুৰাকৈ গাই দিছিল, মোতি মিঞাই তাক সাবটি ধৰি কৈছিল শুভেচ্ছা জনাই—

: জিন্দা ৰহো বেটা। তুম্ বহুত বড়া ওস্তাদ বন যায়োগে। তাৰ পাচতে কথাই কথাই পিতাকক সেই উপদেশষাৰ দিছিল তাৰ সম্পৰ্কত। প্ৰত্যহ স্নান হেনো সংগীত সাধনাৰ অৱশ্যকৰণীয় অংগ। পিতাকে কলে মাকক আৰু মাকে তাকে সাৰোগত কৰি লৈছিল বেদবাক্যস্বৰূপে। স্মৃতিৰ গহনত নিমগ্ন হৈ অনুপমাৰ মাত সি শুনাই নাছিল। অনুপমাই শেষত তাৰ ভৰিখনত ধৰি জোকাৰি দি কলে—

: কিনো হ'ল? টোপনিওচোন যোৱানাই; মাতিলেও দেখোন কাণকে নকৰে? ভাত দিলোঁ আহক!

: অ হয় নেকি?

সি বিছনাত শুই শুই ভাবি আছিল কথাবোৰ। সি ঠহ মহ কৰে উঠি ভাতৰ পাতত বহিলৈ সেমেকা হাঁহি এটা মাৰি কলে—

: তোমাৰ বকনি খাই হঠাৎ মোৰ মালৈ মনত পৰি গ'ল বুজিছা?

: মই আকৌ কেতিয়া বকিলোঁ?

: এই যে গা নোধোৱাৰ বাবে জধলা বুলি ক'লা? সৰুতে মায়েও মোক ঠিক এই দৰেই গা নোধোৱাৰ বাবে বকিছিল।

: তাৰ মানে মই ঠিকেই বকিছোঁ। আপোনাৰ মাক বাৰু আপোনাৰ দৰেই দীঘল ডাঙৰ আছিল নেকি?

: উহুঁ নহয়। মই পিতাৰ দৰে হৈছোঁ। মুখৰ ভয়ংকৰ গোফ যোৰা আৰু বাঘৰ দৰে চকু দুটাহে নাই মোৰ। মা আছিল আকৌ ঠিক তোমাৰ দৰে নিয়মীয়া জোখৰ, লাহী!

: ল'ৰা মানুহ মাকৰ দৰে হলে হেনো ভাগ্যবান হয়।

: সেইটো মই মৰ্মে মৰ্মে উপলব্ধি কৰিছোঁ।

: মাকৰ দৰে কোন হ'ল বাৰু আপোনালোকৰ?

: মোৰ বাইদেউ?

: আপোনাৰ আকৌ কোনোবা বাইদেৱো আছে নেকি? আপোনাক দেখিলে পিচে তেনে যেন নালাগে। আপোনাৰ যেন আপুনিয়ে চব। আগলৈও নাই পাচলৈও নাই!

সি একো উত্তৰ নিদিলে। সন্মুখৰ ভাতৰ থালখনৰ কথাকে সি পাহৰি গ'ল। তাৰ মনত পৰিল উনৈচ শ সোতৰ চনৰ সেই ভয়াবহ দিনটোৰ কথা। যিদিনা তাৰ জীৱনৰ প্ৰথম শোকাবহ ঘটনাটো ঘটিছিল আৰু যিদিনা সি শোকৰ পৰিবৰ্ত্তে মনে মনে অনুভৱ কৰিছিল ভয়, এক অবিস্মৰণীয় ভয়।

তেতিয়া তাৰ বয়স সাত নিগৰি আঠত সোমাইছিল। ... ঢাকাৰ পৰাই বস্তু বাহানি পঠাই তেজপুৰত এটা ঘৰ সজাই আছিল। ... বাণ ষ্টৈজভো খীন, ষ্টৈজ আদি ঢাকাতে কৰাই বন্ধু বেথাৰাম শৰ্ম্মালৈ মাজে মাজে পঠাই আছিল। সেই সময়ত তেওঁৰ অৱসৰ পাবলৈ বাকী আছিল মাত্ৰ ন মাহ নে এটা বছৰ। বোধকৰোঁ ভাবিছিল অৱসৰ পোৱাৰ পাচত তেজপুৰতে নিগাজী হৈ থিতাপি লোৱাৰ কথা। আৰু নিশ্চয় কল্পনা কৰিছিল, কাষতে বাণষ্টৈজটো আছেই, পুৰণি বন্ধুবৰ্গক লগ পাব আৰু অবসৰৰ দিন কেইটা বেচ ব্যস্ততাৰে কটাব পাৰিব।

পিলখানাৰ ঘৰৰ পৰা পিতাকে সেইদিনা অকলশৰে টম টমখন লৈ পুৱাতে ওলাই গৈছিল নিশ্চয় সেইবোৰকে কল্পনা কৰি। ঘৰ সজাৰ বাবে আৰু বাণ ষ্টৈজৰ বাবে কিবা কিবি কিনি বাহিৰে বাহিৰে জাহাজত বুক কৰি পঠোৱাৰ উদ্দেশ্যে।

টমটমখন ভুপৰীয়া ঘূৰি আহিছিল। ধূলি আৰু তেজেৰে লুতুৰি পুতুৰি হোৱা পিতাকৰ মৃতদেহটো লৈ। লগে লগে আহিছিল গোমোঠা মুখৰ এপাল মানুহ। শোকাভিভূত মৌন নীৰৱ চিনাকি অচিনাকি এদল মানুহ। পিতাকৰ মৃতদেহটো চোতালত যতনাই লোৱা শয্যাত মানুহবোৰে ধৰা-ধৰিকৈ শুৱাই দিয়াৰ সময়ত এই যেন পিতাকে সিহঁতক প্ৰচণ্ড ধমক দিব, এইযেন বাঘৰ দৰে চকু দুটা পোন্দোৱা কৰি সিহঁতলৈ চাব, এনে এটা ভয়ত তাৰ অকণমান বুকুখন টিপটিপাই উঠিছিল। শয্যাত শুৱাই দিয়াৰ পাচত কৰবাত পিতাকৰ চকুৱে চকুৱে পৰে বুলি ভয়তে সি মানুহবোৰৰ আঁৰত মুখ লুকাই আছিল। পিতাকক শ্মশানলৈ নিয়াৰ পাচতো তাৰ মনৰ পৰা ভয় আঁতৰা নাছিল। ৰাতি পিলখানাৰ ওচৰৰে ক্ষালোপাৰাৰ সম্বন্ধীয় আইতাকজনীয়ে মাটিতে বাগৰি লুতুৰি পুতুৰি হৈ কান্দি থকা মাকৰ ওচৰলৈ ৰাতি যেতিয়া তাক লৈ যাব খুজিছিল তেতিয়াও মনটো তাৰ ভয়মুক্ত হোৱা নাছিল।

তাৰ পাচত ককায়েক দীলিপক ঢাকাত এৰি থৈ সিহঁত যিদিনা ঢাকাৰ পৰা একেবাৰে গুচি আহিছিল তেজপুৰলৈ বুলি, সেইদিনাহে মনটো তাৰ মুকলি মুকলি লাগিছিল। তাৰ ঠিক ন বছৰৰ পাচত মাক মৰিছিল। সিদিনা অৱশ্যে

সি চকুপানী টুকিছিল। সেয়া কিন্তু এক সম্পূৰ্ণ অন্য কাৰণত। আৰু তাৰ তেতিয়া বয়স আছিল ষোল বছৰ।

: ভাতবোৰ সনা পিটিকা কৰি আকৌ কি ভাবিবলৈ ধৰিলে ?

অনুৰ প্ৰশ্নত সি সজাগ হৈ উঠিল। সি সহজ হবৰ চেষ্টা কৰি কলে—

: বাৰু অনু, মই মৰিলে তুমি কান্দিবা নে নকন্দা ?

: থওক, মোৰ গৰজ পৰিছে কান্দিবলৈ! অঁ এটা কথা হয়নে ? কম্যুনিচবোৰক হেনো বেংগলত ধৰি ধৰি জেলত ভৰাইছে ? মাৰ ধৰো কৰিছে হেনো ?

: ক'ত শুনিলা তুমি ?

: ঘোষৰ দোকানত পাণ্ডা এটাই এইবোৰ কথাকে পাতি আছিল।

: হব পাৰে।

: আমাৰ ইয়াতো হয় যদি ?

: হয় যদি হব।

: তেনেহলে আমাৰ সেইবোৰলৈ যাব নালাগে। খাবলৈ নাই পাবলৈ নাই, কি দৰকাৰ মিছা মিছি পুলিচৰ হাতত লঘু লাঞ্ছনা খাই মৰিবলৈ। মোৰে শপত, আপুনি সেইবোৰলৈ নাযাব।

সি অবাক বিমুগ্ধ দৃষ্টিৰে অনুপমাৰ মুখলৈ চাই ৰ'ল কথাযাৰ শুনি। খন্তেক পাচতে সি পাতল হাঁহি এটা মাৰি সুধিলে—

: বাৰু অনু, এই যে মই তোমাৰ সতে অকলশৰে দিনৰ পাচত দিন একেটা ঘৰতে আছোঁ, মানুহে কি ভাবিছে বাৰু ?

: আনবোৰৰ খাই বই কাম নাই নহয়, আমাৰ কথাকে ভাবি মৰিবলৈ ? আৰু ভাবিলেই বা কোনোবাই কিবা, তাত আমাৰ কি ? আমাক কিবা সিহঁতে খুৱাইছেই নে পিন্ধাইছেই, সিহঁতৰ ভবাকে যে আমি খাতিৰ কৰিম! এইবাৰ অনুপমাৰ কথাই সঁচাকে তাক বিস্মিত কৰি তুলিলে। কিবা এষাৰ কবলৈ মুখ মেলোতেই ছন্দ পতন ঘটিল। বাহিৰৰ শিলচটাত কাৰোবাৰ পদশব্দ শুনা গ'ল। মুহুৰ্দি কৰিবলৈ লোৱা খয়নিখিনি হাতৰ মুঠিতে লৈ সি দুৱাৰৰ সুৰুঙাৰে জুমি চালে।



জুইকুৰাত জুইতকৈ বেচি আছিল ধোঁৱা। ইমান ধোঁৱাইছিল যে সি সমুখত আহি পৰা আগন্তুক দুজনৰ মুখকে দেখা নাছিল। প্ৰথমতে মাত দিয়া আগন্তুকজনৰ মাতষাৰ বুজাৰ আগতেই তাৰ ভৰিত কাৰোবাৰ হাতৰ স্পৰ্শ লাগিল। দেহৰ প্ৰতি লোমকূপ তাৰ হঠাৎ শিহৰি উঠিল। কলিকতা, কাশীৰ বাটে পথে গুৰুদেৱ বুলি তাৰ পদধূলা লোৱা চিনাকি অচিনাকি অজস্ৰ গুণমুগ্ধৰ মুখবোৰ মনত পেলাবলৈ যত্ন কৰি সি জ্বলা জ্বলা লগা চকু দুটা মেলি চালে।

: কোন ?

: দাদা, মই গোপাল। কমৰেড বৰুৱাও আহিছে। উপেন শৰ্মাই পঠাই দিছে আমাক আপোনাৰ ভালৈ।

: মই বোলো আকৌ সেইদিনাৰ দৰে অনিলেই আহিল নেকি ?

তাৰ মনত পৰিল সেইদিনা সি আৰু অনুৰে দুপৰীয়া খাই উঠাৰ পাচতেই যে অনিলে আহি তাৰ বহুত কল্পনাৰ কথা কৈছিলহি অনুপমাৰ আগত! সহঅভিনয়ৰ এটা দল গঠন কৰিবৰ বাবে প্ৰাৰম্ভিক আয়োজনৰ অৰ্থে সি যে প্ৰতিশ্ৰুতি দিছিল তাৰ দেউতাকৰ চাইকেলখন বিক্ৰী কৰি দিবলৈ আৰু অনুপমাই যে কথা দিছিল তাইৰ বাপেকৰ দিনৰ হাৰ্মোনিয়মটোকে বিকি দিবলৈ!

কথাখিনি মনত পৰাত তাৰ হঠাৎ হাঁহি উঠি গৈছিল। তাক। হুহঁ। দেখি আগন্তুক অচিনাকি জনে সুধিলে—

: হাঁহিলে যে?

সি প্ৰশ্নটোৰ এৰাই ওলোটা প্ৰশ্ন কৰিলে—

: উপেন শৰ্মা মানে সেই ৰেডিকেলিষ্ট পাৰ্টিৰ উপেন শৰ্মা নহয় জানো? সাতত্ৰিশ চনত সৌমেন ঠাকুৰৰ প্ৰভাৱত পৰি অসমৰ জনদিয়েক উদীয়মান ডেকাই ৰেডিকেলিষ্ট পাৰ্টি গঠন কৰিছিল। যিটো ঘটনাৰ সতে অতি দুৰ্বল হ'লেও তাৰ এটা যোগসূত্ৰ নোহোৱা নহয়। হঠাৎ বিভিন্ন দিনৰ বহুত ঘটনা একেলগে তাৰ মনত পৰিল। সি আগন্তুক দুজনে সেই উপেন শৰ্মাই হয় বুলি সহাঁৰি জনোৱাৰ পাচত কলে—

: শিলচটাতে কিবা কৰি বহক। বাহিৰত মোৰ আৰু আন আসন নাই। মই বহি থকা এই আৰামী চকীখনত আপোনাসকলৰ দৰে সক টিকাৰ মানুহ বহিলেহি ফুটাৰে সৰকি তলত পৰিবগৈ। বহক শিলতে। বহিবলৈ জানিলে বোলে মাটিয়ে পীৰা, খাবলৈ জানিলে হেনো চাউলেই চিৰা।

কথা কেটা কৈয়ে সচৰাচৰ মৰা তাৰ সেই উত্তাল হাঁহিটো মাৰিলে। মানুহ দুজনে শিলচটাতে বহি ললে। সি খোৰাঁটো মাৰিবৰ বাবেই ওচৰতে দম কৰি থোৱা তাৰ প্ৰবন্ধ থকা পুৰণি আলোচনীৰ পৰা পাত দুখিলা মান ফালি জুইকুৰাত পেলাই দি বৈ থাকিল জ্বলি উঠাৰ বাবে।

সচাঁকৈ অলপ পৰৰ পাচত জ্বলি উঠিছিল জুইকুৰা আৰু নিয়ৰত সেমেকা ফুটুকানিৰ ঠাৰিবোৰ শব্দ কৰি পুৰিছিল। সি যেন তেতিয়াহে ভালদৰে আজৰি পালে এনেদৰে বৰুৱাৰ মুখলৈ চাই সুধিলে—

: আপোনাক চিনা নাই?

: মই লোকনাথ বৰুৱা।

মানুহজনৰ শীৰ্ণ মুখ, কোটৰাগত দীপ্ত চকু, গহীন মুখভাব আৰু পৰিশীলিত মাতটোৰ বাবে প্ৰথম দৃষ্টিতে তাৰ শ্ৰদ্ধাৰ উদ্ৰেক হ'ল। সি গোপালৰ পিনে চাই কলে—

: চোৱাচোন গোপাল ভাই বাটৰ পিনে, তোমাৰ বাইদেউ আহিছে নে নাই। চাখাপাত দুটা আনিবলৈ পঠাইছিলোঁ। মোহিনী ঘোষৰ দোকানলৈ। এখেতক অন্ততঃ এনেদৰে বহিব দিব নোৱাৰি, আমি ভিতৰতে বিছনাত বহোগৈ।

পাহাৰৰ দাঁতি ফেৰি গধুলিটো সোনকালেই নামি আহিছিল। জুইকুৰাৰ পোহৰৰ

প্ৰকোপত মহৰ সগুঞ্জন শোভাযাত্ৰা নোহোৱা হৈছিল। বৰুৱাই জুইকুঁৱাৰ আৰু শুচৰ চাপি বহিলৈ কলে—

ঃ এনেদৰে বহিব দিব নোৱাৰে মানে ?

ঃ এহ্ আপুনি মোৰ সমবয়সী, তাতে মোৰ ইয়ালৈ আজি প্ৰথম আহিছে !

ঃ গতিকে মোক নি একেবাৰে বিছনা পোৱাবগৈ। আপোনাৰ বাৰু বয়স কিমান হ'ল ?

ঃ সাতত্ৰিশত সোমাল।

ঃ দিয়ক হাতখন আগবঢ়াই, আমি সঁচাকে একে বয়সৰ।

দুয়োৱে হঁাহি হঁাহি জুইকুঁৱাৰ ওপৰেদি কৰমৰ্দন কৰি থাকোতেই গোপালৰ সতে কথা পাতি পাতি অনুপমাই জুইকুঁৱাৰ কাষ পালেহি। মাতত কৃত্ৰিম ৰোষ ঢালি দি তাই কলে—

ঃ আলহীক মাটিত দি নিজে থম্ থম কৰে চকীত বহি থকাটো বাৰু কোন দেশৰ নিয়ম ?

ঃ আমাৰ দেশৰ নিয়ম এইবোৰ ; কি কয় বৰুৱাদেউ ?

ঃ আপুনি প্ৰথমতেই কলে নহয়, বহিব জানিলে মাটিয়ে পীৰা বুলি ?

অনুপমাই ইতিমধ্যেই ভিতৰত লেমটো জ্বলাইছিল। সিহঁতক ভিতৰলৈ মতাত তিনিও গৈ ঘৰত সোমাই বিছনা দুখনত মুখা মুখিকৈ বহি ললে। আচলতে সি এখন বিছনাত গাৰুত ভেজা দি শুই ললে আৰু সন্মুখৰ আনখন বিছনাত বৰুৱা আৰু গোপাল বহিল।

ঃ কওক এতিয়া, সৌমেন ঠাকুৰ, হুমায়ুণ কবীৰ, ৰসিক ভাট নে সওকট ওচমানিৰ মিটিঙলৈ যাব লাগিব। মইতো কৃষ্টি সম্মিলন খেদোৱা পূজাৰী বামুণ হৈ পৰিছো। ভাওৰী পাবাৰ সেই মিটিংখন পিচে ব্যতিক্ৰম আছিল। বৰুৱা তালৈ অহা নাছিল নহয় ?

: অহা নাছিলোঁ। কিন্তু মানুহৰ মুখত শুনোতে শুনোতে এনেহে লগা হৈছে, যেন মই নিজেই তাত আছিলোঁ। আপুনি যে সওকট ওচমানিৰ উৰ্দ্দু বক্তৃতাবোৰ নিবহ নিপানিকৈ অসমীয়াত ভাঙনি কৰি কৈ গৈছিল, চকু দুটা মুদিলেই বিৰাট জনসভাখনৰ মাজত আপোনালোক দুয়োৰে উদাত্ত আহ্বান শুনি থকা যেন লাগে।

ভাবো মনত পৰে সেইদিনাৰ সেই বিৰাট কৃষক সভাখনৰ কথা। এই গোপাল আৰু হৰেণ কলিতাই তাক লৈ গৈছিল সেই সভালৈ। স্থানীয় মানুহবোৰৰ

যে কি উদ্যম ! তেওঁলোকে কুঁহিয়াৰতলী এখনকে সৰু সুৰা এখন ব্যস্ত জনপদত পৰিণত কৰি তুলিছিল। তাৰ পাঁচ হেজাৰ জনীয়া স্বেচ্ছাসেবকৰ দলটো গঠন কৰা হৈছিল শোৱালকুছিৰ পদ্ম কাকতিৰ নেতৃত্বত। বঙৰাৰ বস্তি মহাজনে গাঁৱে গাঁৱে ঘূৰি ঘূৰি গোবিন্দ কলিতাৰ সতে আয়োজন কৰিছিল এই বৃহত সমাবেশ।

এই মহাজনৰ উল্লেখ শুনিয়েতো সি কৌতুক বোধ কৰি হৰেণ কলিতাক সুধিছিল—

: কৃষক সৰ্বহাৰাৰ সতে মহাজন ? অচিনাকি শয্যাসংগ ? কাৰচাজি নাইতো ? হৰেণো সিমান নিশ্চিত নাছিল। তেওঁ কিন্তু সহজভাৱে কৈছিল—

: এয়া আৰম্ভনিহে, চোৱাই যাওকচোন ক'ৰ পানী ক'লৈ যায় !

সি আচলতে ঠিক তেনে এটা মনোভাব লৈয়ে সভাত উপস্থিত হৈছিল। তাত উপস্থিত আছিল বোম্বেৰ ৰসিক ভাট, কলিকতাৰ পান্নালাল দাশগুপ্ত আৰু সওকৎ ওচমানি, মধ্য প্ৰাচ্যৰ এগৰাকী আন্তৰ্জাতিক সৰ্বহাৰাৰ মুক্তি সংগ্ৰামী। তেওঁ বক্তৃতা দিছিল উৰ্দ্দু ভাষাত। সি সেই বক্তৃতাৰ অসমীয়া ভাঙনি কৰিছিল। ওচমানিৰ ওজস্বী বক্তৃতাত সি মুগ্ধ হৈ পৰা গুণে বোধকৰোঁ তাৰ ভাঙানও হৈ পৰিছিল সমানে ওজস্বী। ফলত সহস্ৰ সহস্ৰ শ্ৰোতাই দুয়োজনকে বাৰে বাৰে হাত চাপৰিৰে জনাইছিল অকুণ্ঠ অভিনন্দন।

ইতিমধ্যে সি বহুতো ছাত্ৰ সন্মিলন দেখিছিল, য'ত হয় সৌমেন ঠাকুৰ, নহয় হুমায়ুণ কবীৰ সভাপতি। সেইবোৰৰ লগতে গধূলি হোৱা কৃষ্টিসন্মিলনখনত সি আমন্ত্ৰিত হবই সভাপতি স্বৰূপে। তাতো সি উৎসাহ উদ্দীপনা লক্ষ্য কৰে। কিন্তু সেইবোৰ আছিল প্ৰত্যাশিত। কম বয়সীয়া ছাত্ৰৰ মাজত তেনে উৎসাহ উদ্দীপনা নেদেখিলেহে ভাবিবলগীয়া কথা। কিন্তু সেইদিনা ভাঙুৰী পাৰাত যিটো দেখিলে সেয়া সঁচাকে অভাৱনীয়। স্বাস্থ্যহীন, শ্ৰীহীন অকাল বাৰ্দ্ধক্যৰ যন্ত্ৰনাই ম্লান কুব্জ কৰি পেলোৱা দেহবোৰৰ ভিতৰত, জীৰ্ণ বাসে আবৰি ৰাখিব নোৱাৰা কঁকালত ক'ত যে ইমান ক্ষিপ্ৰতা, ক'ত যে ইমান উত্তাপ লুকাই আছিল নেদেখিলে বিশ্বাস কৰাই টান হৈ পৰে। শীৰ্ণ, কুঞ্চিত মুখবোৰৰ আঁৰত হাঁহিৰে উল্লসিত হব পৰা ইমান শক্তি ক'ত যে লুকাই আছিল সি ভাবি ভাবি বিচুৰ্তি খাইছিল।

: মই জনাত আমাৰ এই অঞ্চলত এইটোৱে বোধকৰোঁ কৃষকৰ বৃহত্তম সমাবেশ।

সি বৰুৱাৰ পিনে চাই মন্তব্য দিছিল। বৰুৱাই টপৰাই কলে—

: আজি চাৰি পাঁচ বছৰ মানৰ আগতে গোবিন্দ কলিতা হঁতে আৰু এটা বৃহত কৃষক সমাবেশৰ আয়োজন কৰিছিল; তেতিয়া হামফ্ৰে চাহাব আছিল কমিশ্যনাৰ। পলাশবাৰীৰ পৰা ফটৰীলৈকে ব্ৰহ্মপুত্ৰৰ খহনীয়াত সৰ্বস্ব হেৰুৱা কৃষকসকলে শোভাযাত্ৰা কৰি গুৱাহাটীত হামফ্ৰে চাহাবৰ আগত আবেদন দিছিল। তাৰে মাত্ৰ কেইদিনমানৰ আগতে ছয় ডিচেম্বৰ তাৰিখে গুৱাহাটীৰ ছাত্ৰ-ছাত্ৰীৰ ওপৰত লাঠিচালনা কৰিছে পুলিচে। ৰাইজ স্বাভাৱিকতে তলে তলে উত্তেজিত হৈ আছিল। সেই লাঠি চালনা আকৌ হামফ্ৰে চাহাবৰ নিৰ্দেশতে হৈছিল হেনো। কাজেই যেতিয়া হেজাৰ হেজাৰ কৃষকে গুৱাহাটী চহৰৰ মাজ মজিয়াইদি শোভাযাত্ৰা কৰি গৈ কমিশ্যনাৰ চাহাবৰ কাষ চাপিছিল আটায়ে ধৰি লৈছিল যে লাঠি চালনা হবই। কিন্তু সেইবোৰ একো হোৱা নাছিল; শোভাযাত্ৰাকাৰী কৃষকসকলৰ মাজত বিনা-ৰখীয়াই অকলশৰে হামফ্ৰে চাহাবে সোমাই পৰিছিল আৰু ধৈৰ্য্যেৰে ৰাইজৰ দুৰ্গতিৰ বৃত্ত লৈছিল।

: সেইদিনা মই ভাইটোৰ সতে শিলচটাতে ৰ'দ লৈ আছিলোঁ। হঠাৎ দেখিলোঁ আলিবাটত লানি নিচিগা মানুহৰ শাৰী। গৈ গৈ শেষ নহয় নে নহয়। সি মনেই কৰা নাছিল। অনুপমাই যে গধূলিৰ কাম আজৰি কৰি তাৰ ভৰিপথানত বহি লৈছেহি। তাইৰ কথা শুনি বৰুৱাও তাইৰ মুখলৈ চালে। যেন তেওঁৰ কথাৰ মাজতে কথাযাৰ কোৱাত অকণ বিৰক্ত হ'ল। তাইৰ কথা শেষ হোৱাৰ লগে লগেই তেওঁ পুনৰ কলে—

: তাৰ পিচদিনাই হামফ্ৰে চাহাব নিজেই পলাশবাৰী পালেগৈ। গোটেইখিনি দুৰ্গত পৰিয়ালকে একেদিনাই শিয়ালমাৰী চৰত মাটি দি দিলে।

: কিন্তু তাতকৈ ভাঙৰীপাৰাৰ এই সমাবেশটো ডাঙৰ হব যেন লাগিছে। বাৰু বাদ দিয়ক সেইবোৰ। আপোনাসকল কেলেই আহিলে কওক।

বৰুৱাই তাৰ প্ৰশ্নলৈ আওকাণ কৰি ঘৰটোৰ চাৰিওপিনে চালে আৰু তাৰ মূৰৰ ওচৰত বেৰত এঙাৰেৰে আঁকি থোৱা ছবিটোলৈ আঙুলিয়াই সুধিলে—

: বেৰৰ সউ ফ্ৰেস্ক'টো কোনে আঁকিছে বাৰু?

সি হাতে লোটে ধৰা পৰা দোষী এজনৰ দৰে কুণ্ঠাজড়িত কণ্ঠে কলে—

: ময়ে। অনুৱে শালকাঠৰ এঙাৰ কেইটামান আনিছিল কৰবাৰ পৰা। তাকে বেৰতে আঁকি থৈ দিলোঁ।

: যেন আপুনি এঙাৰ কেইটাৰ বাবেহে আঁকিলে? ক'ৰ ফ্ৰেস্ক' বাৰু

সেইটো ?

: চিত্ত নৱশাল গুহাৰ।

: কিবা নাচৰ মুদ্রা নিশ্চয় ?

: তাল-সম-সাম-পট্টিম কৰণ সেয়া। সোহাত অভয় মুদ্রাত, বাওহাত আছে দণ্ড মুদ্রাত। শিৱ তাণ্ডৱৰ সেয়া এক অংগহাৰ।

: আমাৰ বাবে সেইবোৰ হ'ল ভূতৰ মুখত ৰাম নাম। জীৱনত সেইবোৰ বস্তু সাধি অহাই নহ'ল।

: সাধি কোনেও নাহে বৰুৱা। যত্ন নহলে একোৱেই নহয়।

সি কলে কিদৰে সিও কোনোদিনে ভবা নাছিল এইবোৰ কৰা বা হোৱাৰ কথা। এনেবোৰ প্ৰসংগ ওলালেই তাৰ মনত পৰে পিতাকৰ মৃত্যুৰ পাচত যিদিনা সিহঁতৰ পৰিয়ালটোৱে একমাত্ৰ দীলিপক এৰি থৈ ঢাকাৰ পৰা তেজপুৰলৈ একেবাৰে আহিবলৈ ওলাইছিল, সেইদিনাৰ কথা কেইটামান।
দীলিপ আছিল তাৰ বৰ ককায়েক। পিতাকৰ মৃত্যুৰ পাচত ঘৰখনৰ উপাৰ্জনৰ পথ হিচাপে চৰকাৰে দীলিপক এটা চাকৰি দিছিল। সেই সূত্ৰে তেওঁ তাতে থাকি গৈছিল। তেতিয়া সি আছিল সাত আঠ বছৰীয়া শিশু। আহিবলৈ ওলোৱাৰ সময়ত সি অনুভৱ কৰিছিল অভাবনীয় এক উন্মুক্তিৰ উল্লাস। মনটো তাৰ বুজাব নোৱাৰা এক প্ৰত্যাশাৰ আনন্দত উৎফুল্ল হৈ পৰিছিল। বিদায় দিবলৈ আহি মোতি মিঞাই স্নেহেৰে উদগনি দিবৰ চেষ্টা কৰি মনৰ দুখত থোকাথুকি মাতেৰে তাৰ মূৰত হাত বুলাই কোৱা কথাষাৰ আজিও সি পাহৰা নাই। তেওঁ কৈছিল—

: ৰেওৱাজ মত ছোড়ো বেটা। মেৰা আশীৰ্বাদ, তুম্ বহুত বড়া ওস্তাদ বন যায়োগে।

সি কথাষাৰ অপৰিসীম শ্ৰদ্ধাৰে মনত ৰাখিছিল। কিন্তু ৰেওৱাজ? ৰেওৱাজটো ৰখাৰ বাবে সি বহুদিন অহোপুৰুষাৰ্থ কৰিও সফল হোৱা নাছিল। পিতাকৰ অবৰ্ত্তমানত ঘৰখনৰ যি এটা অৱস্থা হৈছিল, তাত ৰেওৱাজ কিয় নিজকে বচাই ৰখাই টান হৈ পৰিছিল।

: কিন্তু আপোনাৰ ক্ষেত্ৰত এইবোৰ কথা যত্ন নকৰাকৈয়ে হোৱা যেন লাগে।

বৰুৱাৰ কথাষাৰ শুনি ইমান দুখতো তাৰ হাঁহি উঠি গৈছিল।

: আপোনাক কেনেকে বুজাম বৰুৱা, কি কষ্ট, কি মানসিক যন্ত্ৰনাৰ্ মাজেদি যে এইখিনি পাইছোহি! সকতে জানে এদিন কি হ'ল?

বন্ধুৱা আৰু গোপালৰ আগত মেলি ধৰিলে তাৰ পুৰণি বিস্মৃত কাহিনীৰ 'থুমুপাক। তাৰ পিতাক এটা আকস্মিক দুৰ্ঘটনাত টমটমৰ পৰা বাগৰি পৰি মৰিছিল। কিন্তু পিতাকৰ আকস্মিক মৃত্যুৱে সিহঁতক নিঠৰুৱা কৰি থৈ যোৱা নাছিল। তেজপুৰৰ থকা ঘৰটো সম্পূৰ্ণ নহলেও অন্ততঃ মূৰ গুজিব পৰাকৈ এটা আশ্ৰয় হৈছিল। তদুপৰি উপাৰ্জনৰ এটা স্থায়ী পথ হিচাপে কৰি থৈ গৈছিল মৰাভৰলীৰ পাৰত তিনিশ বিঘা ৰূপীত মাটি।

বায়েক মনোমোহিনীৰ বিয়া পিতাকৰ জীৱদ্দশাতে উপযুক্ত পাত্ৰৰ সতে সম্পাদিত হৈছে। ভিনিহিয়েক আছিল ডাক্তাৰ ধাৰা ৰাম মেচ। দীলিপ নন্দই চাকৰি কৰে। গোলাপে ঘৰতে সা সম্পত্তি চোৱাচিতা কৰে। ভায়েক ৰঞ্জিৎ তাতকৈ পাঁচ বছৰৰ সৰু।

ঘৰখনে চলাত কোনো কাঠিন্য পোৱা উচিত নাছিল। কিন্তু পাইছিল। গুৰিয়াল অবিহনে নাঁৱৰ যি অৱস্থা হয় ঠিক তেনেদৰে চলিছিল ঘৰখন কেইটামান বছৰৰ কাৰণে। এডোখৰ দুডোখৰকৈ মাটিবোৰ যাবলৈ আৰম্ভ কৰিছিল খাজানা দিব নোৱাৰাৰ দোষত। মুঠতে অৰ্জনৰ উপায়বোৰে অৰ্জন কৰিব পৰা নাছিল ; ফলত উপায়বোৰেই দিনে দিনে জঞ্জালস্বৰূপ হৈ পৰিছিল।

তাৰ্য্যে চৰম দুৰ্দশাৰ দিনতো পিতাকৰ বাদ্যযন্ত্ৰবোৰ যত্নেৰে ৰক্ষা কৰিছিল। কিন্তু ঘৰৰ কোঠা এটাত পৰি থকাত বাদে সেইবোৰৰ পৰা কোনো লাভ হোৱা নাছিল কাৰো। গতিকে সি এদিন সাহ কৰি মাকক কৈছিল সংগীত শিক্ষক এজনৰ ওচৰলৈ যোৱাৰ কথা। মাকে তাৰ কথা শুনি জাঙুৰখাই উঠি কৈছিল—

ঃ হেৰ' খোৱা মুঠিৰে চিন্তা, আকৌ গান মাষ্টাৰ' নালাগে দে ওস্তাদ হব। খাজানাৰ দায়ত মাটি কেতিয়া নিলামত যায় তাৰ ঠিকনা নাই ; সি আকৌ গান মাষ্টৰ ৰাখে! হেৰ' গাত নাই ছাল বাকলি, মদ খাব তিন টেকেলি'

গতিকে গান মাষ্টৰ ৰাখি গান শিকাৰ স্বপ্ন সি সকতেই বাদ দিছিল। তথাপি তেজত বোধকৰোঁ তাৰ কিবা এটা আছিল, সি নিজে নিজেই যি পাৰে, অ'ত ত'ত যি শুনে তাৰেই চৰ্চাটো চলাই ৰাখিছিল।

সেই সময়তে এদিন এটা সৰু ঘটনা ঘটিল। সৰু হলেও তাৰ জীৱনত সেই ঘটনাৰ তাৎপৰ্য অৱশ্যে অপৰিসীম।

সেইদিনা তেজপুৰত শচীন স্মিথ নে কমলকুমাৰী কাপৰ কোৱাৰ্টাৰ ফাইনেল খেল আছিল। সচৰাচৰ যোৱাৰ দৰেই সেইদিনাও সি ঘৰৰ পৰা অলপ আগধৰি ওলাই গৈছিল। তাৰ লগৰ ভিমচান্দ দাস, দেবী ভট্ট, মণ্টু চৌধুৰী,

প্ৰমথ বোস, দস্তহৰি প্ৰধান, শৈলেন্দ্ৰ জীৱন দাশগুপ্ত, মণিভট্ট এনেদৰে সিহঁতৰ গোটেই টিমটো গোটখাই আগে ভাগেই ভাল জেগা চাই আন দিনাৰ দৰেই বহি লব। সেইদিনা অৱশ্যে খেল আৰম্ভ হবলৈ বহুত সময় আছিল। গতিকে উদ্দেশ্যবিহীনভাৱে সি বাটে বাটে গৈ আছিল। আৰু ভাবিছিল, সেই যুগৰ আন্তৰ্জাতিক খ্যাতি সম্পন্ন খেলুৱৈ মিহ্লাৰ হেৰল্ডৰ কথা। তেওঁ ঠাকুৰবাৰী ক্লাবৰ হৈ খেলাৰ কথা। ফাইনেলত নিশ্চয় সিহঁতৰ টীমৰ সতে এই ঠাকুৰবাৰী ক্লাবৰেই প্ৰতিদ্বন্দ্বিতা হব। হেৰল্ড থাকোতে এই ক্লাবৰ বিৰুদ্ধে সিহঁতে খেলিছে। এবাৰ এখন মেচ্চত সিহঁতে জয়ী হৈও আছিছে। আৰু এই হেৰল্ডেই তাক কৰমৰ্দন কৰি অভিনন্দন জনাই কৈছিল—ইউ আৰ এ ৰ'বাষ্ট এণ্ড ট্ৰিকি প্লেয়াৰ—বুলি।

ফাইনেলৰ দিনা সিয়েই চেণ্টাৰ ফৰোৱাৰ্ডত খেলিব আৰু দাসে খেলিব ৰাইটত। হেৰল্ডক যিকোনো উপায় কৰি কাবু কৰিবই লাগিব। সি বাটে বাটে তেওঁক কাবু কৰাৰ বিভিন্ন উপায় চিন্তা কৰি গৈ আছিল। সি সেই সময়ত আছিল ক্লাচ এইটৰ ছাত্ৰ। অথচ দেহাং প্ৰকাণ্ড মুনিহটোৰ দৰে। কিন্তু মনটো আছিল স্বাভাৱিকতে চঞ্চল। সেয়ে এসময়ত হেৰল্ডক কাবু কৰাৰ কথা পাহৰি থাকিল আৰু মনটো চঞ্চল হৈ পৰিল এটা জোনাক গধূলিৰ কথা ভাবি। সেইদিনাও সি জানিছিল যে, খেল শেষ হোৱাৰ পাচত, খেল পথাৰখন যেতিয়া নিজম হৈ পৰিব তেতিয়া জোনাকৰ ঢল নামি আহিব। আৰু আনদিনাৰ দৰেই তাৰ লগৰবোৰৰ সতে সিহঁতে খেল পথাৰতে বহি বহুত ৰাতিলৈ আড্ডা মাৰিব। আৰু নিশ্চয় বন্ধুবোৰে তাক অনুৰোধ কৰিব আনদিনাৰ দৰেই জনপ্ৰিয় গায়ক প্ৰফুল্ল ধৰৰ—যুঁথী ফুলিলে, জোনায়ে হাঁহিলে গীতটো গাবলৈ।

কথাবোৰ ভাবি ভাবি গৈ থাকোতে সি মনেই কৰা নাছিল সঁচাকে ভাঁহি অহা গীতৰ অপূৰ্ব সুৰটোলৈ। সজাগ হোৱাৰ মুহূৰ্ত্তে সি স্তব্ধ হৈ গ'ল। আৰু সুৰটো যিপিনৰ পৰা আহিছে সেইপিনে চালে। সেয়া আছিল চহৰৰ গণ্যমান্য মানুহ এঘৰৰ নঙলামুখ। আলিবাটৰ পিনে খোল খাই থকা খিৰিকী এখনেদি গানৰ সুৰটো ভাঁহি আহিছে। সি সম্পূৰ্ণ ঘৰৰ সন্মুখৰ ধুনীয়া ঘাহনিখন পাৰহৈ খিৰিকী মুখতে ৰৈ থাকিল। মন্ত্ৰমুগ্ধৰ দৰে সুৰৰ মায়াত বন্দী হৈ কিমান পৰ যে সি থিয় দি আছিল তাৰ মনেই নাছিল এনেতে হঠাৎ এটা অবাঞ্ছনীয় কাণ্ড ঘটি গৈছিল।

ভিতৰত বয়সস্থ শিক্ষক এজনে এজন ডেকা ছাত্ৰক গীত শিকাই আছিল। শিক্ষকে আগধৰি সুৰটো গাই দিয়ে, ছাত্ৰই সেইমতে সুৰটো অনুসৰণ কৰে। ইমান পৰে পিতাকহঁতৰ মজলিচত বহি থকাৰ দৰে তাৰ অনুভব হৈছিল। সি পাহৰি গৈছিল চাৰিওপিনৰ পৰিবেশৰ কথা। একমাত্ৰ সুৰটোত বাদে আন একোৱে জীয়াই থকা নাছিল তাৰ মানত। এবাৰ এটা বিশেষ মুহূৰ্ত্তত ছাত্ৰই শিক্ষকৰ সুৰটো অনুকৰণ কৰাত আউল লগালে। সি কৰ নোৱাৰাকৈয়ে শুদ্ধ স্বৰটো ওলাই গ'ল নিজৰ সুৰদি পৰিশীলিত কণ্ঠেৰে। তৎমুহূৰ্তে সমগ্ৰ পৰিবেশটো ওলট পালট হৈ গ'ল। গুৰুৱে তালৈ চাই বোধকৰোঁ স্নেহসিক্ত হাঁহি এটা দলিয়াই দিছিল। কিন্তু তৰ্কিব পৰাৰ আগতেই ছাত্ৰই তাৰ মুখৰ আগতে সশব্দে খিৰিকীখন বন্ধ কৰি দিছিল।

আচৰিতভাৱে সি অভিমানাহত হোৱা নাছিল। কিন্তু মূৰত চলক্‌কৰে এথোলা তেজ টগবগাই উঠা যেন অনুভব কৰিছিল।

সি পোনচাটেই ঘূৰি আহিছিল ঘৰলৈ বুলি। নিজৰ কোঠাত দুৱাৰ বন্ধ কৰি লৈ বহি গৈছিল হাৰ্মোনিয়মটো লৈ। খেলৰ কথা সি পাহৰি গৈছিল; পাহৰি গৈছিল ৰাতি খোৱাৰ কথাও।

ৰাতি তেতিয়া ভালেমান হৈছিল। আবেলি শুনা বাগেশ্ৰীৰ সম্পূৰ্ণ স্বৰলিপিটো আয়ত্ত কৰি বলিয়াৰ দৰে কোঠাটোতে অকলে অকলে সি নাচিছিল।

তাৰ দুদিন পাচত আছিল চেমি ফাইনেল খেল। খেল চাবলৈ গৈ খেল পথাৰৰ দৰ্শকৰ মাজত সেই সংগীত শিকাৰু ডেকাজনক দেখি তাৰ মনত এটা দুষ্ট বুদ্ধিৰ উদয় হৈছিল। সি ডেকাজনৰ পিচপিনে থিয় হৈ নিৰ্জভাৱে গুনগুনাই সেইদিনাৰ ৰাগিণীটো আৰম্ভ কৰি দিলে। কাণত পৰিলেও প্ৰথমতে বোধকৰোঁ তেওঁ সংযোগ স্থাপন কৰিব পৰা নাছিল সুৰটো আৰু তাৰ কাৰ্য্যকাৰণৰ মাজত। দুটা কি তিনিটা অন্তৰাৰ পাচতহে ডেকাজন সচেতন হৈ পৰিল। আৰু তাৰ পিনে বিষ দৃষ্টি ঢালি থঙত তৎমুহূৰ্তেই খেলপথাৰৰ পৰা হনহনাই গুচি গৈছিল। সকলোৱে পৰা ধৰি ৰাখিব খুজিলেও ৰাখিব নোৱাৰা তাৰ উত্তাল হাঁহিটো ওলাই আহিছিল হঠাৎ। মানুহবোৰে কৌতুকেৰে এবাৰ তালৈ আৰু এবাৰ ডেকাজনলৈ চাই কোঢ়াল কৰি হাঁহিছিল।

: মই এনেদৰেই শিকিছিলোঁ। যিমানে আঘাত পাইছিলোঁ সিমানে জেদ এটা চাপিছিল মনত।

তাৰ অতীতৰ কথাবোৰ অভিভূতৰ দৰে নীৰৱ নিস্তব্ধ হৈ তেওঁলোকে শুনি

আছিল। উঠি অহা জোনটোৰ কেইপাতমান কাঁড় চাকিৰ পোহৰকো নিগনি বেৰৰ জোলোঙাৰে সোমাই এন্ধাৰ মজিয়াখনৰ অ'ত ত'ত পৰিছিলহি। আটাইকে নীৰৱ হৈ পৰা দেখি সি পুনৰ সুধিলে—

: কওক আপোনালোকৰ কি কথা আছে?

: আমাৰ কথাৰ বাবে সময় আছে ৰবচোন। আগেয়ে আপোনাৰ কথাবোৰ শুনি লওঁ।

: মোৰো আকৌ কথা! আজি কিছুদিনৰ আগতে দুপৰীয়া খাই বই উঠি মুহুদি কৰিবলৈ বুলি খয়নিখিনি মোহাৰিবলৈ লৈছোঁ। এনেতে অনিল চৌধুৰী নামৰ ল'ৰা এটা আহি ওলালহি। সি অহাটোত মই আচৰিত হোৱা নাছিলোঁ। কিয়নো কিবা কিবি অদ্ভুত স্বপ্ন কিছুমান লৈ সি প্ৰায় ইয়ালৈ আহে আৰু অনুপমাৰ সতে ঘণ্টাৰ পাচত ঘণ্টা ধৰি আলোচনা কৰে। এদিন হয়তো আহিব তাৰ চাইকেলখন আৰু অনুপমাৰ বাপতি সাহোন হাৰ্মোনিয়মটো বিক্ৰী কৰি সেই টকাৰে সহঅভিনয়ৰ দল এটা খোলাৰ, প্ৰস্তাৱ লৈ। আকৌ এদিন হয়তো আহিব চাহজাহান নাটকত আলেয়াৰ নাচটো শিকি লবলৈ। কিন্তু সেইদিনা সি অসময়ত আহিছিল; আৰু আহিছিল একেবাৰে এটা ভাবিব নোৱাৰা কাৰণত।

সি কৈ গৈছিল অনিলে সেইদিনা ক্ষোভেৰে কোৱা কথাবোৰ। তনিলে কেৱল সেই কথাখিনি কবলৈকে এনে অসময়ত আহিছিল।

ঘটনাটো হৈছিল এগৰাকী ডাঙৰ মানুহৰ মৃত্যু তিথি উপলক্ষে পতা এখন থিয়েটাৰক কেন্দ্ৰ কৰি। সি আছিল তাৰ উপদেষ্টা। থিয়েটাৰৰ দিনা মঞ্চত মৃতকৰ এখন লাইফ চাইজ ছবি আওজাই থৈ তাত ধূপ ধূনা নৈবেদ্য দিয়া হৈছিল। মৃতকৰ পুত্ৰই সেই ছবিখনৰ আঁৰতেই তাৰ আৰু নিজৰ ভাগৰৰ জুৰণি হিচাপে এবটল বিলাতী মদ আৰু এটা গিলাচ থৈ দিছিল। আৰু দুয়োজনে পাল পাতি আজৰি পালেই ছবিখনৰ আঁৰত বহি পৰম্পদটুপিৰ সদ্ব্যৱহাৰ কৰি হুইস।

থিয়েটাৰৰ কনচাৰ্টত সেইদিনাই প্ৰথমে সি প্ৰচলিত বাদ্যযন্ত্ৰ ব্যৱহাৰ নকৰি সহজতে পোৱা বস্তু কিছুমান ব্যৱহাৰ কৰিছিল। তাতেইতো অনিলহঁতৰ ক্ষোভ। এই অনুপম কনচাৰ্টটোৰ বিষয়ে আলোচনা নকৰি অঞ্চলৰ বয়সস্থ লোকসকলে আলোচনা কৰিছিল সিহঁত দুয়ো মদ খোৱাৰ বিষয়েহে। সি পাতল হাঁহি এটা মাৰি কলে—

: বুজিছে বকৰা দেউ, মোৰ কথা মোতকৈ বাটে পথে সেইসকলেহে বেচি কব

পাৰিব।

ঃ ৰবচোন আপোনাৰ মুখেদিয়ে উলিয়াই লওঁ। আপুনি খেলিছিল, আঁকিছিল, নাচিছিল, গাইছিল আৰু লিখিছিল। নহয় জানো?

ঃ আৰু অভিনয়ো কৰে।

গোপালৰ কথাত হয়ভৰ দি বৰুৱাই মূৰ দুপিয়ালে।

ঃ অঁ, অভিনয়ো কৰে। কিন্তু বহুতে এইবোৰ একো কৰিব নজনাকৈয়ে নৃত্য-গীত-সুকুমাৰ কলাৰ ওপৰত গুৰু গম্ভীৰ কথা কৈ ফুৰে মেলে মিটিঙে। ইপিনে আপুনি চোন নীৰৱ হৈ আছে একেবাৰে। আপোনাৰ মতামত অথবা আপোনাৰ ভৱিষ্যত ধাৰণা সম্বন্ধে দেখোন আমাক একোকে জনোৱা নাই।

ঃ ৰাইজক জনাবৰ বাবে মোৰ সুস্পষ্ট ধাৰণা এটা কৰি লব পৰানাই বাবেই জনোৱা নাই। অসমৰ সামগ্ৰিক ৰূপটো কি হোৱা উচিত কলা-সংস্কৃতিৰ ক্ষেত্ৰত সেই সম্বন্ধে মোৰ জ্ঞান একেবাৰে সীমিত।

তাৰ কথাষাৰ শুনি বৰুৱা একেবাৰে নিমাত নীৰৱ হৈ থমকি ৰ'ল। অনুপমাই সেই সুযোগতে চাকিটো আৰু অকণ ওচৰ চপাই লৈ আহিল। এইবাৰ মজিয়াত যেনি তেনি পৰা জোনাকৰ চিটিকনিবোৰ ম্লান হৈ পৰিল। বৰুৱাই বহুত পৰ নিৰবতাৰ পাচত কলে—

ঃ উনৈচ শ আঠাইশ চনত আপুনি বাৰু ক'ত আছিল?

ঃ কলিকতাত; কিয় বাৰু?

ঃ আপুনিতো উনৈচ শ ছাব্বিশ চনতে জিলাৰ ভিতৰত প্ৰথম হৈ ষ্টাৰ মাৰ্ক পাই মেট্ৰিক পাচ কৰিছিল। কিবা হেনো মেডেলো পাইছিল। সেই হিচাপে উনৈচ শ আঠাইশত আপুনি হয় আই এ নহয় আই এচ চি পাচ কৰিছে—নহয় জানো?

ঃ বিশ্বাস কৰিবনে বৰুৱা, জীৱনত কি পাচ কৰিলোঁ, কি পাচ নকৰিলোঁ সেই কথাবোৰ একেবাৰে মনত ৰখা নাই। জীৱনৰ আৰু বহুত কথাকে মই মনত ৰখা নাই। পাচ কৰা নকৰা এইবোৰ হ'ল মগজুৰ কথা, বুদ্ধিৰ কথা। মই কিন্তু মগজু বা বুদ্ধিতকৈ হৃদয়ৰ ওপৰত বেচি নিৰ্ভৰ কৰি চলোঁ।

ঃ সেইটো আপোনাক লগ পালেই বুজি পাবলৈ বাকী নাথাকে।

ঃ আপুনি উনৈচ শ আঠাইশৰ কথা কেলেই সুধিলে?

ঃ আঠাইশ চনত আপুনি জানো কছ নৃত্য পটিয়সী আনা পাভ্লোভাক লগ পোৱা নাছিল?

: অঁ সেইটো কথা। পাভ্‌লোভাক মই লগ ধৰিছিলোঁ। তেওঁ আছিল বিশ্ব বিখ্যাত নাচনী। মইও নাচিছিলোঁ সেই সময়ত। ভাবিছিলোঁ, তেওঁৰ পৰা শিক্ষা ললে কিজানি বিশ্বত নহলেও দেশতে বিখ্যাত হব পাৰোঁ। কিন্তু তেওঁ মোৰ নাক চকুৰ গঢ় দেখি আৰু এই প্ৰকাণ্ড চেহেৰাটো দেখিয়েই ভয় খালে---

আকৌ তাৰ সেই উত্তাল হাঁহি। এইবাৰ সি উঠি বহিল। আৰু হাঁহিৰ চকুপানীবোৰ মচি লৈ কলে—

: তেওঁ কি কলে জানে? তেওঁ কলে যে, ভাৰতীয় নৃত্যবিদৰ গুৰুৰ প্ৰয়োজন নাই। অজস্ৰ পুৰণি মন্দিৰ গাত্ৰত, ভগ্নাৱশেষত অলেখ অযুত নৃত্যৰ সমল বিদ্যমান। বুটলি ললেই হ'ল।

: আৰু সেইবাবেই আপুনি ফেস্ক' আঁকি ঘূৰি ফুৰিলে?

বৰুৱাই কথাষাৰ কোঁৱাৰ লগে লগে ব্যস্ত হৈ অনুপমাই মুখচৰ খুটাৰ গজালত আঁৰি থোৱা মোনা এখন নমাই আনি ঘুকটি ঘুকটি তাৰ পৰা পুৰণি পকা বন্ধা এক্সাৰচাইজ বহী এখন উলিয়াই বৰুৱাৰ হাতত দি কলে—

: এই খন চক চোন।

সি অনুপমাক নিৰস্ত কৰিবলৈ দিয়া মৃদু ধমকটো ভ্ৰূক্ষেপ নকৰি বৰুৱাই উদগ্ৰীব হৈ বহীখন মেলি পাতবোৰ লুটিয়াই চাই গ'ল। বিব্ৰত বোধ কৰি সি কলে-

: বাদ দিয়ক সেইবোৰ চাই লাভ কি? শান্তিনিকেতনত তিনি চাৰিটা মাহ একো কথাই নহয়। এসময়ত কিবা এটা মনৰ উচ্ছ্বাসত কৰিছিলোঁ। এতিয়া সেই উচ্ছ্বাসো নাই। চৰ্চাও নাই।

: অঁ এইটোচোন খোদ ৰবীন্দ্ৰনাথৰ হাতৰ লেখা—এনেছিলে সাথে কাৰে মৃত্যুহীন প্ৰাণ—

: এহ্ নহয়। সেয়া এজন বন্ধুৰ লেখা। আখৰবোৰ অৱশ্যে ৰবি ঠাকুৰৰ সতে কিছু মিলে। এতিয়া সেই বাজে কথাবোৰ বাদ দিয়কচোন, আচল কথালৈ আহক।

: আচল কথাটো এইবোৰেই। জীৱনত যিজনে বাজেমিকে কৰি ফুৰিলে, তেওঁৰ বেকগ্ৰাউণ্ড লবলৈ গলে বাজে কথা উকটিবই লাগিব।

: মোৰ বেকগ্ৰাউণ্ড শান্তিনিকেতন, পাভ্‌লোভা এইবোৰ নহয় নহয়? মোৰ বেকগ্ৰাউণ্ড হ'ল মনচিং, শুকৰাম, শনিৰাম, গোপাল ৰাভা, ৰাণীৰ ৰাজাপানী চান্দা গাওঁ—এইবোৰ হে। তেওঁলোকৰ তেজ আৰু সেই গাঁৱৰ মাটিৰ স্পৰ্শ

মোৰ ৎমনিত।

ঃ সেইবোৰ আপুনি দিব খোজা বেকগ্ৰাউণ্ড। আমি নলৰও পাৰোঁ। এই ধৰি লওক, উনচল্লিচ চনৰ ষোল মাৰ্চৰ দিনা। গ্লোৱ থিয়েটাৰত আপোনাৰ শিৱ তাণ্ডৱ নৃত্য দেখি উদয়শংকৰে আপোনাৰ শ্ৰেষ্ঠত্ব স্বীকাৰ কৰিছিল বুলি আমি জানো। সেই বেকগ্ৰাউণ্ডটোকে আপুনি দিব খোজা নাই।

ঃ আপোনালোকে জানেই যেতিয়া মোৰ দিয়াৰ কিবা প্ৰয়োজন আছে জানো? কিন্তু মই জনাত সেই কথাটো সিমান সত্য নহয়।

ঃ তেন্তে পূৰ্ণ বৰঠাকুৰে মিছা কথা কলে নেকি? তেখেততো আছিল আপোনাসকলৰ দলত। কনটিনেণ্টেল হোটেলত তেখেতৰ সাক্ষাততে উদয়শংকৰে স্বীকাৰ কৰিছে যে আপুনি শিৱ তাণ্ডৱত তেখেতকো চেৰ পেলাইছে।

ঃ সেইটো শিল্পীৰ মহানুভৱতা। চাওক, কথাটো কিয় সঁচা নহয় মই কৈছোঁ। উদয়শংকৰ বা মই কোনো শিক্ষানুষ্ঠানত নাচ শিকানাই। তেওঁ আছিল দৰাচলতে পোৰ্ট্ৰেট পেইণ্টাৰ আৰু মই গাইছিলোঁ আৰু খেলিছিলোঁ। আমি নৃত্য আয়ত্ত কৰিছিলোঁ নিজে নিজে। গতিকে তেওঁৰ শিৱ আৰু মোৰ শিৱ বেলেগ হোৱাটো স্বাভাবিক। মোৰ শিৱৰ ৰূপকল্পত বড়ো জাৰা ফাগ্লাৰ আৰু দাক্ষিণাত্যৰ দুই এক কৰণৰ স্পৰ্শ থাকিল। তেওঁৰটো আছিল মোৰটোতকৈ একেবাৰে স্বকীয়া। তাত এজনে আনজনৰ শ্ৰেষ্ঠত্ব স্বীকাৰ কৰাৰ প্ৰশ্নই নুঠে।

মনে মনে সি বিৰক্ত হৈ পৰিছিল। তাৰ মনৰ ভাবটো বৰুৱাও বোধকৰোঁ তলে তলে আন্দাজ কৰিছিল। তেওঁ হাঁহি হাঁহি কলে---

ঃ পৰিচয় পৰ্ব আমাৰ শেষ হ'ল। ৰবচোন, আপুনিচোন মোৰ কথা একোকে মুসুধিলে?

ঃ অঁ হয়তো। কওকচোন, আপুনি বাৰু চাহ ভাল পায় নে মদ ভাল পায় এই সময়ত?

কথাষাৰ সোধাৰ লগে লগেই তিনিও হাঁহিত কলৰোল কৰি উঠিল। অনুপমাই লগে লগেই পাকঘৰৰ পিনে যাবলৈ ওলাই কলে—

ঃ কোনোবাই আন কিবা ভাল পালেও ইয়াত চাহত বাদে একোৱেই হব নোৱাৰে। মই চাহ লৈ আহিছোঁ। গোপাল, তুমিও আহা, পাকঘৰত নহলে মই অকলশৰীয়া হ'ম।

দুয়ো যোৱাৰ পাচত বৰুৱাই কলে—

: আপোনাৰ মোৰ বিষয়ে আৰু কিবা প্ৰশ্ন আছে নেকি?

: নাইতো? কিয় বাৰু?

: মোৰ বিষয়ে জানিবলৈ?

: আপোনাকতো মই জানিলোৱেই?

বৰুৱাই ক্ষন্তেক পৰ তাৰ মুখৰ পিনে হতবাক হৈ চাই ৰ'ল। পাচত লাহে লাহে কলে—

: আপুনি মিটিং কেইখনমান মাৰিব লাগিব।

: ক'ত?

: দক্ষিণ কামৰূপত সম্প্ৰতি। ৰাণী বৰদুৱাৰ এইবোৰ অঞ্চলত ভীষণ দুৰ্ভিক্ষ হৈছে।

: তালৈ গৈ মুই কি কৰিম? মোৰতো ধন নাই যে, ধন বিলাই দি তেওঁলোকৰ দুৰ্গতিত সহায় কৰিম। কিবা এটা যাদুমন্ত্ৰ নাই যে, তেওঁলোকৰ শূন্য ভঁৰালবোৰ খাদ্যেৰে ওপচাই দিম!

: ধন নাই সঁচা, নহলে দিনৰ দিনটো ৰেলআলিত ঘোঁৰাআলাকেইটাৰ বাবে সেইদৰে কোনেও বৈ নাথাকে। আপোনাৰ কিন্তু আন এটা সম্পদ আছে।

: কওকচোন, কি সেই সম্পদ?

: যাদুমন্ত্ৰ।

তাৰ উত্তাল হাঁহিত নিজৰ পৰিবেশটোৱেঁ আনন্দ কলৰৱ কৰি উঠা যেন লাগিল। তেওঁ কিন্তু নিৰস্ত নহ'ল। হাঁহিৰ মাজতে শুনাকৈ মাতটো ডাঙৰ কৰি তেওঁ কলে—

: মই সঁচাকে কৈছো, আপোনাৰ যাদুযন্ত্ৰ আছে। আপুনি ওলাই আহক। দেখিব, গাৱঁৰ লক্ষ লক্ষ গৰীৱ সৰ্বহাৰাই আপুনি যিহকে কৰিবলৈ কব, তাকে কৰিবলৈ বিনা দ্বিধাই সমৰ সাজে ওলাব।

অনুপমা আৰু গোপালে চাহৰ গিলাচ লৈ ইতিমধ্যে পাকঘৰৰ পৰা ওলাই আহিছিল। সি অনুপমাক উদ্দেশ্য কৰি কলে—

: চোৱাচোন অনু, মোক বৰুৱাই এতিয়া ভুচুং পহু বনাব খুজিছে। মই গৈ তাত এতিয়া যাদুকৰ হৈ নাচিলেহে হব।

অনুপমাই কিবা কবলৈ পোৱাৰ আগতেই গোপাল দাসে উদ্বেলিত হৈ কলে তাৰ হাতত চাহৰ গিলাচটো দি।

: নাচিব দাদা ; আপুনি নাচি নাচি কাশীতভো নাট্যাচাৰ্য উপাধি লাভ কৰিছিল। আপুনি সভাই সভাই নাচি ফুৰিলে আমাৰতো কোনো সংগঠনৰেই প্ৰয়োজন নাথাকিব।

: হেৰা ভাই, তোমাৰ নামটো নওঠা গোপাল নে আৰু কিবা পোছাক পাত্তি আছেহে ?।

: আপোনাৰ বাবে মই মাত্ৰ গোপাল।

: তোমালোকে নো ক'ত শুনাহে এই গাজাখুৰি কথাবোৰ! মইতো কতো কোনোদিন নাট্যাচাৰ্য উপাধি লাভ কৰা নাই।

তাক বিৰক্ত হোৱা দেখি বকৰাই কলে—

: মানুহৰ উইছফুল থিংকিং বোৰেইতো প্ৰচাৰিত হয় বেচিকৈ। ইও নিশ্চয় তেনে এটাই হব ভেনেহলে।

তাৰ মনত পৰিছিল বেনাৰচ বিশ্ববিদ্যালয়ত অসমৰ জনদিয়েক ছাত্ৰৰ আশ্ৰয় লৈ থকা দিনকেইটাৰ কথা। ৰমণী শৰ্ম্মা, কালীনাথ শৰ্মা এনেদৰে তাৰ অসমীয়া ছাত্ৰ কেইজনমানৰ উদ্যোগত বিশ্ববিদ্যালয়ৰ নাটমঞ্চত বিষ্ণুৰাভা নাইট পতা হৈছিল। সেই অনুষ্ঠানৰ প্ৰধান সহায়ক আছিল অধ্যাপক কালেলকাৰ, অধ্যাপক মিশ্ৰ এনেদৰে স্থানীয় নাট্য সংঘৰ কেবাগৰাকীও গুণী সজ্জন ব্যক্তি।

অনুষ্ঠানৰ গুৰি ধৰিছিল আনন্দি ওজাই, যন্ত্ৰ সংগীতত আছিল একেশ্বৰ আনন্দ দত্ত, কেৱল তেওঁৰ বাঁহীটোৰে। আৰু নৃত্য পৰিবেশন কৰিছিল সি। অৱশ্যে আহুকালো কম হোৱা নাছিল। দৃশ্যপট নাই, সংগৎকাৰ নাই মুঠতে অনুষ্ঠানৰ এদিন আগলৈ একোৱে যোগাৰ হোৱা নাই। উদ্যোগীসকল হতাশ, সহায়ক সকল বিবুধিত। সি অৱশ্যে আছিল নিৰ্বিকাৰ।

আগদিনা গোটেই ৰাতিটো লাগি সি দৃশ্যপটখন আঁকি উলিয়ালে। পাচদিনা বাঁহীৰ থোপাটো লৈ সাতভুবন ভ্ৰমি ভ্ৰমি আনন্দ দত্তও আহি ওলালহি। দৃশ্যপট, সংগৎকাৰ হৈয়ে গ'ল। দত্তৰ বাঁহী আৰু ওজাৰ খুটিতাল অৰ্থাৎ মঞ্জিৰাই অপূৰ্ব সংগীত সমন্বয়ৰ সৃষ্টি কৰিছিল।

সি সেই দিনা প্ৰাণঢালি নাচিছিল—শিৱলীলা আৰু শিৱতাণ্ডৱ। দৰ্শকৰ উত্তাল অভিনন্দনে উদ্যোক্তাসকলক উল্লসিত কৰি তুলিছিল। আৰু সি ৰাতাৰাতি হৈ পৰিছিল স্থানীয় শিল্পী সমাজৰ মধ্যমণি। বাটে, পথে,

উৎসৱে, অনুষ্ঠানে অগণন গুণমুগ্ধজনে তাক জনাইছিল প্ৰত্যাৰ অকুণ্ঠ অভিনন্দন।

ইমানপৰে চিন্তাত বকৰাৰ প্ৰশ্নযাৰৰ সি উত্তৰেই দিয়া নাছিল। পুনৰ সুধিলে বকৰাই—

: কওক মিটিঙলৈ যোৱাৰ কি হ'ল ?

: কেতিয়াকৈ যাব লাগিব ?

: আজি পুৱঁতি নিশাত হব পাৰে, নহলে কালিলৈ গধূলি।

: নিশা, গধুলি এইবোৰ আকৌ কি সময় ?

: পাপ কাম এন্ধাৰত কৰাই মংগল। আমি সৰ্বহাৰাৰ হৈ যুঁজদিয়াৰ দৰে মহাপাপ কৰিবলৈ ওলাইছোঁ যে !

: যাম ৰাক। আহিব যেতিয়াই আহে।

বকৰাহঁত যাবলৈ সাজু হ'ল। অনুপমাৰ চিন্তাক্লিষ্ট মুখখনৰ পিনে চাই বকৰাই হাঁহি হাঁহি কলে—

: আপুনিও ওলাব।

: সৌজন্য ?

অনুপমাৰ অপ্ৰত্যাশিত শ্লেষজড়িত প্ৰশ্নষাৰে হঠাৎ চাবুকৰ কোবৰ দৰে কেউজনকে হতবাক কৰি দিলে। বিমূঢ়ৰ দৰে সুধিলে বকৰাই—

: মানে ?

: এইযে মোকো লগ ধৰিলে !

এইবাৰ দুখৰ সেমেকা হাঁহি এটা মাৰি বকৰাই কলে—

: অনুদেৱী, ঠিক এই মুহূৰ্ত্তত আমাৰ ইমান মানুহৰ প্ৰয়োজন যে, কাকো কেৱল সৌজন্য দেখুৱায়েই এৰি দিয়াত আমি নাই। কওক, যাব ? আমি সঁচাকে আন্তৰিকতাৰে মাতিছোঁ।

কথাষাৰ গুৰুত্ব পাতলাই দিয়াৰ ইচ্ছাৰে অপূৰ্ব ভংগীৰে অনুপমাই তাৰ পিনে চাই হাঁহি হাঁহি কলে—

: চকচোন বাক ? মইনো তালৈ মৰিবলৈ যাম কেলেই ?

: সৰ্বহাৰা জীৱন্মৃত সকলক সহায় কৰিবৰ বাবে।

: থওক ! আমাকেই সহায় কৰে কোনে ?

বকৰাই অনুপমাৰ কথাত নিঃসহায় হাঁহি এটা মাৰি যাবৰ বাবে থিয় হ'ল।

আৰু অনুপমাক জব্দ কৰিবৰ মনেৰে কলে—

: দিয়কচোন দেখৰাওক ঘোঁৰাআলাৰ পৰা আজি কিমান উপাৰ্জন কৰিলে ?

অনুপমাৰ মুখখনত যেন হঠাতে কোনোবাই ছাইহে সানি দিলে ! সি ভাইৰ অৱস্থাটো লক্ষ্য কৰি হাঁহিটো কোনোমতে চেপি ৰাখি বেলেগ পিনে চাই থাকিল ।

: কি নিদিয়ে নেকি ?

তেওঁৰ অৰ্থাৎ বৰুৱাৰ প্ৰশ্নৰ সুৰত কথাবাৰৰ তাৰল্য অনুভব কৰি ভাই সহজ হৈ কলে— .

: আমি আজি কিছুদিনৰ পৰা বাদ দিছোঁ সেই পইচা আনিবলৈ ।

: ইচ্ ইচ্ কিয় বাদ দিলে বাৰু ? ইমান দামী গধুৰ পইচা সেইবোৰ । তাত ঘোঁৰা আলাহঁতৰ ঘাম আছে, তেজ আছে, আৰু অজস্ৰ আশা আকাংক্ষা আছে । আৰু কি আছে জানে ?

: মই আকৌ কেনেকে জানো ?

: আৰু আছে এক মহান শিল্পীৰ জীয়াই থকাৰ বেদনা ।

সি বিব্ৰত বোধকৰি বৰুৱাক একৰকম ঠেলিযেই উলিয়াই লৈ আহিল ।

: বলক বলক আপোনাসকলৰ বহুত ৰাতি হৈ যাব । এতিয়াবা কিমান বাজিল ।

: ঘড়ী ঘড়া একো নাই নহয় লগত ।

বৰুৱাৰ কথাবাৰ আওকাণ কৰি গোপালক কলে সি—

: হেৰা গোপাল ভাই, ওপৰত আঁৰি থোৱা প্ৰকাণ্ড ঘড়ীটোলৈ চোৱাহে কিমান সময় হ'ল ।

গোপালে-লৰালৰি বাহিৰলৈ গৈ পুনৰ সোমাই আহি কলে—

: দাদা, ঘড়ী বন্ধ হৈ আছে, চাৰিওপিনে মেঘ ।

আকাশখন যে ইতিমধ্যে মেঘাচ্ছন্ন হৈ আহিছিল সিহঁতৰ কাৰো খেয়ালেই নাছিল । গোপালে খবৰটো দিয়াৰ লগে লগে বৰুৱাই খদমদম লগাই দিলে —

: বলক কমৰেড্, বৰষুণ পৰাৰ আগতে পাবই লাগিব গুৱাহাটী ।

বৰুৱাই গোপালক লৈ কোবাকুবিকৈ গুচি গৈছিল । জোনটোৰ ওপৰেদি কেইচকলামান পাতল মেঘ পাৰ হৈ গৈছিল । পশ্চিম পিনৰ পৰা

গুজৰি গুমৰি মেঘবোৰ ঘন হৈ আকাশখন ছানি আহিছিল। অনুপমাই স্বগতোক্তি কৰাৰ দৰে কলে—

: হৰেণ আজি নাহে নিশ্চয়।

সি অৱশ্যে আসন্ন বৰষুণ জাকৰ কথা ভাবি দেহমনত কিবা এক বুজাব নোৱাৰা ৰোমাঞ্চ অনুভৱ কৰিছিল। হৰেণ উভতি অহা-নহাৰ কথাটো তাৰ মনত তাৎপৰ্যহীন হৈ পৰিছিল।

---



গাঁৱে গাঁৱে সভা সমিতি কৰি জংঘলৰ বাটে বাটে পোনাই আহি ৰাণীৰ ৰাস্তাপানীচন্দা গাওঁ পাওতে গধূলি হৈছিল। দক্ষিণ পশ্চিম কোণৰ পৰা চৰকা চৰকি মেঘে আকাশখন আবৰি আহিছিল। গাওঁখনত সোমায়েই ৰোমাঞ্চিত হৈ পৰিছিল তাৰ মন। কিযনো তাৰ ককাক শনিৰাম মহাহাৰিয়ে ওঠৰশ ত্ৰিশ চন মানতে ইয়াৰে কৰবাত জন্মিছিল। ইয়াৰে কোনোবা চুকত শনিৰাম মহাহাৰিৰ বাপেক শুকুৰাম কছাৰীয়ে কৰবাৰ পৰা উঠি আহি ঘৰ পাতিছিলহি। আৰু সেই ঘৰৰ পৰাই সুখৰ মুখ দেখাৰ আশাত বৈ বৈ এদিন বিতৃষ্ণাত সমস্ত জলাঞ্জলি দি শনিৰামে মনে মনে পলাই গৈ একেবাৰে ঢাকাৰ ফৰিদপুৰত পুলিচত ভৰ্ত্তি হৈছিল।

কথাবোৰ ভাবোতে ভাবোতে গাওঁখনৰ প্ৰতি অণু পৰমাণুকে তাৰ বহু জনমৰ চিনাকি যেন লাগিল। গাওঁখনত সোমায়েই প্ৰথম যি ঘৰকে পালে তাতে সোমাই পৰিল। আৰু ঘটনাক্ৰমে তাৰ লগত অহা ডেকা এজন সেই ঘৰৰে আছিল। সি আহি গাওঁত সোমোৱাৰ লগে লগেই গঞাৰ মাজত বিপুল চাঞ্চল্যৰ সৃষ্টি হৈছিল। ঘৰ সোমাই ভালদৰে সি বহিবলৈকে পোৱা নাই, হাবিতলীয়া বাটেৰে আহি গাৱঁৰ চাৰিওপিনৰ পৰা মুনিহে-তিৰোতাই,

ডেকাই-গাভৰুৱে চোতাল-নঙলামুখ ভৰি পৰিলহি তেওঁলোকৰ 'ৰজা'ক এবাৰ চাই যোৱাৰ উদ্দেশ্যে।

মানুহবোৰ অহা দেখি সি পিৰালিৰ পৰা চোতাললৈ নামি আহিল আৰু হঠাৎ জুৰি দিছিল এটা গীত, কবিতা আবৃত্তি কৰাৰ দৰে উদাত্ত কণ্ঠত—

বিশ্বৰ ছন্দে ছন্দে
মহানন্দে আনন্দে নাচা
নাচা তমোহ্বিদেউ নাচা।

লাহে লাহে আবৃত্তিৰ কণ্ঠ সুৰীয়া হ'ল আৰু পৰিণত হ'ল এটা সুৰদি গীতত। মানুহবোৰে প্ৰথমতে নিৰ্বাক স্তব্ধ হৈ তাৰ পিনে চাই আছিল। পাচত এজন দুজনকৈ দৰ্শকে গীতত যোগ দিলে আৰু শেষত গোটেই জাক ডেকা গাভৰুৱে উৰাউল হৈ তাক চাৰিওপিনে আগুৰি ধৰি সুৰে সুৰে নচাত ব্যস্ত হৈ পৰিল। গীতটো শেষ হোৱাৰ খন্তেক পাচতে আকাশত মেঘে গুজৰি গুমৰি আহিছিল। প্ৰথমে এটোপাল দুটোপাল, শেষলৈ কলহৰ কাণেদি ঢলা যেন বৰষুণ পৰিছিল। মানুহবোৰ যেনি তেনি দৌৰি গৈছিল। তাক পিৰালিৰ পৰা ঘৰৰ গিৰিহঁতে ঘৰৰ ভিতৰলৈ মাতি নিছিল।

ঘৰৰ ভিতৰখন পোহৰ কৰি ৰাখিছিল নতুনকৈ ধৰা একুৰা জুয়ে। জুইকুৰাৰ ওপৰত ওলমি আছিল এটা ক'লা পিতলৰ টেকেলি। তলত খেৰৰ মথুৰা পাগে সতে এটা কলহ। ঘৰৰ গিৰিহঁতে তাক এই আয়োজনটোৰ বিষয়ে জনাবলৈ-কেই যেন কলে—

: মোমাই, অকণ গৰম পানী কৰিছোঁ।

সি তাৰ নতুনকৈ পতা আদৰণীয়া ভাগিনজনৰ মুখলৈ খন্তেক চাই ৰ'ল। সি জানে, এওঁৱেই ঘৰৰ গিৰিহঁত আৰু আন্দাজ কৰিলে মনতে, তাৰ লগত অহা ডেকাজন নিশ্চয় এওঁৰ পুতেকেই হব। সি অৱশ্যে আয়োজনটো ভাল নাপালে আৰু কলে—

: পানী বেচিকৈ গৰম নকৰিবি। অলপ কুহুমীয়া যেন হলেই চালিবি। নহলে বস্তুটো বেয়া হৈ যায়।

তাৰ কথাবাৰ শুনি গিৰিহঁতে সন্মুখত বহি থকা গাৱঁৰ মুখীয়াল লোক কেইজনৰে একেবাৰে সন্মুখত বহি থকাজনক টেকেলিটো নমাই মদখিনি চেকিবলৈ কলে পানীখিনি বেচি গৰম হৈ পৰাৰ আগতেই।

বাহিৰত বৰষুণ পৰিয়েই আছিল। পানীপোতাত শব্দ হৈ আছিল অবিৰাম।

তাৰ মনত পৰিছিল বছৰৰ প্ৰথমজাক বৰষুণ দিয়াৰ দিনা অনুপমাৰ দাবিত পৰি তাৰ সেই পুৰণি গানটো গোৱাৰ কথা—

মেঘুৰ মেঘৰ মাদল কোবাই
গগণ গগণা আলফুলে বাই
বিজুলী নটীৰ নাচোনটি চাই
ডেওদি ডেওদি নাচিম।
মোৰ জীৱনৰ আকাশতে
ইন্দ্ৰধনু গঢ়িম।
সাত ৰঙেৰে মীনা কৰাই
মৰমেৰে তৰিম ॥

বকৰা আৰু গোপালদাস যোৱাৰ আধাঘণ্টামানৰ পাচতে সেইদিনা ধাৰাসাৰে বৰষুণ নামি আহিছিল। অনুপমাই খাটৰ তলৰ পৰা বাপেকৰ দিনৰ পুৰণা হাৰ্মোনিয়মটো উলিয়াই বিছনাত তাৰ সন্মুখত দি দিছিল আৰু কৈছিল এটা গীত গাবলে। বছৰৰ প্ৰথম বৰষুণজাকক এটা গীতেৰে স্বাগতম জনাবলৈ। তাৰো মনটো অকণ ৰোমাঞ্চিত হৈ পৰিছিল। সি ভাবিছিল, এটা বৰষুণৰ গীত গাব। বাহিৰত বৰষুণ পৰে ধাৰাসাৰ, দুগালেদি বয় মোৰ চকুলো দুধাৰ— এই গীতটোৱে খুব উপযুক্ত হব। কিন্তু অনুপমাই শুনিব খোজে এটা বেলেগ গীত। মেঘুৰ মেঘৰ সেই গীতটোহে তাই শুনে। সেইদিনা ৰাতি হঠাৎ টোপনিতে কিবাকিবি বলকি তাই সাৰ পাই উঠিছিল। আৰু সৰু ছোৱালীৰ দৰে ফেকুৰী ফেকুৰী কান্দিছিল। বহুবাৰ কাকুতি মিনতি কৰাৰ পাচতহে সি তাইৰ পৰা জানিব পাৰিছিল কন্দাৰ কাৰণটো। তাই হেনো বেয়া সপোন এটা দেখিছিল। কিবা এটা কথাত হঠাৎ উত্তেজিত হৈ লোকনাথ বৰুৱাই হেনো উদ্যত দেগাৰ এখন লৈ তাৰ পিনে চোচা লৈছিল; হঠাৎ সি জানো কিদৰে বৰুৱাৰ ক'ত আঘাত কৰিলে, বৰুৱা দেখোন মাটিত বাগৰি পৰিল আৰু কিছুপৰ হাত-ভৰি আচাৰি মৰি থাকিল। সপোনটোৰ বৰ্ণনা দিয়েই ভয়ত কুচি মুচি তাৰ বুকুৰ মাজলৈ তাই সোমাই আহি তাক সুধিছিল—

: জানে লোকৰ ঘৰত মৰা দেখিলে হেনো নিজৰ ঘৰতে ফলিয়ায়। যদি হবেন বা আপোনাৰ কিবা হৈ যায়?

: ধেত্ আকৰি! সপোন সপোনেই। মানুহে বিশ্বাস কৰা মতে সপোন-

বোৰ সঁচা হোৱা হলে মইতো কাহানিবাই ত্রিভুবনৰ অধীশ্বৰ হলেঁাহেঁতেন।

: কিন্তু বেয়াবোৰ যে কলিয়ার বুলি কয় মানুহে ?

: মানুহে কয়, কিন্তু সপোন নকলিয়ায়।

: আপুনি সঁচাকে যাব নেকি বৰুৱাৰ লগত ? কালিলৈ যে কৰবাত যোৱাৰ কথা আছে ?

সি উত্তৰ দিয়া নাছিল। মাথোন তাইক টোপনি যাবলৈ কৈছিল অনর্থক চিন্তাবোৰ বাদ দি। তাই দ্বিৰুক্তি কৰা নাছিল। দীর্ঘশ্বাসো কঢ়া নাছিল। মাথোন তাৰ বুকুৰ মাজত আৰু বেচি ঘনিষ্ঠ, আৰু বেচি নিবিড় হৈ পৰম নির্ভৰেৰে সোমাই পৰিছিল।

: অই তই দেখোন শুয়ে পৰিলি ?

সি কোনোবাই তাকে উদ্দেশ্য কৰি কোৱা যেন পালে আৰু উচপ খাই উঠি ঘৰৰ মালিকৰ মুখলৈ চালে। মানুহবোৰে মালিকৰ কোলালৈ চাই আছিল। সি কথাষাৰ কাক কলে ধৰিব নোৱাৰি মালিকৰ কোলাৰ পিনেই চালে আৰু তেতিয়াহে কথাষাৰৰ অর্থ স্পষ্ট হৈ পৰিল তাৰ মনত। মালিকৰ কোচত প্রকাণ্ড নেউল এটা শুই আছিল। সি নেউলটোলৈ চোৱা দেখি মালিকে কলে—

: কৰবাৰ পৰা ভ্রমি ভ্রমি আহি ভাগৰ লাগিল হবলা, শুই পৰিছে। হেৰি নহয় মোমাই, নেউল পোহাটো ভাল নে বেয়া ? এইটো আমাৰ ঘৰ ওপজা। ইয়াৰ মাকজনীক কোনোবাই মাৰি খাই থলে। গাৱঁৰ মানুহবোৰ আগৰ দৰে নাইতো! বৰ বদমাচ হ'ল মানুহবোৰ আজি কালি। মোমাই নেউল পোহা বাৰু ভাল নে বেয়া ?

: ভাল, সাপ নাহে।

তাৰ কথা শুনি সন্মুখত বহি থকা আন এজন আদহীয়াই আতংকিত হৈ কলে—

: আবৌ, ৰাতিৰ কথা, দীঘল বুলি ক'। সেই নাম কাঢ়িব নাপায় বুলি কয় চোন ৰাতি, বুঢ়া মানুহবোৰে।

: দে হয়দে ; নেউল পুহিলে ঘৰত দীঘল নাহে বুলি কয়।

: কোনোবাই দেখোন কয়, বেচিহে হয় বুলি। নেউল পুহিলে বোলে পোহা মানুহ ঘৰক দীঘলে হিংসাহে কৰে।

: থ' থ' কি নিষিধ নিংধ কথাবোৰ উলিয়াই আছ। বাঘে খায় দেখি, দীঘলে খায় লেখি। কপালত লেখা থাকিলে নেউল পুহিলেও খাব, নুপুহিলেও খাব। হেৰি নহয় কমৰেড্ দীঘল লেখেৰীৰ সেইটো এৰিয়া কি কৰা হব।

মানুহজনৰ মুখখন সি ভালদৰে দেখা নাছিল পিচপিনে বহি থকা গুণে। চাকিৰ পোহৰটো ম্লান হৈ পৰিছিল। জুই কুৰাও নুমাই গৈছিল। সি চকু দুটা এহাতেৰে ছাঁ কৰি মানুহজনক লক্ষ্য কৰিলে। তাক তেনেকৈ চোৱা দেখি মানুহজনেই আগবাঢ়ি আহি বহি ললেহি জুইৰ কাষত। সি দেখিলে মানুহজনৰ বয়স তাৰ সমানেই হব যদিও তেওঁৰ মুখখন বুঢ়াৰ দৰে যেন দেখা গৈছিল। সি তেওঁৰ মুখলৈ চাই পাতল হাঁহি এটা মাৰি ওলোটা প্ৰশ্ন কৰিলে—

: আপুনি কি কৰাটো উচিত বুলি ভাবে?

: ধেত্ মোমাই, তাকে আকৌ তই আপুনি বুলি কৈছ কেলেই? সি মোৰ খুলশালিহে হয়। সি তোক শহুৰহে বুলিব লাগে আচলতে। সিহঁত দুয়ো গিৰিহঁতৰ কথাটো আওকাণ কৰি খন্তেক পৰ চিন্তা কৰি ললে আৰু মানুহজনে নিজকে কোৱাৰ দৰে কলে—

: দিলে, ভকতেই দিব পাৰে। তাৰ দুটা ভঁৰাল ধানে খুন্দ খাই আছে। কিন্তু অনাটনত পৰা মানুহে ধাৰে ধৰিবলৈ গলে মাটিকে খাবলৈ কয়। বৰ গৰ্ব্বী মানুহজন। হবই। আজিনো কেইটা বছৰ আগৰ কথা! তাৰ ভাং ভাজি খাবলৈ খোলা এখন নাছিল ঘৰত। এতিয়া আকৌ দৈয়াংখন তাৰেই মাটি। আমাৰ চকুৰ আগতে মগনীয়াৰ পৰা মহাজন হৈ পৰিল।

: ৰাইজ যুক্তি হৈ লওক। বেলেগ বেলেগ যাব নালাগে। এজনৰ নেতৃত্বত গৈ আটায়ে ধান ধাৰে খোজক। দিলেতো ভালেই, নিদিলে ৰাইজে নিজেই লৈ আহিব। দীঘল লেখেৰীৰ দীঘলটিক তেনেদৰেই কাবু কৰিব লাগিব।

তাৰ কথাষাৰ শেষ হোৱাৰ লগে লগেই ভকতৰ দীঘল নামটো যে ৰজিতা খাই পৰিছে তাকে লৈ খন্তেক ৰগৰ চলিল। মানুহবোৰৰ হাঁহিৰ মাজতে ডেকা ল'ৰা কেইজনমান সোমাই আহিল। সি সন্মুখত থকা মদৰ বাতিটো সন্তৰ্পনে গাৰ আঁৰ কৰি থৈ দিলে। আৰু সপ্ৰশ্ন দৃষ্টিৰে তাঁহাতলৈ চালে। সিহঁত কিন্তু চুচুক চামাক কৰি পিচপিনেহে বহি ললে। সিহঁতৰে এজনে কলে—

: এইবোৰ নেতা বাচোতে চাব আকৌ যাতে গোসাইৰ দৰে নেতা দিয়া নহয়।

: কোন গোসাই ?

আদহীয়া এজনৰ প্ৰশ্নটোৰ উত্তৰ কোনোবাই দিয়াৰ আগতেই, সি টপৰাই মাত দিলে—

: এহ্ নামটো কেলেই আকৌ ? আচলতে গোসাই মহন্ত বোলাই সমাজত টিঘিলঘিলাই ফুৰা মানুহ সাধাৰণতে আমাৰ আন্দোলনৰ সতে খাপ খাব নোৱাৰে। তোমালোকে বেলেগ নেতৃত্ব দিয়া। বাচা ভাল মানুহ।

: নেতানো কাক বাছিম আমি তই থাকোতে। না কি কৱ তহঁতে ? কথাষাৰ কৈয়ে গিৰিহঁতে সম্মতি বিচাৰি আটাইৰে মুখলৈ চালে। তেওঁলোকে আগ্ৰহেৰে গিৰিহঁতৰ কথাত হয়ভৰ দিলে। সম্মতি পোৱাৰ আনন্দতেইনে তেওঁৰ কথাৰে তাক জব্দ কৰিব পৰাৰ উল্লাসতে গিৰিহঁতে ইমান ডাঙৰ এটা হাঁহি মাৰিলে যে তাৰ শব্দই নিশ্চয় ওচৰৰ পাহাৰত বিকট চিঞৰেৰে চৰিফুৰা শুগৰি পহুকেইটাকো আতংকিত কৰি তুলিছিল। কিয়নো হাঁহিটো মাৰ যোৱাৰ লগে লগে পাহাৰখনো নিস্তব্ধ হৈ পৰিছিল।

এতিয়াহে ডেকা লৰাজনে কবলৈ যেন সুযোগ পালে এনেদৰে জুইৰ গুৰিলৈ আগবাঢ়ি আহি দ্বিধাহীন ভাবে কলেহি—

: নেতৃত্ব আবোৰেই লব লাগিব। আমি ইতিমধ্যে ভাবি চাইছোঁ, আপুনি তাৰ নেতৃত্ব নললে লওতা আৰু কোনো নাই।

সি একো নকলে; মাত্ৰ নীৰৱ হাঁহি এটা মাৰি ডেকাজনৰ কোমল মৰম লগা মুখখনলৈ চাই ব'ল। তলমূৰ কৰিয়েই আকৌ কলে ডেকাজনে—

: বাৰু আবো, আমাৰ গাৱঁৰ মাটি বিলাক আমাৰ আতা পিতাহঁতেই ভঙা। এতিয়া জমিদাৰৰ হ'ল। কিন্তু আইনমতেইতো হ'ল ! লুকাই চুৰকৈ লোৱা নাই ! সেই মাটি আমাৰ তালৈ ঘূৰাই আনিব লাগিলেওতো আইনমতেই আনিব লাগিব ?

: অঁ হয় দেচোন ! কচোন বাৰু তই আগতে কি কব খুজিছ ? আদহীয়া গিৰিহঁতে যুঁজিবলৈ ফোৰোহনি মৰা ষাড়টোৰ দৰে ডেকাজনৰ বক্তব্য শেষ হোৱালৈ বৈ থাকিল। ডেকাই কলে সেমেনাসেমেনি কৰি—

: আজি আবোৰেতো আকৌ মিটিঙত কলে আইন ভাঙিবলৈ ? ডেকাৰ কথা শেষ হোৱাৰ লগে লগেই গিৰিহঁত গুজৰি উঠিল—

: আইন ! আইন ! আইন ! তই বালৰ পুতেকে কিমান আইন জান অ' ? আমি তেজক পানী কৰি বোকাই পানীয়ে, ৰ'দক ৰ'দ নুবুলি, বৰষুণক বৰষুণ

মুবুলি জোকৰ কামোৰ খাই, ডাঁহৰ বিন্ধা খাই, বাঘ-ভালুকৰ লগত যুঁজি মাটি ভাঙি উলিয়াম, আৰু সিহঁতে আয়ম কৰি চহৰত ঘৈণীয়েকহঁতৰ সতে হাৰা খাই মাটিটো মনে মনে কাৰচাজি কৰি নিজৰ নামত তুলি লৈ জমিদাৰ চেলাই ভৰিৰ ওপৰত ভৰি তুলি খাব। সেইটো বৰ আইনৰ কথা হ'ল নহয়? আমি এতিয়া নিজৰ মাটি ঘূৰাই লবলৈ যোৱাটো হ'ল অপৰাধ! তই জান জানো, এই মামাহঁতৰ উপৰিপুৰুষৰ ঘৰ যে ইয়াতে আছিল? পাচত মামাহঁতৰ আতাৰ পিতাকে যে কি দুখত ঘৰবাৰী এৰি থৈ চিপাহী হৈ মৰিবলৈ গৈছিল; সোধচোন মামাকে। কথা কলে জানি বুজি কৰি। হেৰৌ কথাৰ নাপাৰ আলু তালু, চোবাই মৰ মৌ-আলু। অ' লমতো আমি! দেশৰ আইনে যেতিয়া সিহঁতৰে হৈ মাত মাতে আমাৰ উপায় কি? আইন ভংগ কৰি হলেও লম। কৰক। কোনে কিমান কেচ কৰে কৰি থাকক। নে মোমাই কি কৱ।

জুহালৰ অলপ আঁতৰত বেৰৰ কাষত আঁৰি থোৱা এৰীপলুৰ ডাঁৰডাললৈ সি নিনিমেষ দৃষ্টিৰে চাই আছিল। টুপ টুপ কৰি পলুৰ লাদ পৰা শব্দবোৰ তাৰ ভাল লাগিছিল প্ৰথমে। শেষত কিন্তু তাৰ দৃষ্টি নিবদ্ধ হৈছিল খাবলৈ দিয়া এৰা পাতৰ একেবাৰে ঠাৰিত উঠি লিউলিয়াই থকা অকলশৰীয়া পলু এটাৰ ওপৰত। তাৰ আৰু পলুটোৰ ভৱিষ্যত এক অদৃশ্য সূত্ৰত গঁথা যেন অনুভৱ হৈছিল তাৰ। কেইদিনমানৰ পাচতে পলুটো নিশ্চয় পকিব আৰু নিজৰ সৃষ্ট সূতাত নিজে বান্ধ খাই চিৰদিনৰ বাবে লুপ্ত হৈ পৰিব। বোধকৰোঁ সেই পলুটোৰ দৰেই নিজে সৃষ্টি কৰা সমস্যাৰ বেৰাজালত আবদ্ধ হৈ তাৰো এদিন নিঃশেষ হৈ যোৱাই সাৰ হ'ব।

পলুটোৱে কিছুপৰ লিউলিয়াই ওপৰলৈ উঠাৰ যত্ন কৰি ঠাৰিৰ খোপনি এৰি দি তলত সৰি পৰিল। হঠাৎ তাৰ গাটো জিকাৰ খাই উঠিল। এনেতে গিৰিহঁতৰ প্ৰশ্নষাৰো তাৰ কাণত পৰিল। সি তেওঁৰ বহু কথাই শুনা নাছিল। কিন্তু ডেকাজনৰ কথা কেইটা মনত আছিল। কাজেই বিশেষ একো নকৈ চুটি মন্তব্য এষাৰ দি দায় এৰা হাঁহিটো মাৰি আকৌ চিন্তাৰ অঠাই সাগৰত বুৰ গ'ল।

ইমানদিনে সঞ্চিত হৈ থকা তাৰ অৱচেতনাৰ মণিকূটৰ পৰা স্মৃতিৰ অজস্ৰ পাপৰি ওলাই আহিছিল। সি মনতে নামবোৰ মনত পেলাই গৈছিল—সি, তাৰ পিতাক গোপাল, তেওঁৰ পিতাক শনিৰাম মহাহাৰি, তেওঁৰ পিতাক শুকুৰাম কছাৰী আৰু পিতাকৰ পিতাক মনসিং কছাৰী। এক সুদীৰ্ঘ বিস্মৃত ইতিহাস। গৃহস্থ ভাগিনে পিচে ঠিকেই কৈছিল। বৰ দুখত শনিৰাম মহাহাৰিয়ে

ঘৰৰ পৰা পলাই গৈ ফৰিদপুৰ পাইছিল গৈ। আৰু তাত চিপাহীত ভৰ্ত্তি হৈছিল।

কেৱল তাৰ ককাক শনিৰাম মহাহাৰিয়ে নহয়, আৰু গৈছিল কেৰাকুছিৰ বলো বসুমতাৰীৰ উপৰিপুৰুষ যজ্ঞ বসুমতাৰী, দুধনৈ খাৰা লালপাৰাৰ নবকিশোৰ বসুমতাৰী, বেলবং চুবাদাৰ—এনেদৰে শই শই গৰীব কৃষক-সন্তান। এই সাধাৰণ কৃষিজীৱি মানুহবোৰ আছিল ইংৰাজে নতুনকৈ প্ৰবৰ্ত্তন কৰা মুদ্ৰানীতিৰ বলি। সিহঁতৰ এই নীতিৰ প্ৰভাৱত প্ৰশাসন কেন্দ্ৰবোৰত সিহঁতক আশ্ৰয় কৰি এক শ্ৰেণী মধ্যবিত্তৰ জন্ম হৈছিল। আৰু গাৱঁৰ কৃষিজীৱি সমাজ পৰিণত হৈছিল সৰ্বহাৰাৰ সমাজত। মধ্যবিত্ত নগৰাশ্ৰয়ী লোকসকলে ইংৰাজৰ তলত চাকৰি-বাকৰি অথবা ঠিকা-ঠুকলি কৰাৰ ফলত হাতত জমা হোৱা মুদ্ৰা বিনিয়োগ কৰিছিল কৃষক শোষণৰ অস্ত্ৰস্বৰূপে। কেৱল মুদ্ৰাই নহয়, সাম্ৰাজ্যবাদী শোষক প্ৰভুৰ ছত্ৰছায়াত লাভ কৰা বিভিন্ন নতুন শোষণ কৌশলো সিহঁতে প্ৰয়োগ কৰিবলৈ দ্বিধাবোধ কৰা নাছিল। সিহঁতৰ সহায়কৰূপে গাঁৱে ভুঞে বিয়পি পৰিছিল ধূৰ্ত্ত নিৰ্দয় দালালবোৰ। আৰু তাৰ পৰিণতি স্বৰূপে হেজাৰ হেজাৰ কৃষিজীৱি পৰিয়ালে হেৰুৱাবলগীয়াত পৰিছিল তেওঁলোকৰ একমাত্ৰ সম্বল শেষ আশ্ৰয়স্থল মাটি ডৰাকো। আৰু ছিন্নমূলৰ দৰে নিৰুপায় হৈ চিকাৰূপৰ সন্ধানত ঘৰ-পৰিয়াল-পৰিজন এৰি থৈ ওলাই আহিছিল শনিৰাম মহাহাৰিহঁত। সি গভীৰ চিন্তাত নিমগ্ন হৈ পৰিছিল। তাৰ পুৰণি ঘৰ সেই অঞ্চলতে বুলি জনাৰ লগে লগে ডেকা কেইজনৰ মুখ অযুত প্ৰশ্নেৰে উদগ্ৰীৱ হৈ উঠিছিল; কিন্তু তাৰ গহীন নীৰৱতাক আঘাত কৰিবলৈ কোনেও সাহস কৰা নাছিল। অৱশ্যে সি খন্তেক পাচতে পৰিবেশৰ প্ৰতি সচেতন হৈ পৰিল। সন্মুখৰ মানুহ কেইজনৰ কৌতুহলেৰে উদ্দীপ্ত হৈ উঠা মুখবোৰলৈ খন্তেক থমকি ৰৈ চালে। আৰু পৰিবেশটো পাতল কৰি তুলিবৰ বাবেই পিচপিনে নীৰৱ নিৰ্বিকাৰ হৈ বহি থকা ডেকাজনক উদ্দেশ্যে কৰি সুধিলে—

: অই চাওঁ তোৰ মুখখন। তোৰ নামটো কি বুলি কৈছিলি ?

: মোৰ নামটোতো ইমান পৰে আপুনি সোধাই নাছিল ?

: এতিয়া সুধিলোঁ। দেচোন।

: মোৰ নাম প্ৰতাপ। প্ৰতাপ ৰাভা।

: ঘৰ ক'ত ?

: কুলচী থানোপাৰাত।

ইতিমধ্যে ডেকা ল'ৰা জন আগবাঢ়ি অহাত চাকিৰ পোহৰত তেওঁৰ মুখখন স্পষ্ট হৈ পৰিছিল। ধুনীয়া মুখখন দেখি তাৰ মৰম লাগি গৈছিল। এনেয়ে ধেমালিৰ ছলতে সি সুধিলে—

: তই দেখোন ইমান পৰে মোৰ লগত কথাকে পতা নাই!

: কথা পাতিবলগীয়াতো একো নাই। আৰু পাতিবলগীয়া খিনিতো আপুনি পাতিছেই।

: তেনেহলে মই পতা কথাবোৰ তই মানি লোৱা নাই।

: মানি লোৱানাই মানে? সৰ্বান্তঃকৰণে মানি লৈছোঁ, আৰু সেইবাবেই মোৰ নতুনকৈ পাতিবলগীয়া কথা একো নাই।

: তই কিমানলৈ পঢ়িছিলি বাৰু?

: মেট্ৰিক পাচ কৰিছিলোঁ।

সি খন্তেক থমকি ৰ'ল। মনে মনে আশ্বস্ত হ'ল যে, তাৰ এই কেইদিনৰ ঘূৰাঘূৰিবোৰ অন্ততঃ অথলে যোৱা নাই। কৃষক সমাজত এনে এজন ডেকা ল'ৰা মহাৰ্ঘ সম্পদ। সি সন্তৰ্পনে আকৌ এবাৰ ল'ৰাজনৰ মুখলৈ চালে। কথাবোৰত সেই আজন্ম বিপ্লবী লোকনাথ বৰুৱাৰ দৰেই এটা বেপৰোৱা বেপৰোৱা ভাব। চালচলনত অৱশ্যে অকণ ছোৱালী ছোৱালী যেনো লাগে। সি কিবা এবাৰ সুধিব খোজাৰ আগতেই তেৱেঁই সুধিলে—

: আবৌ, বৰচুৱাৰৰ পিনে নাযায় নেকি? তাততো পাঁচজন মৰিছে এতিয়ালৈকে খাবলৈ নাপাই। পৰহিত এজন মৰিল। সি পক্ষৰ মতে কিন্তু সেইবোৰ চব গ্ৰহণী ৰোগত মৰা।

তেওঁৰ হাঁহিটো নীৰৱ যদিও সমগ্ৰ মুখ চকু উদ্ভাসিত হৈ উঠিছিল কথাষাৰ শেষ কৰাৰ লগে লগে। সি তেওঁৰ মুখলৈ চাই থকা দেখি ডেকাজনে আড়ষ্ট হৈ তলমূৰ কৰিলে। সি কলে—

: কালিলৈ যোৱাৰ কথা আছে। গোবিন্দ কলিতাও আহিব।

: মই আচলতে সেই খবৰটোৰ বাবেই আহিছিলোঁ। মই এতিয়া যাওঁ আবৌ।

: কলৈ?

: তালৈ কেই যাম। আগধৰি গাৱঁত ব্যৱস্থা কৰোঁগৈ।

: ইমান এন্ধাৰত? আৰুচোন বৰষুণো দি আছে! কেনেকৈ যাবা? আজি ৰাতিটো থাকা মোৰ লগতে। কালিলৈ পুৱা একেলগে যাম।

ডেকাজনে হাঁহি হাঁহি সহজ হবলৈ চেষ্টা কৰি কলে—

: আৰো আপুনিয়েতো কৈছিল, পোহৰ ব'দ এইবোৰ সৰ্বহাৰাৰ কাৰণে নহয়। আমাৰ বাবে এন্ধাৰ বৰষুণ এইবোৰেহে শুৱায় বুলি।

কথাষাৰ কৈয়ে তেওঁ যাবলৈ বুলি উঠিল। কাষলতিৰ চেপাত থকা কাকতৰ টোপোলাটো তাৰ চকুত পৰাত সি ল'ৰাজনক আৰু কিছুপৰ ৰখোৱাৰ বাবে অজুহাত এটা পাই কিবা পেপাৰ আছে নেকি বুলি সুধিলে।

: আজি 'লাল নিচান' খন পাইছোঁ।

: দিয়াচোন খন্তেক চাই লওঁ। অলপ ৰোৱা তুমি।

: আপুনি ৰাখি থক, মই পঢ়িলোঁ।

কাকতখন তাৰ হাতত দি বাহিৰৰ কিনকিনীয়া বৰষুণ আৰু ঘিটমিটীয়া এন্ধাৰৰ মাজত প্ৰতাপ অদৃশ্য হৈ গ'ল। সি মোহমুগ্ধৰ দৰে হাতত কাকতখন লৈ একদৃষ্টে চাই থাকিল জুইকুৰাৰ পিনে। গৃহস্থজনে সমুখত বহি থকা ডেকা-ল'ৰা কেইটালৈ চাই কলে—

: দেখিলি, চেঙেৰা এনেহে হব লাগে!

তাৰ পিনে চাই তেওঁ আকৌ কলে—

: মোমাই, আমাৰ এই খণ্ডৰ গাৱঁৰ ভিতৰত ই যেনে বিদ্বান, তেনে সাহসীও। স্বভাৱ চৰিত্ৰও ভাল। পিচে ঘৰৰ অৱস্থাহে হীন হ'ল। পঢ়াত ই কম ভাল আছিল! পৰীক্ষাত সদায় সকলোতকৈ আগ হয়।

: মেট্ৰিকো সি ফাৰ্ষ্ট ডিভিজনত পাচ কৰিছে।

আন এজন ডেকাই কথাষাৰ কোৱাৰ লগে লগে গৃহস্থই ভেঙুচালি কৰি কলে—

: পিচে তই পণ্ডিতে কি কৰিলি? বাৰে বাৰে পৰীক্ষা দি কালি আছ! সি ভালকৈ পাচ কৰিও তাৰ অৱস্থা হীনগুণে পঢ়িব নোৱাৰিলে। তোৰ অৱস্থা ভাল দেখি বাৰে বাৰে একেটা পৰীক্ষাকে দি কালি আছ বাপেৰৰ ধন খৰচ কৰি।

কথাকিটা নিজৰ ভাগে কৈয়ে ভিতৰৰ পিনে ভাত বন্ধা হ'ল নে নাই সুধি আটাহ পাৰিলে। হোৱা বুলি জানিব পাৰি বহি থকা গাৱঁৰ মানুহ কেইজনকো খাই যাবলৈ কলে।

তলমূৰ কৰি ভাত খাই কিবাকিবি আকাশ-পাতাল ভাবি থাকোতে ঘৰৰ

গাভৰু-ছোৱালী জনীলৈ ইমান পৰে যে তাকেই উদ্দেশ্য কৰি কথাষাৰ কৈ আছিল, সি মনেই কৰা নাছিল। সি কথাষাৰ ভালদৰে ধৰিব নোৱাৰি মৰম সনা হাঁহি এটা মাৰি সুধিলে—

: কি কলি তই মাইছানা ?

: আবোৱে মোক খুব ভাল এটা গান শিকাই থৈ যাব লাগিব।

: দে শিকাম দে, এটা ভাল নাচকো শিকাই থৈ যাম।

ছোৱালীজনীৰ অনুৰোধষাৰ শুনি তাৰ হঠাৎ মনলৈ আহিছিল বহুদিনৰ আগতে কলিকতাৰ এঘৰ মানুহৰ তাত এনে এটা অনুৰোধকে কেন্দ্ৰ কৰি ঘটা সৰু ঘটনাৰ কথা। ঠিক এনেদৰেই সেইদিনাও সি সেইঘৰ মানুহৰ ভাত খাবলৈ বহিছিল। অৱশ্যে সেইদিনা সি আমন্ত্ৰিত হৈ গৈছিল। ঘৰৰে মজলিচত গান গাই উঠি সিহঁত খাবলৈ বহিছিল। এনেতে ঘৰৰ গিৰিহঁত কৰবাৰ পৰা আহি পালেহি। তেওঁ আহিয়েই অনুযোগৰ সুৰত কলে যে, তেওঁ আহি পোৱাৰ আগতে খাবৰ হলেই, তেওঁ কিন্তু এটা গান শুনিবলৈ নাপালে তাৰ। তাৰ মনত এনেহে লাগিল যেন, ঘৰৰ আটাইকে গান শুনাই তৃপ্ত কৰাৰ পাচতহে তাৰ খোৱাৰ অধিকাৰ লাভ কৰাৰ কথা !

কথাষাৰ শুনাৰ লগে লগে তাৰ মুৰত সেই গৰম তেজ খোলোকা ছলক্ কৰি উঠিছিল। সি তৎক্ষনাৎ আধা খোৱা থাল এৰি থৈ মুখ ধুই কাকো মাতবোল নকৰাকৈ তাৰ পৰা গমগমাই গুচি আহিছিল।

সেই মুহূৰ্তত কিন্তু ছোৱালীজনীৰ মুক্ত অনাড়ম্বৰ অনুৰোধষাৰত সি অনুভৱ কৰিছিল এটা আপোন আপোন ভাৱ। তাইৰ অনুৰোধৰ প্ৰতি উদাৰ সঁহাৰি জনোৱাৰ বাবে সি হৈ পৰিছিল উন্মুখ।

: তাৰা ব্যংগৌ না-ন্থুং ? তাৰা পাৰনে তই ?

: বংগৌ।

অদ্ভুত এটা উলাহত দীঘলীয়া সুৰেৰে কথাষাৰৰ উত্তৰ দি তাই বেৰৰ আঁৰত লুকাই পৰিছিল। সি পুনৰ সুধিলে ৰাণী অঞ্চলৰ থলুৱা ঢঙত—

: তোৰ নাম কি অ'ই নাতিনী ?

: পটেইচেৰী।

বেৰৰ জোলোঙাৰে অকণ মুখখন উলিয়াই কলে।

: একেবাৰে সাইলাখ পটেশ্বৰী নে পটেশ্বৰীয়েই। অ'ই ভোলাগঞ্জা বজাৰ

পটেশ্বৰীনে ? তাৰ মন্তব্যবাৰত গৃহস্থ ভাগিনে নিজকে কোৱাৰ দৰে কলে—কি দৰে মানুহৰ একাল সুখ হলে একাল দুখ হয়। এদিন পূৰ্ণিমা হলে এদিন আউসী হয়। তেওঁলোকৰ অঞ্চলৰ এই ভোলাগঞ্জ বজাৰে এসময়ত কি প্ৰতাপ ! কিন্তু এতিয়া ? তাৰ ঘৰ পৰি ৰ'ল। অথই অবই সম্পত্তি পৰি ৰ'ল ; বংশৰ নাম কৰলৈ এটা প্ৰাণী নোহোৱা হ'ল। ক'ৰ সম্পত্তি ক'ৰ বাৰ বঙালে খালে তাৰ ঠিক ঠিকনা নোহোৱাত পৰিল।

বজাৰ পটেশ্বৰী পাতলীওতো কম সৌন্দৰ্য্যৰ অধিকাৰী নাছিল ! নহলেনো সুদূৰ আৰবৰ পৰা অহা সংসাৰত্যাগী, নিৰ্লোভ জিতেন্দ্ৰিয় পীৰ এগৰাকীও তাইৰ ৰূপৰ জালত বন্দী হয়নে ?

: কি গৃহস্থালি কি হৈ গ'ল ! মোমায়ে আমাৰ ঝগৰু ঢুলীয়াক চিনি পায় নহয় ?

: জানো কোন ঝগৰু ঢুলীয়া ?

সি আচলতে অলপ অন্যমনস্ক হৈ পৰিছিল। গৃহস্থই আকৌ কলে—

: সেই যে বগা থোলোকাকে ? কালিৰ মিটিঙতো সি আছিল বোলে ! আমাৰ এই খণ্ডততো সিয়ে প্ৰথম গোবিন্দ কলিতা, বস্তী মহাজন, নবীন চাই-কেল মেকাৰ এই সকলৰ লগত লগ লাগি কমুনিচ কৰি ফুৰা।

: অঁ, কি হ'লনো তেওঁৰ ?

: সি ঢুলীয়াৰ গাইনতো ? মানে ঢুলীয়া শিকায়। সি পালা কৰিলে এটা গীত গাইছিল—বংশীধৰেৰ মেলচ'ৰাটা, কতটা ধ্বসিয়া গেছে, কতটা ফস্কিয়া গেছে—বুলি। আমি সৰু সৰুতে দেখিছিলোঁ। বংশীধৰ চৌধুৰী জমিদাৰৰ অৱস্থা। কি গম গমীয়া ঘৰ-দুৱাৰ-মানুহ ! আমাৰ চকুৰ আগতে খাব নোপোৱা কঙাল হৈ গ'ল। ভোলাগঞ্জ বজাৰ দৰেই তাৰ দশা হ'ল।

: তোমাৰ আইটিজনীৰো পাতলীৰ দৰেই ৰূপ হৈছে। তাইৰ দৰা মই চাই দিম। কি কৰ অ' নাতিনী ?

: আমাৰ এইজনী ? মুখখন গোবৰ পেলোৱা খদা হেন ; দাঁত যেন গু পেলোৱা কোদালহে একোখন ! যিহে পটেইচেৰী ! আমাৰ মায়ে থৈছিল নামটো। ছালখনৰ ৰং দেখিয়ে বুঢ়ী ভোল গৈছিল। এতিয়া ভগবানে কৰিলে দিওঁ ৰহচোন কৰবাত ! এক মঙলবাৰে নি ফিৰা মঙ্গলবাৰে তাইক ঘূৰাই দি যাবহি জোৱায়ে।

সি হাঁহি হাঁহি তাই থ'ত মুহূৰ্তৰ আগতে ৰৈ আছিল তালৈ চাইছিল।

অৱশ্যে পিতাকৰ তৰল কৰ্কৰ্থনাবোৰ শুনিবলৈ তাই বৈ থকা নাছিল। তাই ইতিমধ্যে আলহীৰ বিছনা কৰিছিল। তামোল-চালি যতনাই থৈ দিছিলহি জুহালৰ ওচৰত। সি জুহালতে বহিবলৈ লৈছিলহি খাই উঠাৰ পাচত।

বাহিৰত তেতিয়া বৰষুণ নাছিল। ওচৰৰ পাহাৰখনত ক'ৰবাত কোনোবা পিনেদি কোবাল জুৰি এখন নামি অহাৰ শব্দ হৈ আছিল। আকাশখন ছানি ধৰা ডাৱৰে চাৰিওপিনে নমাই দিছিল এক গম্ভীৰ বিষণ্ণতা। তাৰ মনটোও গধূৰ, জঠৰ হৈ পৰিছিল। সি কষ্টেৰে চিন্তা কৰিবলৈ চেষ্টা কৰিছিল পিচদিনাখনৰ কৰ্ম্মসূচী সম্পৰ্কে। দীৱললেখেৰী গাৱঁৰ অভিযানত নেতৃত্ব দিবলৈ বাইজে বিচাৰিছে যদিও বহুদিশত সি নিজেই আশ্বস্ত হব পৰা নাছিল। সি বিছনাৰ আশ্ৰয় লোৱাৰ কথা ভাবিলে আৰু বিছনা ক'ত যতনাইছে কাৰোবাক সুধিবলৈ বুলি ইফালে সিফালে চাওতেই ডেকা ল'ৰা এটা উধাতু খাই সোমাইছিলহি সি বহি থকা ঘৰটোত। গিৰিহঁত তাৰ পিচপিনেই বৈ আছিলহি। ডেকাল'ৰা-জনক দেখি গিৰিহঁত আগবাঢ়ি গৈ দুৱাৰমুখতে গোপন আলোচনাত ব্যস্ত হৈ পৰিল তেওঁৰ লগত।

আলোচনা শেষ কৰি ব্যস্ত হৈ গিৰিহঁতে সি বহি থকা জুহালৰ কাষলৈ আহি তাক কিবা এষাৰ কবলৈ বুলি মুখ মেলি বৈ গ'ল। জুহালৰ কাষ শূণ্য। অতিথি তেতিয়া বতাহৰ সতে মিলি গৈছিল।



ওচৰৰে কাৰোবাৰ ঘৰৰ হাঁহ মুৰ্গীৰ কোঢ়ালত তাৰ টোপনি ভাগিছিল। পিঠিখনৰ একাল চেঁচা চেঁচা লাগিছিল। সেইফাল তাৰ তেনেই তিতি আছিল। ৰাতিৰ এন্ধাৰত ধান খেৰৰ কোচাৰে তাৰ গাটো ঢাকি লওঁতে পিঠিৰ পিনে বোধকৰোঁ খেৰ পাতলকৈ পৰিছিল। টোপনিত অৱশ্যে তাৰ ব্যাঘাত হোৱা নাছিল।

গাৱঁৰ ডেকাল'ৰাটোৱে উধাতু খাই ঘৰত সোমাওতেই সি তাৰ কৰ্ত্তব্য ঠিক কৰি পেলাইছিল। সি তৎক্ষণাৎ অনুমান কৰিছিল শত্ৰুপক্ষৰ চৰ নিশ্চয় গাৱঁত সোমাইছেহি। গতিকে এক মুহূৰ্ত্তও বিলম্ব নকৰি সি ঘৰৰ পিচপিনেদি বাৰীত সোমাই সন্মুখলৈ আহি আলিবাট পাৰ হৈ ওচৰৰে আন এটা চুবুৰীৰ এঘৰৰ খেৰৰ মেজিত ৰাতিটোৰ বাবে আশ্ৰয় লৈছিল।

সি সাৰ পায়েই কোনপিনে যাব ভালদৰে দিকবিদিক ভাবি লৈ এঙামুৰি এটা দি বহি ললে আৰু গাৰ পৰা খেৰবোৰ এডাল এডালকৈ গুচাই লৈ মেজিৰ পৰা ওলাই আহিল। ভালদৰে তেতিয়াও পোহৰ হোৱা নাছিল। সি চকু মুখ মোহাৰি কাপোৰ কানি জোকাৰি লৈ চুবুৰীটো এৰি পথাৰে পথাৰে গৈ এখন জুৰিক আশ্ৰয় কৰি পশ্চিম মুৱাকৈ যাবলৈ ধৰিলে। এনেদৰে গৈ থাকিলেই

কোনোবা এঠাইত হেনো কোনোবা পিনৰ পৰা হাবিতলীয়া বাট এটা আহি জুবিৰ সমান্তৰাল হৈ গৈ থকাৰ কথা। আৰু সেই বাটেদিয়ে হেনো গোবিন্দ কলিতাহঁত আহি থাকিব। কাজেই জুবিখনক আশ্ৰয় কৰি যোৱাত বাদে তাৰ গত্যন্তৰো নাছিল। কিছুদূৰ যোৱাৰ পাচত পুবে ধলফাট দিছিল। কেইটামান শিয়ালে তাৰ গাৰ কাষেদিয়ে লৰালৰিকৈ আহি জুবিৰ কাষৰ হাবিয়নি ডৰাত সোমাইছিলহি। তাক দেখিও সিহঁতে অকনো ভয় নাখালে। নিজৰ অৱস্থাটো কল্পনা কৰি তাৰ হাঁহি উঠি গৈছিল। দিনৰ পোহৰৰ ভয়ত সিও যে শিয়াল কেইটাৰ দৰেই জুবিৰ কাষৰ হাবিডৰাৰ আশ্ৰয় লব লাগিব তাকে ভাবি সি তলে তলে কৌতুক বোধ কৰিছিল।

দিনৰ দহমান বজাত সি চুবুৰীটোৰ পৰা ভালেখিনি আঁতৰ হৈছিল। ৰাতি বৰষুণৰ পাচত উজ্জ্বল ৰ'দজাক বেচ প্ৰখৰ হৈ উঠিছিল। হাবিৰ পৰা মুকলিলৈ মুখ উলিয়াই থন্তেক সি ৰ'ল। উত্তৰ পিনৰ পৰা বিৰিণাৰ শাৰীয়ে আঁৰ কৰি ৰখা আলিবাট এটা আহি ঠিক তাৰ সমুখতে ভাজ এটা লৈ জুবিখনৰ লগে লগে পশ্চিমৰ পিনে যোৱা দেখি সি আশ্বস্ত হ'ল। সি আলিবাটটোত উঠি লৈ দুয়োদিশে দূৰলৈ চাই পঠালে। আৰু কাকো নেদেখি জুবিত মুখ হাত ধুই লৈ কেই আঁজলি মান পানী খাই পুৱাৰ আহাৰ সমাপন কৰি জুবিৰ পাৰত বগৰী গছ এজোপাৰ ছাঁত ঘাহনিত শুই পৰিল।

শুই শুই যোৱা ৰাতিৰ অভিজ্ঞতাৰ কথা ভাবোতে তাৰ মনত পৰিছিল শিলঙৰ মৰমীয়াল কং এজনীৰ কথা। যিজনী কঙে এদিন ৰাতি তাক যোৱা ৰাতিৰ দৰেই নিঠৰুৱা হৈ পৰা অৱস্থা এটাত আশ্ৰয় দিছিল তাইৰ চাহদোকানৰ পিচফালে কেৰাচিন তেলৰ টিনেৰে সজোৱা ঘৰৰ তলত। সেইদিনা শিলঙৰ আন কতো সি আশ্ৰয় পোৱা নাছিল। ৰাতি-চাৰিডাঁৰ কোনোমতে তাতে কটাই সি-ভাবিছিল ভৈয়ামলৈ পুৱাই নামি আহিব। কিন্তু বিধি আছিল বাম। নহলেনো তাৰ পুৰণি চিনাকি গায়ক দাসে আগদিনাৰ পৰা বিচাৰি বিচাৰি সেইদিনা পুৱাতে তাত কঙৰ দোকানতে পাব লাগেনে? ইমান পুৱাতে এনে এটা পৰিৱেশত দাসে বিচাৰি অহা দেখি সি বিবুধিত পৰি সুধিছিল—

: কি হ'ল দাস?

দাসে কলে যে শিলঙৰ অসমীয়া ৰাইজে প্ৰতিষ্ঠা কৰা এ এছ এল ক্লাবৰ উদ্যোগত শংকৰ দেৱৰ তিথি উদ্‌যাপন কৰাৰ কথা আছে। তেওঁলোকে বিশ্বস্তসূত্ৰে খবৰ পালে যে, সি আহি শিলঙতে আছেহি। কাজেই সি

অনুষ্ঠান-উপযোগী গীত এটা প্ৰস্তুত কৰি দাসক শিকাই দিব লাগে আৰু উদ্‌যাপন অনুষ্ঠানত পৌৰহিত্য কৰিব লাগে।
সি নতবা নিচিন্তাকৈয়ে সম্মতি দি দিলে। দাস যোৱাৰ পাচতহে তাৰ আকৌ থকাৰ সমস্যাটো মনত পৰিল। কংজনীয়ে বোধকৰোঁ তাৰ মনৰ কথা বুজিব পাৰিছিল। তাই আশ্বাস দি কলে যে, সি বিমানদিনলৈ খুচী তাতে থাকিব পাৰিব।

দাসৰ মনে কিন্তু তাৰ প্ৰতিশ্ৰুতিৰ পাচতো আশ্বস্ত হব পৰা নাছিল। তেওঁ তাৰ সতে প্ৰায় লাগিয়েই আছিল। দাস শেষত অধৈৰ্য হৈ পৰিছিল, যেতিয়া দেখিছিল, তিথিলৈ আৰু মাত্ৰ ছদিন বাকী। একেবাৰে পুৱাতে গৈ বিছনাতে তাক ধৰাৰ সিদ্ধান্ত কৰি দাস ঘৰৰ পৰা ওলাবলৈ সাজু হৈছিল সেইদিনা। এনেতে দুৱাৰত তাৰ টোকৰ পৰিছিল।
দাসৰ হাৰ্মোনিয়মটোলৈ মুদাৰা সপ্তকৰ বি ফ্লেট ষড়জ কৰি লৈ কোমল নিষাদৰ পৰা আৰম্ভ কৰিছিল তৎমুহূৰ্ত্তে জন্মলাভ কৰা গীতৰ মধুৰ কলিবোৰ—

অ' পূজাৰী, আদৰি দিলোঁ এই বৰণ শৰাই
পূজাৰী, দিলোঁ এই বৰণ শৰাই ;
বিয়াপি ধৰণী শুনো বিণি বিণি
জগতৰ নানা বিলাই।
পূজাৰী, দিলোঁ এই বৰণ শৰাই—
হৰি নাম ভকতি হৰি নাম ৰকতি
হৰি নাম মুকুতি পায়……

হঠাৎ বহু মানুহৰ ৰামবোল হৰিবোল ধ্বনিত তাৰ মনোভংগ হ'ল। সি লাহেকৈ শোৱাৰ পৰা উঠি মূৰ দাঙি চালে। দেখিলে জুবিলৈ নামি অহা লুভলুভীয়া বাটটোৰে কেইজনমান মানুহ জুবিৰ পিনৰ পৰা উঠি গ'ল। জুবিৰ পাৰৰ মুকলি এডোখৰত সি দেখিলে পূজাৰ শৰাই, কলৰ ডোঙাত ফুল, পাত আদি পৰি থকা। জুবিত তাৰ কাষেদিয়ে উটি গৈছিল এখন সক আটোম টোকাৰি কলৰ ভুৰ। কলগছৰ চঁচালিৰে ঘেৰা এগচ জলন্ত চাকি। ভুৰখনৰ ঘ'তে ত'তে সেন্দুৰ আৰু ফুলৰ পাহি।
তাৰ অদম্য কৌতুহল হ'ল। সি হাবিতলীয়া বাটটোলৈ ওলাই আহিল। সিহঁতৰ সতে যেন হঠাৎ মুখামুখি হ'ল এনেদৰে সি থমকি বৈ সুধিলে—
: ক'তনো গৈছিলি অই, ইমান মানুহ একেবাৰে দা-চা লৈ ?

: নদীৰ পাৰত কিবা কাম আছিল।

: মৰা পেলোৱা নে পূজা ?

: পূজা।

তাক এবাই যাবৰ বাবে সিহঁতে চেষ্টা কৰিলে। তাৰ কিন্তু কিহৰনো পূজা জানিবৰ বাবে অদম্য কৌতূহল হ'ল।

: বচোন বহু। মই নাজানো দেখিছে শুধিছোঁ। কিহৰনো পূজা কৰিলি ? সিহঁতে মুখ চোৱাচুই কৰি বড়ো ভাষাতে কোৱাকুই কৰিলে যে, আগন্তুকজনৰ অৰ্থাৎ তাৰ মতলবটো ভাল দেখা নাই। সিহঁতৰ কথা শুনি সহজ, পতিয়ন নিওৱা হাঁহি এটা মাৰি বড়োভাষাতেই কলে যে, তাৰ একো বেয়া মতলব নাই। জানিবৰ মন যোৱা দেখিছে সুধিলে। যদি কিবা অসুবিধা আছে, নালাগে বাক জনাব।

তাৰ কথা শুনি দলৰ প্ৰবীন জনে কলে—

: আমাৰ বাজাৰ কুশলৰ বাবে পূজা এভাগ দিলোঁ। এইবোৰ মনে—মিছে কৰা কথাভো। সেইবাবেই ভেদভাঙি দিব খোজা নাছিলোঁ। তই আকৌ বেয়া নাপাবি হলে!

: কোননো তহঁতৰ বজা ? আজি কালিতো বজা বোলা বস্তুটো আমাৰ দেশত কতো নাই।

: আছে দে। তই নাজানিবি। তাৰ কিন্তু আমি ভেদ ভাঙি দিব নোৱাৰিম ; তই বেয়া নেপাবি।

সি কিবা এষাৰ কব খোজোতেই পিচপিনে হঠাৎ হুট্টগোল শুনি উচপ খাই থমকি ৰ'ল। উভতি চাই দেখিলে চাইকেল এখনত গোবিন্দ কলিতা আৰু কোনোবা এজন। তেওঁ তেতিয়াও চিঞৰিয়েই আছিল—

: বাপ্ ৰে বাপ্! আপোনাক পলৰীয়া গৰু বিচৰাদি গাওঁ কে গাওঁ বিচাৰি চলাথ কৰিছোঁ।

তাৰ হঠাৎ মনত পৰিছিল বেল আলিত বহি থোঁৱাআলা কেইটালৈ বাট চাই থকা সেই দৃশ্যটো যিদিনা কলিতাই এনেদৰেই চাইকেলেৰে আহি তাৰ গাৰ কাষত নামিছিল সি। মনটো ওভোতাই অনাৰ আগতেই কলিতাই এজাউৰি প্ৰশ্ন তুলি ধৰিলে—

: আপুনি ৰাতি ক'ত থাকিল ? আছিল কোনপিনে বাৰু ? নে ৰাতভৰ আছিয়েই আছে ? কালি গধূলি আপুনি সোমোৱা গাওঁখনত ৰাতি পুলিচে

'ৰেইড' কৰিছিল। মই বোলো আপুনি ধৰাই পৰিল নেকি ?
কলিতাই হাঁহিৰে সৰব কৰি তুলিলে পৰিবেশটো। সি কোনটো প্ৰশ্নৰ উত্তৰ আগেয়ে দিব থিৰ কৰিব পৰা নাছিল। মানুহ কেইজনেও কলিতাৰ কথাবোৰ শুনি তাৰ পিনে বিমূঢ়ৰ দৰে চাই আছিল। কলিতাই সিহঁতৰ বিমূঢ় মুখবোৰলৈ চাই সুধিলে—

: ক'ৰ অই তহঁত ?

: এই গাঁৱৰে।

: দা-চা লৈ ক'ত্তনো গৈছিলি ?

মানুহ কেইজনে উত্তৰ দিবৰ বাবে কথা বিচাৰি পোৱাৰ আগতেই সি বগৰ কৰি কলে—

: সিহঁতৰ ৰজাৰ বাবে পূজা এভাগ দি আহিল জুৰিখনত।

: হেঃ হয়নে ? হেৰ' তহঁতৰ ৰজা দেখোন তহঁতৰ আগতে থিয় হৈ আছে অই।

এইবাৰ তেওঁ তাক উদ্দেশ্য কৰি কলে—

: আপুনি জানে নে নাজানে কব নোৱাৰোঁ। এই অঞ্চলৰ খেতিয়ক মানুহবোৰে, কব নোৱাৰোঁ কিয় আপোনাক তেওঁলোকৰ ৰজা বুলি মানে, আৰু য'তে ত'তে আপোনাৰ মংগলৰ বাবে পূজা দিয়ে। ইহঁতে বোধকৰো কৰবাত শুনিলে এই জুৰিখনৰ ভাটিৰ পিনে ক'ৰবাত আপুনি থকা বুলি। গতিকে পূজা কৰি আপোনাৰ উদ্দেশ্যে ভহাই দিছে জুৰিত।
এইবাৰ মানুহজনৰ অবিশ্বাস আৰু কৌতুহলেৰে উদগ্ৰীৱ মুখবোৰলৈ লক্ষ্য কৰি কলিতাই কলে—

: অই চা, তহঁত কিমান পুণ্যবান ! পূজা দিয়াৰ লগে লগে স্বয়ং ৰজা আহি হাজিৰ হ'লহি।

সিহঁতৰ হঠাৎ নিশ্চল নিৰ্লিপ্ত হৈ পৰা মুখভাবলৈ লক্ষ্য কৰি কলিতাই এইবাৰ ধমক দি উঠিল—

: তহঁতে বিশ্বাস কৰা নাই ? এই জনে বিজুবাতা।

কলিতাৰ কথাবাৰ শেষ হবলৈহে পালে কেইজনে তাৰ পদধূলি লবৰ বাবে হাবিতলীৰ বাটটোতে উবুৰি খাই পৰিল। সি সাপ এটা দেখাৰ দৰে উচপ খাই কলে—

: নেত্, দেপায় নহয়। মই ৰজা নহয় ভাই। মইও তহঁতৰ দৰেই

এজন দুখীয়া নিচলা মানুহহে।

কিবা এটা বুজাব নোৱাৰা আবেগত তাৰ চকুহাল সেমেকি উঠিছিল। আনন্দৰ আতিশয্যত মানুহকেইজনেও চকুৰ পানীৰে বাট নেদেখা হৈ পৰিছিল। গোবিন্দ কলিতাই সেইবোৰলৈ ভ্ৰূক্ষেপ নকৰি কলে—

: কমৰেড্ বাস্তা, আচল সংগ্ৰাম এইবাৰ হে। আজি গধূলি নীহল লেখেৰী গাওঁ। আমাৰ সকলো সৈন্য। এইবাৰ হয় গুৱাহাটী নহয় ৰঙামাটি।

সি মানুহদলৰ প্ৰবীনজনৰ কাষত ধৰি গৈ আছিল। কলিতাৰ কথাত নীৰৱ হাঁহিৰে সহাৰি জনালে। মুখেৰে একো নকলে। আৰু মাত্ৰ পাঁচটা কি ছটা ঘণ্টা। তাৰ পাচত গধূলি নামিব। গাৱঁৰ গধূলি সোনকালেই নামি আহিব। কোনে জানে বহুতৰ কাৰনে হয়তো আজিৰ এই গধূলিয়ে চিৰকলীয়া এন্ধাৰ নমাই আনিব। হয়তো তাৰ কাৰণেও।

কলিতাৰ লগে লগে সি বেগাই খোজ ললৈ। মানুহ কেইজনৰ পিনে সি এবাৰো উভতি নাচালে।



গাঁওবুঢ়াহঁতৰ সাঙুৰিত সিয়ে মদ বকা হৈ বহি লৈছিল পথাৰত। মানুহবোৰে ধান দাই দাই ক্লান্ত হৈ তাৰ চাৰিওকাষে বহি লৈ তাৰ কথা শুনি আছিল। সি সিহঁতক কলৰ ডোঙাত মদ বাকি দিছিল আৰু লগতে সাত ভাবন্তৰ কথা কৈ আছিল। নতুন নবাব চোবাবোৰ ভাঁজ কৰি পাবি লৈ বহা শুণে সিহঁত থিয়হৈ থকা ওখ নবাব আঁৰ হৈ আছিল।

সি উলিয়াইছিল বাণী ছাতাবাগাঁওৰ ঝগৰু ঢুলীয়াৰ কথা। তেওঁৰ সেই কৌতুকাভিনয়ৰ কথা য'ত তেওঁ নাপিত হৈ এজন দাম্ভিক জমিদাৰৰ দাড়ি চুলি খুৰাবলৈ গৈছিল। নাপিত অহা শুনি জমিদাৰে ভিতৰলৈ মতাই লৈ গ'ল। দাড়ি-চুলিৰে ভোবোকাৰ জমিদাৰক দেখি নাপিতৰ মহা ফূৰ্ত্তি। বহুদিনৰ মূৰত তাৰ এটা ভাল কামানি হব। খুৰোৱাৰ বাবদ দাম দৰ লৈ বাকবিতণ্ডা চলিল নাপিত আৰু জমিদাৰৰ নায়েবৰ মাজত। খোদ জমিদাৰে তাত ভাগ নললে। কিয়নো জমিদাৰে নাপিতৰ দৰে ছোটলোকৰ লগত কথা নাপাতে।

দাম দৰ ঠিক হ'ল। এতিয়া আলোচনা হ'ল খুৰোৱা অস্ত্ৰৰ ব্যৱহাৰ লৈ। কোনখন অস্ত্ৰ নাপিতে ব্যৱহাৰ কৰিব! অস্ত্ৰতো বিভিন্ন গঢ় আৰু আকৃতিৰ আছে! কোনোখন দাঁত থকা কৰতৰ দৰে। কোনোখন কোৰৰ দৰে।

কোনোখন আকৌ সাইলাখ কুঠাৰ যেন। জমিদাৰৰ দাড়ি চুলি! যিকোনো অস্ত্ৰ ব্যৱহাৰ কৰাৰ আগতে তেওঁৰ মান-সন্মানৰ কথাওতো ভাবিব লাগিব। অস্ত্ৰ হিচাপে বানচো বেলেগ বেলেগ। শেষত সেই বিষয়েও পাকাপাকি বন্দোবস্ত হ'ল।

নাপিতে নিজৰ এচিষ্টেণ্টৰ সহায়ত জমিদাৰক বগৰাই এখন বলিশালত পেলাই ললে, বলিৰ পঠাৰ দৰে। আক প্ৰকাণ্ড কৰতখন হাতত লৈ এখোজ দুখোজ কৈ নাপিত বলিশালত লাগি থকা জমিদাৰৰ ওচৰ চাপি আহিল। প্ৰাণৰ ভয়ত জমিদাৰৰ ত্ৰাহি মধুসূদন চিঞৰত দৰ্শকৰ মাজত হাঁহিৰ কলৰোল। তাৰ কাহিনী কোৱাৰ ধৰণতে সাঙুৰি খোৱা দাৰনি কেইটাই হাঁহি হাঁহি বাগৰি পৰিল। জমিদাৰক কুকুৰ-চাই-টাঙোন দিয়া বাবে সিহঁত আনন্দত উৎফুল্লীকৃত হ'ল। আক কিতাহি মৰা জমিদাৰবোৰৰ বিষয়ে বিভিন্নজনে নিজৰ নিজৰ অভিজ্ঞতাৰ বৰ্ণনা দিয়াত ব্যস্ত হৈ পৰিল।

সি সিহঁতৰ কথাত ভাগ ললেও মাজে মাজে লক্ষ্য কৰি আছিল অনতিদূৰত পাহাৰৰ দাঁতিত থকা টঙিঘৰটোৰ পিনে। সেই ঘৰটোতে তাৰ সহকৰ্মী লোকনাথ বৰুৱাই ধানখেৰৰ বিচনাখনত পৰি চাগে' কিবা কিতাপ পঢ়ি আছে। আহিবলগীয়া মানুহজন এতিয়াও আহি নাপালেহি। সি কথাৰ মাজতে প্ৰায়ে অন্যমনস্ক হৈ পৰিছিল।

চিনা পাহাৰৰ অচিন অজান ঘোকট এটাত আছিল গাওঁখন। তাৰ দৃঢ় বিশ্বাস আছিল, আহিবলগীয়া মানুহজন নিশ্চয় গাঁৱলৈ অহা পোন বাটটোৰে নাহে। আহিব পাহাৰৰ কাষে কাষে সেই প্ৰকাণ্ড ঘোকটটো ঘূৰি। সেইবাবে সি টঙিঘৰটোৰ আশে পাশে চোৱাৰ লগতে পাহাৰৰ ঘোকটটোৰ পিনেও লক্ষ্য ৰাখিছিল।

ঘূৰ্ণোঙা ঘূৰোঙাকৈ খোৱাৰ পাচত ধপাতৰ চিলিমত একোহোপা মাৰি লৈ চিলিমটো তাৰ হাতত দি দাৰনিহঁতে আকৌ ধান কটাত লাগিল। সি ধপাতৰ চিলিমটো হুপি হুপি এবাৰ টঙিঘৰটোৰ পিনে চাওঁতেই কোনোবাই হাত বাউল দি মতা দেখিলে। সি বহা ঠাইতে চিলিমটো উবুৰিয়াই থৈ অলস খোজত টঙিঘৰটোৰ পিনে আগবাঢ়িল।

টঙিঘৰত সোমায়েই নীলু মেধীক দেখি সি অবাক হৈ গ'ল।

: কেনি আছিলা তুমি? মইটো বাটলৈ চায়ে আছিলোঁ!

: কিয়? গাঁৱৰ বাটেদি?

: বিস্ক্ নোলোৱাই ভাল আছিল তেনেদৰে।

: জংঘলে জংঘলেই আহিছিলোঁ। পাহাৰৰ ভাঁজটো পাংতেহে ৰাষ্টাত উঠিছোঁ। দ'ৰাজনৰ বুদ্ধিৰ সি তাৰিফ কৰিলে। বৰৱাই তেওঁক সিপাৰৰ খবৰ সুধিলে। অৰ্থাৎ ব্ৰহ্মপুত্ৰ নৈৰ দক্ষিণ পাৰে থকা সিহঁতৰ বিভিন্ন আড্ডাৰ খবৰ।

মেধিৰ মুখত সিপাৰৰ বিভিন্ন কেম্পবোৰৰ কথা শুনোতে তাৰ মনলৈ আহিছিল দীঘললেথেৰী গাৱঁৰ সেই ঘটনাটোৰ কথা।

আগদিনা গোবিন্দ কলিতা আৰু সি গধূলি গধূলি পৰত দীঘল লেথেৰী গাঁৱৰে এঘৰৰ ভাত সোমাইছিল। পূৰ্বৰ নিৰ্দ্ধাৰিত সূচী অনুসৰি। প্ৰতাপ বাভাহঁতে ইতিমধ্যে গাঁৱৰ মুখীয়ালসকলক তালৈ খবৰ দি অনাইছিল। সি আৰু কলিতা গৈ পোৱাৰ লগে লগেই আলোচনা আৰম্ভ হৈছিল দীঘল লেথেৰীৰ সেই চৰম অভিযানটোৰ নেতৃত্ব কোনে লব সেই লৈ।

সেইদিনা আলোচনাৰ গতি দেখি তাৰ ভালো লাগিছিল আৰু মনতে সি আতংকিতও হৈ পৰিছিল। দলৰ প্ৰতিষ্ঠিত নেতৃত্বৰ প্ৰতি সদস্যসাধাৰণৰ আস্থাৰ ভাঙোন দেখি সি সঁচাকে যিমান আশান্বিত হৈছিল সিমানে হৈছিল শংকিত। তেওঁলোক বিশেষকৈ পঞ্চায়তৰ প্ৰথম সভাপতি কেদাৰ গোস্বামীৰ নেতৃত্বৰ ওপৰত সন্দেহ প্ৰকাশ কৰিছিল। তেওঁৰ প্ৰতি সদস্যসকল যে ইমান বিতুষ্ট হব পাৰে তাৰ কোনো ধাৰণাই নাছিল। বেইৰাম সিং, দলবীৰ সিং আদিৰ সতে ডিগবৈৰ শ্ৰমিক আন্দোলনত নেতৃত্ব দিয়াৰ অপৰাধত গোস্বামীকো যেতিয়া গোৱালপাৰাত বাদে অসমৰ আন আটাইবোৰ জিলাৰ পৰা বহিস্কৃত কৰা হৈছিল, তেতিয়া গোস্বামীৰ তেজেই আছিল বেলেগ। এতিয়া গোস্বামীৰ সেই তেজো নাই, উদ্দীপনাও নাই। তেওঁ হেনো আজিকালি সৰ্বহাৰাতকৈ বেচি ভাল পায় ফুলকহে। কিয়নো ফুলে হেনো বিশ্বাসঘাটকতা নকৰে!

শেষত আটায়ে লগ লাগি নেতৃত্ব আৰোপ কৰিছিল তাৰ ওপৰত। সি পৰম শ্ৰদ্ধাৰে গ্ৰহণ কৰিলেও সমগ্ৰ বিষয়টোকে এক প্ৰত্যাহ্বান স্বৰূপে লৈছিল। সি অভিযানৰ সমস্ত ধাৰণাটোকে সলনি কৰি দিছিল নেতৃত্ব হাতত লৈয়ে। ৰাতি এন্ধাৰৰ আশ্ৰয় লৈ অভিযান কৰা ধাৰণাটোৰ বদলি সি শান্তিপূৰ্ণ আলাপ আলোচনাৰ মাধ্যমেদি গাঁৱৰ মানুহৰ মাজত

সমস্যাবোৰ সমাধান কৰাৰ বাবে সদস্যসকলক সন্মত কৰাইছিল। প্ৰতাপ ৰাভা কিন্তু আশ্বস্ত হোৱা নাছিল—

: যদি আমি অনুৰোধ কৰাতো ভকতে ধান দিবলৈ সন্মত নহয়?

: তেতিয়াতো আমাৰ উপায় নাই।

: মানে?

: আমি তেওঁৰ সন্মতি নোহোৱাকৈয়ে ধান আনিবলৈ বাধ্য হ'ম।

শ্ৰোতাসকলে উদ্বেলিত হৈ হাঁহি দিলে। প্ৰতাপে আকৌ সুধিলে-

: ভকতে তেতিয়া যদি আইনৰ আশ্ৰয় লয়?

: আইনৰ ওপৰত তেওঁৰ বিশ্বাস আছে যদি আশ্ৰয় লব। আমাৰ কিন্তু এইবোৰ ধনী জমিদাৰৰ স্বাৰ্থত প্ৰণয়ন কৰা আইনৰ ওপৰত এক তিল মানো বিশ্বাস নাই। কাজেই আমি আইনৰ আঁতৰত থাকিম। প্ৰয়োজন হ'লে আমি বাধা প্ৰদান কৰিবলৈকো কুণ্ঠিত নহ'ম।

শ্ৰোতাৰ উদ্ধাউল হাত চাপৰিত বাৰ্হিৰ নিস্তব্ধতা ফালি চিৰাচিৰ হৈ গৈছিল। পাচদিনা পুৱা সি অঞ্চলৰ মানুহবোৰক লৈ গৈছিল গাঁৱৰ ভকতৰাম ৰাভা মানুহজনৰ তালৈ। প্ৰকাণ্ড ভঁৰাল দুটা ধানেৰে খুন্দ খাই আছিল ভকতৰ। অভাৱত পৰি মানুহবোৰে ধান ধাৰে ধৰিবলৈ গ'লে ভকতে হেনো মানুহক মাটিকে খাবলৈ কৈছিল। অথচ তাৰ দৈয়াংখন মাটি। মহাজনী কাৰবাৰ কৰি থলুৱা মানুহক শলঠেকত পেলাই হাত কৰিছিল সিহঁতৰ ভাল ভাল মাটিবোৰ

ইপিনে গাঁৱে গাঁৱে ভীষণ অনাটনত পৰি মানুহে অখাদ্য খাই নানান ৰোগত ভুগি মৰিবলগীয়াত পৰিছিল। কিয়নো সেইবছৰ বৰষুণ ভালদৰে নোহোৱাত খেতিও ভাল হোৱা নাছিল।

সি প্ৰতাপহঁতক নিৰ্দেশ দি পঠাইছিল পুৱাতে যাৰ যাৰ খাবলৈ নাই তেওঁলোকে লগত একোটাইত পৈলা লৈ আহিবলৈ। ভকতৰ ঘৰ অভিমুখে অহা অনাটনগ্ৰস্ত কৃষকৰ সেইদিনা সৰু সুৰা এটা মিছিলেই হৈছিল। ভকতৰামে ঠিক সি আশংকা কৰাৰ দৰেই আচৰণ কৰিলে। সিহঁতৰ বিনম্ৰ অনুনয় বিনয়লৈ কেৰেপ নকৰি মানুহবোৰক যিহকে পাই তাকে কলে। সি তেতিয়া নিৰুপায় হৈ মানুহবোৰক নিজকে গৈ ভঁৰালৰ পৰা ধান লৈ আহিবলৈ ক'লে। এনোন আধামোনকৈ পৰিয়াল চাই চাই, কাঁটা কামায়ণত জুখি জুখি। ভকতে প্ৰথমে ফোৰোহনি মাৰি উঠিছিল সাংঘাতিক কিবা এটা

কৰাৰ ভীতি প্ৰদৰ্শন কৰি। পাচত যেতিয়া দেখিলে মানুহে তাৰ কথালৈ গ্ৰাহ্য নকৰি ভঁৰালত উঠিল ভকতে তেতিয়া অলপ আঁতৰত বহি লৈ শাওপাত দিয়াত লাগিল।

মানুহবোৰে অলপ সময়ৰ ভিতৰতে নিজৰ নিজৰ ধান লৈ ভঁৰালটো পুনৰ আগৰ দৰে বন্ধ কৰি গুচি গ'ল। ইমানবোৰ মানুহে ভকতৰ এটা ভঁৰালকে খালী কৰিব পৰা নাছিল।

সেইদিনাৰ পৰা দুসপ্তাহৰ ভিতৰতে দক্ষিণ কামৰূপৰ এটা বিৰাট এলেকা মুক্তাঞ্চল বুলি ঘোষণা কৰা হৈছিল। সেই কেইটা দিন গাওঁ ভূঁইৰ হেজাৰ হেজাৰ গৰীব কৃষকৰ মাজত কি যে এক অভূতপূৰ্ব আলোড়ন ঘটিছিল!

নীলুৱে তাক উদ্দেশ্য কৰি কোৱা কথাষাৰত তাৰ চিন্তাৰ ব্যাঘাত ঘটিছিল।

: দাদা, আঁপুনি হেনো দুদিনমানৰ বাবে আপাৰ আচামলৈ যাব লাগিব।

: আৰু বৰুৱা?

: তেখেতৰ কথা একো কোৱা নাই। আপাৰ আচামত সংগঠনটো হেনো ভাল হোৱা নাই। কালিলৈ যোৱাৰ কথা কৈছে গুৱাহাটীলৈ। বৰুৱা দা' কিছুদিন শৰণীয়া কেম্পত থাকিব লাগিব নেকি? আপাৰ আচামৰ পৰা ঘূৰি আহিহে দাদাই দৰং যাব লাগিব। চাউথ কামৰূপৰ চব ঠিকেই আছে। দীঘললেথেৰীৰ ভকতে কেচ দিবলৈ ভয় কৰিলে।

ভকতৰ আশাহত মুখখনলৈ মনত পৰাত তাৰ দুখো লাগিল হাঁহিও উঠিল। সি সুধিলে হাঁহি হাঁহি—

: পঞ্চায়তখন আনিছানে নাই?

: অ' পাহৰিয়ে আছোঁ।

কান্ধৰ পৰা মোনাখন নমাই সুকটি সুকটি পেপাৰ দুখন উলিয়াই দিলে। লগতে শোত মোচ খোৱা এখন দহটকীয়া নোটো উলিয়াই তাৰ পিনে আগবঢ়ালে—

: সেইটো আকৌ কি?

: টকা। যোৱাৰ খৰচ দি পঠাইছে।

: মোক কেলেই? বৰুৱাক দিয়া।

বৰুৱাই টপ্‌কৰে মাত লগালে—

: মই আকৌ কি কৰিম টকাৰে?

: ঘুৰোৱে খৰচ বাবদ পাৰ্টিয়ে দি পঠাইছে।

: তেনেহলে মই আকৌ অকলে লম কেলেই? আৰু লীডাৰ কমৰেড্ ৰাভাহে। তেখেতেই ৰাখক। নতুবা তুমি ভঙাই আনি দি থৈ যোৱা পাঁচ টকাকৈ।

নীলুৱে সংকোচৰে কলে—

: ভঙাবলৈ যোৱাটো ৰিস্কি হব নেকি?

এইবাৰ সি এটা সিদ্ধান্ত লোৱাৰ দৰে আগবাঢ়ি আহি নোটখন ললেহি—

: আমিয়ে ভগাই লওঁ বাৰু সমানে।

কথাষাৰ কৈয়ে নোটখন মাজতে ভাঁজ কৰি সমানে দুডোখৰকৈ ফালি এডোখৰ বকুৱাৰ হাতত দি নীলুক কলে—

: আমি ভগাই ললোঁ বুলি কবা। আৰু একো কথা নাই যদি তুমি দেখি নকৰিবা। আমি কালিলৈ গৈ পাম।

নীলুক ইতস্তত: কৰা দেখি সি পিঠিত চপৰিয়াই হাঁহি হাঁহি আশ্বাস দিলে—

: যাবলৈ আমাক খৰচ নালাগে ইয়ং কমৰেড্। নদীলৈ মাত্ৰ সাত মাইল বাট, আমি শ্ৰীচৰণ প্ৰয়োগ কৰিম। মাত্ৰ ডেৰ ঘণ্টাৰ ব্যাপাৰ। তাৰ পাচত আমাৰ ঘাটে ককাই তুলসী আছেই। কোনো চিন্তা কৰাৰ সকাম নাই।

নীলু ওলাই গৈ হাবিৰ মাজত অদৃশ্য নোহোৱালৈকে সি চায়ে থাকিল। তেওঁক দেখি তাৰো কলেজীয়া জীৱনৰ বহুত সৰু সুৰা কাহিনীবোৰে মনটো ভীৰ কৰি ধৰিছিলহি।

সি তেতিয়া স্কটীশ চাৰ্চ্চ কলেজৰ পৰা প্ৰথম বিভাগত আই এচ চি পাচ কৰি ঘৰৰ বিশেষকৈ ককায়েক নন্দৰ তাড়নাত ইখনৰ পাচত সিখন কলেজ এৰি অৱশেষত একেবাৰে ৰংপুৰৰ কাৰমাইকেল কলেজ পাইছিলহি। আই এচ চি. পাচ কৰাৰ পাচত সি প্ৰথম আহিছিল চেণ্ট পল্চ্ কলেজলৈ। তাত সি হ'লহি হকীৰ কেপ্তেইন। হকীৰ খেলতে সি ঘনিষ্ঠ হৈ পৰিছিল জনৈক ভূপেনৰ সতে। তেওঁ আছিল ঢুখীয়া পৰিয়ালৰ ল'ৰা। মাজে মাজে সিয়েই তাক পইচা দি সহায় কৰিছিল ইটো সিটো কামৰ বাবে। সেই কামবোৰ কিন্তু পঢ়াৰ সতে সম্পৰ্ক থকা কাম নাছিল। তেওঁ কি কৰে ক'ত থাকে সেই বিষয়ে সি একোকে জনা নাছিল আৰু কেতিয়াবা সুধিলেও ৰহস্যজনক কিবা এটা উত্তৰ দি এৰাই গৈছিল তাৰ প্ৰশ্নটো। ইপিনে সেই সময়ত বংগৰ ঠায়ে ঠায়ে দুই এটা অঘটন ঘটিছিল। সেই

বোৰত বলি হবলগীয়াত পৰিছিল বিশেষকৈ ইংৰাজ আৰু সাম্ৰাজ্যবাদৰ সমৰ্থক ৰাজকৰ্মচাৰীসকল। আনহাতে প্ৰতিটো অঘটনৰ বাবে সন্দেহৰ পাত্ৰ হৈ পৰিছিল অনুশীলন সমিতিৰ সদস্যবৰ্গ। পুলিচে তাৰো পিচা লৈছিল আৰু যিদিনা সি বুজিব পাৰিছিল যে, ভূপেনৰ সংসৰ্গই তাক সন্দেহৰ পাত্ৰ কৰি তুলিছে, সেইদিনা সি কলিকতা এৰি আহিছিল কোচবিহাৰৰ ভিক্টোৰিয়া কলেজলৈ। বিজ্ঞানৰ বিষয় এৰি সি ভিক্টোৰিয়া কলেজত সোমাই লৈছিল ইংৰাজীত সন্মানসহ বি এ পঢ়াৰ উদ্দেশ্যে। মনে মনে সংকল্প কৰিছিল খেলা-ধূলা, গান বাজনা এই বাহিৰা ধান্দাবোৰ বাদ দি পঢ়া-শুনাত মনোনিবেশ কৰাৰ।

কিছুদিন ভালেই চলিছিল। কিন্তু হঠাৎ এদিন আৰম্ভ হৈছিল সেই পোকটোৰ কামোৰণি। যিটো পোকৰ কামোৰে তাক জন্ম যাযাবৰ কৰি তুলিছিল। সেই পোকটোৰ কামোৰত সি অস্থিৰ হৈ পৰিল। ফলত এদিন ৰাতি এখন দূৰণিবটীয়া গাঁৱৰ বৈঠকীত যোগ দি ঘুৰি আহোঁতে অকলে অকলে সি সাংঘাটিক কাণ্ড এটা কৰি পেলালে। কোচবিহাৰৰ ব্ৰিটিছ ৰিজেণ্ট আৰু দেৱানৰ ঘৰৰ আগত ইউনিয়ন জেকৰ ঠাইত কংগ্ৰেছ পতাকা উৰাই থৈ আহিল আৰু খড়িমাটিৰে বজাৰৰ বেৰত, গছত, মানুহে সহজে দেখা ঠাইত য'তে ত'তে লেখি থৈ আহিল এফাকি ফকৰা—

> ৰাজ্যে আছে দুটি পাঠা।
> একটি কালো একটি শাদা॥
> ৰাজ্যেৰ যদি মংগল চাও।
> দুটি পাঠাই বলি দাও॥

পাচদিনা সমগ্ৰ কোচবিহাৰ নগৰী জুৰি বিপুল চাঞ্চল্য জনসাধাৰণৰ মাজত। পুলিচ মিলিটাৰী ব্যস্ত হৈ পৰিছিল দোষীক বিচাৰি উলিওৱাৰ উদ্দেশ্যে। কোনেও কল্পনাই কৰা নাছিল এই ভয়াবহ নাটকখনৰ যে সিয়েই স্ৰষ্টা আছিল। সুৰদি শীলিত কণ্ঠেৰে সহস্ৰ সহস্ৰ শ্ৰোতাক সংগীত মঞ্চত মুগ্ধ কৰা, অপূৰ্ব দক্ষতাৰে নিমজ পৰিচ্ছন্ন খেল খেলি খেল পথাৰত হেজাৰ হেজাৰ ক্ৰীড়ামোদী দৰ্শকক আপোৰ্নপাহৰা কৰি তোলা অমায়িক, সদাহাস্যমুখ, নিৰীহ যুৱকজনে যে এনে এটা ভয়ংকৰ কাণ্ড ঘটাব পাৰে ভাবিবই বা পাৰে কোনে? হয়তো অনুশীলন সমিতিৰ ভূপেনহঁতৰ সতে যোগাযোগ থকাৰ কথা পুলিচৰ গোপন নথি পত্ৰৰ পৰা গুলাই নপৰাহেঁতেন

আৰু বিশেষকৈ তেজপুৰত তাৰ অব্যবহিত পাচতেই ছাত্ৰ আন্দোলনত নেতৃত্ব দি পুলিচৰ নজৰত নপৰাহেঁতেন, সেই ৰহস্যই কোনোদিনে পৃথিবীৰ পোহৰ নেপালেহেতেন।

বৰুৱাই তাক চিন্তিত হৈ পৰা দেখি সুধিলে—

: কিনো ভাবিছে ইমান গভীৰভাৱে? ভৱিষ্যতৰ আঁচনিবোৰ কিছু পৰিমাণে এক্সিকেক্সিৰ ওপৰতো এৰি দিব লাগে।

: ভৱিষ্যতৰ কথা ভবা নাই কমৰেড্। মই ভাবিছোঁ অতীতৰ কথা! ভৱিষ্যতৰ কৰ্মপন্থা পুৰণি অভিজ্ঞতাৰ ওপৰত নিৰ্ভৰ কৰিহে কৰা উচিত নহয় জানোঁ?

: কিনো পুৰণি অভিজ্ঞতাৰ কথা মনত পৰিল?

: কলেজত পঢ়োতে বহুত ঠাইত পঢ়িছিলোঁতো! তাৰ ভিতৰত ৰংপুৰৰ কথাবোৰ আজিও মোৰ মনত সজীৱ হৈ আছে।

: ৰংপুৰতো কৃষকবিদ্ৰোহৰ পিতৃভূমি। কওকচোন শুনো কি কথা মনত পৰিছে।

সি স্মৃতিৰ ৰোমন্থন কৰি উন্মোচিত কৰিছিল এক বিগত যুগৰ কাহিনী। য'ৰ মাজত সি বহুদিন আগতে অনুভৱ কৰিছিল সাম্প্ৰতিক সংগ্ৰামৰ অংকুৰৰ জন্ম যন্ত্ৰনা।

উনৈচ-শ-ত্ৰিশ চনত কোচবেহাৰৰ পৰা তাক বহিস্কৃত কৰাৰ চৰকাৰী আদেশ পাই সি স্বস্তিৰ নিশ্বাস কাঢ়ি ভাবিছিল যে, ভালেই হ'ল। তাক গোৰ মাৰি গঙ্গাত পেলালে। ইমান বিৰক্তিকৰ কলেজীয়া জীৱনটো পৰিহাৰ কৰাৰ এনে মহাৰ্ঘ সুযোগ এনেদৰে হাতত মিলাত সি মনে মনে বৃটিছ চৰকাৰৰ প্ৰতি কৃতজ্ঞই হ'ল। কিন্তু তাৰ সুখৰ ঘৰৰ মাজ মজিয়াত থিয় হৈছিলহি তাৰ জীৱনৰ কালকেতু ককায়েক নন্দ ৰাভা!

নন্দ ৰাভাৰ আকৌ সি একান্ত বাধ্য হবলগীয়াত পৰিছিল সম্পূৰ্ণ অভাৱনীয় এক কাৰণত। তেওঁ ভুগিছিল এক ভ্ৰমাত্মক ধাৰণাত। তেওঁৰ চাকৰিটো আছিল সাধাৰণ পুলিচৰ চাকৰি। কাজেই পিতাক চৰ্দাৰ বাহাদুৰ গোপাল চুবাদাৰৰ ঘৰৰ আন পৰিয়াল পৰিজনে তেওঁক অৱহেলা কৰা বুলি মনতে এটা ভুল ধাৰণা পোষণ কৰি ঘৰৰ সতে সমস্ত সংসৰ্গ তেওঁ ত্যাগ কৰিছিল। তেওঁৰ একমাত্ৰ যোগসূত্ৰ আছিল সি। তাক তেওঁ প্ৰাণভৰি ভাল পাইছিল আৰু তাৰ কল্যাণৰ হকে তেওঁ সকলো কৰিবলৈ প্ৰস্তুত আছিল।

একমাত্ৰ এই নম্বৰ কাৰণেই সি গৈ ভৰ্ত্তি হৈছিল ৰংপুৰৰ কাৰমাইকেল কলেজত। প্ৰথমে তাৰ ধং উঠিছিল ককায়েক নম্বৰ ওপৰত। পাচতহে সি উপলব্ধি কৰিছিল যে, ৰংপুৰলৈ নোযোৱা হলে হয়তো জীৱনৰ বহুত মূল্যবান অভিজ্ঞতাই সি লাভ কৰিব নোৱাৰিলেহেঁতেন। লাহে লাহে সি জানিছিল যে, ইতিহাসৰ দূত কাৰ্ল মাৰ্ক্সে "নিউইয়ৰ্ক ট্ৰিবিউন" পত্ৰিকাত লিখিছিল বংগৰ ভিতৰত কেৱল ৰংপুৰৰহে কৃষক জনতাই ওঠৰ শ সাতাৱন চনত বৃটিছ বিৰোধী সংগ্ৰামত কি দৰে যোগদান কৰি বিপ্লৱৰ ইতিহাসত এক বিশিষ্ট স্থান অধিকাৰ কৰিছিল। গালিবৰ হৃদয় পৰশা কীৰ্ত্তি গাঁথাত আছে কিদৰে ৰংপুৰস্থ তনকোৰ নবাব ডালিয়াৰ খানৰ পুত্ৰ যুগলক দিল্লীত বৃটিছে গুলীয়াই হত্যা কৰিছিল। তাতোকৈ প্ৰণিধানযোগ্য, উনৈচ শতিকাৰ সপ্তদশকত সন্ন্যাসী ফকীৰ আন্দোলনৰ গইনা লৈ সমগ্ৰ বংগদেশ জুৰি যি এক জনোত্থান হৈছিল তাৰো কিদৰে কেন্দ্ৰস্থল আছিল এই ৰংপুৰেই।

: আপুনি বাৰু কেতিয়াবা ৰংপুৰলৈ গৈছেনে ?

: গৈছো মানে ? সেই যে ব্যৰ্থ প্ৰেমিক প্ৰফেচাৰজন ? বিয়াই যে নকৰালে ? তেখেতৰ লগত আপোনাৰ বিষয়ে কথাও পাতি আহিছোঁ।

: মোৰ বিষয়ে কথা মানে ?

: আপোনাৰ সংগীত, আপোনাৰ খেলা, আৰু বিশেষকৈ আপুনি এবাৰ সৰস্বতী পূজাত বনোৱা প্ৰতিমাখনিৰ কথা কৈছিল। আপোনাৰ প্ৰশংসাত তেওঁ শতমুখ।

: সেইবোৰ সোধানাইহে হেৰি ! মই সুধিছিলোঁ তাৰ বৈপ্লৱিক ঐতিহ্যৰ বিষয়েহে। তাৰ ৰাজবংশী সকলে তেওঁলোকৰ জাগৰ গানত কি গায় জানে ?

: উঁহু নাজানো। কওকচোন।

: ৰাজবংশী মুছলমান গেলা ইংৰাজ মাৰিবাৰ।
বাবুগণ আসিল তাৰ মজা দেখিবাৰ ॥

তাৰ শুৱলা আবৃত্তি শুনি চমৎকৃত হৈ বৰুৱা খন্তেক থমকি ৰ'ল। পাঁচত লাহে লাহে কিবা এটা চিন্তা কৰি কোৱাৰ দৰে কলে—

: সেইটোতো কমৰেড্ আমাৰ ইয়াতো ঘটিছে। কতবাৰ কতধৰণত। য'ত অসমৰ মধ্যবিত্তসকলৰ জঘন্য উদাসীনতা প্ৰকট হৈ ধৰা দিছে। আপুনিতো উনৈচ শ ওঠৰ চনৰ গুৱাহাটীত ঘটা সন্ত্ৰাসবাদী ঘটনাটো জানে নিশ্চয় ?

: জানো। একেবাৰে প্ৰত্যক্ষদৰ্শীৰ পৰা শুনিছোঁ।

: ইমান প্ৰাচীন প্ৰত্যক্ষদৰ্শীনো কাক পালে ?

: প্ৰাচীন নাছিল। প্ৰাচীন হোৱাৰ আগতেই তাই দেহৰক্ষা কৰিছিল।

: সবিশেষ কওকচোন। মোৰ সঁচাকৈ বৰ কৌতূহল হৈছে।

সি মূৰৰ ওপৰ পোৱা বেলিটোলৈ চালে। আবেলিৰ সভালৈ এতিয়াও প্ৰচুৰ সময় হাতত। গতিকে সিও হাত ভাঁজ কৰি তাতে মূৰটো থৈ বিচনাত বাগৰি ললে। আৰু ধীৰে ধীৰে বন্ধুৰ কৌতূহল তৃপ্ত কৰাৰ অৰ্থে উন্মোচিত কৰি গ'ল তাৰ বিগত জীৱনৰ এক অবিশ্বাস্য গোপন অধ্যায়।



বকৰাৰ আগ্ৰহৰ বাবেই সি কাহিনীটো কবলৈ লৈছিল।

সি তেতিয়া বৰপেটাত আছিল। মাত্ৰ ডেৰ বছৰৰ আগতে তাৰ প্ৰিয়তমা পত্নী প্ৰিয়লতাক হেৰুৱাই সি হৈ পৰিছিল ছন্নছাড়া। আত্মপ্ৰত্যয়ৰ এক বিৰাট সংকটৰ মুখামুখি হৈ সি আশ্ৰয় লৈছিলহি বায়েক মনমোহিনীৰ ঘৰত। সেই সময়ত তাৰ যিটো বস্তুৰ আটাইতকৈ বেচি প্ৰয়োজন আছিল সেয়া আছিল নিৰংকুশ প্ৰশ্ৰয়। আৰু পৃথিৱীত বায়েক মনমোহিনীত বাদে আন কাৰো ওচৰত সেই বস্তুটো সি আশা কৰিব পৰা নাছিল।

এই ক্ষেত্ৰত অৱশ্যে ভিনিহিয়েক ডাক্তৰ ধাৰা ৰাম মেচৰ অৱদানো কম নাছিল। মনমোহিনী আছিল তাৰ আপোন বায়েক; আৰু বায়েকৰ স্নেহ আছিল প্ৰত্যাশিত ভাবেই নিবিড়। কিন্তু ভিনিহিয়েক মেচৰ ক্ষেত্ৰত এই নিবিড়তা আছিল একেবাৰে অপ্ৰত্যাশিত। হঠাৎ কেতিয়াবা ভিনিহিয়েকক তাৰ পিতাকৰ দৰে লাগিছিল। বৰপেটাত বায়েক ভিনিহিয়েকৰ স্নেহে তাৰ জীৱনক দিছিল এক অবাধ অকুণ্ঠ গতি। পিচপিনে ঘূৰি চোৱাৰ তাৰ অৱকাশ নাছিল। তাত সি লগ পাইছিল তাৰ বিশিষ্ট বন্ধু হেমৰথ দত্তক, সেইকালৰ প্ৰথিত যশা সংগীত বিশাৰদ বৰ্গে ওস্তাদক, দুৰ্গ ওস্তাদক, হেহু ওস্তাদক আৰু দ্বিজেন

ৰায়চৌধুৰী, ৰবীন নবিচ এনেদৰে বিশেষ বিশেষ প্ৰতিভাৰ অধিকাৰী জনদিয়েকক।

বৰপেটাৰ খেল পথাৰত খেল হয়। গুৱাহাটীৰ পৰা আহে ৰবীন নবিচ, আৰু কলিকতাৰ স্নাতকোত্তৰ ছাত্ৰ দ্বিজেন ৰায়চৌধুৰী আহে উদ্যোগীসকলৰ সাগ্ৰহ আমন্ত্ৰণ নেওচিব নোৱাৰি। শেষত সিও নামে ক্ৰীড়ামোদী হেজাৰ হেজাৰ দৰ্শকৰ উন্মাউল হৰ্ষধ্বনিৰ মাজত। খেল পথাৰত এই ত্ৰিশক্তিৰ আবিৰ্ভাৱ হলে সমগ্ৰ বৰপেটা চহৰখনেই উৎসব মুখৰ হৈ পৰে।

কৰবাত সত্ৰীয়া নৃত্যগীতৰ অনুষ্ঠান হয়; তাতো সিয়েই হৈ পৰে উৎসবৰ মধ্যমণি। তাৰ খোলৰ বোলত, তাৰ সুৰ সঞ্চাৰত, তাৰ নৃত্যৰ অংগভংগীত প্ৰবীন সকলে দেখে এক বিপুল সম্ভাবনাৰ ইংগিত।

কাৰোবাৰ ঘৰত গানৰ বৈঠক বহে। তাতো সিয়েই প্ৰধান আকৰ্ষণ। নতুন অসমীয়া আধুনিক গীত শুনাব হেপাহত সংগীত প্ৰেমী বাইজে তাৰ নাম শুনিলেই ভৰি পৰেহি ঘৰৰ চোতালত, নঙলামুখত। ব্যক্তিগত ঘনিষ্ঠ বৈঠক মুহূৰ্ত্ততে পৰিণত হয় বিশাল সংগীত সমাৰোহত।

আৰু যে কি কৰা নাছিল! এতিয়া মনত পৰিলেই তাৰ হাঁহি উঠি যায়। বিৰাট ধনী হোৱাৰ স্বপ্ন দেখিছিল সি। স্বৰ্গে ওস্তাদৰ সতে সি এটা ব্যৱসায় আৰম্ভ কৰিছিল। বৰপেটাৰ মাছ আৰু গাখীৰৰ ব্যৱসায়। পিচে বিষয় বুদ্ধিৰ অভাৱত ডেৰ মাহ মানৰ ভিতৰতে প্ৰচণ্ড লোকচানৰ হেঁচাত ব্যৱসায় বন্ধ হৈ গৈছিল।

এই ব্যৱসায় বন্ধ হোৱাৰ ঠিক ছমাহৰ পাচত সেইদিনা সি গুৱাহাটীলৈ আহিছিল স্বৰ্গে ওস্তাদৰ লগত। গুৱাহাটী চহৰৰ অভিজাত পৰিয়ালৰ শিৰোমণি এঘৰৰ ভাত আয়োজন কৰা সংগীতানুষ্ঠানলৈ আমন্ত্ৰিত হৈ যোগদান দিয়াৰ উদ্দেশ্যে। নিতান্ত অনিচ্ছা সত্বেও কেৱল বন্ধু স্বৰ্গে ওস্তাদৰ দণ্ডিত পৰি সি নিৰ্দিষ্ট দিনৰ দিনা গুৱাহাটী পাইছিলহি।

নিয়মানুবৰ্ত্তিতা অথবা আনুষ্ঠানিক কথা কাণ্ডৰ প্ৰতি তাৰ অনীহা আছিল দূৰপনেয়। আৰু আভিজাত্যৰ সংসৰ্গৰ প্ৰতি তাৰ বিতৃষ্ণা আছিল আশৈশৱ। আবেলি পাণ্ডুত জাহাজৰ পৰা নমাৰ লগে লগেই তাৰ অনিচ্ছা প্ৰৱল হৈ উঠিল। আৰু হঠাৎ বন্ধুক এৰি সি ৰেল আলিয়ে ৰেল আলিয়ে লক্ষ্যহীন হৈ গৈ থাকিল।

গৈ গৈ গধূলি পৰত আঠগাঁও অঞ্চলৰ এখন দোকানত সি সোমাই পৰিল।

দোকানখন আছিল এটা সাধাৰণ খেৰীঘৰত। বেৰৰ মাটিৰ লেপবোৰ ঠায়ে ঠায়ে এৰাই পৰিছিল। জপনাখন বন্ধ আছিল। সি খুলি ভিতৰ সোমাই দেখিলে প্ৰথম খোটালিটোৰ মাজতে এখন দীঘল মেজৰ ওপৰত কেৰাচিন তেলৰ চাকি এটা জ্বলি আছিল। বেৰৰ কাষত বহিবৰ বাবে পাৰি থোৱা এটা কাঠৰ বাকচত আমন জিমনৈকৈ অকলশৰে বহি আছিল মানুহ এজনী। কিহবাৰ অপেক্ষাত বাট চাই চাই হতাশ হৈ পৰা যেন বোধ হৈছিল তাইৰ মুখখন দেখি।

সি চাকিৰ পোহৰত তাইক ভালদৰে লক্ষ্য কৰিছিল। বয়সটো পচিশৰ পৰা পঞ্চাশৰ ভিতৰত যিকোনো এটা বয়সেই শুৱাব যেন লাগিছিল মানুহজনীক। তাৰ এনেহে লাগিছিল তাইৰ বয়সটো যেন আহি আহি পচিশ বছৰ পায়েই থি বৈ গৈছিল আৰু আগবঢ়া নাছিল। বয়ঃসন্ধিৰ নানান জঞ্জালেও মুখৰ কমনীয়তা তাইৰ কাঢ়ি নিব পৰা নাছিল।

কোঠাটোৰ ভিতৰত জীৱন মৰণ পণ কৰি এন্ধাৰৰ সতে যুঁজি যুঁজি ক্লান্ত হৈ পৰা চাকিটোৱে মানুহজনীৰ মুখভাব বৰ করুণ কৰি তুলিছিল। সি সোমায়েই ইতস্ততঃ কৰি বেঞ্চিখনত বহি ললে আৰু তাই সঁহাৰি দিয়ালৈকে বৈ থাকিল। কিছুপৰৰ পাচত তাই যেন মনতে কিবা এটা সিদ্ধান্ত ললে এনেদৰে এটা দীৰ্ঘশ্বাস কাঢ়ি তাৰ পিনে মূৰ তুলি চালে। মুখত ক্লান্তি-বিৰক্তি-হতাশা। হাঁহি নুঠাটো সি জোৰ কৰি মুখত পাতল হাঁহি এটা আনি সুধিলে—

: দাৰু মিলেগা ?

: নাই।

তাইৰ চমু উত্তৰষাৰত উষ্মাৰ আভাস আছিল। সি বিৰক্তিৰে কলে—

: এইখন ধৰমশালা নেকি ?

: এইখন কি বাণ্ডীপাৰা বুলি ভাবিছা নেকি ?

: নাই ভৰা। ভাটিপাৰা বুলি ভাবিছোঁ। দাৰু পোৱা যাব নে নাযায়।

: আছে। কিন্তু ইয়াত খাব নোৱাৰা। এজনে দুপৰীয়াৰ পৰা খাই খাই মোক জ্বলাই থৈ এইমাত্ৰ উঠি গৈছে। মই এতিয়া দোকান বন্ধ কৰি দিছোঁ।

: মোৰ চিনাকি জাগা নাই নহয় ? মই আৰু ক'ত খাম ?

: বাষ্টাত খাবা। তাত মোৰ কি ?

তাইৰ কথা শুনি মূৰত তাৰ সেই তপত তেজ খোলোকা উঠি অহা যেন লাগিল। সি ঘপ্‌কৰে উঠিল আৰু চাকিটো হাতত লৈ সিটো কোঠাৰ পৰা মদৰ বটল এটা আনি হাতৰ টিপাতে অপূৰ্ব কৌশলেৰে খুলি লৈ পিয়াহত পানী খোৱাৰ দৰে তিনি চাৰি শোহাতে শেষ কৰি বেঞ্চিখনত বহি নীৰব নিতাল মাৰি ৰ'ল।

মানুহজনীৰ শান্ত চকুহাল হঠাৎ তিৰবিৰাই উঠিল। আৰু পৰম উদ্বেগেৰে তাৰ মুখলৈ থৰ লাগি চাই থাকিল।

সি কিছুপৰ তলকা মাৰি আছিল। মূৰ তুলি তাৰ পিনে উদ্বেগেৰে চাই থকা দেখি তাইক কলে শান্ত সহজ স্বৰত—

: যোৱা তুমি তোমাৰ কাম কৰাগৈ। মই ৰাতিটো ইয়াতে বহি কটাই দিম।

: তাৰ মানে ৰাতিটো তুমি মোক জ্বলাই খাব খুজিছা ?

: মই ইয়াতে বহি থাকিলেও···

: তুমি ইয়াতে গোটেই ৰাতিটো উজাগৰে বহি থাকিবা আৰু মই তাত শান্তিৰে শুই থাকিম ? তুমি মোক কি বুলি ভাবিছা বাৰু ?

তাইৰ কথাষাৰ শুনি তাৰ সমগ্ৰ শৰীৰ ৰোমাঞ্চিত হৈ গ'ল হঠাতে। সি তাইৰ মুখলৈ ভেবা লাগি চাই থাকিল। তাই এইবাৰ বহাৰ পৰা উঠিল। কিন্তু ভিতৰৰ পিনে নগৈ তাৰ কাষ চাপি আহিল। আৰু তাৰ গাৰ কাষত থিয় হৈ ধৰা পৰা জগৰীয়াৰ হাঁহি এটা মাৰি কলে—

: মই তেনেকৈ কওঁতে তুমি বেয়া পালা ? মানুহজনৰ ওপৰত ইমান খং উঠিছিল যে মোৰ কাকো মাত বোল কৰিবলৈ মন যোৱা নাছিল। বলা, ভিতৰতে বহাগৈ। মোৰ আকৌ খানাও বনাব লাগিব। ভিতৰতে কথা পাতিম।

সি থিয় হৈ তাইৰ কঁকালত সাবটি ধৰি ভিতৰৰ এন্ধাৰ কোঠাটোলৈ একৰকম টানিয়ে লৈ গৈছিল। তাই চাকিটো এহাতে লৈ আপত্তি কৰি কৈছিল—

: আজি নালাগে বাবু। তোমাৰ কথা শুনি তোমাৰ গাত স্বদেশী পোছাক দেখি মোৰ বহুদিনৰ কথা এটা মনত পৰিছে বাবু। মোৰ মন চন একদম খাৰাপ হৈ গ'ল।

তাইৰ মাতত আছিল যাদুৰ স্পৰ্শ। তাইৰ প্ৰতি তাৰ হৃদয় অনুকম্পাত সিক্ত হৈ পৰিল। সি তাইৰ গালত টপ্‌ কৰে চুমা এটা খাই একমাত্ৰ বিছনাখনত বহুৱাই দিলে আৰু তাইক বাহুবন্ধনতে লৈ কাষতে বহি ললে।

তাই আৰম্ভ কৰিছিল বহুদিন আগৰ সেই কাহিনীটো। তাৰ দেহত স্বদেশী পোছাক দেখাৰ লগে লগে যিটো বিস্মৃত কাহিনী তাইৰ মনত পৰিছিল। তাই কোনো আড়ম্বৰ নকৰাকৈ কৈ গৈছিল। অথচ তাইৰ বৰ্ণনাৰ লগে লগে ৰাতিৰ নিজম কোঠাটো কোলাহল মুখৰ হৈ উঠিছিল সক বৰ অজস্ৰ চৰিত্ৰেৰে। সিহঁতৰ ৰোষ আৰু উচ্ছ্বাসেৰে।

সিও কৈ গৈছিল বকুৱাৰ আগত তাই কোৱাৰ দৰেই সমস্ত কাহিনীটো, মাথোন অপ্ৰাসংগিক বৰ্ণনাবোৰ বাদ দি দি।

তাইৰ নাম আছিল ৰামদুলাৰী। তাই আছিল সেই সময়ত গুৱাহাটীৰ তিনি নম্বৰ গেটৰ বাসিন্দা।

: গুৱাহাটীৰ সেইটোৱে ৰেড্ লাইট এৰিয়া নাছিল জানো ?

বকুৱাৰ প্ৰশ্নত হঠাৎ ৰসভংগ হোৱাত সি বিৰক্ত হ'ল। আৰু চমুকৈ 'হয়' বুলি শলাগি নিজৰ কাহিনীলৈ ঘূৰি গ'ল।

সেই তিনি নম্বৰ গেটৰ কাষতে ৰেল আলিটোৰ দক্ষিণ পাৰে থকা খালী ঠাই ডোখৰতে এজোপা বুঢ়া চজিনাগছ আছিল। সেই গছ জোপাকে আশ্ৰয় কৰি কোনোবাই হঠাৎ এনেদৰে জুপুৰী এটা সাজিছিল যে দেখিলে এনেহে ভাব হয় যেন চজিনা জোপা জুপুৰীঘৰটোৰ মুধচ কুটি ওলাই গৈছে।

নিতউ পুৱাতে তাৰ বেৰত দুখন তিতা শাড়ী মেলি দি থোৱা থাকে। তাকে দেখি ৰামদুলাৰীহঁতে স্বাভাৱিকতে ধৰি লৈছিল যে জুপুৰীটো তাহাঁতৰ পাৰাৰে এটা প্ৰসাৰিত অংগ মাত্ৰ।

তাইৰ ঠিক মনত আছিল ; সেইদিনা আছিল জানুৱাৰীৰ ছয় তাৰিখ। তেতিয়া দোভাগ ৰাতি পাৰ হৈ গৈছিল। অদ্ভুদ অবিশ্বাস্য এক ৰোমাঞ্চকৰ কাহিনী সেয়া।

তাই হেনো সেই সময়ত শেষ গ্ৰাহকজনক বিদায় দি আজৰি হৈ অকণ জিৰণি লোৱাৰ কথা ভাবিছিল। পুৱা চাৰি বজাৰ লগে লগে মেইল গাড়ীখন অহাৰ আগতে অন্ততঃ যি দুই আঢ়ৈ ঘণ্টা পোৱা যায় তাই শুই লোৱাৰ কথা ভাবিছিল। নহলে গাড়ীখনে যি প্ৰচণ্ড শব্দ কৰি পাৰ হৈ যায়, সেই শব্দত মৰা মানুহো সাৰ পাই যাব যেন হয়।

লেমটোৰ ম্লান পোহৰত মজিয়াত থিয় হৈ চুলিৰ পিনবোৰ খোলাত তাই ব্যস্ত হৈ পৰিছিল। চুলিবোৰ মেলি, পৰিষ্কাৰ বিচনা চাদৰখন পাৰি, কাপোৰযোৰ সলাই লৈ তাই তাৰাতাৰি শুই পৰাৰ কথা ভাবিলে। তাই

চুলিবোৰ মুক্ত কৰি জোকাৰি লবলৈ মূৰ দাঙোতেই বেৰত প্ৰকাণ্ড ছাঁ এটা দেখি পৰম বিৰক্তিৰে ঘূৰি চালে। ঘূৰি চাই যাক সন্মুখত দেখিলে তাইৰ নিজৰ চকুকে বিশ্বাস কৰিব নোৱাৰা যেন লাগিল। সেয়া আছিল কাঁটা বজাৰৰ আলিয়ে গলিয়ে ঘূৰি ফুৰা মৰমীয়াল পাত্ৰীজন। থুলন্তুৰ, ওখ পাখ প্ৰকাণ্ড চেহেৰা। অথচ হাঁহিৰে মৰম লগা মুখখনে ভয়ংকৰ দেহটো কমনীয় কৰি তোলে। তাই অবাক হোৱা দেখি তেওঁ প্ৰাশান্ত হাঁহিৰে কলে—

: তুমি তোমাৰ কাজ কৰো মা। আমি এখানেই একটু বসবো।

কথাষাৰ কৈয়ে আগন্তুকজন কোঠাৰ একমাত্ৰ টিনৰ চকীখনত বহি পৰিল। ইমান জাৰত হিম যেন চেঁচা হৈ থকা চকীখনত বহিও মানুহজনে মুখখন অকণো বিকৃত নকৰিলে। বহি এনে এটা ভাব দেখুৱালে যেন কোঠাটোত তেওঁত বাদে আৰু কোনোৱেই নাছিল; বাকী যি আছিল চব নিৰ্জীৱ পদাৰ্থ। কিছুপৰৰ পাচতো তাই বিচনাতে জাৰত কুচি মুচি বহি থকা দেখি বোধকৰোঁ তেওঁ পৰিস্থিতিটো আন্দাজ কৰিলে আৰু কলে—

: মা, কি যে ভুলো মন আমাৰ! তুমি নিশ্চয় কাপড় বদলাবে! ঠিক আছে। আমি দেয়ালেৰ দিকে মুখ কৰে বসি। হবে মা?

তেওঁ তাইৰ উত্তৰলৈ বাট নেচালে। সেই বহাৰ ভাগেই মুখখন বেৰৰ পিনে ঘূৰাই ললে। তেওঁৰ কথাষাৰ শুনি তাইৰ মনৰ কোঠাই কোঠাই কিবা এক বিশ্লেষণাতীত ভাবাবেগ সঞ্চাৰিত হ'ল। আগতে কোনোদিন অনুভৱ নকৰা এক সাহস অনুভৱ কৰিলে। তাই কাপোৰকানি সলাই বিছনাত শুই পৰিল পৰম নিৰ্জৰেৰে। জীৱনত কোনোদিনে ইমান নিৰ্ভৰ লৈ, ইমান-নিশ্চিন্তমনে শোৱা হেনো তাইৰ মনত নপৰে। এই পৰম কাম্য নিদ্ৰাৰ মুহূৰ্ত্তকেইটাই তাইক অৱশ্যে সেইদিনা বঞ্চিত কৰিছিল জীৱনৰ এক পৰম লোভনীয় অভিজ্ঞতাৰ পৰা। তাই সেইদিনা ইমান গভীৰভাৱে টোপনি গৈছিল যে, চাবিবজাৰ মেইল গাড়ীখনেও তাইৰ টোপনি ভাঙিব পৰা নাছিল। যেতিয়া তাই সাৰ পাইছিল, তেতিয়া বাহিৰত ব'দে জলমল। সকলো বিস্ময় সকলো উৎকণ্ঠাৰ তেতিয়া শেষ।

কামৰূপ জিলাৰ পুলিচ চুপাৰ কেয়াৰ ওৱেদাৰৰ নেতৃত্বত যেতিয়া সশস্ত্ৰ পুলিচৰ দলটোৱে মৃতপ্ৰায় ৰক্তাক্ত মানুহকেইটাক কুকুৰৰ মৰাশ পেলাবলৈ নিয়াৰ দৰে বাটে বাটে চোচোৰাই লৈ আহিছিল আলিবাটত আন বং চোৱা মানুহৰ

লগতে ৰামদুলাৰীও চাইছিল। কিন্তু ককালত কৈ বান্ধি, হাতত ছাতকেৰেয়া লগাই লৈ যোৱা পাত্রীজনৰ তেজেৰে ভুমকলি দেহ, অথচ দৃঢ় বোষাক্লিপ্ত মুখখন যেতিয়া তাইৰ চকুত পৰিল তাই তাত ৰব পৰা নাছিল। তাই তাইৰ কোঠাত সোমাই দুৱাৰ বন্ধ কৰি দিছিল। বুজাব নোৱাৰা নিঃসহায় নিঃসহায় ভাব এটা তাই অনুভব কৰিছিল, আৰু চকুলোৰ অবাধ গতিক তাই ধৰি ৰাখিব পৰা নাছিল। তাইৰ হেনো বহুদিনলৈ মনত পৰি আছিল তেওঁৰ সেই কথাকেইটা—তুমি তোমাৰ কাজ কৰো মা, আমি এখানেই একটু বসবো —। আৰু বহুদিন পাহৰিব পৰা নাছিল মৰমসনা হাহিৰে বলীষ্ঠ প্রকাণ্ড দেহটোক কমনীয় কৰি তোলা তেওঁৰ মুখখন।

পাচত অৱশ্যে তাই জানিছিল সেই পাত্রীজন প্রকৃততে কোন আছিল! আৰু সেই চম্পিনাগঁছজোপা ঘেৰি থকা জুপুৰীটোত কি আছিল! পুৱঁতি নিশা যেতিয়া সেই জুপুৰীটোকে কেন্দ্র কৰি পুলিচ আৰু বিপ্লবী সন্ত্রাসবাদীৰ মাজত গুলীয়া গুলি চলিছিল তেতিয়া তাই গভীৰ টোপনিত। তাৰ পৰা নৱগ্রহ, চুনচালি, কামাখ্যাপাহাৰত যেতিয়া গুলিয়াগুলি হৈছিল সেই কথাৰো তাই গম পোৱা নাছিল।

কাহিনীটো কৈয়ে গুৱাহাটীৰ ভদ্রলোকবিলাকৰ প্রতি খঙতে তাই কৈছিল—

: চালা চুৱাৰৰ বাচ্চা চবে মজা চাইছিল। এইচব মানুহ নেকী ?।

সি জানিছিল তাইৰ খঙৰ হেতু। এই বিপ্লৱী কেইজনক ধৰাত গুৱাহাটীৰ মানুহে পুলিচক সহায় কৰিছিল। সেই বাবেই তাই খঙত একো নাই হৈ যিহকে তিহকে কৈছিল।

কাহিনীটো শেষ কৰাৰ পাচত বকুৱাৰ কৌতুহল নিবৃত্ত কৰাৰ অৰ্থে সি কৈছিল সেই বিপ্লৱীসকলৰ বিষয়ে আৰু সৰু সৰু কিছুমান কথা। তেওঁলোক সংখ্যাত আছিল সাতজন। নলিনী কান্ত ঘোষ, প্রবোধ দাসগুপ্ত, প্রভাস চন্দ্র লাহিড়ী, নলিনী বাগচী, তাৰাপ্রসন্ন দে, নৰেন ব্যানাৰ্জী আৰু সেই কালৰ বৃটিছসকলৰ বাবে শমনস্বৰূপ ভয়ংকৰ বিপ্লৱী অমৰ চট্টোপাধ্যায়। অমৰ চট্টোপাধ্যায় আছিল অসম্ভৱৰূপে ধুনীয়া। তেৱেঁই পৰিছিল খৃষ্টান পাদুৰীৰ ভেশছন।

তাৰে কেইজনমান আছিল ফঁাচী বজাৰত; আৰু এই জুপুৰীটোত আছিল নলিনীকান্ত ঘোষ, প্রবোধ দাশগুপ্ত আৰু প্রভাস চন্দ্র লাহিড়ী। জুপুৰীটোৰ চাৰিওপিনে ঘেৰি ধৰা সশস্ত্র পুলিচ বাহিনীৰ নায়ক মিষ্টাৰ ফেয়াৰ ওৱেদাৰক

প্ৰত্যাহ্বান জনাই ভিতৰৰ পৰা নলিনীকান্ত ঘোষেই কৈছিল—the door is open. Enter and be killed !

তাৰ কথা শেষ হোৱাৰ লগে লগে পৰিবেশটো নিজম হৈ পৰিছিল কিছুপৰৰ বাবে। বোধকৰোঁ৷ দুয়ো মানৱ মুক্তি-যুঁজাৰু এই অগ্ৰনীসকলৰ প্ৰতি অন্তৰৰ গভীৰ শ্ৰদ্ধা নিবেদন কৰিছিল। কিছুপৰৰ পাচতে হঠাৎ বৰুৱাই নীৰৱতা ভংগ কৰি সুধিলে এবাৰ একেবাৰে অপ্ৰত্যাশিত প্ৰশ্ন—

: সেইদিনা পিচে আমন্ত্ৰণ ৰক্ষা কৰা হ'ল নে নহল ?

সি সপ্ৰশ্ন দৃষ্টিৰে তেওঁৰ মুখলৈ চাই থাকিল। স্মৃতিৰ দেবাজালত পৰি সি তাহানি গুৱাহাটীলৈ যোৱাৰ উদ্দেশ্যটোকে পাহৰি গৈছিল। তাৰ অৱস্থাটো বুজিব পাৰি বৰুৱাই ব্যাখ্যা কৰি কলে—

: আপোনালোকেতো গানৰ মজলিছত যোগদিবলৈহে গৈছিল ?

: অ' সেইটো ! নাই, নহলেই যোৱা। দেখিও হ'ল, আৰু ইপিনে ৰামচুলাৰীয়ে গুৱাহাটীৰ ভদ্ৰলোকৰ ওপৰত যিষাৰহে মন্তব্য কৰিলে—সেইষাৰ শুনাৰ পাচত ক'ত আৰু সেইবোৰলৈ যায় !

বৰুৱাই সমৰ্থন জনাই কৈছিল যে, ৰামচুলাৰীয়ে অকনো বঢ়াই কোৱা নাছিল। আনকি সেইদিনা উনৈচ শ তেত্ৰিশ চনতো এটা অনুৰূপ ঘটনা ঘটিছিল য'ত গুৱাহাটীৰ ভদ্ৰলোকসকলৰ নগ্ন স্বৰূপ উদ্ঘাটিত হৈ পৰিছিল।

সেই ঘটনা অৱশ্যে সিও জানে ; আৰু জানিছিল তাৰ অগ্ৰজ প্ৰতিম বিপ্লৱী জ্যোতিপ্ৰসাদেও। কিন্তু সেইসময়ত সিহঁত আছিল পৃথিৱীৰ সম্পূৰ্ণ বেলেগ এক কক্ষপথত। তাৰ বাবে আজি তাৰ অকনো অনুশোচনা নাই আৰু কোনোদিন হব বুলিও নাভাবে।

— — ———



বকৰাই প্ৰকাশ্যভাৱেই শলাগিছিল। সি প্ৰকাশ্যভাৱে একো নকলেও অন্তৰেৰে কিন্তু বিশ্বাস কৰিছিল ৰামতুলাবীৰ কথাবাৰ। বকৰাই বিতৃষ্ণাৰে কৈছিল যে তেত্ৰিশ চনতো আনকি যিদিনা আপোচবিহীন স্বাধীনতা সংগ্ৰামী আজীৱন বিপ্লৱী ৰাজেন কলিতাৰ মৃত্যু হৈছিল সিদিনাও গুৱাহাটীৰ ভদ্ৰলোক চৰে সিইঁতৰ জঘন্য উদাসীনতাৰ পৰা মুক্ত হব পৰা নাছিল। ৰামতুলাবীয়ে ঠিকেই সন্দেহ প্ৰকাশ কৰিছিল, এইচব মানুহ নেকি বুলি।

কাহিনীটো সিও ভালদৰেই জানিছিল। তথাপি বকৰাৰ সাগ্ৰহ বৰ্ণনাত বাধা দিয়াৰ ইচ্ছা তাৰ নাছিল স্পষ্ট কাৰণতেই। সি মাথোন নীৰৱে শুনি গৈছিল বকৰাৰ কথাবোৰ।

আচলতে কাহিনীৰ সূত্ৰপাত হৈছিল বত্ৰিশ চনতে। ত্ৰিশ চনৰ আন্দোলনে তেতিয়া কিছু পৰিমাণে শাম কাটিছে। ডেকাচামে কিন্তু বিপ্লৱৰ উষ্মা উমি উমি হলেও জ্বলাই ৰাখিবলৈ আহোপুৰুষাৰ্থ কৰিছিল। বত্ৰিশ চনৰ বাৰ এপ্ৰিলৰ দিনা ফাঁচী বজাৰত সমগ্ৰ গুৱাহাটী হৰতালৰ জাননী বিলি কৰাৰ অপৰাধত মণিশংকৰ বসুমতাৰী আৰু ৰাজেন কলিতাক পুলিচে গ্ৰেপ্তাৰ কৰে। তাৰ পাচত বিদেশী কাপোৰৰ দোকানত পিকেটিং কৰাৰ অপৰাধত গ্ৰেপ্তাৰ কৰিছিল

শৰৎ শৰ্মা, অন্নদা মহন্ত, উপেন মহন্ত, ভবানন্দ মহন্ত, নন্দলাল কলিতা, আলাছ আলি, ছমিৰ আলি, পূৰ্ণ চন্দ্ৰ দাস, মহেন্দ্ৰ ডেকা, ছৈয়দ মহতাব, মাধৱ ডেকা, ধনেশ্বৰ গোস্বামী, হৰনাথ কলিতা, উত্তম কলিতা, শশী কলিতা, বীৰ বাহাদুৰ, দেবেন শৰ্মা আদিক। পুনৰ ২৬ এপ্ৰিল তাৰিখে সেই একেটা কাৰণতে ধৰণীনাথ আৰু হৰনাথ কলিতাক পুলিচে থানালৈ নি এটাকৈ বেত দি আৰু দুটাকৈ চৰ মাৰি এৰি দিছিল।

একেবাৰে শেষৰ অৰ্থাৎ ২৬ এপ্ৰিলৰ দিনা পুলিচে আন্দোলনকাৰীসকলক যি জঘন্য ব্যৱহাৰ কৰিলে তাৰ প্ৰত্যুত্তৰ স্বৰূপেই জন্মলাভ কৰিছিল অসমৰ ধলুৱা মাটিত গঠিত হোৱা প্ৰথম সন্ত্ৰাসবাদী দলটোৱে।

সেই দলৰ প্ৰধান সদস্য আছিল খৰ্গেশ্বৰ শৰ্মা, মণিশংকৰ বসুমতাৰী, ৰাজেন কলিতা, প্ৰফুল্ল বিশ্বাস, দেৱপাল দাস, হৰেণ কলিতা, হংসধৰ মেধি, অম্বিকা বৰ্মণ প্ৰমুখ্যে জনদিয়েক গুৱাহাটীবাসী নিৰ্ভীক সচেতন ডেকা ল'ৰা। দল গঠন হ'ল। অভিযানো আৰম্ভ হ'ল তাৰ অব্যৱহিত পাচতেই। গভীৰ নিশা অভিযানকাৰীসকল ওলাই বামুণীমৈদাম মহলৰ সন্মুখত মিলিত হ'ল। পিন্ধনত প্ৰত্যেকৰে ক'লা পটলুং আৰু কুৰ্ত্তা। ককালৰ খোচনাত একোটাইঁত জুইবাহ। হাতত কাবোঁবাৰ দেগাৰ অথবা মিটদা একোখনইঁত।

প্ৰথম আহি তেওঁলোকে বামুণীমৈদামৰ মদৰ মহলটোতে জুই লগাই দিলে। তাৰ পাচত সেই একে নিশাতে জুই লগাই শেষ কৰা হ'ল বেলতলা, শাওকুছি এনেদৰে গুৱাহাটীৰ আশে পাশে থকা মদ, গাঁজা আৰু কানিৰ মহলবোৰ।

পাচদিনা সন্দেহতে কেবাজনো নেতাক পুলিচে গ্ৰেপ্তাৰ কৰিলে ; আৰু এই নতুন দলটো প্ৰস্তুত হ'ল আন এটা ভয়ংকৰ আৰু বিপজ্জনক অভিযানৰ উদ্দেশ্যে। অভিযানৰ চৰম লক্ষ্য আছিল একেদিনাই, একে সময়তে অসমৰ জিলাৰ বৰমুৰীয়াসকলক হত্যা কৰা।

দলৰ গোপন বৈঠক বহিছিল খৰ্গেশ্বৰ শৰ্মাৰ তাত। তাত অংশ গ্ৰহণ কৰিছিল ঘোৰ বাস্তৱবাদী আৰু মাৰাত্মক কাণ্ডজ্ঞানৰ অধিকাৰী প্ৰফুল্ল বিশ্বাস, আপোচ-বিহীন সংগ্ৰামী ৰাজেন কলিতা, পুলিচৰ ঠিকাদাৰ আৰু গোপন অভিসন্ধিকাৰী দেৱপাল দাস আৰু দেখাতে সহজ সৰল অথচ তলে তলে সংকল্পত অচল অটল মণিশংকৰ বসুমতাৰী। খৰ্গেশ্বৰ শৰ্মাৰ প্ৰস্তাৱটো শুনি বিশ্বাসেই ভেঙুচালি কৰি উৰাই দিলে—ঢাল নাই তৰোৱাল নাই নিধিৰাম চৰ্দাৰ—বুলি ফকৰাষাৰ মাতি। মুখেৰে কলেই অথবা মনেৰে ইচ্ছা কৰিলেই কাম নিসিজে। তাতে

আকৌ কামটোও যেই সেই কাম নহয়। সাংঘাটিক বিপজ্জনক কাম। কামত নামিবলৈ অস্ত্ৰওভো লাগিব বহুত। আৰু লাগিবও বছা বছা অস্ত্ৰ। অস্ত্ৰৰ বাবে আকৌ লাগিব টকা।

ৰাজেন কলিতাৰ ভায়েক হৰেণ কলিতাই নিজৰ বুদ্ধি জাহিৰ কৰাৰ উদ্দেশ্যেই টপৰাই মাত লগালে—

: টকাৰ বাবেও লাগিব অস্ত্ৰ।

: মানে ?

হংস মেধি আৰু অম্বিকা বৰ্মণ উচপ খাই উঠিল। শৰ্মাই সহজ হাঁহি এটা মাৰি কলে—

: সিও কৈছে এষাৰ কথা !

: মানে ? মানে লাগে ? টকা পাবা ক'ত ইমান গাল ? কোনোবাই দিব পাৰিলেও দিবই বা কিয় এনে কামৰ বাবে ? কাজেই ডকাইতি কৰাত বাদে উপায় নাই।

হৰেণ কলিতাৰ কথাবাৰত সমবেত আটায়ে ভালেখিনিপৰ নীৰৱে ৰ'ল। ৰাজেন, মণিশংকৰ আৰু খৰ্গেশ্বৰে ডকাইতিৰ বাবে অস্ত্ৰ পাব ক'ত সেই কথাকে নিশ্চয় ভাবিছিল। বাকীবোৰে নিশ্চয় থতমত খাই ভাবিছিল যে বিপ্লৱৰ আনুষংগিক এইবোৰো হব পাৰে বুলি জনাহেঁতেন এই দলত হয়তো ভৰ্ত্তিয়ে নহলহেঁতেন।

অপ্ৰত্যাশিতভাৱে মণিশংকৰে কৈছিল যে, অস্ত্ৰৰ যোগান তেওঁ ধৰিব। বিশ্বাসে শুনি হাঁহি উৰাই দি প্ৰশ্ন কৰিছিল মেচিদা নে বল্লম বুলি। মণিশংকৰে শান্ত সহজভাৱেই জানিবলৈ দিছিল যে, তেওঁৰ অস্ত্ৰ মেচিদাও নহয়, বল্লমো নহয়, পইন্ট থ্ৰী এইট বোৰৰ চাৰ্ভিচ ৰিভলভাৰহে।

মণিশংকৰৰ কথাবাৰত এইবাৰ আটায়ে চমকিত দৃষ্টিৰে তেওঁৰ মুখলৈ চালে। তেওঁ পুনৰ নিৰ্বিকাৰ ভাৱে কলে যে, তেওঁ ঘৰলৈ চাইকেলতে গৈ বস্তুটো লৈ পাচদিনা আবেলিতে ঘূৰি আহি পাবহি।

তেওঁৰ ঘৰ আছিল দক্ষিণ গোৱালপাৰাৰ দুধনৈ অঞ্চলত। সেই সময়ত গুৱাহাটী গোৱালপাৰাৰ মাজত যোগাযোগৰ একমাত্ৰ ব্যৱস্থা আছিল দুধনৈ ঠেকাচু গাঁৱৰ মিন্দি মহাজনৰ অনিয়মীয়া বাচগাড়ীখন। পাচদিনা আবেলি ঘূৰি অহাটো নিশ্চিত কৰিবৰ বাবেই তেওঁ চাইকেলেৰে গৈ চাইকেলেৰেই উভতি আহিছিল।

জ্ঞানীলোকৰ কথা এষাৰ আছে, চোৰকো মোৰে পায়, লোহাও মামৰে খায় বুলি। এখন দোকানৰ পৰা চুৰি কৰি অনা টকা এঘাৰশ দি দুগৰাকী সদস্যক পঠোৱা হৈছিল কলিকতালৈ অস্ত্ৰ সংগ্ৰহৰ উদ্দেশ্যে। অস্ত্ৰটো সংগ্ৰহ নহলেই বৰঞ্চ টকাখিনিও ঠগৰ হাতত পৰি হেৰুৱাই থৈ শুদাহাতে গুচি আহিছিল তেওঁলোক দুয়ো। গতিকে এইবাৰ দুজন সাৱধানী লোক সাজু হৈ ওলাল অস্ত্ৰ সংগ্ৰহৰ শেষ অভিযানৰ উদ্দেশ্যে। এইবাৰ হয় ৰঙামাটি নহয় গুৱাহাটী।

দলৰ আটায়ে কিন্তু নিশ্চিন্ত হব পৰা নাছিল। কিয়নো আগৰ অভিযানটোতকৈ এই প্ৰস্তাবিত অভিযানটোত বিপদৰ মাত্ৰা আছিল বহু পৰিমাণে বেচি। অৱশ্যে এই শেষ অভিযানটোত গৈছিল শৰ্মা আৰু ৰাজেন কলিতা দুয়ো। তেতিয়াৰ খ্যাতনামা বন্দুক মিস্ত্ৰী কমাৰপট্টিৰ দেবেন্দ্ৰ নাথ দাসে নিজে সজা পিস্তল এটা দি সেই অভিযানত সহায় কৰিছিল। অভিযানৰ লক্ষ্য ঠিক হৈছিল দেব পাল দাসৰ খবৰৰ ভিত্তিত। কচুগাওঁ ফৰেষ্টৰ টকা হেনো প্ৰতি শুক্ৰবাৰে অনা হয় ধুবুৰী ট্ৰেজাৰীলৈ। ৰথীয়া দি মহৰ গাড়ীত অৰণ্য পৰিবদ্ধ বাটেদি।

শৰ্মাহঁতে গৈ ধুবৰীত অনুশীলন সমিতিৰ শাখাৰ সহায় প্ৰাৰ্থনা কৰিলে। সমিতিৰ সদস্য এগৰাকীয়ে সহায় কৰিবলৈ আগবাঢ়ি আহিছিল। তেৱেঁই শেষত অভিসন্ধি কৰি দুয়োকে পুলিচৰ হাতত ধৰাই দিছিল।

সেই কেচত এই ডেকা দুজনক সহায় কৰিবলৈ অসমৰ এজনো উকীল-বাৰিষ্টাৰ আগবাঢ়ি অহা নাছিল। তাতোকৈ আচৰিত কথা, জেলতে টি বি হৈ ৰাজেন কলিতা ঘৰলৈ অহাৰ তিনিমাহমানৰ পাচত যিদিনা ঢুকাইছিল, গুৱাহাটীৰ কোনো এজন ভদ্ৰলোকেই শোকাভিভূত পৰিয়ালটোক এষাৰ সান্ত্বনা দিবলৈ যোৱা নাছিল।

বৰুৱাই কাহিনীটো কোৱাৰ অন্তত খন্তেক নীৰৱে বৈ সি কলে —

: মোৰ বোধেৰে ৰামদুলাৰীয়ে ঠিকেই কৈছিল; মই পিচে আচৰিত হওঁ কমৰেড্ বৰুৱা, আমাৰ জ্যোতি ককাইদেৱেও এই সমন্ধে ঘুনাক্ষৰেও আমাৰ আগত উলিওৱা নাছিল। মইতো 'জয়মতী'ৰ সময়ত তেখেতৰ যথেষ্ট ঘনিষ্ঠ হৈ পৰিছিলোঁ।

: মই আকৌ তাত আচৰিত হবলগীয়া একো দেখা নাই। অন্ততঃ আপোনাৰ জ্যোতি ককাইদেৱক মই ষিদৰে জানো।

হঠাৎ তাৰ গালত প্ৰচণ্ড চৰ এটা পৰাৰ দৰে সি উচপ খাই উঠিল। বকৰাৰ মুখলৈ সি চালে আৰু এইমাত্ৰ কোৱা কথাবাৰৰ মৰ্ম সি নীৰৱে জীণ নিয়াবলৈ চেষ্টা কৰিলে। বকৰাই আৰু কিবা 'এবাৰ কব খোজোতেই ওচৰতে মানুহৰ শব্দই দুয়োৰে মনযোগ আকৰ্ষণ কৰিলে।

শব্দটো আৰু কাষ চাপি অহাৰ বাবে দুয়ো বৈ আছিল উৎকৰ্ণ হৈ। এনেতে তাৰ চকুত পৰিল গাওঁবুঢ়াৰ গাভৰু জীয়েকজনীৰ সতে দুজন ডেকা আগবাঢ়ি অহা। আহি আহি তাহাঁতে সিহঁতৰ টঙিঘৰটোৰ তলত থিয় হৈ মাত দিলে—
: আবৌ অ' আবৌ।

সি মুখখন উলিয়াই সুধিলে : চব ঠিক আছেতো?

তাহাঁতৰ পৰা আবেলি গোসাই থানত হবলগীয়া সভাখনৰ চব আয়োজন সম্পূৰ্ণ হোৱা বুলি জানিব পাৰি তাৰ ভাল লাগিল। সিতো আকৌ আহিবই লাগিব। তথাপি উজনিলৈ যোৱাৰ আগে আগে মানুহবোৰক সিহঁতৰ নীতিৰ বিষয়ে, আঁচনিৰ বিষয়ে অকণ ভালদৰে বুজাই থৈ যাব পাৰিলে পাচলৈ কামবোৰ উজু হৈ থাকিব। সি মনে মনে ভাবিলে। সভাত ৰাইজৰ আগত সি কি কি কব সেই বিষয়েও মনতে ভাবি থলে। এনেতে বকৰাই তাৰ চিন্তাত আউল লগাই হঠাৎ সুধি পেলালে—

: কমৰেড্! আপোনাকতো তাত গান গাবলৈও ধৰিব পাৰে! আপুনি তেতিয়া কি গান গাব বাৰু?

: এবা, কি গান গাম বাৰু? ককাইদেবৰ এটাকে গাই দিম।

: নাগাব। আপুনি নতুনকৈ গান ৰচক। এনেবোৰ সভা-সমিতিত গাবৰ বাবে।

বকৰাৰ কথা শুনি মুৰত তাৰ সেই পুৰণি তেজৰ থোলোকাটো উঠি আহিছিল। তেওঁৰ প্ৰতি চৰম অৱজ্ঞাত সি বিচনাত শুই পৰিল। বকৰাই অৱশ্যে তাৰ শুনা-নুশুনালৈ ভ্ৰূক্ষেপ নকৰি একেদৰেই কৈ গ'ল—

: ফাকি নাথাকিলে গানে মানুহক অভিভূত কৰে। আৰু গানৰ প্ৰভাৱ স্থায়ী হয়।

তেওঁ আৰু বহুত কিবাকিবি কৈছিল। লোকনাথ বকৰাৰ দৰে ঘোৰ তত্ত্বাগীশ এজনৰ মুখত গানৰ বিষয়ে বক্তৃতা তাৰ বাবে অসহ্য হৈ পৰিল। এৰী খনিয়াখনকে গায়ে মূৰে জুম মাৰি লৈ সি চকু দুটা মুদি উজনিলৈ কিদৰে যাব তাৰ কথাই চিন্তা কৰিবলৈ চেষ্টা কৰিলে।

— — —



ৰাটৰ দুয়োকাষে থকা শাৰী শাৰী গছবোৰৰ ছাঁবোৰ দীঘল হৈ তাৰ দুয়োকাষে দুবৰিবোৰ সেমেকা সেমেকা কৰি তুলিছিল। সি খোৱাং পোৱাৰ আগতে হালধিবাৰীত সোমাই যোৱাৰ কথা ভাবিছিল। গছৰ ফাকেদি সি চাই পঠালে পশ্চিমৰ আকাশখনলৈ। মেঘৰ চিন নাছিল কতো। তৃতীয়াৰ জোনটো বেলিৰ পোহৰত এখন ফটা চিলাৰ দৰে ওলমি আছিল আকাশৰ এঠাইত।

ৰাতি সি খোৱাঙতে ক'ৰবাত থাকিব। নীলু মেধি পিচদিনা দহবজাত খোৱাঙৰ দলঙৰ সিটো পাৰে বৈ থকাৰ কথা। পৰবৰ্ত্তী নিৰ্দেশৰ বাবে। তেওঁ আগতেই বৈলেগে আহিছে! সি মনতে ভাবিলে কথাবোৰ। অৱশ্যে পাচৰ আঁচনিবোৰৰ কথা ভাবিবলৈ যত্ন কৰিছিল যদিও তাৰ মনৰ চোতাল ভীৰ কৰি ধৰিছিলহি তিনিদিনৰ আগতে ঘটা কিছুমান সৰু সৰু ঘটনাই। তাৰ মনত পৰিছিল চিলা পাহাৰৰ নামনিৰ সেই সৰু যোপমৰা গাওঁখনত সেইদিনা আবেলি লগপোৱা মানুহবোৰৰ উদগ্ৰীৱ, অপেক্ষমান মুখবোৰৰ কথা। অকলে অকলে চাহ বাগিছাৰ মাজৰ বাটটোৱেদি গৈ থাকোতে তাৰ মনত পৰিছিল চিলা পাহাৰৰ দাঁতিৰ সেই মোকোট গাওঁখনৰ থানৰ বিয়াগোম শোঁৰা গছ জোপাৰ ছাঁত বহি তাৰ আক বকবাৰ কথা শুনিবলৈ সিহঁতে পৰম আগ্ৰহেৰে

কি দৰে বাট চাই আছিল। সিহঁতৰ নিঃসহায় মুখবোৰ দেখি সেইদিনা কিয় জানো বাৰে বাৰে তাৰ মনলৈ আহিছিল ক্ষয়ৰোগগ্ৰস্ত, নিৰুপায়, প্ৰতি পলে মৃত্যুৰ ক্ষণ গণা ৰাজেন কলিতাৰ কল্পিত মুখখন।

সেইদিনা থানৰ মুকলিখিনি পোৱাৰ লগে লগে প্ৰথমে তাৰ চকুত পৰিছিল ফটাচিটা মলিয়ন কাপোৰ একোডোখৰহঁত পিন্ধি উদং দেহেৰে বিস্ময় আৰু কৌতূহলেৰে সিহঁত দুয়োৰে পিনে চাই থকা মুখবোৰলৈ। বুকুৰ পৰা আঁঠুলৈ ঢাক খোৱা বিভিন্ন ৰঙৰ মেখেলাৰে আৰু সংশয় আৰু উদ্বেগৰ বোবা নিথৰ দৃষ্টিৰে তিৰোতা মানুহবোৰ; দেহত বয়সৰ উদাৰ বদান্যতা, মুখত অনায়াস উচ্ছল হাঁহিত বাদে মনক আকৰ্ষণ কৰিব পৰাৰ নামত একোৱে নথকা গাভৰু-জাক—আটায়ে সিহঁত সভাথলীত বহাৰ লগে লগে কাঠৰ পুতলাৰ দৰে ভাবলেশহীন নিৰ্বিকাৰ হৈ পৰিছিল। ডেকাহঁতৰ মুখতো কোনো অনুভূতিৰ প্ৰকাশ সি বিচাৰি পোৱা নাছিল। শতিকাৰ নিষ্পেষণ সহি সহি বিবৰ্ণ, নিৰুদ্বিগ্ন হৈ পৰা মুখবোৰত সামান্য অকণ উত্তেজনা অথবা যন্ত্ৰনাৰ আভাসো নেদেখি সঁচাকৈ দুখ লাগিছিল তাৰ।

বকৰাই সমবেত সকলক বুজাইছিল চীন আৰু ৰুচ দেশত হোৱা ধনী-জমিদাৰ বিৰোধী বিপ্লৱৰ কথা। দক্ষিণ কামৰূপত লাভ কৰা সৰু সৰু ক্ষণিক সাফল্য-বোৰৰ কথাও শ্ৰোতাৰ মনত ঘনিষ্ঠ আৰু নিবিড় কৰি তোলাৰ অৰ্থে বকৰাই উল্লেখ কৰিছিল সহজ অননুকৰণীয় ভংগীৰে, নাতিদীৰ্ঘ এটি বক্তৃতাৰ জৰিয়তে। বক্তৃতাৰ শেষত বকৰাই ৰাইজক সম্বোধন কৰি উচ্চ স্বৰে কৈছিল:

: ৰাইজ, আপোনালোকে মোৰ লগে লগে ডাঙৰকৈ কওক—ইয়ে আজাদী ঝুথা হ্যায়, ইয়ে আজাদী ঝুথা হ্যায়, চীফ্ চাসড়াকা বদল—চীফ্ চাসড়া—

ৰাইজৰ বিশৃংখল চিঞৰত বকৰাৰ কথা তল পৰি গৈছিল। বহুত বিশৃংখল ধ্বনিৰ মাজেদি শেষৰ পিনে কিন্তু বকৰাই শিকোৱা ধ্বনিষাৰ শুদ্ধ ভাৱে উচ্চাৰিত হ'ল। ডেকাহঁতৰ চকুৰে মুখে এটা উত্তাপৰ আভাস সি লক্ষ্য কৰিলে। শেষত সি থিয় হৈছিল। লগে লগে সমবেতসকলৰ মাজত সঞ্চাৰিত হৈছিল এক মৃদু চাঞ্চল্য।

কথাবোৰ মনত পৰি যোৱাৰ লগে লগে তাৰ মনটোও অশান্ত হৈ পৰিছিল। দূৰত হালধিবাৰী গাঁৱৰ দিগন্তত মিলি পৰা সেউজ ৰেখাডাল চকুত পৰাতহে সি সচেতন হৈ পৰিছিল আৰু ৰাতি হোৱাৰ আগতেই গাওঁখন পাবলৈ বুলি

ৰেগাই খোজ দিছিল। গুপুত জেপত থকা ভটোমেটিকটোৱে তাৰ বাওঁ কৰঙণত খুচি গৈ আছিল। পিচপিনেও বাওঁ টিকাত কোবাই গৈ আছিল নেপালী খুকুৰীখনৰ খাপটোৱে।

গুৱাহাটীৰ পৰা আহিবৰ বেলিকা ভয়তে কেহেঁৰাজ বটা যেন হৈ পৰা গোপালৰ মুখখন। মনত পৰাত অকলে অকলে তাৰ হাঁহি উঠিছিল। ৰেলগাড়ীৰে আহিবলৈ ঠিক কৰা শুনি ভয়তে ষ্টেচনলৈ নাহিলেই গোপালে। সি কিন্তু স্বচ্ছন্দে আহি তিনিচুকীয়ালৈ অহা নেপালী মানুহৰ ভৰা এটাত উঠি লৈছিলহি। কথাই কথাই তেওঁলোকে তাৰ পৰিচয় সুধিছিল—

: তিমিৰ ক্যা থৰ হো দাই?

: মৈলে লিম্বু। মেৰো নাম পদম বাহাদুৰ লিম্বু।

প্ৰথমে ভেশছন কৰি ওলাওতে আয়নাত নিজৰ মুখৰ ছবিটো দেখি তাৰ নিজকে কোনোবা নেপালী জনজাতি পদম বাহাদুৰ লিম্বু যেনেই লাগিছিল। আৰু সি সঁচাকে ভেশছনটো কৰি উঠাৰ পাচত সকলো সংশয় দ্বিধা পাৰ হৈ একেবাৰে সেই পদম বাহাদুৰৰ সতে একাত্ম হৈ পৰিছিল।

এই শিক্ষা তাৰ যে কিমান দিনীয়া, নিজৰ মনতেই নপৰে। বিশ্ব বিশ্ৰুত কৌতুকাভিনেতা আমেৰিকাৰ মিষ্টাৰ লংচেনিয়ে কলিকতাৰ গুৱাই এম চি এ-ত উনৈচ শ আঠাইশ চনতে তাৰ কৌতুক অভিনয় দেখি আনন্দতে সাবটি ধৰি তাক অকৃত্ৰিম অভিনন্দন জনাইছিল। সি তাত ৰূপায়িত কৰিছিল হ্যুজ কুঁজ হান্‌চ্‌ব্যাক অফ্‌ নট্ৰ্‌ডামৰ চৰিত্ৰ। এয়াতো নিতউ দেখি থকা সাধাৰণ নেপালী মানুহৰ ভেশছন!

গোপালে আকৌ সেইবাবেই ভয় কৰিছিল। কাল্পনিক চৰিত্ৰ ৰূপায়ণত খুঁত থাকিলেও সাধাৰণৰ চকুত নপৰে। কিন্তু সাধাৰণ, নিতউ দেখি থকা বাস্তৱ চৰিত্ৰ এটাক ৰূপায়ণ কৰাটো অত্যন্ত কঠিন কথা। খুঁত যিমানেই সামান্য নহওক লাগিলে মানুহৰ চকুত ধৰা পৰাৰ সম্ভাৱনা থাকিবই।

গোপালৰ যুক্তি শুনি সি হাঁহিছিল। সি তেওঁক আশ্বাস দি কৈছিল যে বিশেষ ব্যক্তি এজনৰ বা চৰিত্ৰ এটাৰ ভেশছন কৰিলেহে তেওঁৰ আশংকাৰ যুক্তিযুক্ততা থাকিব পাৰে। কিন্তু নিতউ দেখি থকা এশ্ৰেণী মানুহৰ ভেশছন ধৰাটো বৰ সহজ কথা। পোছাক-পাতি আৰু কথা-বতৰাচ মিলিলেই যথেষ্ট। বাটৰ মানুহে তাৰ বাবে কোনো বিশেষ কৌতুহল প্ৰকাশ নকৰে। সি নেপালীৰ ভেশছনতেই এইখিনি পালেহি। নিৰ্বিঘ্ন

নিৰাপদ অৱস্থাত। ভক্তো ষ্টেচনত নামিলহি। তাৰ পাচত আঠাবাৰী, ডিমৌ হৈ এয়া দিখাৰী বাগিছাবে নির্বিঘ্নে আহি এতিয়া গন্তব্যস্থল পাবৰে হ'লহি। গোপালৰ ভয়ার্ত্ত মুখৰ ছবিটো মনলৈ অহাত পুনৰ তাৰ হাঁহি উঠি গ'ল।

হালধিবাৰীৰ পৰা মাজনিশা গিৰিহঁতৰ কাকো মাতবোল নকৰাকৈ ওলাই গৈছিল আৰু পুৱাৰ আগতে কললুৱা পাই দেউৰীগাঁৱৰ এঘৰৰ নঙলামুখত জুই একুৰা পাই তাতে বহি পুবে ধল ফাট মেলিবৰ বাবে বাট চাই থাকিল। কিয়নো ধল ফাট মেলাৰ লগে লগে খোজ ললে খোৱাং বোৱাৰী পুৱাতে পোৱা যাব।

দেউৰী গাঁৱৰ হাতী মেলি দিয়া জাৰণিখনত ফেকুৱা এটাই চিঞৰি আছিল। বোধকৰোঁ ওৰবাত বাঘ দেখিছে। হয়তো তাক দেখিও ভয়তে চিঞৰিব পাৰে। সি মনতে ভাবিলে। বিৰীৰ হোপাত চকুহুটা টানি আনিছিল। সি মাটিতে শুই পৰিল হাতৰ ভাজত মূৰটো দি। পথৰ ক্লান্তিত খন্তেক পাচতে সি ভৰ টোপনিত পৰিছিল।

খোৱাংঘাট পাবলৈ পোৱা মাইলমান থাকোতেই দিহিঙৰ পাৰত এখন পৰিত্যক্ত নাৱঁত সি বহি ললে। ঘাটত দুই এটা মানুহ নমা তাৰ চকুত পৰিছিল। সি বৈ আছিল নীলুক লগ পোৱাৰ আগতে ঠাইখনৰ সাম্প্রতিক পৰিস্থিতিটো ভালদৰে বুজি লোৱাৰ বাবে। এনে আধা গাওঁ আধা চহৰ ঠাইবোৰত পুৱা নদীৰ ঘাটত ঠাইখনেই উন্মোচিত হৈ পৰেহি। কাজেই সি সতর্ক হৈ লোৱাটোকে সমীচীন বুলি ভাবিলে।

প্রায় পোন্ধৰ মিনিটমান আগৰ পৰাই নীলু নির্দিষ্ট স্থানত বৈ আছিলহি। উচ্‌পিচ্‌কৰি মাজে মাজে হাতৰ ঘড়ীটো চাই বৈ থকা নীলুক দেখি দূৰৰ পৰাই সি চিনি পাইছিল। মৰাণৰ পিনে দীঘল বাটটোৰে তেওঁ তাক দেখে নেকি বুলি মাজে মাজে চাই আছিল।

কাঁটাই কাঁটাই দহবজাত, সন্দেহজনক একোকে চকুত নপৰাত সি নীলুক সুধিলেহি সমুখৰ আলিবাটটো কলৈ গৈছে বুলি নেপালী ভাষাত। নীলুৱে একোকে নুবুজি ভেবা লাগি তাৰ মুখৰ পিনে চাই আছিল। আগন্তুকৰ মাতটো শুনি তাৰ অকণ খোকোজাও লাগিছিল। সি তেওঁৰ বিমূঢ় ভাবটো ধৰিব পাৰি অসমীয়াতে মাতটো সৰু কৰি তেওঁক তাৰ পিচে পিচে আহি থাকিবলৈ কলতহে তেওঁ তাক চিনি পালে। অথচ সতর্কতাৰ

খাতিৰত উদ্বেলিত হাঁহিটোও কষ্টেৰে সামৰি ৰাখিলগীয়াত পৰিল। নীৰবে তেওঁ তাৰ পিচে পিচে গৈ থাকিল।

সি গৈ আছিল আৰু মনতে সমগ্ৰ আঁচনিটো সজাই লৈছিল। শদিয়া ডাঙৰি খোৱাং মৰাণ এই অঞ্চলবোৰ তাৰ মানত সিহঁতৰ তেজপুৰৰ ঘৰটোৰ পিৰালি খনৰ দৰে। চৰ মনৰ ভিতৰতে আঁকা আছে। কোনপিনে কাৰ ঘৰ, ক'ত কাৰ বাৰীৰ চুক, পানীখোৱা, গা-ধোৱা নদীৰ ঘাট চৰ তাৰ নখ দৰ্পনত। মাত্ৰ চাৰি কি পাঁচটামান বছৰৰ আগতে সি এই অঞ্চলৰ গাওঁ ভুইবোৰ চলাথ কৰি থৈ গৈছে। খোৱাঙৰ লেঙেৰিত 'তেজৰ তাজ' নামৰ কাব্য নাটিকাখন ৰচনা কৰি এটাই মঞ্চস্থ কৰিবৰ বাবে ডেকাহঁতক উদগাই দি এদিন ৰাতি সি হঠাৎ গুচি গৈছিল ডাঙৰিৰ অভিমুখে। তাত ফাটোৱালীহঁতৰ ঘৰত ৰচনা কৰিছিল 'সুৰৰ দেউল'। এখন নাতিদীৰ্ঘ নৃত্য নাটিকা। আলোড়িত হৈ পৰিছিল অঞ্চলৰ যুৱক সমাজ 'সুৰৰ দেউল' যেতিয়া মঞ্চীকৃত হৈছিল স্থানীয় হাইস্কুলত।

এবাৰ আকৌ শদিয়াৰ মাইথন গাৱঁৰ পৰা এই নীলুৰ লগতে সি যোৱাৰ বাবে ঠিক কৰিছিল চীন সীমান্তলৈ। হাতীৰে পৰ্বতে পৰ্বতে। অৱশ্যে যাত্ৰাৰ দিনৰ চাৰিদিনৰ আগতে কঠিন গ্ৰহণী ৰোগত সি আক্ৰান্ত হৈছিল। গতিকে যোৱাটো হৈ নুঠিল।

এই অঞ্চলক লৈ আৰু এটা বিৰাট স্বপ্নক সি প্ৰশ্ৰয় দিছিল। পুৰণি সাঁচি-পতীয়া পুথিবোৰ গোটাই লৈ লিখিবলৈ লৈছিল সেই অঞ্চলৰ প্ৰাচীন মটক ৰাজ্যৰ এখন বিস্তৃত ইতিহাস। মটক ৰাজৰ শেষ বংশধৰ লংকেশ্বৰ গোঁহাই দেৱে তাক লেখাৰ বাবে যাৱতীয় সকলো সুবিধা কৰি দিছিল। বিভিন্ন গাৱঁৰ পৰা সংগ্ৰহ কৰা সাঁচিপতীয়া পুথি, দিস্তাই দিস্তাই কাগজ, লিখাৰ সা-সৰঞ্জাম আৰু মদৰ্দমহল এখনৰ দাঁতিতে কাম কৰা লগুৱা এটাৰে সতে এটা নিৰিবিলি ঘৰ। শান্তিৰে সি লিখিছিলো কিছুদিন ধৰি। কিন্তু এদিন হঠাৎ মগজুৰ পোকটোৱে সাৰ পাই চৰ বানচাল কৰি দিছিল। মাজনিশা হঠাৎ কিবা মন গ'ল, য'ৰ কাগজ পত্ৰ ত'তে এৰি থৈ পিঞ্জৰাৰ পখী উধাও হৈছিল।

হাঁহিও উঠে, অনুশোচনাও হয় কেতিয়াবা তাৰ সেইবোৰ কাহিনী মনত পৰিলে। মাথোন একেটা কথাতে লাগি ঘণ্টাৰ পাচত ঘণ্টা, দিনৰ পাচত দিন একে ঠাইতে থকা—কথাষাৰ ভাবিলেই তাৰ শ্বাসৰুদ্ধ হৈ যাব খোজে। এসময়ত সঁচাকৈ তাৰ কি যে হৈছিল! তেনেবোৰ কথাৰ মাজতে জীৱনটোৰ অৰ্থ

বিচাৰি সি হাবাথুৰি খাইছিল। কিন্তু প্ৰতিমুহূৰ্তে হতাশাত বাদে সি এ.কাকে পোৱা নাছিল। অথচ এইবোৰৰ ভৱিষ্যতে অকণ চাঞ্চল্য, অকণ উষ্মা বচাই নাৰাখিলেও তাৰ ভয় হৈছিল, এদিন তাৰ জীৱনৰ সমস্ত গতিয়েই স্তব্ধ হৈ যাব পাৰে বুলি। আচলতে কিন্তু প্ৰতিদিনে অৱকাশৰ মুহূৰ্তবোৰত এনেবোৰ কথাৰ প্ৰতি সি বীতশ্ৰদ্ধ হৈ পৰিছিল।

আকাশ পাতাল অজস্ৰ কথা ভাবোঁতে আঁচনিটোৰ কথা সি পাহৰিয়ে গৈছিল। আকৌ খুকুৰীখন আৰু অটোমেটিকটোৰ প্ৰতি সি সচেতন হ'ল। নিজকে 'ইলিউশ্যন এণ্ড্ ৰিয়েলিটি'ৰ ৰচয়িতা ক্ৰাষ্টোফাৰ চেণ্ট জন স্প্ৰিগৰ দৰে লাগি গৈছিল। তেওঁ স্পেইনৰ গৃহযুদ্ধৰ সময়ত কলম এৰি হাতত তুলি লৈছিল বন্দুক। সি ও আজি সৰ্বহাৰাৰ সংগ্ৰামত লগত ৰাখিব লগীয়াত পৰিছে কলমৰ সলনি অটোমেটিক ৰিভলভাৰ। শিল্পীৰ তুলিকাৰ সলনি নেপালী খুকুৰী। সিও হয়তো স্প্ৰিগৰ দৰেই এদিন ট্ৰেঞ্চত মেচিনগানত হাত থৈ আগমৰণে মৰিব লাগিব।

আগমৰণে মৰাৰ কথা ভাবোঁতেই হঠাৎ অনুপমাৰ কথা মনত পৰিছিল তাৰ। মনৰ ভাবটো আঁতৰাই পঠোৱাৰ উদ্দেশ্যেই সি নীলুক মাত এনেয়ে সুধিলে—

: নীলু, তোমাৰ প্ৰোগ্ৰাম ?

: সেইটো নিৰ্ভৰ কৰিছে আপোনাৰ ওপৰতহে।

: ব'লা তেন্তে আগেয়ে গাৱঁত সোমাই লওঁ।

সি আঁচনি মতেই বাগিছাৰ মাজৰ বাটটোৰে বৰবস্তিৰা গাঁৱৰ পিনে সোমাই যাবলৈ সাজু হ'ল। ভাঁজটো ঘুৰি বাটটোত সোমাবলৈ ধৰোতেই হঠাৎ মনৰ গতি তাৰ থমকি ৰৈ গ'ল। পুলিচ দুজন বাটটোৰেদি আহি আছিল। ডিব্ৰুগড়ৰ নালিয়াপুলত পুলিচ বিষয়াক হত্যা কৰা ঘটনাটোৰ পাচৰ পৰা পুলিচ বেচি সতৰ্ক আৰু শত্ৰু ভাবাপন্ন হৈ পৰিছিল সিহঁতৰ। সি চকুৰ পচাৰতে কৰ্ত্তব্য ঠিক কৰি ললে। নীলুক একেদৰে গাৱঁৰ পিনে গৈ থাকিবলৈ কলে। আৰু সি বাটৰ দাঁতিতে টোপোলাটো থৈ চাহৰ বাগিছাত সোমাই চাহ গছৰ মাজত বাটৰ পৰা দেখাকৈ বহি ললে।

পুলিচ দুটাই টোপোলাটোলৈকেও কেৰাহিকৈ নাচালে। তাৰ চোৱাটো দূৰৰ কথা। নেপালী মানুহৰ বেয়া স্বভাববোৰ সম্বন্ধে খোলাখুলি আলোচনাত ব্যস্ত হৈ পাৰ হৈ গ'ল। সি পুলিচ দুটা আঁতৰ হোৱাত নেপালী সাজ সলাই পঞ্জাবী পায়জামা পিন্ধি গাৱঁত সোমাই পৰিল।

আঁচনি মতে গাৱঁৰ ডেকা দুজনে এঘৰত তেতিয়া তাৰ বাবে বাট চাই আছিল।

———



চকটোতে পকীআলিটো এৰি ধূলিয়ৰি ৰাষ্টাটোৰে সি অৰুণ সোমাই গ'ল। আৰু এজোপা গছৰ তলত থকা বাহৰ বেঞ্চি এখনত বহি লৈ বিৰী এটা উলিয়াই ললে। নিজৰ লেতেৰা পায়জামাটোৰ কথা মনত পৰাত সি জেপৰ পৰা জুইবাহটো মুলিয়ালে। কিয়নো সি যিটো চেহেৰা লৈছিল, তেনে চেহেৰাৰ মানুহবোৰে প্ৰায় জুইবাহ লগত নাৰাখে। সি জুইবাহ বিচাৰি বাটৰ কাষৰ দোকানখনলৈ নামি গ'ল।

মুড়ি আৰু কুকি বিস্কুটৰ টিন দুটাৰ আঁৰত লুকাই থকা চুটি চাপৰ দোকানীজনে যেন ইমান পৰে তাৰ বাবেই বাট চাই আছিল এনেদৰে সি নোখোজাকৈয়ে উলিয়াই দিছিল জুইবাহটো। সি বিৰীটো জ্বলাবলৈ বুলি হাতৰ তলুৱাৰ আঁৰত জ্বলি থকা কাঠিটোলৈ মুখখন নিওঁতেই দোকানীয়ে সুধিলে—

: বাবু ক'ত যাবেক বে?

: দুটা মানুহৰ কাৰণে বাট চাইছোঁ।

ইমান সময় তেওঁ হয়তো কথা পাতিবৰ বাবেই মানুহ বিচাৰি ফুৰিছিল। তাৰ উত্তৰত তেওঁ সন্তুষ্ট নহ'ল। আকৌ সুধিলে তেওঁ অদ্ভুত এটা আন্দাজ কৰি—

: কি, ডুৱাৰমাৰাৰ মহাজন নেকি?

: না। মাকুমৰ।

: তুৰ ঘৰ ক'ত বাবু?

: ধাতুম।

তাৰ চমু কটমট উত্তৰবোৰে দোকানীৰ নিশ্চয় প্ৰত্যয় জন্মাব পাৰিছিল। তেওঁ আৰু তুনাই প্ৰশ্ন নকৰিলে। এনেবোৰ গোপনীয় কথাত লোকৰ কৌতুহল প্ৰকাশ বৰ বিৰক্তিজনক। সি যেন বৰ বিৰক্ত হৈছে এনে এটা ভাও জুৰি মুখখন গোমোঠা কৰি তাৰ পৰা লাহে লাহে উঠি গ'ল। দোকানীয়ে তাক কানি বেপাৰীৰ মানুহ বুলি সন্দেহ কৰাত মনে মনে তাৰ হাঁহিও উঠিছিল।
তলে তলে অকণ বিৰক্তও নোহোৱাকৈ থকা নাছিল সি। নীলুক বৰবৰুৱাৰ পৰাই পঠাই দিয়া হৈছে গুৱাহাটীলৈ বুলি। কৰ্মী দুজনমান পঠাই দিয়াৰ অনুৰোধ সহ। বৰবৰুৱাৰে ডেকা কৰ্মী দুজনক আকৌ আগধৰি পঠোৱা হৈছে ডাঙৰি অঞ্চললৈ। ধাতুম, লাওপাতি এই গাওঁবোৰত মিটিং কেখনমানৰ আয়োজন কৰিবলৈ।

সোনোৱাল আৰু শইকীয়া নামৰ ডেকা দুজন ৰাতিপুৱাতে এই দোকানখনৰ সন্মুখতে তাৰ বাবে বৈ থকাৰ কথা আছিল। এতিয়া আকৌ সিহে তাহাঁতৰ কাৰণে বৈ থাকিবলগীয়াত পৰিছে। ইপিনে ডেকা দুজনৰ এতিয়ালৈকে দেখাদেখিয়েই নাই।

তাহাঁত দুয়ো এই অঞ্চলবোৰত ভাল কাম কৰা বুলি সি শুনিছিল। এজন বি এ পাচ কৰি জীৱনৰ অৰ্থ বিচাৰি ফুৰা অশান্ত যুৱক। শইকীয়া বোলাজনে মেট্ৰিকলৈ পঢ়ি ঘৰতে খেতি বাতি কৰে আৰু বাহি সময়খিনি সমাজৰ কামত মন প্ৰাণ ঢালি দিয়ে। দুয়ো কৃষক পঞ্চায়তৰ সদস্য। হেনো কেদাৰ গোসাঁইৰ চিন্তাৰে প্ৰভাবিত। তাৰ মানত তাহাঁত গোসাইৰ চাল চলনেৰেও প্ৰভাবিত যেন লাগিল।

সি ধূলিয়ৰি আলিবাটটোৰ দাঁতিৰ দুবৰিয়নিয়েদি লাহে লাহে আগবাঢ়ি গৈ আছিল। ডেকা দুজনলৈ বাট চাই চাই। গাওঁখনত মানুহ নথকা যেন অনুমান হৈছিল তাৰ। কিয়নো বাটত অথবা কাষৰ ঘৰবোৰৰ নঙলামুখত সি এজনো মানুহ দেখা নাছিল। কাৰোবাক কিবা সুধিবলৈ বুলি ইপিনে সিপিনে চাওঁতেই তাৰ চকুত পৰিল দূৰৈত এটা মানুহৰ জুম। জুমটো এঘৰৰ নঙলামুখত বৈ আছিল। মনতে সন্দেহ কৰি যাব নে নেযাব থিৰ কৰাৰ আগতেই সি

জুমটোৰ কাষ পালেহি। এনেতে মানুহ এজনে চাইকেল এখনলৈ তাৰ কাষেদিয়ে কোবাকুবিকৈ পাৰ হৈ গ'ল। সি মানুহজনকে সুধিলে ঘটনাটোনো কি। মানুহজনে হাতীয়ে মানুহ মাৰিছে বুলি কলে। আৰু কিবা সুধিবলৈ সি সুযোগকে নাপালে। ইতিমধ্যেই মানুহজন ভালেখিনি আঁতৰি পৰিল।

এইবাৰ সি নিশ্চিন্ত মনে জুমটোৰ কাষ পালেহি। মৃত মানুহজনীৰ ক্ষত বিক্ষত দেহটো কাপোৰৰ তলত লুকাই আছিল। মুখখন কিন্তু আচৰিত ভাৱে আছিল শান্ত নিৰুদ্বিগ্ন। আতংক বা যন্ত্ৰনাৰ কোনো চিন তাত নাছিল। মানুহজনীক চোতালতে পৰি থকা দেখি তাৰ মনত পৰিছিল প্ৰায় ওঠৰ বছৰমান আগৰ এটা ঘটনালৈ।

সি তেতিয়া আছিল কলিকতাত। লগত তাৰ প্ৰথমা ভাৰ্যা প্ৰিয়লতা। যাৰ সুৰদি কণ্ঠ শুনি মুগ্ধ হৈ সি বিয়া কৰাইছিল।

দুয়ো প্ৰানান্ত শ্ৰম কৰে। সি গীত ৰচে, নাটক লেখে ; আৰু দুয়ো চেনোলা কোম্পানীৰ ষ্টুডিওত ৰূপায়ণ কৰে। মাজে মাজে সময় আৰু মনৰ আহৰি পালেই কলিকতাৰ অলিয়ে গলিয়ে, পথে ঘাটে য'তেই বৈঠক হোৱা শুনে তালৈকেই ঢাপলি মেলে।

এবাৰ হঠাৎ প্ৰিয়লতাৰ অসুখ হৈছিল। দৰৱ জাতিয়ে কাম নিদিয়াত সি তেওঁক হাস্পাতালত ভৰ্ত্তি কৰাই দিছিল। অসুস্থা পত্নীক হাস্পাতালত তাৰ শিষ্যপ্ৰতিম ডাক্তৰ এজনৰ হাতত গটাই দিয়াৰ লগে লগে তাৰ যেন মনৰ আহৰি উপচিহে পৰিল। সি ঘৰত নোসোমালেই ; বাহিৰে বাহিৰে সংগীতৰ বিভিন্ন বৈঠকত যোগ দিয়াত ব্যস্ত হৈ পৰিল। দুদিনৰ পাচত কোনোবা এখন বৈঠকৰ পৰা উভতি আহোতে হঠাৎ তাৰ মনত পৰিছিল অসুখীয়া পত্নীলৈ। হাস্পাতাললৈ বুলি সি ঢাপলি মেলিছিল পোনে পোনে।

আহি দেখিলেহি প্ৰিয়লতাতো নিৰ্দিষ্ট বিছনাখনত নাই। নাৰ্চক সুধিলে। তেৰোঁতো নাজানে প্ৰিয়লতা নামৰ কোনো বেমাৰীৰ কথা! দুয়ো বিবুধিত পৰি নিৰ্দিষ্ট বিছনাখনত কেঁকাই কেঁকাই শুই থকা বুঢ়ী মানুহ গৰাকীলৈ খন্তেক চাই ৰ'ল। নাৰ্চে অলপ পাচত পাতল হাঁহি এটা মাৰি সুধিলে—

: এৰেঁই নহয়তো!

বিতৃষ্ণাৰে প্ৰশ্নযাৰৰ কোনো উত্তৰ নিদিয়াকৈ সি তাৰ চিনাকি ডাক্তৰজনক বিচাৰি গ'লাল। গ'লাল হয়, কিন্তু মুহূৰ্ত্তৰ পাচতে আৰু এটা ভীষণ

সমস্যাই মূৰ্ত্তিমান প্ৰশ্ন হৈ তাৰ সন্মুখত থিয় হ'ল। ডাক্তৰজনে তাক গুৰুৰ দৰে মানে সঁচা। বাটে পথে দেখিলে মাজে মাজে পদধূলিও লয় তাৰ। কেবাখন বৈঠকতো সি তেওঁক লগ পাইছে; কিন্তু নামটোতো সি নাজানে। নাম সোধাৰ বাবে সেই মুহূৰ্ত্তলৈকে তাৰ অৱকাশ প্ৰয়োজন কোনোটোৱেই নাছিল।

তথাপি আন এজন ডাক্তৰক সি ওৱাৰ্ডটোৰ চিনাকি দি মানুহজনৰ আকৃতি প্ৰকৃতিৰ কথা কোৱাত তেওঁ তাক অনুমানতে এটা বিশেষ কোঠালৈ দেখুৱাই দিলে। ডাক্তৰজনৰ অনুমান পিচে নিৰ্ভুল আছিল।

চিনাকি ডাক্তৰজনো তাৰ কথা শুনি বিবুধিত পৰিছিল। বহুত বিচাৰ-খোচাৰৰ পাচত প্ৰিয়লতাক বিচাৰি উলিওৱা হৈছিল মৰ্গত। আন চাৰিটা মৃতদেহৰ লগত! এই হাতীয়ে মাৰি থৈ যোৱা মানুহজনীৰ শান্ত নিৰুদ্বিগ্ন মুখখন দেখি বাৰে বাৰে তাৰ মনলৈ আহিছিল প্ৰিয়লতাৰ সেই নিঃসহায় অথচ উদাস মুখখনৰ ছবি। হঠাৎ সি অন্যমনস্ক হৈ পৰিছিল। এনেতে কাৰোবাৰ মুখত পুলিচ মাতিবলৈ মানুহ পঠোৱাৰ কথা শুনি সি সচেতন হৈ পৰিছিল আৰু ওলাই আহিছিল আলিবাটলৈ।

তেতিয়াহে দুজন ডেকা মানুহে কথা পাতি পাতি সি এৰি অহা দোকানখনৰ সমুখ পাইছিলহি। সি চিনি পোৱা নাছিল, কিন্তু অনুমানতে সি নিশ্চিত হৈছিল যে ডেকা দুজন তাহাঁতেই হব।

সি চিনি পোৱা নাছিল যদিও শইকীয়া-সোনোৱালে তাক ঠিকেই চিনিছিল। তাৰ ওচৰ পোৱাৰ লগেই দুয়োজনে পলম হোৱাৰ বিভিন্ন অজুহাত দাঙি ধৰিলে। সি তাহাঁতৰ অজুহাতলৈ কৰ্ণপাত নকৰি যাত্ৰা আৰম্ভ কৰিলে এক মুহূৰ্ত্তও বিলম্ব নকৰি। আলিবাটেদি কিছুদূৰ যোৱাৰ পাছতেই সিহঁত তিনিও অটব্য অৰণ্যত সোমাই পৰিল।

সম্ম আগত সি হাতীৰ দৰে বাটত হলি পৰা গছৰ ডাল পাতবোৰ মহতিয়াই তাহাঁত দুয়োৰে কাৰণে বাট মুকলি কৰি গৈ আছিল। ইতিমধ্যে কলিকতাৰ পৰা কম্পাচ আৰু ঘড়ী আহি পৰাত দিক নিৰ্ণয় কৰাত তাৰ অসুবিধা হোৱা নাছিল।

আবেলি একমান বজাত সিহঁতে প্ৰকাণ্ড হোলোং গছ এজোপাৰ তলত বহি জিৰাই লৈছিল। কিবা বনৰীয়া ফুলৰ গোন্ধে ঠাইখন আমোলমোলাই আছিল। তাৰ মনত পৰিছিল ডিমাছা কছাৰীসকলৰ মাধবীফুলৰ সেই

পুৰণি বহুত কিবা কিবি কথা মনত পেলাই দিয়া মৰম সনা গীত টোলৈ— মাৰ্মি মুহুস্বা হাদিং স্নি
শুশ্ৰুঠাই মজাংবা দিখং স্নি।

মাৰ্মি মাধবীফুলৰ সৌৰভে সাতখন পাহাৰ বিয়পি পৰে বোলা গীতটোৰ কথা ভাবোতেই তাৰ মনটোৱে চেকুৰ মাৰিছিল উত্তৰ কাছাৰ পাহাৰৰ টিঙে টিঙে মাৰ্মি ফুলৰ সৌৰভ বিচাৰি। পুৰণি অনেক স্মৃতিগাঁথাৰ আঁত বিচাৰি। এসময়ত ক্লান্ত মনটো তাৰ থমকি ৰ'ল গঞ্জম নামৰ ৰূপকথাৰ ৰাজকুমাৰ সোমোৱা, কাউৰীৰ কা নোহোৱা, পক্ষীৰ ৰা নোহোৱা সৰু পাহাৰী এখন জনপদত। তাতেই ইংৰাজ সকলে পোন প্ৰথমে সেই অঞ্চলৰ প্ৰশাসন কেন্দ্ৰ স্থাপন কৰিছিল। আৰু তাতেই অসমৰ সন্ত্ৰাসবাদী স্বাধীনতাৰ বিপ্লবীৰ অগ্ৰণী সম্বোধন কাছাৰীয়ে তেওঁৰ একমাত্ৰ অনুচৰ মানচিং কাছাৰীক লগত লৈ উনৈচ শতিকাৰ অষ্টম দশকত ইংৰাজৰ বিৰুদ্ধে সশস্ত্ৰ বিপ্লৱ কৰিছিল। ইংৰাজ বিষয়াক হত্যা কৰি, অফিচ আদালত জ্বলাই ইংৰাজ সকলক সন্ত্ৰস্ত কৰি তুলিছিল।
অৱশ্যে শেষত এদিন পদবীৰ প্ৰলোভনেৰে ভুলাই তেওঁৰ আপোন মানুহৰ হতুৱায়ে সম্বোধনক বৃটিছসকলে হত্যা কৰাইছিল। আজিও সেই বীৰত্ব কাহিনী মাৰ্মিফুলৰ সৌৰভৰ দৰেই উত্তৰ কাছাৰৰ পাহাৰে পাহাৰে মানুহৰ মুখে মুখে প্ৰচলিত।
সম্বোধনৰ লগে লগে অৱশ্যে শেষ হৈছিল এটা বিশাল জাতিৰ দুৰ্বাৰ গতিশীল ঐতিহ্য। আৰু ওৰ পৰিছিল ডিমাছাসকলৰ মাজত বিপ্লৱৰ সমস্ত সম্ভাৱনা আৰু উৎসাহ। কথাবোৰ ভাবি ভাবি সি ইহঁত দুটালৈ চালে। তাহাঁতে চিৰা আৰু গুৰৰ টোপোলা উলিয়াই মধ্যাহ্ন ভোজনৰ দিহা কৰাত ব্যস্ত। সি গছ এজোপাত আওজি যোৱা উজাগৰী ৰাতিটোৰ ক্লান্তি অপনোদন কৰাৰ উদ্দেশ্যে চকু দুটা মুদি দিলে। একোকে খাবলৈ তাৰ মন নগ'ল।
সি মনে মনে শইকীয়া আৰু সোনোৱালৰ কথাও ভাবিলে। যুগপৎ মনত পৰিছিল তাৰ বুকুৰ বান্ধৈ মহেন্দ্ৰ ডেকাফুকনৰ এষাৰ কথালৈ। সেই সময়ত অসমৰ স্বাৰ্থৰ হৈ ফোৰোহনি মৰা তথাকথিত বিপ্লবীবোৰৰ কথা কিবা প্ৰসংগত ওলালেই তেওঁ কৈছিল—
: বুকুৰ বান্ধৈ, বিপ্লৱ কৰাৰ আগতে নিজে বিপ্লবী হৈ লব লাগিব

নচেৎ বিপ্লৱ কেতিয়াও সফল নহয়।

এই ডেকা দুজনৰো বিপ্লৱী জীৱনৰ প্ৰতি মনোভাব কেনেধৰণৰ সি এতিয়াও ধৰিব পৰা নাই। খোৱাৰ এই বহুল ব্যৱস্থা লগতে লৈ অহা দেখি তাৰ এফালে যিদৰে সন্দেহ হৈছিল, আনফালে আকৌ এনে এটা প্ৰতিকূল পৰিবেশত পৰম তৃপ্তিৰে দুয়ো খাবলৈ ধৰা দেখি আশ্বাসো পাইছিল মনতে।

ডেকাদুজনৰ কথা ভাবিবলৈ চেষ্টা কৰোতে পুনৰ ডেকাফুকনৰ কথাই মনলৈ আহিছিল। তেতিয়া ডেকাফুকন আছিল কলিকাতাৰ ওৱাহিদ মেনচনত। তেওঁ তেতিয়া আছিল মহেন্দ্ৰ জিৎ সিংহ ফুকন। সেইকালৰ প্ৰখ্যাত শিল্পপতি আলামোহন দাস ইণ্ডাষ্ট্ৰীৰ এড্‌ভাৰ্‌টাইজিং ম্যানেজাৰ। ভৰিৰ বুঢ়া আঙুলিৰ নখৰ পৰা মূৰৰ তালুলৈকে গোটেইটো চাহাব। বন্ধৰ দিনত দুয়ো মেনচনৰ দেৱালত কয়লাৰে ছবি আঁকে। আৰু মাজে মাজে আৰ্বোল ফুকনে ফুলাম গামোছাএখন পিন্ধি মুখত পাইপ আৰু হাতত টয় পিস্তল এটা লৈ আলি বাটত ফিৰিঙি চাহাববোৰক লেতেৰা ভাষাত গালি পাৰে। সেই মানুহজনক আলিবাটত গালি পৰা যিয়েই দেখিছে সি কেতিয়াও কল্পনা কৰিব নোৱাৰে যে তেওঁ এজন ইমান উচ্চ-দৰৰ শিল্পী। বেৰত কয়লাৰে ছবি অকাঁটো মামুলি কথা। এবাৰ সন্ন্যাসী হৈ ব্ৰহ্মদেশৰ চহৰে প্ৰান্তৰে ঘূৰি ঘূৰি কামাখ্যাত আশ্ৰয় লৈছিলহি। কামাখ্যাত থকা কেইদিন বেল খাই কিবা কিবি সাজি কটাইছিল। এবাৰ কামাখ্যালৈ আহিল দেবী দৰ্শনাৰ্থী হৈ আলামোহন দাস। তেওঁ সন্ন্যাসীৰ কৰ্মকাণ্ড দেখি আচৰিত হ'ল। তেওঁ দেবী দৰ্শন কৰি আহি সন্ন্যাসীৰ ওচৰতে বহি ললে। সন্ন্যাসীয়ে তেতিয়া বেলৰ শুকান খোলবোৰ কৰ্কি চাকা কৰি অপূৰ্ব ছাইদানি কিছুমান সাজি আছিল। দাসে এবেলা বহি বহি ডেকা সন্ন্যাসীজনৰ কাণ্ডকে চাই থাকিল।

মানিকে মানিক চিনি পালে। পিচদিনা আলামোহন দাস আহি সন্ন্যাসী ডেকাফুকনক কাবৌ কাকুতি কৰি লৈ গ'ল কলিকতা অভিমুখে।

তাৰ পিচে ডেকাফুকনক চিনি লওতে এক ধনিষ্ঠামানো সময় লগা নাছিল। দেখিয়েই চিনি পাইছিল। আৰু যিদিনা ডেকা ফুকনে নিজে লেখা মিনি কাব্য গ্ৰন্থ 'অগ্নিবস্ত্ৰ'খন বসৰাজ বেজবৰুৱাই নিজ হাতে লেখা প্ৰশস্তিৰে

কিবা এক অদ্ভুত, খেয়ালত তাক উপহাৰ দিছিল সিদিনা স্নেহ-শ্ৰদ্ধা আৰু বহুত কিবা-কিবি অনুভূতিবোৰ সি সামৰি ৰাখিব পৰা নাছিল। চকুবোৰ সি গম নোপোৱাকৈয়ে সেমেকি উঠিছিল। আবেগত সি তেওঁক সাৱট মাৰি ধৰিছিল। তাৰ আজিও মনত আছে। এদিন দুয়ো তেওঁৰ ঘৰত ক'লা এঙাৰেৰে ছবি আঁকি আছিল। হঠাৎ এটা মুহূৰ্ত্তত ছবি অঁকা এৰি তেওঁ তাৰ পিনে একেথৰে চাই থাকিল। প্ৰথমতে সি মনেই কৰা নাছিল। পিচত যেতিয়া সি তেওঁৰ পিনে চালে, দেখিলে তেওঁ তাৰ পিনে একেথৰে চাই আছে। তেওঁৰ চকুৱে চকুৱে চোৱাতো ডেকা ফুকনৰ কোনো প্ৰতিক্ৰিয়া নহল। সি নিজৰ-দেহটোৰ পিনে নিৰিখি নিৰিখি চালে আৰু একো অস্বাভাবিক নেদেখি সুধিলে—

: কি হ'ল বাৰ্হ্মে ?

: মই আপোনাক চাইছোঁ।

: কিনো দেখিলে ?

: আপোনাৰ জীৱনটো সহজ নহব আপুনি বিপ্লৱী হবই লাগিব।

: বিপ্লৱীৰ কিনো দেখিলে মোৰ তাত ?

: এখন মুখ।

চিন্তাৰ তন্ময়তাত নিজৰ মুখখনতে সি হাত বুলাই দিছিল। আৰু তৎক্ষণাৎ পৰিৱেশটোৰ প্ৰতি সচেতন হৈ পৰিছিল। চকু মেলি ডেকা দুজনক নেদেখি সি চিন্তিত হৈ পৰিল খন্তেক। তাৰ পাচত মোনা দুটা দেখি আশ্বস্ত হ'ল লগে লগে। সময়টো চাই সি সশব্দে এঙামুৰি দি উঠিল। ইফালে সিফালে চাওঁতেই লুঙ-লুঙীয়া বাট এটাৰে ডেকা দুজনক আহি থকা দেখিলে। লগত লৈ অহা গামোছাৰে বন্ধা টোপোলাকেইটা দেখিয়েই তাহঁাত যোৱাৰ উদ্দেশ্যটো তাৰ মনত পৰিষ্কাৰ হৈ পৰিল।

শইকীয়াই টোপোলা ভাত আৰু মিঠা আলুৰ টোপোলাটো খুলি দিয়াৰ লগে লগে সি সুধিলে—

: ইয়াত দোৱনীয়া বা খামতি মানুহ আছে হবলা ওচৰতে ?

: হয়, দোৱনীয়া কেইঘৰমান আছে।

: এয়াচোন এখন ভোজৰ সম্ভাৰ আনিলা ; মই অলপ লৈছোঁ। বাকীখিনি বান্ধি লোৱা, পাচত কামত লাগিব।

সি কিবা অলপ লৈ খোৱাৰ পাচত শইকীয়াই বাকীখিনি টোপোলাই ললে।

আৰু তিনিও পুনৰ যাত্ৰা আৰম্ভ কৰিলে। গধূলি গধূলি পৰত সি এঠাইত খন্তেক বৈ বটলৰ পৰা পানী খালে। তাৰ পৰা দুৰাৰ মৰা গাঁও চাগে' পোনে পোনে পুৰলৈ হ'ব। সি এখন্তেক বৈ ঠাৱৰ কৰিবৰ চেষ্টা কৰিলে মনতে। দুৰাৰমৰাত তাৰ সেই পুৰণি মটক বন্ধুজনৰ কথা মনত পৰিল। তেওঁৰ ঘৰতে এদিন সি তিতা বিষাদ লগা কানিৰ সোৱাদ লৈছিল। তিনি চুকীয়া, ডিব্ৰুগড়, মাকুম এইবোৰ ঠাইত কানিৰ চোৰাং বেপাৰ কৰা মহাজন এজনৰ বিভিন্ন কেন্দ্ৰ আছিল। তাৰ বন্ধুৰ এই মহাজনৰ সতে ঘনিষ্ঠ যোগাযোগ আছিল। কিয়নো ভিতৰুৱাল অঞ্চলবোৰলৈ কানি পঠোৱাত এই বন্ধুজনেই মহাজনক সহায় কৰিছিল। তাৰ অৱশ্যে এই বন্ধুৰ সতে চিনাকি হৈ এটা মহৎ উপকাৰ হৈছিল ; এই অঞ্চলৰ অৰণ্যঘেৰা আঁত-ঘাটবোৰৰ ভালেখিনি তেওঁৰ পৰাই জানিব পাৰিছিল। সি ডেকাদুজনলৈ উভতি চালে। তাহাঁতৰ ক্লান্তিত বিবৰ্ণ হৈ পৰা মুখ দুখন দেখি তাৰ বৰ বেয়া লাগিল। তাহাঁতক উৎসাহ দিবৰ মনেৰেই সুধিলে—

: ওচৰতে কৰবাত গাঁও আছে নিশ্চয় ?

: জানো আছে নেকি ? এই এলেকাটো সমন্ধে মোৰ একেবাৰে জ্ঞান নাই। সোনোৱালৰ লেনীয়া কথালৈ ভ্ৰূক্ষেপ নকৰি সি শইকীয়াৰ পিনে চাই কলে—

: কমৰেড্ তুমি অকণ বাহিৰলৈ গৈ মন কৰাচোন ! মূৰত গামোছা বান্ধি, হাতত এচাৰি এডাল লৈ যাবা।

: ইমান জংঘলৰ মাজত দেখিম জানো ?

: কিয় ? অসমৰ বুৰঞ্জী পঢ়া নাই জানো ? এই পিনে চাবা। কুকুৰৰ ভুকভুকনি শুনিছোঁ। ধোৱাঁ, কুকুৰৰ ভুকভুকনি এইবোৰেতো গাৱঁৰ চিন। সি দেখুৱা মতেই পশ্চিম উত্তৰৰ পিনে মুখ কৰি শইকীয়া ওলাই গ'ল ছাবিৰ মাজৰ পৰা। মূৰত গামোছা বান্ধি, এচাৰি এডাল হাতত লৈ। সোনোৱালে ক্লান্তিত য'ত আছিল তাতেই বহি লৈ কলে পৰম বিৰক্তিত—

: ইয়াৰ যে শেষ ক'ত মই ভাবিয়ে পোৱানাই।

সোনোৱালৰ ক্লান্তি আৰু হতাশাত বিমৰ্ষ হৈ পৰা মুখখনলৈ চাই আশ্বাসৰ হাঁহি এটা মাৰি সি কলে—

: মাই ডিয়াৰ ইয়ং কমৰেড্, এইমাত্ৰ অলপ আগতে বিস্মৃত বিপ্লৱী সম্বোধন' কছাৰীৰ কথা মোৰ মনত পৰিছিল। তেওঁ ওঠৰশ বিৰাশী নে কিমান চনৰ লেখীয়া দিনত মাত্ৰ যানচিং কছাৰী নামৰ এগৰাকী সহচৰক লগত লৈ প্ৰজ্বল

পৰাক্ৰমী ইংৰাজ শক্তিৰ বিৰুদ্ধে সংগ্ৰাম কৰিছিল। ইংৰাজ নিয়োজিত গুপ্ত ঘাটকৰ হাতত নিহত হোৱাৰ দিনালৈকে তেওঁ কোনোদিন হতাশাত হা-হুতোশ কৰা নাছিল, বিচলিত হোৱা নাছিল।

: সম্বোধন নামৰো যে কোনোবা বিপ্লৱী আছিল, আজি এই প্ৰথম আপোনাৰ মুখত শুনিলোঁ।

: সেয়া তোমাৰ দোষ নহয়, সেয়া আমাৰ তথাকথিত ঐতিহাসিক সকলৰ দোষ। ইতিহাসৰ ব্যাখ্যাত শুদ্ধ আৰু সৎ দৃষ্টিভংগী নথকাৰ বাবেই ইতিহাসৰ প্ৰকৃত সত্যবোৰৰ ঠাইত তেওঁলোকৰ মনোৰঞ্জক কাহিনীবোৰেহে ইতিহাসৰ পাতত ঠাই পায়। সম্বোধনৰ নাম অৱশ্যে শুনিলাহেঁতেন যদিহে তেওঁৰ পৰিয়াল-পৰিজনে ব্যক্তিগত স্বাৰ্থ পুৰণৰ উদ্দেশ্যে সেই সংগ্ৰামৰ কৃতিত্বক নিসংকোচে কামত লগাব পাৰিলেহেঁতেন আৰু তেওঁৰ আদৰ্শৰ ঢাক ঢোল বজাবলৈ কোনোবা প্ৰভাৱশালী আত্মীয় স্বজন থাকিলহেঁতেন। সোনোৱালে তাৰ ওলোটা যেন শুনা কথাষাৰত প্ৰতিবাদ জনোৱাৰ উদ্দেশ্যে বোধ কৰোঁ কিবা এষাৰ কব খুজিছিল। সি কিন্তু অকণ উষ্মা প্ৰকাশ কৰি পুনৰ কলে—

: চোৱা ভাই, স্পেদক স্পেদ বুলি কোৱাটো হয়তো সহজ; কিন্তু তাৰ আগতে সেইদৰে অনুভৱ কৰিবও পাৰিব লাগিব। সেইটো কিন্তু সিমান সহজ নহয়। বিপ্লৱ তথ্যতকৈও বেচি অনুভৱেৰে আয়ত্ব কৰিব লাগিব। শইকীয়া ইতিমধ্যে ওচৰ পাইছিলহি। তাৰ কথাৰ লেজু ধৰি কলে—

: ককাইদেৰে ঠিকেই কৈছে। ময়ে আজি বৰ মূল্যবান কথা এটা শিকিলোঁ। ইমান ওচৰতে যে গাঁও এখন থাকিব পাৰে, এই মহা অৰণ্যখনৰ ইমান কাষতে, মোৰ ধাৰণাই নাছিল।

সি সপ্ৰশ্ন দৃষ্টিৰে তেওঁলৈ চাই ৰ'ল। সি ভাবিপোৱা নাছিল তাৰ কথাৰ লগত শইকীয়াৰ কথাষাৰৰ কি সম্পৰ্ক থাকিব পাৰে। অৱশ্যে সি কথা বঢ়াবলৈ মন নকৰিলে। পলম নকৰি দুয়োকে লৈ গাঁও বিচাৰি ওলাল। আচলতে সিও ধাৰণা কৰা নাছিল। গাঁওখনৰ পচুলি পায়েই সি বিস্ময়ত হতবাক হৈ পৰিল। ইমান চিনাকি গাঁওখনত যে এনেদৰে হঠাৎ সোমাই পৰিব সি কল্পনাকে কৰা নাছিল।

তাৰ পুৰণি চিনাকি দীন বৰাৰ ঘৰলৈকে সিহঁত গ'ল। এই দীন বৰাইও মটক ৰাজ্যৰ বুৰঞ্জী লেখাৰ সময়ত তাক পুথি পাঁজি বিচাৰি দি সহায় কৰিছিল। তাৰ ভাল লাগিল, দীন বৰা যে আগৰ দৰেই আছে। তেওঁ আগ্ৰহেৰে

সিহঁতক আতিথ্য যাঁচিলে। খন্তেক পাচতে ভূই একুৰা হবা হ'ল চোতালৰ একাষে। চাওঁতে চাওঁতে গাঁৱত খবৰ বিয়পি পৰিল। মানুহে চোতাল নধৰা হ'লহি।

সি নিস্তেজ, দুৰ্ঘোৰ নিচাত ভাগি যোৱা যেন মুখবোৰলৈ চাই সন্তৰ্পণে এটা হুমুনিয়াহ কাঢ়িলে। আৰু ইটো সিটো কথাৰ লাচতে লাহে লাহে আৰম্ভ কৰিলে একালৰ পৰাক্ৰমী মৰাণ জাতিৰ ইতিহাস। কিছুপৰ কোৱাৰ পাচত অকণ বিৰতি লৈ সি পুনৰ মুখবোৰলৈ চালে। মুখবোৰত যেতিয়া অকণ প্ৰতিক্ৰিয়াৰ আভাস লক্ষ্য কৰিলে সি আৰম্ভ কৰি দিলে কিদৰে সো সিদিনালৈকে সমগ্ৰ লক্ষীমপুৰ জিলাৰ দক্ষিণাঞ্চল প্ৰতাপী মৰাণ শক্তিৰ অধীনত আছিল। আনকি ইংৰাজেই সেই অধিকাৰৰ স্বীকৃতি দিবলগীয়াত পৰিছিল। আৰু আজি সেই হেন মৰাণ শক্তিৰ বংশধৰ সকলৰ পানীত হাঁহ নচৰা অৱস্থা। মানুহবোৰে একান্ত মনে শুনি গৈছিল ইমান পৰে। কিন্তু তাৰ অজ্ঞাতে বিশেষ এটা মুহূৰ্ত্তত তেওঁলোকে তাৰ কথাৰ প্ৰতি আসক্তি হেৰুৱাই পেলাইছিল। আৰু সন্তৰ্পণে এজন এজনকৈ উঠি যোৱাৰ ফলত, কথা শেষ হোৱাৰ আগতেই সি চোতালত দেখিলে, সিহঁত আৰু বন্ধু গৃহস্থৰ পৰিয়ালত বাদে আন কোনো বাহিৰা মানুহ নাছিল।

সি এনেয়ে এবাৰ ঘড়ীটোলৈ চালে। আৰু দীন বৰাৰ পিনে চাই কওঁ নকওঁকৈ কলে—

: হেৰি নহয় বৰা, ৰাতি বৰ বেচি হোৱা নাই। কালিলৈ পুৱাতে ডিব্ৰুগড়ত অকণ কাম আছিল। বাটত তিনচুকীয়াত গোহাঁইদেৱকো লগ ধৰাৰ কথা। গৈয়ে থাকোঁ নেকি? পুৱা টিংৰাইত বাগানৰ লৰি চৰিও পাই যাব পাৰোঁ।

দীন বৰাৰ আপত্তিত সিমান জোৰ নাছিল। কিয়নো মানুহবোৰৰ আচৰণত তেওঁ নিজেই হতবাক হৈ পৰিছিল। গাঁও এৰি ভালেমান বাট যোৱাৰ পাচতহে সি খোজ ঢিলাই দি লগৰ দুজনক সুধিছিল—

: কমৰেড, তোমালোকৰ কোনোবাই আমাৰ গন্তব্যস্থলৰ কথা ক'লা নেকি কাৰোবাৰ আগত?

: নাই কোৱা। আমাৰ সতে কোনেও কথাকে পতা নাছিল। শইকীয়াই দুয়োৰে হৈ কলে। সি দীন বৰাৰ আগত কোৱা মিছা কথাবোৰৰ হেতু এতিয়াহে সোনোৱালে আন্দাজ কৰিলে। আতংকিত হোৱাৰ দৰে সুধিলে সোনোৱালে—

: কিয় বাক ?

: বিশেষ একো নাই। এনেয়ে অকণ সতৰ্ক হোৱাটো ভাল। কথাবাৰৰ গুৰুত্ব পাতলাই দিলেও সি কিন্তু সন্দেহমুক্ত হব পৰা নাছিল। সি সেই মুহূৰ্ত্তটো নিশ্চিত নাছিল দীন বৰাৰ পৰা ভেনেদৰে পত্ৰ পাঠ বিদায় লোৱাৰ প্ৰয়োজনীয়তা সম্বন্ধে। সি ভাবি ভাবি কাৰণটোকে. বিচাৰি পোৱা নাছিল, মানুহবোৰ হঠাতে তাৰ কথাৰ প্ৰতি কিয় যে অনুৰাগহীন হৈ পৰিছিল।

প্ৰকৃতিৰ উদাৰ হস্ত যি পৰ্যন্ত প্ৰসাৰিত হৈ থাকে সেই পৰ্যন্ত শোষণৰ উদ্বাহক বোৰৰ উপস্থিতি সমাজত অনুভূত নহয়। আৰু সেইবাবে তীব্ৰতাও অনুভূত নহয়। আনহাতে সমাজত সেই পৰ্যন্ত উদ্বাহকৰ দালালবোৰৰ নেতৃত্ব বজায় থাকে। আৰু সিহঁতৰ নেতৃত্বত আউল লগাব পৰা কিবা এটা ঘটাৰ সংকেত পালেই সমাজ ভীত, ..ন্দিহান হৈ পৰে। এই মানুহখিনিৰো অৱস্থা সেয়ে হৈছে। সি বহুত চিন্তাৰ পাচত ঠাৱৰ কৰিলে। কানিৰ মহাজন, ধানৰ বেপাৰী, কেছাৰীৰ উকীল মহৰীৰ দালালবোৰ এই সমাজত এতিয়াও সৰ্বেসৰ্বা হৈ আছে ; অথচ সমাজৰ কোনেও সেই কথা অনুভব কৰাৰ সুচল ঘটা নাই। প্ৰকৃতিৰ অকৃপণ হস্ত প্ৰসাৰিত হৈ থকা গুণে। আজি যদি কোনোবাই এডোখৰ মাটি হেৰুৱাইছে, কালিলৈ তেওঁ আন এডোখৰ মাটিত নিৰ্বিঘ্নে আশ্ৰয় লোৱাত অসুবিধা নাই। কিন্তু আৰু কিমান দিন ! লুইতক ভেটিব কোনে !

: এদিন বুজিছা ?

সি কথাবাৰ আৰম্ভ কৰিয়ে বৈ গ'ল পিচ ফালে ঘূৰি চাই। ডেকা দুজনক নেদেখি বিজুলীৰ দৰে বহুত দুশ্চিন্তা মনৰ চোতালেদি পাৰ হৈ গ'ল। কোনো সাৰসুৰ নাই দেখি সি পিচুৱাই আহিল আৰু এজোপা গছৰ আঁৰ লৈ বেলেগ পিনেদি আহি এৰি অহা বাটটোলৈ জুমি চালে। দেখিলে ওপৰৰ পাতৰ ছাঁৰ জালিত দুয়োটা বহি কিবা কৰি আছে।

সি ওপৰৰ জোনটোলৈ চালে। নতুনকৈ ভাঙি উলিওৱা এডৰা সৰিয়হতলী যেন চপৰা চপৰি মেঘ ডবাব আঁৰে আঁৰে জোনটো দৌৰি গৈ আছিল। জোনটোৱে মুকলি আকাশ এডোখৰ পাৰ হব ধৰোতেই সি তাহঁতলৈ চালে। এইবাৰ দেখিলে সোনোৱালে বহি নিজৰ কলাকুল এটা ধৰি আছে আৰু শইকীয়াই গামোছা এখনেৰে কলাকুলটো বান্ধি দিয়াৰ চেষ্টা কৰিছে।

: কি হ'ল কমৰেড ?

: এযেৱা এভালে কাদি দিলে যেন পাইছোঁ সোনোৱালৰ কলাকুলটো। মে

আৰু কিবায়েই ! তেজ বোৱাই নাই দেখোন !

: তেজ ওলালে একো ভয় নাই ।

সি এইবাৰ টৰ্চটো জ্বলালে। হাবিৰ পৰা বিচাৰি কিছুমান গছৰ পাত চিঙি আনি মোহাৰি গুড়ি কৰি সোনোৱালৰ ক্ষত ডোখৰত লগাই দি শইকীয়াক গামোছাখনেৰে টানকৈ বান্ধি দিবলৈ কলে। বন্ধা হলত, সোনোৱালৰ বাউসীত ধৰি থিয় কৰাই দি সি কলে—

: ব'লা এতিয়া। সেইপিনে মন নকৰিবা। ভালেখিনি ৰাতি হবগৈ গাঁও পাওঁতে। ইপিনে বনৰীয়া জীৱ-জন্তুও ওলাবৰ সময় হ'ল।

প্ৰথমতে সোনোৱাল নিৰুৎসাহ হৈ পৰিছিল। ভৰিৰ বিষত যাব নোৱাৰিব যেন পাইছিল। কিন্তু তাৰ কথা শুনি, বিষৰ ভয়তকৈ ৰাতিৰ ভয়টো বেচি হৈ পৰিছিল। ইপিনে সিও তাক এৰি দিয়া নাছিল। বজ্ৰলেপৰ দৰে তাৰ হাতখন সোনোৱালৰ বাউসীত লাগি আছিল। আৰু বাধ্য হৈছিল তাৰ খোজে খোজে খোজ মিলাই যাবলৈ। কিছুপৰলৈ বিষোৱা যেন লাগিলেও পাচলৈ সোনোৱালে অনুভৱেই নকৰাত পৰিল ক্ষত ডোখৰৰ অস্তিত্ব। সোনোৱালে এবাৰ গামোছাৰ বান্ধটোলৈ চাই কলে—

: একেবাৰে একো নোহোৱা যেনেই লাগিছে। মাত্ৰ বান্ধটোহে অনুভৱ কৰিছোঁ। তেজো বন্ধ হৈছে নিশ্চয়। কিনো দিছিল আপুনি ?

: জাৰ্মানি বনৰ পাত। কটা চিঙা হলেই আতুৰত হয় ক'লা কচুৰ আঠা, নহয় শগুন তুলসী বা নাৰ্জি ফুলৰ পাত, নহয় জাৰ্মানি বন। যদি সেইবোৰ একোকে নোপোৱা তেনেহলে ক্ষত ডোখৰত মুতি দিবা। তৎক্ষণাৎ তেজ বৈ যাব। এতিয়া ভাল পাইছাতো ?

: পাইছোঁ। ক্ষত ডোখৰ নোহোৱা যেনেই লাগিছে।

সি এটা হুমুনিয়াহ এৰি নিজকে কোৱাৰ দৰে কলে —

: আমাৰ এনেকুৱাই হব লাগিব। এনে বহুতো ক্ষত নোহোৱা যেন লাগিব লাগিব। মনৰ ক্ষত, হৃদয়ৰ ক্ষত, দেহৰ ক্ষত। কত অজস্ৰ ক্ষত আছে আমাৰ জীৱনত ! আমাৰ দৰে সৰ্বহাৰাৰ জীৱন ক্ষত সৰ্বস্ব মাত্ৰ। কিন্তু যেতিয়া সংগ্ৰামমুখী হম, তেতিয়া আজি এই মুহূৰ্ত্তত তুমি পাহৰি যোৱাৰ দৰে এই ক্ষতবোৰৰ দুখ আমি আটায়ে পাহৰি যাম।

: পিচে কমৰেড্, সংগ্ৰামৰ শেষত এই ক্ষতবোৰৰ জ্বালা যন্ত্ৰনা যে পুনৰ আমিয়ে ভোগ কৰিব লাগিব। বৰঞ্চ তেতিয়া ক্ষতৰ গভীৰতা আৰু বেচিহে

হব।

সি উন্নাসিক আত্মসচেতন বুলি ভবা সোনোৱালৰ মুখৰ পৰা এনে এষাৰ কথা আশা কৰা নাছিল। দৰাচলতে সি অভিভূত হৈ পৰিল। বাউসীৰ খামোচটো আৰু টান কৰি আবেগত জোকাৰি দি সোনোৱালৰ পিনে চাই কলে—

: মাই ডিয়াৰ ইয়ং কমৰেড্, তুমি যিটো সন্দেহ প্ৰকাশ কৰিছা সেয়া আমাৰ দেশৰ মাটিত তোৱা বিপ্লৱৰ কথাই নকওঁ পৃথিবীৰ বেচি ভাগ বিপ্লৱৰ ক্ষেত্ৰতেই সত্য অৱশ্যে হৈছে কিন্তু এইবাৰ আমাৰ বিপ্লৱ সম্পূৰ্ণ এক নতুন বিপ্লৱ। ইয়াত আমি জড়িত হৈ পৰিছোঁ, সম্পূৰ্ণ এক নতুন উপলব্ধিৰে আৰু এক অভিনৱ প্ৰত্যয়েৰে। আমাৰ বিপ্লৱৰ ফলশ্ৰুতি সম্পৰ্কে নই নিশ্চিত। আমি জয়ী হমেই। আৰু যিদিনা আমি জয়ী হম, সেইদিনা আমাৰ দেহমনৰ সমস্ত ক্ষত নাইকিয়া হৈ পৰিব।

হঠাৎ বাওঁহাতখন মুষ্টিবদ্ধ কৰি সি তুলিলে আৰু কলে,—

: বিপ্লৱ সফল হওক।

তাঁহাত দুয়োজনেও মুষ্টিবদ্ধ হাত তুলি তাৰ প্ৰত্যুত্তৰ দিলে। জোনটো মূৰৰ ওপৰত তেতিয়া স্পষ্ট হৈ উঠিছিল। মেঘবোৰে জোনটোক বাট এৰি দি আকাশৰ এচুকত থুপ খাইছিল। দুয়োকাষে অজস্ৰ ফৰিং ফুটিছিল আৰু সিহঁতৰ দেহমন হৈ পৰিছিল মুক্ত আৰু ক্লান্তিহীন।

---



: মাৰ্ক্সবাদৰ শিক্ষাই হ'ল এই যে, কোনো সমস্যাৰ বিচাৰ কৰিবলৈ হলে বাস্তৱত বিদ্যমান তথ্যৰ পৰা তাৰ বিচাৰ আৰম্ভ কৰিব লাগিব ; কোনো বিমূৰ্ত্ত সংজ্ঞাৰ পৰা নহয়।

সোনোৱালৰ সতে তাৰ আলোচনা হৈছিল আদৰ্শগত কিছুমান আসোৱাহ লৈ। দলৰ আদৰ্শৰ বিষয়ে কথা প্ৰসংগত সংগ্ৰামৰ ৰণকৌশল সমন্ধে ব্যাখ্যা কৰোতেই সি কথাষাৰ কলে। সোনোৱালৰ সন্দেহ যেন আঁতৰা নাছিল, এনে এটা ভাব দেখুৱাই আগতে আলোচনা কৰা কথা এষাৰলৈ তাৰ মনযোগ আকৰ্ষণ কৰি সুধিলে—

: আপুনি যে কৈছিল নতুন উপলব্ধিৰ কথা ? সেয়া কি বাৰু ?

: আমাৰ দলেহে কেৱল দেশৰ দুৰবস্থাৰ প্ৰকৃত হেতুটো চিনি উলিয়াব পাৰিছে আৰু সংগ্ৰামৰ পক্ষ দুটা বাছি উলিওৱাত সমৰ্থ হৈছে। আমিহে প্ৰথমে উপলব্ধি কৰিছোঁ যে, কৃষক-বনুৱা আৰু নিম্ন মধ্যবিত্তৰ অৰ্থনৈতিক মুক্তি অবিহনে দেশৰ ৰাজনৈতিক স্বাধীনতা অৰ্থহীন।

: আৰু অভিনৱ প্ৰত্যয়ৰ কথা যে কৈছিল ?

: কৃষক-বন্ধুৱা নিম্ন মধ্যবিত্তৰ শক্তিহে দেশৰ চিৰন্তন শক্তিৰ উৎস। আমাৰ এই প্ৰত্যয় সঁচাকৈ অভিনৱ।

সোনোৱালে অৱশ্যে অধ্যৱসায়ী ছাত্ৰৰ দৰে লাগিয়েই থাকিল। পুনৰ সুধিলে তেওঁ—

: আপোনাৰ ডাঙৰিৰ জনসভাত দিয়া বক্তৃতাটো সম্বন্ধেও মোৰ আসোঁৱাহ আছে। ইমান স্পষ্ট আৰু প্ৰত্যক্ষ কথাবোৰ ৰাজনৈতিক বিপ্লৱত প্ৰযোজ্য নহয় বুলি মোৰ ধাৰণা।

: ধাৰণাটো ভুল। তুমি আমাৰ কমৰেড্ লোকনাথ বৰুৱাক চিনা নহয় ?

: নামহে শুনিছোঁ। ভদ্ৰলোকক কিন্তু আজিলৈকে লগ পোৱা নাই।

: তেওঁ আমাৰ দলৰ থিওৰিটিচিয়ান। তেওঁৰ মতে আমাৰ সহযোগীসকলৰ সতে আমাৰ সমস্ত যোগাযোগ কুণ্ঠাহীন, অকপট, স্পষ্ট, সহজ আৰু দ্ব্যৰ্থহীন ভাষাত হব লাগিব। আমিতো শোষকৰ দালাল নহয় যে, বাক্যৰ চাতুৰী খেলি সাধাৰণ মানুহৰ মন ভুলাবলৈ যাম। আমি আহিছোঁ এটা বিশেষ আদৰ্শক উপলব্ধি কৰাব'লে ; আৰু এখন সহজ সৰল সমাজক। গতিকে য'তেই তেনে সমাজ পাম, তাতেই সেই একেখিনি কথাকে দ্বিধাহীন ভাৱে কম।

: কিন্তু ৱাৰ্কাৰ্চ অফ্ দ্য ৱাৰ্ল্ড ইউনাইট, ইউ হেভ্ নাথিং টু লুজ বাট ইওৰ শ্বেকল্‌চ্। এনেধৰণৰ কথাওতো কব পাৰি।

: পাৰি। কিন্তু আমি যাক কবলৈ গৈছোঁ, তেওঁলোকে এই কথাষাৰৰ এটা শব্দও নুবুজিব। তেওঁলোক যে শৃংখলিত তাকেইতো অনুভব কৰিব নোৱাৰে তেওঁলোকে। সেইদিনা দীন বৰাহঁতৰ গাৱঁতেতো দেখিলা। তদুপৰি শ্ৰমিক আৰু কৃষকৰ কৰ্মক্ষেত্ৰ, কৰ্ম-পৰিবেশৰ মাজত ইমান প্ৰভেদ আছে যে, দুয়োকে একেধৰণে, একে পদ্ধতিৰে সংগঠিত কৰিবলৈ গলে ভুল হব।

: সেইদিনা ডাঙৰিত কিন্তু দাদাৰ কথাখিনিয়ে মানুহৰ মাজত অদ্ভুত আলোড়নৰ সৃষ্টি কৰিছে।

শইকীয়াই তাক সমৰ্থন কৰাতকৈও কথাখিনি নিজে সৰ্বান্তঃকৰণে বিশ্বাস কৰে কাৰণেই কোৱা যেন অনুমান হ'ল। সি অৱশ্যে ডাঙৰিৰ সভাত একো নতুন কথা কোৱা নাছিল। চিলা পাহাৰৰ নামনিৰ সেই ঘোকোট গাওঁখনৰ মিটিঙত কোৱাৰ দৰেই কৈছিল—

: মোৰ হিয়াৰ আমঠু, কলিজাৰ তেজৰ টোপাল আই-বোপাই, ভাই ভনীটি-

হঁত। আমি আজি ৰণলৈ ওলাইছোঁ। ঠগ-প্ৰবঞ্চক-শোষকহঁতক|মা'ৰি খেদি পঠোৱাৰ ৰণ। সিহঁত বাৰু কোন চিনি পাইছানে ? সিহঁতে নিতউ যিধৰণে ভেশ সলাই সলাই আছে, সিহঁতক চিনাই টান হৈ পৰে।

পিচে ভালদৰে চাব জানিলে সিহঁতক ধৰা পেলোৱা বৰ সহজ।

গাঁৱৰ যে এই মাটিবোৰ, এইবোৰ বাৰু কোনে ভাঙিছিল প্ৰথমতে ? তোমালোকৰ বোপা–ককাহঁতে নহয় জানো ? প্ৰথমতে কোনে খেতি কৰিছিল ? তোমালোকৰ বোপা ককাহঁতে নহয় জানো ? এতিয়াও তোমালোকেই খেতি কৰি আছা ? পিচে মাটিবোৰৰ মালিক কোন ? মালিক হ'ল সিহঁত, যিয়ে মাটি ভঙা নাছিল, যিয়ে মাটিটো কোনোদিন গচকাই নাই, খেতি কৰাটো দূৰৰ কথা। ইপিনে ৰ'দে বৰষুণে, বোকাক বোকা নুবুলি, পানীক পানী নুবুলি জোক-চেৰেপাৰ কামোৰ খাই তেজক পানী কৰি খেতি কৰিবা তোমালোকে অথচ ভৰিৰ ওপৰত ভৰি তুলি ভালবো ভালখিনি খাব সিহঁতে। তোমালোকে কৰা খেতিৰ শইচেৰে উঁৱাল ভৰিব লাগিছিল তোমালোকৰ অথচ ভৰি পৰে সিহঁতৰ ভঁৰালবোৰহে। এইবোৰ কাৰচাজি নহয় জানো ?

তোমালোকৰ কাৰোবাৰ হয়তো মাটিডৰা নিজা হৈয়ে আছে। তাত তোমালোকে খেতি কৰিছা আৰু বছৰত কাৰো ওচৰত হাত নপতাকে খাই আছা। পৰাখিনি বেচি খাই খাজানাও মাৰিছা, ল'ৰা তিৰোতাৰ গাত কাপোৰ এডোখৰো দিছা। ভালদৰেই চলি আছা বুলি ভাবিছা। কিন্তু আচলতে ভালদৰে চলিছে জানো ? যিটো বস্তু নহলে মানুহৰ এদিনো নচলে তেনে এটা বস্তুকেতো উৎপাদন কৰিছা তোমালোকে। তোমালোকৰ কৰ্মৰ ওপৰতেতো মানুহৰ সমাজখন জীয়াই আছে। তাৰ মানে তোমালোক আচলতে কবলৈ গলে মানব সমাজৰ পিতৃস্বৰূপ। কিন্তু সমাজে সেই পিতৃৰ সন্মান দিয়ে জানো তোমালোকক ? সন্মান তোমালোকে পোৱা নে চহৰৰ বিষয়া আমোলা কেইটাই পায় ? কুটা এগচো ইফাল সিফাল নকৰি ভৰিৰ ওপৰত ভৰি তুলি থোৱা কেইটাই পায় ? চহৰলৈ গলে, কোৰ্ট কাছাৰীলৈ গলে সিহঁতে তোমালোকক চোন মানুহ যেনেই নেদেখে! তোমালোকৰ পোহনীয়া কুকুৰবোৰেই চোন ডিঙিলৈ জপিয়ায়।

এইবোৰ অবিচাৰ নহয় নে ? যদি হয় তেন্তে আমি কি কৰিম ? কেনেকৈ ইয়াৰ প্ৰতিকাৰ কৰিম ? প্ৰতিকাৰতো কৰিবই লাগিব।

আমি সিহঁতৰ পৰা আমাৰ মাটিবোৰ কাঢ়ি লম। সমস্ত খেতিৰ মাটিবোৰ খেতিয়কৰ হব লাগিব। আমি সিহঁতক খাজানা, শস্য একোকে নিদিওঁ।

যদি সিহঁতে জোৰ জুলুম কৰিবলৈ আহে আমি মুঠ বান্ধি থিয় হম। সিহঁত যদি সৈমান হয়, তেন্তে ভালেই। যদিহে নহয় তেন্তে আমি বল প্ৰয়োগ কৰিম। আমি যুঁজিম।

সিহঁতৰ ধন বল আছে; কিন্তু আমাৰ আছে জনবল। আমি দুখীয়া গৰিব মানুহ দেশত ইমান আছোঁ যে, সিহঁতৰ এটা ওলালে আমাৰ হাজাৰটা ওলাব। গাঁৱত আমি আছোঁ, চহৰত কলত কাম কৰা বনুৱা আছে, ধোবা আছে, নাপিত আছে, গাৰোৱান আছে, মুচি আছে, দিন মজুৰ আছে। আমি যদি মুঠ বান্ধি ওলাওঁ সাধ্য আছে কাৰোবাৰ আমাক বাধা দিবলৈ?

সিহঁতে পুলিচৰ ভয় দেখুৱাব। আমি ভয় নকৰোঁ। সিহঁতে আইনৰ ভয় দেখুৱাব, আমি আইন নামানো। যি আইনৰ দোহাই দি সিহঁতে আমাৰ সৰ্বস্ব কাঢ়ি নিছে, আমি ভাঙি উলিওৱা মাটিত আমি কৰা খেতিৰ বেচি ভাগ শস্য সিহঁতে ওপৰতে ভোগ কৰিছে, সেই আইন আমি ভাঙি পেলাম। আমি যিটো ন্যায় তাকেহে আইন বুলি মানিম। কেৱল ধনী মানুহৰ সুবিধা কৰি গঢ়া আইন আমি অমান্য কৰিম। এই একতৰফা আইনৰ আশ্ৰয় লৈ আহৰণ কৰা সিহঁতৰ শক্তি, সিহঁতৰ ক্ষমতা আমি হৰণ কৰিম। তাৰ পাচত সিহঁতে গৰিব-দুখীয়া মানুহক বিপদত পেলাব নোৱাৰাকৈ কৃষক-বনুৱাৰ মতে চলা এখন নতুন সমাজ গঢ়িম। সেই সমাজত আইন ন্যায় বিচাৰৰ ওপৰত ৰচনা কৰা হব আৰু গৰিব-দুখীয়া কৃষক-বনুৱাৰ ফলীয়া হব।

ঠিক তেনে এটা উদ্দেশ্যকে আগত ৰাখি আমি ৰণলৈ ওলালোঁ। আমি সংগ্ৰামত নামি পৰিলোঁ। আমাৰ সংগ্ৰামৰ পথ বৰ দুখৰ। পদে পদে যন্ত্ৰণা, পদে পদে সংশয়। কেতিয়া ক'ত কাৰ কি হয় কোনেও কব নোৱাৰে। কেতিয়াবা এনেও হব পাৰে, আমাৰ লগৰ কোনোবা জনে হয়তো নিজৰ পৰিয়াল-পৰিজন আনকি নিজৰ জীৱনকো হেৰুৱাই লব পাৰে। তথাপি সংগ্ৰাম আমি কৰিমেই। আমাৰ যি হয় হব, সংগ্ৰাম কিন্তু জয়লাভ নোহোৱা পৰ্যন্ত আমি কৰিবই লাগিব।

আজি আমি তোমালোকক আমাৰ ৰণলৈ মাতিবলৈ আহিছোঁ। তোমালোকক কিবা এটা দিম বুলি নাইবা দিব পাৰিম বুলি আমি ইয়ালৈ অহা নাই। আমি আহিছোঁ তোমালোকৰ পৰা বহুত কিবা কিবি বিচাৰি। তোমালোকৰ দেহৰ ঘাম, মনৰ সাহস আৰু তোমালোকৰ সৰ্বস্ব পাম বুলি আশা কৰি। যিদৰে আমি আশা কৰিছোঁ, দেশৰ কৌটি কৌটি সৰ্বহাৰাৰ পৰা।

এদিন তাৰ মূল্য আমি পাম। এদিন অৱশ্যে আমাৰ দুখৰ ওৰ পৰিব; এদিন অৱশ্যে সুখৰ মুখ আমি দেখিমেই। কিন্তু কেতিয়া, সঠিককৈ আমি কোনেও কব নোৱাৰোঁ। কালিলৈ কিয়? এবছৰ, দহ বছৰ, হয়তো এক পুৰুষতো আমাৰ সংগ্ৰাম শেষ নহবগৈ পাৰে। কিন্তু এদিন যে হবই ই ধ্ৰুৰূপ।

কোৱা, তোমালোক আহিবা আমাৰ লগত?

সেইদিনা বক্তৃতাটোৰ শেষত প্ৰশ্নষাৰ সুধিসি এপিনৰ পৰা অবাক বিমুগ্ধ দৃষ্টিৰে তাৰ পিনে একেথৰে চাই থকা মানুহবোৰৰ মুখবোৰ চাই গৈছিল। থানৰ শোৰাগছ জোপাৰ সেউজীয়া পাতবোৰ সন্ধিয়া ওচৰ চাপি অহা দেখি কজলা হৈ পৰিছিল। তাৰ প্ৰশ্নৰ উত্তৰত ডেকা এজনে তাক ওলোটা প্ৰশ্ন কৰি সুধিছিল—

: আৰু যদি তহঁতৰ লগত নাহোঁ!

: তেতিয়া হলে আমি অকলেই যুঁজিব লাগিব। নহলে যে, তোমালোকৰ দৰে গৰিব-দুখীয়াৰ হৈ যুঁজিবলৈ আৰু কোনো ওলাই নাহে!

সি হুমুনিয়াহ কাঢ়ি দুৰ্বলভাবে কৈ বৈ থাকিল।

কিন্তু তাৰ কথাষাৰ শেষ হোৱাৰ লগে লগে সমবেত জনতা উত্ৰাৱল হৈ পৰিছিল আৰু সকলোকে তল পেলাই ডেকাবোৰে চিঞৰি চিঞৰি কৈছিল—

: আবৌ, আবৌ, তোক আমি সেই কুকুৰ ডকাইতমখাৰ হাতত অকলে এৰি দিম নে? আমাৰ জান দিম, তথাপি তোৰ লগত থাকিম। আগতে আমাৰ জান, তাৰ পাচতহে সিহঁতে তোক পাব।

বিজুলী সঞ্চাৰে কি যে ঘটি গৈছিল সেইদিনা, সি আৰু লোকনাথ বৰুৱাই তৰ্কি বই পৰা নাছিল। সমস্ত সংকোচ পৰিহাৰ কৰি ডেকা গাভৰু জাকে তাৰ ভৰি চুই শপত খাবলৈ হেতা-ওপৰা লগাই দিছিল। সি এটা মূৰ্তিৰ দৰে থিয় হৈ থাকিল সিহঁতজাকৰ হেতা ওপৰা শাম নকটালৈকে। হঠাৎ অন্তৰ নিগৰি তাৰ কণ্ঠেৰে ওলাই আহিছিল কোনোদিন ভাবি নোপোৱা এটা গীত। ইমান দিনৰ সমস্ত প্ৰত্যয় ধূলিস্যাৎ কৰি একেবাৰে নতুন সুৰীয়া এটা গীত--

বʼল বʼল বʼল কৃষক শক্তি দল
অʼ বন্ধুৱা সমনীয়া আগবাঢ়ি যাওঁ বʼল।
তোৰ বাহুত আছে লুকাই অসীম শক্তি বল।
কিহৰ নো ভয় আছে
অভয় বাণী দেৱতাৰ

শতক চউ পাশে বয়
ধনী জমিদাৰ।
শোহে কলিজাৰ ৰঙা তেজ
প্ৰজা দুখীয়াৰ ॥
ধ্বংস কৰ ধ্বংস কৰ ধনীৰ অহংকাৰ
দয়া মায়া নকৰিবি
ক্ষমাৰ যে দিন গ'ল।
হাল-কোৰ-দা-হাতুৰী লৈ
ৰণলৈ যাওঁ ব'ল।

সেই কথাবোৰ মনত পৰাত তাৰ নিজৰে সমস্ত দেহ ৰোমাঞ্চিত হৈ পৰিছিল। ডাঙৰিতো সেইদিনা যে, সি গুচি অহাৰ পাচত এক অভুতপূৰ্ব আলোড়নৰ সৃষ্টি হৈছিল সি নিজেই আন বহুতো কৰ্মীৰ মুখত শুনিছে। তাৰ মতে সম্প্ৰতি জনসাধাৰণৰ সন্মুখত দাঙি ধৰিবলগীয়া কথা সেইখিনিয়েই। এতিয়া সংগ্ৰামৰ প্ৰশ্ন। তাত বিভিন্ন খুতিনাতি, হঠাৎ আহি পৰিব পৰা সমস্যাৰ আঁৰত থকা কাৰ্য্যকাৰণ সমূহ তেওঁলোকৰ আগত ব্যাখ্যা কৰাৰ আৱশ্যক নাই। এতিয়া প্ৰয়োজন হ'ল সমস্যাবোৰ চিনাক্তকৰণ কৰি তেওঁলোকৰ সন্মুখত দাঙি ধৰা। মাত্ৰ গুৰুত্ব উপলব্ধি কৰাবলৈ যিমানখিনি কৰা বা কোৱাৰ দৰকাৰ তাতকৈ বেচি কৰিলে বা কলেই ভুল বুজাবুজিৰ আশংকা থাকে, যিটো সংগঠনৰ বাবে এক মাৰাত্মক বিঘিনি।

তাৰ ব্যাখ্যা শুনি সোণোৱাল কিছু পৰিমাণে আশ্বস্ত হ'ল। সিও সোণোৱালৰ বিষয়ে নতুনকৈ ভাবিবৰ চেষ্টা কৰিলে। ডেকাজন কেৱল উন্নাসিকেই নহয় বুদ্ধিমানো আৰু অনুসন্ধিৎসুও। মনে মনে এই সিদ্ধান্তটো গঢ়ি লোৱাৰ পাচত তাৰ মনটো অকণ মুকলিও লাগিল।

এই অনুভৱ তাৰ পিচে খন্তেকীয়া আছিল। কিয়নো খোৱাং অঞ্চললৈ আহি সি এটা নতুন সমস্যাৰ সন্মুখীন হৈছিল। সমস্যাটো যে একেবাৰেই অভাৱনীয় এনে নাছিল, কিন্তু প্ৰত্যাশা কৰা সময়ৰ আগতে ঘটিছিল। সেইবাবেই বৰ চিন্তিত হৈ পৰিছিল সি।

এনে পৰিস্থিতিৰ মূলতে আছিল আকৌ সি নিজেই।

চাৰি কি ছমাহ আগৰ কথা। খোৱাং অঞ্চলৰে খুগুলনি গাঁৱত মেধিৰ ঘৰত সি এদিন আতিথ্য গ্ৰহণ কৰিছিল। ৰাতি এটা আমোদজনক

ঘটনাৰ ভৱিষ্যতে। তাৰ আগদিনা সি ভুমডুমাৰ পিনৰ পৰা আহিছিল হেৰোৱা মহ বিচৰা গুৱালৰ বেশত। পিন্ধনত কোনোমতে টিকা ঢাক খোৱা আঠৈহতীয়া এখন। মূৰত গামোছাৰ পাগ আৰু চাইকেলৰ কেৰিয়াৰত এডাল মহ মৰা টাঙোন। তেনেদৰেই গাঁৱৰ পৰা ওলাই আহি মহৰ কথা আৰ-তাক সুধি চাইকেলেৰে মাকুম পাইছিলহি। তাৰ পাচতে ট্ৰাকেৰে চাবুৱা।

ঘুগুলনিত সোমাওঁতে সাজ লাগি ভাগিছিল। সি গাঁৱত সোমায়েই মেধিৰ ঘৰলৈকেই সোমাই দিলে।

মেধিৰ আছিল পুৱা-সন্ধ্যা প্ৰসংগ কৰাৰ অভ্যাস। সেইদিনা সন্ধিয়া নাম-প্ৰসংগ শেষ কৰি তেওঁ চকু দুটা মুদি জপ কৰি থকা দেখি চকু দুটা মেলিলেই দেখা পোৱাকৈ সি থিয় দি ললে আৰু কলে—

: মই বিষ্ণু স্বয়ং আৱিৰ্ভাব হলোঁ। এতিয়া ভকতে কিদৰে তুষ্ট কৰে কৰক।

মেধিয়ে চকুদুটা মেলি তাক সন্মুখত দেখি সাষ্টাংগে প্ৰণিপাত জনাই কলে--

: মোৰ যে কি ভাগ্য প্ৰভু! আপুনি সঁচাকে বিষ্ণু-অৱতাৰ।

সেইদিনা মেধিয়ে শিষ্টাচাৰত অকণো ত্ৰুটী নৰখাকৈ বৰা চাউলৰ ভাত আৰু ৰাজহাঁহৰ মাংসেৰে অতিথি সৎকাৰ কৰিলে। খাই বই উঠি মাজনিশা অতিথিয়ে শয্যা গ্ৰহণ কৰিলে। তাক ৰাতি পুওৱাৰ বহু আগেয়েই বিষ্ণুৰ দৰেই অন্তৰ্দ্ধান হৈছিল।

তাৰ পাচত ঘুগুলনি গাঁৱ ঘুগুলা তুলিবলৈ গাঁৱত আৱিৰ্ভাৱ হ'ল পুলিচৰ। মেধি বেচেৰাই বিপ্লৱৰ 'ব'টোৰো ভু নেপায়। কিন্তু পুলিচৰ হাতত পৰি বিপ্লৱী আখ্যাতো পালেই, নগুৰ নাগতিও হ'ল মানুহজনৰ। কেৱল মেধিয়ে নহয়, তেওঁৰ ঘৰলৈ বিষ্ণু অতিথিক চাবলৈ অহা মানুহৰ বাছি বাছি দুই একৰ ভঁৰালত চাঙত অথবা ৰান্ধনীঘৰৰ বেচাত খুচি থোৱা কৃষক-বন্ধুৱা পঞ্চায়ত মিটিঙৰ ভুৱা কাগজ পুলিচে গোপন খবৰ পাই উদ্ধাৰ কৰিলেহি। আৰু তেনে উদ্ধাৰৰ ফল আছিল অতি স্পষ্ট। পৰস্পৰৰ ব্যক্তিগত আখেজ পুৰাবলৈ বহুদিন গাঁৱৰ মানুহে এনে মোক্ষম সুযোগ পোৱা নাছিল। আৰু পুলিচেও পোৱা নাছিল মনৰ হেপাহ পলুৱাই বধিব পৰাকৈ ইমান সহজ চিকাৰ।

সি ডাঁৱৰ বাতৰি ডাঁৱে পাই আছিল। সককণ চেলেঙক কিয় পুলিচে

ধৰি নিছিল, মুহীধৰ চেতিয়াক নি আকৌ কিয় এৰি দিলে, বিনা শইকীয়াক কোনে ভঁৰালৰ চাঙত ভুৱা চিঠি লুকুৱাই থৈ পুলিচৰ হতুৱাই বিনা কথাতে মাৰ খুৱালে সোণোৱাল শইকীয়াহঁতেও জানিছিল এইবোৰ কথা। কেৱল সেয়ে নহয়, সিহঁতে আৰু জানিছিল যে, এনে এটা পৰিস্থিতিৰ অন্ত পেলোৱা সহজে সম্ভৱ নহয়।

সি আৰু আটাইবোৰ কৰ্মীয়েই সেই অঞ্চলত যথেষ্ট সতৰ্ক হৈ পৰিল। সোণোৱালে তাৰ সতে আলোচনাত এনে এক সংশয়ৰেই ইংগিত দিছিল বুলি তাৰ ধাৰণা হ'ল।

তাৰ মনক পিচে কেৱল এই সংশয়েই ভাৰাক্ৰান্ত কৰা নাছিল। সি আৰু এক অভিনৱ সমস্যাৰ সন্মুখীন হৈছিল।

দিহিং নইৰ পাৰত প্ৰকাণ্ড সৰিয়হতলী এডৰাৰ দাঁতিত কহুৱাবনিৰ মাজত লুকাই থকা ৰখীয়াঘৰ এটাত বহি বহি সি সেই সমস্যাটোৰ কথাকে বেচিকৈ চিন্তা কৰিছিল। কিয়নো ঘূণ্ডলনি গাঁৱত যিটো ঘটিছে সেইটো সমাজৰ সমানে পুৰণি এটা ৰোগৰ লক্ষণ মাত্ৰ। তাৰ বাবে বিশেষ চিন্তা কৰি লাভ নাই। সতৰ্কতাৰে ৰোগৰ স্পৰ্শ এৰাই ফুৰিলেই হ'ল। সি কিন্তু যি এক অভিনৱ সমস্যাৰ চিনাক্তকৰণ কৰিছে এই অঞ্চলত তাৰ কিবা নহয় কিবা এটা সমাধান নহলে অসমৰ বিৰাট অঞ্চল এটা নিষ্ক্ৰিয় হৈ ৰোৱাৰ সম্ভাৱনা আছে। যিটো সিহঁতৰ সংগ্ৰামৰ ঘোৰ পৰিপন্থী হোৱাৰ আশংকা এটা বৈ যায়।

সমস্যাটো হ'ল সেই অঞ্চলৰ খেতি মাটিৰ দখলী ব্যৱস্থা লৈ, আৰু বিস্তীৰ্ণ চাহ বাগিছাবোৰক লৈ। তাৰ মাটিবোৰৰ বেচি ভাগ আছিল মহাজনী মাটি। কাজেই নামনি অসমৰ অঞ্চলবোৰত তেভাগা আন্দোলনৰ যি কৌশল গ্ৰহণ কৰা হৈছিল সেইটো তাত খটা নাছিল। পিচে তাতকৈও জটিল হৈ পৰিছিল চাহ বাগিছাত বসবাস কৰা কৃষি-জীৱি পৰিয়ালবোৰক লৈ। এই পৰিয়ালবোৰৰ দৰে কৃষিজীৱি পৰিয়াল ভাৰতৰ আন ঠাইত খুব কমেইহে দেখা যায়। এইবোৰ পৰিয়ালৰ লোক সকলে চাহ বাগিছাতো মজুৰি কৰে আৰু চাহ বাগিছাৰ উদ্বৃত মাটিত খেতি কৰে। সেইসকলক সংগঠিত কৰাৰ বাবে কি যে উপায় কৰিব সি সঁচাকৈ বিবুদ্ধিত পৰিছিল। সি জানে, ঠিক এনেবোৰ কাৰণতেই তালৈ এচ ও এচ দি পঠোৱা হৈছে। তাক চিন্তাত তন্ময় হৈ থকা দেখি সোণোৱালহঁতেও নীৰৱে বহি আছিল

অলৰ অচৰ শিলামূৰ্ত্তিৰ দৰে। সি অলপ লৰ চৰ কৰি ললে। অকণ বৰফ গলা যেন লাগিল। সমস্যাৰ সমাধান বিচাৰি কিছু ওচৰ চপা যেন অনুভৱ হ'ল।

মনৰ ভিতৰতে কৌশলটো সম্বন্ধে এটা নিশ্চিত সিদ্ধান্ত লোৱাৰ আগতে সি স্থানীয় আন দুজন কৰ্মীৰ সতে আলোচনা কৰি লোৱাৰ কথা চিন্তা কৰিলে। সি শইকীয়াক কলে—

: হেৰা কমৰেড্, অকণ চেলেঙ আৰু তাহাক মতাই আনিব নোৱাৰিবা নে ?

: এতিয়াই নে ?

: অ' এতিয়াই। আমি ইয়াত কিছুমান বিচিত্ৰানুষ্ঠান আৰু সংস্কৃতি সভাৰ আয়োজন কৰিব খুজিছোঁ। কিমান আৰু ৰাজনীতি খেলিম ?

সোণোৱাল আৰু শইকীয়াই তাৰ কথাখিনি মুবুজাৰ দৰে ভেবা লাগি চাই থাকিল তাৰ মুখৰ পিনে। সি অৱশ্যে তাহঁতলৈ মন নকৰিলে। মন তাৰ সেই মুহূৰ্ত্তত ব্যস্ত হৈ পৰিছিল বহুত পুৰণি স্মৃতিৰ ৰোমন্থনত। ঊনৈশ শ একত্ৰিশ চনৰ কথা বোধকৰোঁ। কলিকতাত আচাৰ্য্য প্ৰফুল্ল চন্দ্ৰ ৰায়ৰ সভাপতিত্বত বহা এখন জনসভাত আলোচিত হোৱা কিছুমান কথাৰ প্ৰতিবাদ কৰি অসমৰ বুদ্ধিজীৱিসকলে সমগ্ৰ অসম জুৰি এটা অভূতপূৰ্ব আলোড়নৰ সৃষ্টি কৰিছিল। ঢোলৰ লগতে টেমেকাৰ দৰে সিও অসমৰ ইতিহাস গাই, মহান ঐতিহ্যৰ কীৰ্ত্তন কৰি প্ৰতিবাদত মুখৰ হৈ উঠিছিল। কিন্তু সি এতিয়াহে উপলব্ধি কৰিছে যে, সেইবোৰ আছিল মাত্ৰ যৌৱন-মদমত্তাৰ আস্ফালন। গভীৰ চিন্তা অথবা অনুধাবনযোগ্য তাত একোৱেই নাছিল। এটা কথা অৱশ্যে সঁচা যে, আস্ফালনেই হওক অথবা খিয়েই নহওক, সেই সময়ত সেয়া আছিল এক ঐতিহাসিক দায়িত্ব। আজিৰ এই মুহূৰ্ত্ততো সি যি এক অপকৌশলৰ আশ্ৰয় লৈছে এইটোও তাৰ দৰেই নিৰ্মমভাৱে আৱশ্যকীয়।

সি মনেই কৰা নাছিল, শইকীয়া যে ইমান পৰে যোৱাই নাই। সপ্ৰশ্ন দৃষ্টিৰে তাক কিবা সুধিবলৈ বাট চাই আছে।

: কি হ'ল শইকীয়া, তুমি এতিয়াও যোৱা নাই যে ?

: ৰাজনৈতিক বিপ্লৱে আমুৱালে আপোনাক ?

শইকীয়াৰ সলনি সোণোৱালে কৰা উদ্ধত প্ৰশ্নবাৰত তাৰ হাঁহি উঠি গ'ল। সি অনাড়ম্বৰভাৱে কলে—

: তোমালোকে মোক পেটি বুৰ্জোৱা বুলি ভাবিছা? প্ৰতি বিপ্লৱী চিন্তাৰে মোৰ মন জৰাগ্ৰস্ত হৈ পৰা বুলি ভাবিছা? স্বাভাৱিকতেই ভাবিবা তোমালোকে। আমি আমাৰ ৰণকৌশল বদলাব খুজিছোঁ মাত্ৰ। লক্ষ্য আমাৰ ঠিকেই আছে। চেলেঙহঁত আহক—আমি তেতিয়া বিশদভাৱে আলোচনা কৰিম।

শইকীয়াক সন্দেহমুক্ত হোৱা যেন নালাগিল। তথাপি চেলেঙহঁতক মাতিবলৈ ওলাই গ'ল। সোনোৱালে এই অৱকাশতে সুধিলে—

: আপোনাৰ ঘৰত কোন কোন আছে বাৰু?

হঠাৎ সোধা এই অপ্ৰত্যাশিত প্ৰশ্নবাৰত সি বিমূঢ়ৰ দৰে সোনোৱালৰ মুখলৈ চাই ৰৈ গ'ল খন্তেক। আৰু তাৰ পাচত সুধিলে স্বাভাৱিক সুৰত—

: ঘৰ মানে? কোনখন ঘৰৰ কথা কৈছা?

: আপোনাৰ নিজৰ ঘৰৰ।

: নিজা ঘৰ বুলিতো মোৰ বিশেষ কোনো ঘৰ নাই। মই যি মুহূৰ্ত্তত য'তে থাকোঁ, সেই মুহূৰ্ত্তত সেয়ে মোৰ নিজা ঘৰ।

: তথাপি আপুনি য'ত জন্মিছিল, য'ত আপোনাৰ মা আছিল, আন পৰিয়াল পৰিজন আছিল।

: মই জন্মিছিলোঁ ঢাকাৰ পিলখানাত। সেই ঘৰ আছে যদিও এতিয়া আমাৰ নহয়। এতিয়া কিছুদিনৰ আগলৈকে অনুপমাৰ ঘৰখনেই মোৰ ঘৰ আছিল। এই মুহূৰ্ত্তত এইটোৱেই মোৰ ঘৰ।

সি ৰ'দ সৰকি অহা সমুখৰ বৰতাৰ বেৰখনলৈ চালে। ওপৰৰ চাপৰ মাজে মাজে আকাশ দেখা চাল দুখনো চাই ললে। সমুখৰ মুখচত নকবাৰ জালখন তিৰবিৰাই আছিল ৰ'দৰ পোহৰত। মাতত অদ্ভুত ভৰষাৰে দোহাৰিলে সি—

: এইখনেই মোৰ ঘৰ।

সোনোৱাল সিমানতে নিৰস্ত হব লগীয়াত পৰিল। কিয়নো ইতিমধ্যে তেওঁ কিবা এটা কথাত চঞ্চল হৈ পৰিছিল। বেৰৰ জোলোঙাৰে সৰিয়হতলীৰ পিনে আকৌ এবাৰ ভুমি চাবৰ চেষ্টা কৰিছিল মৃদু বতাহত হালি জালি থকা সেৰেঙা কহুৱাবোৰৰ মাজেদি।

: পুলিচ এজন এইপিনে আহি থকা দেখিছোঁ।

সোনোৱালৰ ভীতিজড়িত কণ্ঠস্বৰ শুনি সি সুধিলে একেবাৰে নিৰ্বিকাৰভাৱে যেন আগন্তকজন অহাটো সি ইমান পৰে অপেক্ষাকে কৰি আছিল—

: অকলে নহয় জানো?

: অকলেইতো দেখিছোঁ।

: আহিবলৈ দিয়া। আমাৰ বন্ধুৱেই হব দেখিছোঁ।

ঘৰটোৰ পিচপিনে অকণ আঁতৰত দিহিঙৰ মূঁতি এটা। এতিয়া শান্ত নিস্তেজ হৈ পৰিছে। সোনোৱালক সেই মূঁতিটোৰ পাৰত ঘাটটোত বৈ থাকিবলৈ নিৰ্দেশ দিলে। তেওঁ যোৱাৰ পাচতহে সি সৰিয়হতলীৰ একপদীটোৰে চালে। পুলিচ বিষয়াজন আহি সৰিয়হতলীৰ সিহঁতৰ পিনৰ দাঁতিটো পাইছিলহি। সি গুলীভৰা অটোমেটিকটো হাতৰ কাষতে পোৱাকৈ মজিয়াৰ খেৰৰ তলত লুকাই লৈ আগন্তুকৰ বাবে অপেক্ষা কৰি থাকিল।

পুলিচ বিষয়াজন একেবাৰে ওচৰ পালেহি আৰু বাহিৰত বেৰৰ কাষত থিয় হৈ মাত দিলে ফিচফিচাই—

: অই বিষ্টু, বিষ্টু।

: কোন?

: মই ডিম্ব।

: কোন ডিম্ব?

: খেত্ চালা কুকুৰ। এতিয়া নজনাই হলি।

: আহ ভিতৰলৈ আহ।

পুলিচ বিষয়াজন যে তাৰ এসময়ৰ সহপাঠী য়ুনিফৰ্মত থকা দেখি সি প্ৰথমতে ধৰিবই পৰা নাছিল। সোমাই আহি তেওঁ কলে—

: তই এতিয়াই ইয়াৰ পৰা যা গৈ। ইয়াত আজি নিশাৰ পৰা পুলিচ অপাৰেচন চলিব।

: মই ইয়াত আছোঁ বুলি তই কেনেকৈ জানিলি?

: তই চালা এটা মস্ত হাতী। তই নাজান হাতীয়ে যে সৰু চকু কেইটাৰে নিজকে নেদেখে ভালদৰে? নিজে কিমান ডাঙৰ গম নাপায়! তোৰ অৱস্থাও তেনেকুৱাই। তই আহিলেই কৰবাত, মানুহবোৰ তলে তলে চঞ্চল হৈ পৰে।

: তথাপি মই এই কছুৱানিত থকাটো……

: আমাৰ ইনফৰ্মাৰে ডি এচ পি হাজৰিকাক কৈছে এইমাত্ৰ।

: তহঁতৰ ইনফৰ্মাৰে গম পালে কেনেকৈ?

: পিছত জানিবি বা। তোৰ চেলা চামুণ্ডাবোৰ ভালদৰে চাইচিতি লবি আকৌ। এনেবোৰ কথাত নিজৰ গাৰ মঙহকে বিশ্বাস কৰা টান। তেনে তই যাবি গৈ। মোৰ দেৰি হৈছে। কোনোবাই গম পালে আকৌ মোৰ

চাকৰিয়ে খতম হ'ব। খোৱাং, হালখিৰাবী, লেঙেৰী এনেকে একেবাৰে মৰাণ পৰ্যন্ত হ'ব দেই অপাৰেচন।

বন্ধুৱে শেষৰ পিনে কি কলে সি ভালদৰে শুনিলেই। তেওঁ ওলাই যোৱাৰ পাচতো তাৰ কাণেদি কিবা এটা প্ৰকাণ্ড শব্দ শুনি থকা যেন লাগিল। সৰিয়হতলী পাৰ হৈ বিৰয়াজন হাবিৰ আঁৰ হোৱাতহে তেওঁৰ শেষৰ সতৰ্কবাণীবোৰ তাৰ মনত স্পষ্ট হৈ পৰিল, আৰু অদ্ভুত এক মনোবেদনাত তাৰ দেহমন অস্থিৰ হৈ পৰিল।





অনুপমাৰ চিঠিখন বাৰে বাৰে সি পঢ়িলে। এটা ডকাইতি কেচত আনৰ লগতে পুলিচে তাইকো সন্দেহ কৰি থানালৈ লৈ গৈছিল। আজি কিছুদিন ধৰি তাই জেল হাজোতত।

সিহঁতৰ আন্দোলনে আটাইতকৈ সুবিধা কৰি দিছিল পুলিচ আৰু সাধাৰণ অপৰাধীবিলাকক। ডকাইতি, লুণ্ঠন আদিত কৃষক-বনুৱা পঞ্চায়তৰ স্থানীয় সদস্য কেইজনমানক মাৰ-পিত কৰি ধৰি দিলেই সকলো কুল ৰক্ষা পৰে। মনে মনে তাৰ প্ৰচণ্ড খং উঠি গৈছিল। সি তৎক্ষণাৎ গুৱাহাটীলৈ যোৱাৰ কথা ভাবিলে। কিবা উপায়ে হলেও অনুপমাক তুৰন্তে জেলৰ পৰা মোকলাই আনিবই লাগিব। মনতে বিভিন্ন উপায় চিন্তা কৰি সি বাৰ্ত্তাবাহী গোপালক উদ্দেশ্য কৰি কলে—

: গোপাল, মই আজি তোমাৰ লগতে গুৱাহাটীলৈ যাম।

কথাষাৰ শুনি গোপালে প্ৰমাদ গণিলে। তেওঁ দলৰ উৰ্দ্ধতন মহলৰ মনোভাব জানে। এতিয়া সি যদি উজনি এৰি যায় তেনেহলে সমগ্ৰ আচনিটোতে ভীষণ আউল লাগিব। কিয়নো ৰৱৰকৰা, বকৰা এখেতসকল আটায়ে আছে উত্তৰ পাৰে। ইপিনে উজনিৰ এই দক্ষিণকূলত সি এতিয়া নাথাকিলেই নহয়। কোনোমতে স গঠনে জীপ ধৰি উঠিছে, হঠাৎ এৰি গলে চব শেষ হৈ যাব। কিন্তু উপায়তো দেখানাই তেওঁ। সি এবাৰ মনস্থিৰ কৰিলে ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰ আহিলেওতো উপায় নাই মন ঘূৰোৱাৰ।

গোপালৰ মনলৈ আহিছিল কামৰূপী নৃত্য-সংঘৰ গোৱালপাৰাৰ সেই কাহিনীটোৰ কথা। সেই সময়ত সিও হেনো সেই সংঘৰ এগৰাকী শিল্পী হিচাপে দলত আছিল। গোৱালপাৰাত সংঘৰ নৃত্যানুষ্ঠানৰ আয়োজন কৰা হৈছিল। প্ৰথম যিদিনা অনুষ্ঠান হব. সেইদিনা সি ওচৰৰে এখন গাওঁলৈ গ'ল। গাওঁৰ মানুহ পালেই তাৰ চব পাহৰি যোৱা স্বভাৱ। সি গৈ পোৱাৰ লগে লগে গাওঁৰ বুঢ়া মেথা আটায়ে ঘেৰি ধৰিলেহি। তেওঁলোকৰ মতে সুখ দুখৰ কথা পাতি থাকোতে সি পৃথিৱীৰ আন কথা পাহৰি গৈছিল।

ইপিনে দলৰ মানুহে আৰু উদ্যোক্তাসকলে তাৰ বাবে বাট চাই হতাশ হৈছিল। ঠিক অনুষ্ঠান আৰম্ভ হোৱাৰ আগে আগে হে সি ওলাইছিলহি। দেখি হোৱা দেখি শিল্পীদলৰে কোনোবা এজনে মুৰব্বিয়ানাৰ সুৰত কিবা এষাৰ কলে। লগে লগে সি এৰী চাদৰখন মুম মাৰি লৈ বিছনাত পৰি থাকিল। কাকো মুখেৰেই নামাতিলে।

তাৰ মন ঘূৰাবলৈ গৈ আটায়ে হাৰ মানিলে। দলৰ আনবোৰেতো কাষ চাপিবলৈকে সাহস নকৰিলে। শেষত তাক বুজাবলৈ আহিছিল সেই সময়ত শিল্পী হিচাপে নাম-যশ থকা গোৱালপাৰা স্কুলৰ হেড্‌মাষ্টৰ ইন্দ্ৰেশ্বৰ বৰঠাকুৰ।

এইবাৰ অৱশ্যে সি মুখেৰে মাত দিলে। কলে যে, তেওঁ বৰঠাকুৰ কিয়, স্বয়ং ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰৰ লগতে গোপাল চুবেদাৰৰ আত্মা উঠি আহক, তথাপি সি নাযায়।

কাহিনী মনত পৰাত গোপাল আৰু বেচি সন্তুষ্ট হৈ পৰিল। কিন্তু কিবা এটা নকৰিলেও নহয় বাবেই ষিমান পাৰে নম্ৰ হৈ কলে—

: দাদা, আপোনাক কিন্তু বাইদেৱে বাৰে বাৰে নাযাবলৈ শপত দি পঠাইছে। বাইদেউৰ অকনো অসুবিধা হোৱানাই। মই নিতউ খবৰ লওঁ ; তদুপৰি আমাৰ ডেকাৰ ভায়েক এটা এচিষ্টেণ্ট জেইলাৰ। তাকো কৈ থোৱা হৈছে। আৰু যি গম পাইছোঁ পুলিচে একো পোৱা নাই। এই পিচৰটো তাৰিখতেই বোধকৰোঁ খালাচ হৈ যাব।

: কেতিয়া পৰিছে তাৰিখ?

: এই বুধবাৰ গৈ সিটো বুধবাৰে।

: তুমি যে আহিলা এইফালে, তাইক খোৱা বোৱা কোনে দিছে?

: ৰমলাই দিব।

ৰমলা মজুমদাৰক ভাৰ দি থৈ অহা শুনি সি নিশ্চিন্ত হ'ল। খন্তেক আগতে প্ৰকাশ কৰা উত্তেজনাৰ বাবে মাৰ্জনা বিচাৰি কোৱাৰ দৰে কলে—

: আচলতে এতিয়া এই অঞ্চলটো এৰি যোৱাৰ অৱস্থাতো নাই! কিছুদিন থাকিব লাগিব। বৰুৱা ক'ত আছে বাৰু?

: বশিষ্ঠ কেম্পত আছে। শৰণীয়াৰ পৰা পঞ্চায়ত কাৰ্যালয় তাৰ্লৈ নিয়া হৈছে। চিন্তাহৰণ কলিতাই নিজে বৰুৱাক থুজি লৈ গৈছে। গংগা শৰ্মাৰ লগৰ আৰু দুটা ওলাই তলে তলে গোলমাল লগাই আছে। গতিকে কাকতৰ খবৰবোৰো বেলেগে দিবলগীয়া হৈছে।

গংগা শৰ্মাৰ কথা উল্লেখ কৰাৰ লগে লগে তাৰ মনলৈ আহিছিল এটা ভয়াবহ দৃশ্যৰ কথা। এবাৰাৰীৰ সভাৰ সেই মৰ্মন্তুদ অথচ ভয়াবহ দৃশ্যটো সি বহুদিন পাহৰিব পৰা নাছিল। সেইদিনা আছিল এখন গোপন সভা। বহিছিল এটা এৰাবাৰীৰ মাজত। সদস্যসকল আহিছিল কামৰূপ-দৰং-গোৱালাপাৰা জিলাৰ বিভিন্ন ঠাইৰ পৰা। প্ৰায় এশজন। তাৰ কিছুদিনৰ আগৰ পৰাই গংগা শৰ্মাক শত্ৰুপক্ষৰ চৰ বুলি সন্দেহ কৰা হৈছিল। সেইদিনা শৰ্মাও আছিল তাত।

ঘটনাটো ঘটোতে সি আছিল বক্তৃতা দি। গুলীটো কোনপিনৰ পৰা

আছিল সি তৰ্কিবই নোৱাৰিলে। সি মাত্ৰ দেখিলে গংগা শৰ্মা ভেজেবে তুমবলি হৈ বাগৰি পৰা। মাটিত পৰিও খন্তেক তেওঁ চটফটাই আছিল. আচৰিতভাবে মানুহবোৰে কিন্তু কোনো চঞ্চলতাই প্ৰকাশ কৰা নাছিল। আগৰ দৰেই একান্ত মনে তাৰ বক্তৃতা শুনি গৈছিল।

পঞ্চায়তৰ সম্পাদনাত লোকনাথ বৰুৱাৰ সহায় লৈ চিন্তাহৰণ কলিতাই জ্ঞানীৰ কামকে কৰিছে। কিয়নো সাংকেতিক সম্বাদ প্ৰচাৰত বৰুৱাৰ সমকক্ষ আন এজন নাছিল। কেদাৰ গোঁসাইৰ সম্পাদনাত কাকতখনে যি স্খলনৰ সন্মুখীন হৈছিল, চিন্তাহৰণে সম্প্ৰতি কিছু উঠাই আনিছে আৰু এই সময়ত বৰুৱা থাকিলে আৰু দুশ্চিন্তাৰ কোনো কাৰণেই নাথাকিব।

: কোন নো গংগাৰ লগ দুটা ?

: কব তো নোৱাৰোঁ। আমি কোৱাহে শুনিছোঁ।

এৰা এইবোৰ কথা এনেদৰে সুধি উত্তৰ পোৱা নেযায়। সি তাৰ ইমান দিনৰ অভিজ্ঞতাৰ পৰাই জানি আহিছে। হয়তো গোপালেই সেই দুজনৰ এজন হব পাৰে। শত্ৰু পক্ষৰ চৰ নিৰ্জ্-নিৰীহ হৈয়ে কাষ চাপে। গোপাল তাৰ ইমান বিশ্বাসী, ইমান আজ্ঞাবহ। হয়তো সিয়েই ইমান দিনে চৰৰ কাম কৰি ফুৰিছে।

নহলে তাৰেইতো অলপতে প্ৰচণ্ড ভুল হৈছিল। শইকীয়া আৰু সোনোৱাল দুয়ো তাৰ ইমান বিশ্বাসৰ আছিল, দুয়োৰে কথা বা কামত সন্দেহ কৰাৰ কোনো থলেই পোৱা নাছিল কোনোদিন সি। মাজে মাজে সোনোৱালাৰ উদ্ধত কথা বাৰ্ত্তা সি পচন্দ কৰা নাছিল অৱশ্যে, কিন্তু শইকীয়াৰ দৰে তাৰ ইমান অনুৰাগী, কোনো কামকে হেলা নকৰা ইমান উৎসাহী ল'ৰাটো যে ইনফৰ্মাৰ হব পাৰে সি সপোনতো ভবা নাছিল ।

তাৰ সহপাঠী পুলিচ বিষয়াজনে সেইদিনা তাক খবৰটো দি অহাৰ সময়ত যি এষাৰ ইংগিতপূৰ্ণ কথা কৈ আহিছিল, তাৰ ফলত সি সন্দেহ কৰিবলৈ লৈছিল সোণোৱালক আৰু চেলেঙক। কিন্তু তাৰ মনত শইকীয়া সম্বন্ধে তিলমানো সন্দেহৰ উদ্ৰেক হোৱা নাছিল ।

ভাগ্যভাল, সৰুকণ চেলেঙক তেওঁৰ চিনাকি এজন পুলিচে কথাটো কৈ দিছিল। পুলিচজন আছিল ডি এচ পি হাজৰিকাৰ অৰ্ডালি। শইকীয়াই গৈ বঙলাত হাজৰিকাক সি খোৱাগুৰ ক'ত আছে খবৰটো দি থাকোতেই পুলিচজনে আলেঙে আলেঙে শুনি আছিল।

সককণ চেলেঙে আহি তাক ঘেৰিয়া কথাটো কলেহি সি তেতিয়া প্ৰকাশ্যভাবে কোনো প্ৰতিক্ৰিয়া নেদেখুৱালে। দুদিন পাচত এটা বিশেষ কামত চেলেঙৰ লগতে শইকীয়াক বোন্দালৈ পঠাই দিয়া হৈছিল গোপন নিৰ্দেশ সহ।
গোপন নিৰ্দেশটো লেখাৰ সময়ত তাৰ মনত পৰিছিল বিশ্বৰ এক মহান বিপ্লৱীৰ স্মৰণীয় কথা এষাৰলৈ—

**Revolution is not a dinner party, nor a literary composition, nor a painting, nor a piece of pretty embroidery ; it cannot be carried out softly, gradually, carefully, considerately, respectfully, politely, plainly and modestly.**

কথাষাৰৰ প্ৰতিটো শব্দই এই মুহূৰ্ত্তত এটা ভয়াবহ শব্দ কৰি তাৰ মনক শংকিত কৰি তুলিলে। গুৱাহাটীৰ বোন্দালৈ পঠোৱাৰ পাচত শইকীয়াৰ ক'ত কি হ'ল গোপালক সুধিবলৈ তাৰ ভয় লাগি গ'ল। গংগা শৰ্মাৰ দলৰ আৰু কোন ওলাল সেই দৈও স্পষ্ট কাৰণেতেই সি গোপালক আৰু বেচি পীড়াপীড়ি নকৰিলে।
তাক নীৰৱে থকা দেখি গোপালে অকণ ভাবৰা পাই নিজৰ মনেই গুৱাহাটীৰ খবৰবোৰ দি গ'ল—

: দৰঙতো সংগঠন ভাল নহয়। আপোনাৰ বাবেই সকলোৰে বাট চাই আছে। ৰবীন্দ্ৰ ঘোষ বঙাপাৰাৰ পৰা আহিঁ ওদালগুৰি অঞ্চলত আছেহি। আপুনি যোৱাৰ বাবে ৰবদলৈয়ে যোৱা সপ্তাহতে খবৰ দি পঠাইছিল। উত্তৰ কামৰূপত কৰ্ণেল চৌধুৰী, নবীন মেধি আৰু কৃষ্ণহৰি ডেকা আছে। তাতো হেনো আপুনি নগলে নহব।

: বাৰ। ইয়াৰ দুই এটা কাম এতিয়াও বাকী আছে। মৰাণৰ সেইখিনিতে অলপ বেমেজালি লাগি আছে। তাৰ গত লগাব পাৰিলেই কিছুদিনৰ কাৰণে আজৰি হম। তুমি কৈ থৰা উত্তৰ কামৰূপলৈ ৰকৰা ওলাব মোৰ লগত।

: মই তেন্তে যাওঁ।

বিদায় লৈ গোপাল ওলাৰ খোজোতেই হুলস্থুল কৰি চাৰিজনী গাভৰু ছোৱালী সোমালহি। সেই অঞ্চলৰ নাৰী মুক্তি সংঘৰ কৰ্মী সাবিত্ৰী, ধনদা, কণমাই আৰু হেমলতা। চাৰিওজনীয়ে গান গায় নাৰীক সংগঠিত কৰাত হাতিয়াৰ হিচাপে তাহাঁতৰ এই প্ৰতিভাৰ সদব্যৱহাৰ বেচ উৎসাহজনক।

: গুৰুদেৱ, অচলা পথাৰ নাৰী মুক্তি সংঘৰ কৃষ্টি সভা আছে। আজি ৰাতি আপোনাক মনত পেলাই দিবলৈকে আহিলোঁ। মই পাচত লৈ যামহি। বাইজে হেনো আপোনাৰ গানো শুনিব আজি।

: হৰ বাক। কিন্তু খোৱাং মৰাণৰ খবৰ কেনে?

: চব ঠিক আছে। সংঘৰ শাখাবোৰ গঠন হৈ আছে। বিপ্লৱৰ হাতছানি নাৰীসকলে উপলব্ধি কৰিছে।

বাকী কিজনীৰ পিনে চাই হাঁহি হাঁহি ধনদা কোঁৱৰৰ কথাৰ প্ৰত্যুত্তৰত কলে

: আমাৰ আইচু দেউতাই আকৌ কথাবোৰ বৰ বহণ লগাই কয়। বিপ্লৱৰ হাতছানিটো বা কি বস্তু?

তাৰ হাঁহিয়ে বিক্ৰপধাৰৰ তীব্ৰতা পাতল কৰি দিলেও ধনদা কিন্তু বিচলিত হৈ পৰিল। তাই টুপ্ কৰে মাটিত বহি তাৰ ভৰি দুটা চুই প্ৰণাম কৰি কলে,

: মোক ভেনেকে নকব গুৰুদেৱ!

তাইৰ চকুযুৰি হঠাৎ সেমেকি উঠিছিল। সি আলফুলকৰে তাইৰ পিঠিত হাত বুলাই বুলাই কলে—

: বুজিছা ধনদা, তোমালোক শিক্ষিতা ছোৱালী। তোমালোকে কিন্তু লগত লৈছা একেবাৰে নিবক্ষৰ, সহজ, ছোজা গাৱঁৰ জনসাধাৰণক। গতিকে আমি কিবা কলে সেইসকলে বুজিব পৰাকৈ কব লাগিব। সেইসকলৰ মুখৰ ভাষা আমি আয়ত্ব কৰি লব লাগিব। আমাৰ বুৰ্জোৱা দোষবোৰ গুচাই প্ৰকাশক সহজ-সাৱলীল কৰি তুলিব লাগিব। তেতিয়াহে জনসাধাৰণে আমাৰ কথা বুজিব পাৰিব, আৰু তেতিয়াহে জনসাধাৰণৰ জ্ঞান আৰু মূল্যবান অভিজ্ঞতাৰে আমাক সহায় কৰিবলৈ সেইসকল আগবাঢ়ি আহিব। বাৰু বাদ দিয়া সেইবোৰ। তোমালোকে বাৰু সককণ চেলেঙক লগ পাইছিলানে?

: তেৱেঁইতো সকলোবোৰ যোগাযোগ কৰাই দিছে।

: পুলিচৰ ধৰ-পাকৰ বন্ধ হৈছেনে দুগুলনিত?

: এতিয়া তেনেকে একো নাই। তাওবিৰ পিনৰ পৰা আলহী খোৱাৰ ছলেৰে কৰ্মী দুই একনে কাম কৰি আছে। সিদিনা এটা মজাৰ ঘটনা ঘটি গ'ল। আচলতে সেই ঘটনাটোৰ পৰাই পুলিচে কাৰো পৰা কোনো সন্দেহ উলিয়াৰ নোৱাৰাত পৰিছে।

: কিনো এনে মজাৰ ঘটনা হ'ল ?

তাৰ প্ৰশ্নবাবত ধনদাই সাবিত্ৰীৰ পিনে চাই কলে—

: সাবিত্ৰী, তই কচোন সেইদিনাৰ ঘটনাটো। তইহে শুনিব্ পৰা আছিলি তাত।

সাবিত্ৰী চেতিয়াই প্ৰথমে অকণ আড়ষ্টতাবে ... পাচলৈ মুক্ত উৎসাহেৰে কৈ গ'ল সেই মজাৰ কাহিনীটো।

কাহিনীটো ঘটিছিল এখন সভাত। অৱশ্যে সেইখন কোনো ৰাজহুৱা সভা নাছিল। আছিল চুবুৰীয়াৰ দৰে পঞ্চায়তৰ এখন মেল। ঘুগুলনি গাৱঁৰ নামঘৰত। মেথিৰ ওপৰত। তেওঁৰ জগৰ হ'ল তেওঁ কিয় এদিন ৰাতি এগৰাকী অবাঞ্ছনীয় অতিথিক আশ্ৰয় দি গাৱঁৰ সন্মান লাঘৱ কৰিলে। মেথিৰ কথা শুনি আৰু অবাঞ্ছনীয় অতিথিৰ কথা শুনি সি পৰম আগ্ৰহেৰে বৈ থাকিল আদ্যোপান্ত শুনাৰ বাবে। সাবিত্ৰীয়েও তাৰ আগ্ৰহ দেখি কোনো খুতিনাতি বাদ নিদিয়াকৈ কৈ গ'ল সেইদিনা মেলত যি'যি ঘটিছিল সকলোবোৰ। মেল চলি থাকোতেই ডাঙৰিৰ দাস বুলি ডেকা কৰ্ম্মী এজনৰ সতে তাই আৰু সোনোৱাল আহি নামঘৰ পালেহি। ধনদাহঁত অলপ পিচ পৰিছিল। সোনোৱালক দেখিয়েই মেলুৱৈমখা জাঙুৰ খাই উঠিল। তেওঁলোকে অভিযোগ কৰিলে যে সোনোৱালো সেই অবাঞ্ছনীয় অতিথিজনৰ সতে ফুৰাচকা কৰা হেনো বহুতৰ নজৰত পৰিছে। খেনোৱে উত্তেজনাতে সোনোৱালক লক্ষ্য কৰি অশ্লীল ভাষাৰে গালি গালাজো পাৰিছিল।

সোনোৱালে কিন্তু নিৰ্বিকাৰভাৱে হাঁহি হাঁহি কাৰো গালিলৈকে ভ্ৰূক্ষেপ নকৰি মেলৰ মাজত বহি লৈছিল আৰু আগৰ কথাবোৰ আন্দাজ কৰি লৈ বিশেষ কাৰো উদ্দেশ্য নকৰাকৈ সুধিছিল—

: মেথিয়েনো কি জগৰ লগালে ?

প্ৰশ্নবাবৰ উত্তৰত উত্তেজনাতে কোনে কি কলে ধৰিবই নোৱাৰিলে তাই আৰু দাসে। সোনোৱালে কিন্তু আগৰ দৰেই শান্তভাৱে সুধিলে মাতটো অকণ ডাঙৰ কৰি —

: মেথিয়ে ৰাতিৰ আলহী এজনক আশ্ৰয় দিছে। আৰু কিছু বাজাৰ দৰে মানুহ আপোনালোকৰ বাবে অবাঞ্ছনীয় হব পাৰে, অসমৰ গাৱঁৰ প্ৰতিখন মানুহ কিন্তু তেখেতৰ নামত বলিয়া হৈ পৰে।

: তেন্তে সেই বলিয়াবোৰৰ আশ্ৰয় লওকগৈ, আমাৰ ইয়াত কিয় ?

: অহাতভো আপোনালোকৰ একো ক্ষতি হোৱা নাই। বৰঞ্চ লাভহে হৈছে।

: লাভ? অঁ ল'ৰা তিৰোতাৰ আগত গিৰিহঁতক পুলিচে হালোৱা গৰুৰ দৰে ডিঙিত পঘা লগাই চোঁচোৰাই লৈ যাব। আমাৰ কম লাভ নে? সোনোৱালে এইবাৰ সশব্দে হাঁহি ক'লে যে, তেখেতভো আহিছিল ৰাইজৰ মংগল কামনা কৰি, কিন্তু ৰাইজৰ দোষতহে ৰাইজে ইমান যাতনা ভুগিবলগীয়া হ'ল। তেওঁৰ কথাৰাৰ শেষ হোৱাৰ আগতেই ইমানপৰে তৰ্কবাদ কৰি থকা আদহীয়া মানুহ জনে অধৈৰ্য্য হৈ ভেঙুচালি কৰি কলে—

: ৰাইজৰ মংগল! আমাক বোপাই পোকবেদি হোলোঙা মাৰি বিদ্বাই স্বৰ্গত তুলি থৈ যাব নালাগে দেওহে। আমি এনেকেই ভালে আছোঁ। গাৱঁৰ যিহে নাক কটা গ'ল— এইমানে আটিছেগৈ আমাক।
আদহীয়া জনৰ কথা শুনি তাই কৈ গৈছিল অভিভূত বন্ধুৰে কুতীজনৰ কৃতিত্বৰ কাহিনীৰ সবিশেষ বৰ্ণোৱাৰ দৰে। সোনোৱাল হেনো হঠাৎ দৃঢ় হৈ পৰিছিল। তেওঁৰ মাতটো যে সময়ত ইমান ডাঙৰ হব পাৰে তাইৰ ধাৰণাই নাছিল। আনবো নিশ্চয় নাছিল। কিয়নো তেওঁ যেতিয়া ডাঙৰ মাতটোৰে কথাবোৰ এটা এটাকৈ কৈ গৈছিল প্ৰথমতে দুই এটাই ক্ষীণ আপত্তি দুই এবাৰ কৰিছিল যদিও পাচলৈ গোটেই ঠাইখিনি কাঁহ পৰি জীন যোৱাৰ দৰে হৈ পৰিছিল। সোনোৱালে মেলৰ মাজত ভাগলোৱা জনদিয়েক মানুহলৈ আঙুলিয়াই যেতিয়া কৈ যাবলৈ ধৰিছিল, কোনে কাৰ ওপৰত পুৰণি আখেজ পুৰাবলৈ উঁৱালৰ চাঙৰ মাৰলিৰ চুঙাত জাল মিটিঙৰ কাগজ লুকাই থৈ ধৰাই দিছিল, কাৰ বিৰুদ্ধে কোনে ক'ত মিছাকৈ সাক্ষি খবৰ দিছিল—মানুহ কেইজন হেনো বজ্ৰপাত পৰা মানুহৰ দৰে থৰ হৈ তলমুৰ কৰি বহি থাকিল। মেলৰ আনবোৰ মানুহ সাৱিত্ৰীহঁতৰ দৰেই বিস্ময়ত হতবাক হৈ গৈছিল সোনোৱালৰ আত্মপ্ৰত্যয়ৰ উমান পাই। এই খবৰবোৰ গাৱঁৰ আনবোৰে জনাই নাছিল ইমানদিনে। সোনোৱালৰ মুখত অপৰাধীবোৰৰ সাক্ষাতে শুনা প্ৰতিবাদহীন অভিযোগবোৰে তেওঁৰ প্ৰতি হেনো শ্ৰদ্ধাৰ উদ্ৰেক কৰিছিল সমবেত সকলৰ।

: আৰু ঠিক তেনে মুহূৰ্ত্ততে কথাই কথাই আৰম্ভ কৰিছিল ডাঙৰিত আপুনি দিয়া সেই বক্তৃতাটো। সোনোৱালৰ কণ্ঠও যে ইমান আবেগময় হব পাৰে তেওঁৰ লগত কথা কলে কল্পনাই কৰিব নোৱাৰি। ৰাইজৰ বুঢ়া মেথাখিনিয়ে চকুপানী ধৰি ৰাখিব পৰা নাছিল তেওঁৰ কথা শুনি। বাজহুৱা ভাষণ যে

হীমান প্রত্যক্ষ অথচ হৃদয়স্পর্শী হব পাবে—

: বাক বাদ দিয়া সেইবোৰ। এতিয়া বিএকৃষ্ণন কেনে ?

: ঘুণুসনি গায়ৈ'ল গুৰুদেৱ আৰু কোনদিনা যায়, আটায়ে দিন গণি আছে।

তাৰ প্ৰতি প্ৰশংসাসূচক কথাবাৰ শুনি সি আন কথা বিচাৰি চকু ঘুৰাওতেই গোপালক দেখি অবাক হৈ গ'ল—

: গোপাল, তুমি এতিয়াও যোৱা নাই ? গাড়ীৰ সময় হব নহয় ?

: দাদা মই কথা এটা পাহৰি গৈছিলোঁ। নাৰীমুক্তি সংঘৰ কৰ্মী কেইগৰাকী-মান উত্তৰ কামৰূপলৈ পঠোৱাৰ কথা কৈছিল সেন ডেকাই।

: হব বাক। তুমি যোৱা।

গোপাল ওলাই যোৱাৰ পাচত সি আকৌ মাতি পঠালে, আৰু খচ্ খচ্ কৰে চিঠি এখন লিখি থামত ভৰাই ভিভাবে এঠাই তেওঁৰ হাতত দি পঠালে অনুপমালৈ বুলি। চিঠি লৈ গোপাল ওলাই গলত সি অন্যমনস্ক হৈ পৰিল। তেনেতে ধনদাই কলে যে, তাহাঁত যাবগৈ; কিয়নো অনুষ্ঠানৰ বা-যোগাৰ কিছুমান তেতিয়াও বাকী আছে। এতিয়াই নকৰিলে দেৰি হৈ যাব।

: এঃ বহাচোন এখন্তেক। মই পিচে তাত গৈ কি গীত গাম ?

গোপাল ওলাই যোৱাৰ পাচত হঠাৎ নিজকে লোৰ অকলশৰীয়া যেন লাগিছিল। ছোৱালী কেইজনীক আৰু কিছুপৰ ৰাখিবৰ বাবেই নিৰৰ্থক বুলি জানিও প্ৰশ্নবাৰ কাৰলে। এইবাৰ সাবিত্ৰীয়ে কলে—

: আপোনাৰ যি মন যায় তাকে গাব আকৌ। আমাৰ কিন্তু সঁচাকে দেৰি হৈ গৈছে। আমাক যাবলৈ অনুমতি দিয়ক।

এইবাৰ সি পিচে দুনাই আপত্তি নকৰিলে। কিয়নো এক মুহূৰ্তৰ আগতে সোধা নিৰৰ্থক প্ৰশ্নবাবে বহুত অৰ্থবহ প্ৰশ্নৰ অৱতাৰণা কৰিছিল তাৰ মনত, সোধাৰ খন্তেক পাচতে। তাৰ মন সেই মুহূৰ্তত উভতি গৈছিল চিলাপাথাৰৰ নামনিৰ সেই সৰু ঘোকোট গাওঁখনলৈ। তাৰ এটা বিষন্ন আবেলিৰ বিশেষ কেইটামান মুহূৰ্তলৈ।

সেই সময়ত সি আৰু লোকনাথ বৰুৱা দুয়ো গাঁৱৰ গোসাঁই থানৰ সভালৈ বুলি ওলাই গৈছিল। বৰুৱাই দুপৰীয়া কি ধৰণৰ গীত গোৱা উচিত সেই লৈ কিবাকিবি উপদেশ দিছিল। তাৰ বাবে সেই উপদেশ আছিল নিতান্ত অসহ্য। সি পাকে প্ৰকাৰে বৰুৱাক তাৰ মনোভাৱ বুজিবৰ বাবে

অন্ধকাশো দিছিল।

বকবাই কিন্তু গৈ থাকোঁতে বাটতে পুনৰ উলিয়ালে কথাষাব। বকবাই কৈছিল—

: কমৰেড, মই আকৌ কৈছোঁ, 'অ' অসমীয়া ডেকাদল' বা আমি আগে বাঢ়ি ভিত্তি পাতি পাতি ভেজেবে বলিশাল যামে বোলাই'' এনেধৰণৰ পেটি বুর্জোৱা বিপ্লৱ বিলাসৰ গান যাতে কেতিয়াও গোৱা নহয় তাত।

সি হঠাৎ উথলি অহা মনৰ উত্তাপ কোনোমতে সহ্য কৰি শান্ত স্বৰত সুধিলে—

: তাৰ মানে আপুনি কি ক'ব খোজে?

: মানেতো পৰিষ্কাৰ!

: জ্যোতি ককাইদেউৰ ''আমি আগে বাঢ়ি...'' গানটো আপুনি পেটি বুর্জোৱা বিপ্লৱ বিলাসৰ গান বুলি কব খোজে নেকি? তাত বিপ্লৱৰ কোনো পদাৰ্থই নাই বুলি কব খোজে আপুনি?

: আপোনাৰ দুয়োটা প্রশ্নৰ উত্তৰ ''হয়''। অর্থাৎ বুর্জোৱা বিপ্লৱবিলাসৰ গান বুলি কব খোজোঁ। আৰু বিপ্লৱৰ পদাৰ্থ তাত নাই বুলিও কওঁ। চ'ক মিঠাৰ বাস্তা, আপুনি যুগ যুগ ধৰি মহান ত্যাগী হৈ ভিত্তি পাতি থাকিব, আৰু সিহঁতে ভেজেবে বলিশাল বোলাই যোৱাকে ভিত্তি কাটি থাকিব। তাত আমাৰ লাভ? নে সিহঁতৰ? আমি ভিত্তি পাতি থাকিম। সিহঁতে কাটি থাকিব। প্রতিবাদ, প্রতিৰোধ যদি কাৰোপৰা নাথাকেই তেনেহলে সিহঁতৰে ৰামৰাজ্য হ'ব। আপুনি অগত্যা গায় যদি মই বাধা অৱশ্যে নিদিওঁ; কিন্তু মই সেই সভাত থাকিব নোৱাৰিম; ক্ষমা কৰিব।

বকবাই কথাখিনি শেষ কৰি ডাঙৰকৈ হাঁহি দিছিল। আৰু হঠাৎ দক্ষ অভিনেতাৰ দৰে হাঁহিটো বন্ধ কৰি তাৰ মুখলৈ চাই শ'লঠেকত পেলাই বং চোৱাৰ ভংগীৰে সুধিছিল—

: কওক! নকয় কেলেই! বাজী! পাতিব ভিত্তি যুগ যুগ ধৰি?

সি উত্তৰ দিয়া নাছিল। উত্তৰেই নাছিল তাৰ ওচৰত। সি মাথোন কৰিছিল সিংহাৱলোকন। তাৰ মনলৈ আহিছিল পাৰ হৈ অহা অজস্র দিনৰ বিশ্বাস-প্রত্যয় দৃঢ়ীভূত কৰা সক-বৰ অজস্র কাহিনীৰ স্মৃতি।

উনৈচ শ সাতাইশ চনতে তেজপুৰত বহা ছাত্রসভাত সি প্রথমে গাইছিল

জ্যোতিপ্ৰসাদৰ গান— কোন কোন আছিছা আইক পুজিবলৈ আইৰ পূজাৰ বেলি হ'ল। জ্যোতি সেইসময়ত আছিল বিলাতত। তাৰ পৰাই গীত ৰচি স্বৰলিপি সহ পঠাই দিছিল সিহঁতলৈ। আৰু সিহঁতে সেই গান অন্তৰ উজাৰি গাইছিল। আকৌ তেজপুৰত বহা অসম সাহিত্য সভাত জ্যোতি আৰু সি আছিল সংগীত শাখাৰ যুটীয়া সম্পাদক। জ্যোতি হঠাৎ অসুস্থ হৈ পৰিছিল। অভিন্ন হৃদয় এজনৰ দৰে সিয়েই অকলে দুয়োজনৰে হৈ সংগীত শাখাৰ সমস্ত কাম সম্পাদন কৰিছিল।

এবাৰ বাণষ্টেজত। জ্যোতিৰ "কাৰেঙৰ লিগিৰি" নাট। জ্যোতি পৰিচালক, সি আকৌ সংগীত পৰিচালক আৰু সুদৰ্শনৰ ভাওত। আনকি সেইদিনা জ্যোতিৰ ৰচিত গানকে সি নিজৰ সুৰেৰে সজাই-পৰাই তুলিছিল। তাত জ্যোতিৰ কেৱল যে সম্মতিয়েই আছিল এনে নহয়, আছিল আগ্ৰহো। তেজপুৰৰ সংগীত সম্মিলনৰ "সখীহে কি কম দুখৰে কথা" এই আৰম্ভণী গীতটো তাৰেই ৰচনা, তাৰেই সুৰ। জ্যোতিপ্ৰসাদে প্ৰাণভৰি ভাল পাইছিল সেই গীতটো।

উনৈচ শ তেত্ৰিশ চনত 'জয়মতী' কথাছবিৰ শুভাৰম্ভ। তাতো সি আৰু জ্যোতিপ্ৰসাদেই। দিহা-পৰামৰ্শত দুয়ো সদায় একমত। চিত্ৰভাৰকা মাৰুণ অৰ্থাৎ স্বৰ্গজ্যোতিক নাচ-গান শিকোৱাৰ উপৰিও জয়মতীৰ প্ৰথম দৃশ্য দুটাৰ চিত্ৰ-নাট্য সিয়েই লিখিবলগীয়াত পৰিছিল জ্যোতিৰ অনুৰোধ এবাৰ নোৱাৰি।

ছয়ত্ৰিশ চনত চেনোলা কোম্পানীৰ অনুৰোধত জ্যোতি আৰু সি কলিকতালৈ গৈছিল বিভিন্ন নাট-আলেখ্য বাণীবদ্ধ কৰাৰ অৰ্থে। জ্যোতিপ্ৰসাদ সেই সময়তো অসুস্থ হৈ পৰিছিল। আৰু যাৱতীয় সকলোবোৰ কাম সিয়েই অকলে কৰিবলগীয়াত পৰিছিল।

এইবোৰৰ প্ৰতিটো ক্ষেত্ৰতে সি স্বতঃসিদ্ধ বুলি ধৰি লৈছিল দুটা কথা। এটা আছিল জ্যোতিৰ প্ৰশ্ৰয় আৰু আনটো জ্যোতিৰ শ্ৰেষ্ঠত্ব।

সেইবাবেই লোকনাথ বৰুৱাৰ কথাবাৰৰ প্ৰত্যুত্তৰত হঠাৎ সি একোকে কব পৰা নাছিল। সি অৱশেষ শেষত সন্দিগ্ধ সুৰত সুধিছিল—

: তেনেহলে আপুনি জ্যোতিপ্ৰসাদৰ শ্ৰেষ্ঠত্ব স্বীকাৰ কৰি লব নোখোজে?

: সেই প্ৰশ্নটো ইয়াত উঠা নাই। মই মাথো কব খুজিছোঁ, তেওঁৰ শক্তি সৰ্বক্ষেত্ৰৰ বিশ্লৰত প্ৰযোজ্য নহয়। তেওঁ প্ৰতিমুহূৰ্তে পলায়নবাদ যোগত

ভুগিছিল যেতু তেওঁৰ সৃষ্টিবোৰ আছিল নিচুকনি গীতৰ দৰে। অৰ্থহীন। আপুনি হয়তো কব, অসমৰ মানুহেতো তাকে শ্ৰেষ্ঠ বুলি গ্ৰহণ কৰিছে! কিন্তু বাডা, আপোনাৰ মনত আছেনে…
ইমান নগণ্য বুলি সি পাহৰি যোৱা পুৰণি ঘটনা এটাৰ তাৎপৰ্য যে ইমান সুদুৰপ্ৰসাৰী হ'ব পাৰে সি কল্পনাও কৰিব পৰা নাছিল।
ঘটনাটো ঘটিছিল তেজপুৰৰ বাণষ্টেজত। একত্ৰিচ নে বত্ৰিচ চনৰ কথা। জ্যোতিপ্ৰসাদৰ পৰিয়ালে নতুন 'চীন' আদি আনি ষ্টেজটো আটকধুনীয়াকৈ সজাইছিল। তাৰ পিতাকে দিয়া 'চীন', উইংচ এইবোৰ সেই সময়ত পুৰণি হৈ পৰিছিল।
তদুপৰি এই ষ্টেজটোৰ প্ৰথম প্ৰতিষ্ঠাৰ সময়ত, নামাৰবাগত জ্যোতিপ্ৰসাদহঁতৰ আগৰৱালা পৰিয়ালৰ অৱদানো আছিল যথেষ্ট। ধনে-সম্পদে আগৰৱালা পৰিয়াল অসমৰ ভিতৰতে আছিল এক সুপ্ৰতিষ্ঠিত পৰিয়াল।
ঘটনাটোৰ সময়ত জ্যোতিপ্ৰসাদৰ 'কাৰেঙৰ লিগিৰি'ৰ বিহাৰ্চেল চলি আছিল। তেজপুৰৰ প্ৰখ্যাত শিল্পী পিয়াৰীমোহনে জ্যোতিৰ আইডিয়া মতে মঞ্চ সজ্জাত মনোনিবেশ কৰিছিল। সি আছিল সংগীত পৰিচালক। জ্যোতিপ্ৰসাদ গীতত আৰোপ কৰিছিল নিভাঁজ অসমীয়া সুৰ।
কেইদিনমানলৈ বিহাৰ্চেল ভালেই চলি আছিল। পিচে হঠাৎ এদিন অসমীয়া সুৰৰ গীতকেইটা লৈ বুবু বাবা চলিল। উদ্যোক্তাসকলৰে কিছুমানে আপত্তি জনাই ব্যংগ কৰি কলে যে, বিয়া নামৰ সুৰ শুনিবলৈ টিকট কাটি বাণষ্টেজলৈ অহাতকৈ কাবোবাৰ বিয়ালৈ যাব দৰ্শক-শ্ৰোতা। উদ্যোক্তাসকলৰ উৎসাহ স্তিমিত হৈ পৰিল।
শেষত কথা গৈ জ্যোতিপ্ৰসাদৰ কাণত পৰিল। লগে লগে জ্যোতিপ্ৰসাদ জাঙুৰ খাই উঠিল আৰু সকলোকে সাৱধান বাণী শুনাই কৈছিল যে, যদিহে তেওঁ সুৰ দিয়া গানকেইটা ষ্টেজত গোৱা নহয় তেনেহলে বাণষ্টেজৰ সতে আগৰৱালা পৰিয়ালৰ সম্পৰ্ক সেইমানতে শেষ।
জ্যোতিপ্ৰসাদৰ কোৱোহনিত আটায়ে সন্ত্ৰস্ত হৈ পৰিছিল আৰু আটায়ে সুৰ সুৰ কৰে অভিনয়ৰ আয়োজনত ভাগে ভাগে যোগ দিছিলহি তৎমুহূৰ্তে। আগৰৱালা পৰিয়ালৰ সতে সম্বন্ধ চিগি যোৱাৰ ভয়ত নিমিষতে চব বিদ্ৰোহ, চব উত্তাপ চেঁচা হৈ পৰিছিল।
: কিন্তু আপোনাৰ কোৱোহনি কোনোবাই বেতিয়াবা গ্ৰাহ্য কৰিছেনে?

বকবাৰ কথাবোৰ সেইদিনা প্ৰত্যাহ্বানৰ দৰে লাগিছিল তাৰ মনত। জীৱনৰ অজস্ৰ পৰাজয়ৰ স্মৃতিয়ে তাৰ মনৰ চোতাল ভীৰ কৰি তুলিছিলহি সেই নগণ্য বুলি ভৰা ঘটনাটোৰ তাৎপৰ্য বকবাৰ মুখত শুনাৰ লগে লগে। সাধাৰণ কেইটামান পইচাৰ কাৰণে কলিকতাত কতবাৰ সি হোটেলৰ কোঠাত বন্ধ হৈ চেনোলা কোম্পানীৰ বাবে নাটক লিখিবলগীয়াত পৰিছিল। সৌ সিদিনালৈকে সাধাৰণ ঘেঁৰাআলা কেইজনমানৰ ওচৰত হাত পাতি জীৱন নিৰ্বাহ কৰিবলগীয়াত পৰিছিল সি। তাৰ কত নতুন সৃষ্টিৰ কল্পনা মৰহি গ'ল মনত, কত নতুন লেখা সি পুৰি পেলালে চৰম হতাশাত নিৰুপায় হৈ।

হঠাৎ অদ্ভুদ ভয় এটাই তাৰ অন্তৰাত্মা কঁপাই তুলিছিল সেইদিনা। গাঁৱৰ থানত সমবেত জনতাৰ উদ্বিগ্ন মুখবোৰ নেদেখা পৰ্যন্ত বকবাৰ মুখৰ পিনে চাবলৈ তাৰ সাহস হোৱা নাছিল। আৰু যি মুহূৰ্ত্তে সেইদিনা দৰ্শক শ্ৰোতাৰ আনন্দ উলাহৰ মাজত সি নিজে ৰচা নতুন গীতটো গোৱা. শেষ কৰিছিল, সেই মুহূৰ্ত্তে সি অনুভৱ কৰিছিল এক অভিনৱ প্ৰত্যয়ৰ অস্তিত্ব।

আকাশ-পাতাল কথাবোৰ ভাবোতে এন্ধাৰ কেতিয়া হ'ল, ধনদা কেতিয়া সোমালেহি সি গমেই পোৱা নাছিল। ধনদাৰ মাত শুনি সি চকখাই উঠাৰ দৰে ঘপ্ কৰে উঠি ললে। আৰু এখন্তেকো বিলম্ব নকৰি তাইৰ পিচে পিচে কৃষ্টিসভা অভিমুখে ওলাই গ'ল।

বাটতে ধনদাই সুধিলে—

: গুৰুদেৱ, আপুনি আজি বাৰু কি গান গাব?

: একেবাৰে নতুন গান এটা গাম। কোনোদিন নোগোৱা গান।

বাটৰ দুয়োকাষে বিৰিণা বন আৰু কচুবনিত জোনাকী পৰুৱাবোৰে জাকি মাৰি জ্বলিছিল। সি ধনদাৰ কান্ধত হাত থৈ গৈ আছিল এজন অন্ধৰ দৰে। দূৰত চাকিৰ পোহৰ দেখি হাবাথুৰি খোৱা এটা কুকুৰিকণাৰ দৰে।

---



নীলুৱে প্ৰথম ৰমলাকে কৈছিল কাহিনীটো। কিদৰে সি শদিয়াৰ মাইথন গাঁৱত থাকোতে তেওঁক লগত লৈ বৰ্ম্মাৰ সীমান্তইদি চীন সোমোৱাৰ বাবে প্ৰস্তুতি চলাইছিল। পাহাৰ পৰ্বতবোৰ অনায়াসে পাৰ হোৱাৰ অৰ্থে হাতীও যোগাৰ কৰিছিল দুটা নে তিনিটা। কিন্তু প্ৰস্তাবিত যাত্ৰাৰ ঠিক দুদিনৰ আগতে কিদৰে তাৰ হঠাৎ ভীষণ গ্ৰহণী হৈছিল। কাহিনীটো ঘটিছিল এই গ্ৰহণী ৰোগক কেন্দ্ৰ কৰি।

যাত্ৰা স্থগিত ৰখা হৈছিল। হাতীবোৰ উভতি গৈছিল। আৰু নীলুক পঠোৱা হৈছিল ডিব্ৰুগড়লৈ বুলি। কমৰেড মেথি তেতিয়া বেৰী হোৱাইটত। তেওঁলৈকে এচ ও এচ পঠাই দিয়া হৈছিল। মেথিয়ে বিচাৰি বিচাৰি কোনোমতে ত্ৰিশটা চালফা গুইনিদীনৰ বড়ি যোগাৰ কৰি দি পঠালে নীলুৰ হাতত।

নীলুৱে উভতি পাই দেখিলে, বেমাৰীয়ে চোতালতে গিৰিহঁতৰ সতে কথা পাতি আছে। বড়িৰ টোপোলাটো লৈ সি ঘৰৰ ৰোৱাৰীজনীক খুন্দনাটোৰে পানী এঘটিয়ে আনিবলৈ কলে। আনিলত, সি গোটেইকিটা বড়ি একেলগে খুন্দনাত খুন্দি লৈ, তেওঁ কিবা আপত্তি কৰাৰ চেষ্টা পোৱাৰ আগতেই;

কড়াইগুৰি খোৱা দি গলিয়াই গোটেই ঘটি পানীৰে গিলি থৈ দি গপচ হৈ বহি থাকিল। আৰু একোৱে যেন হোৱা নাই এনেদৰে গিৰিহঁতৰ সতে মেল মৰাত ব্যস্ত হৈ পৰিল।

নীলুৰটো ভয়ত পেটতে হাত ভৰি লুকাল। সিও খোৱাৰ নিয়মটো সুসুধিলে, তেওঁৰো কবৰ নহ'ল। এই বড়ি চাৰিটা খালেই সকলুৰা হাইজা বেমাৰীৰ শৌচ বন্ধ হয়; ইয়াতটো একেলগেই ত্ৰিশটা পৰিল। তদুপৰি বড়িকেইটা গোটে গোটে যোৱা হ'লেও এক কথা; বড়ি একেবাৰে গুড়ি হৈ তৎক্ষণাৎ গুণ দিব পৰাকৈ পেটত সোমাল।

নীলুৱে চকুৰে দিনদুপৰতে জোনকীপকৰা দেখিলে ভয়ত। নীলুৰ মুখত ভয়ৰ বিবৰ্ণতা বোধকৰোঁ সি লক্ষ্য কৰিছিল। সি হাঁহি হাঁহি কৈছিল আশ্বাসৰ সুৰত—

ঃ গোটেইকিটা খালেহে কাম দিব মোৰ তাত। আবেলিকৈ মানে নিশ্চয় ভাল হৈ যাব।

নীলুৱে সেই মুহূৰ্ত্তত অকণো স্বস্তি লাভ কৰা নাছিল। কিন্তু যেতিয়া দেখিলে ৰোগীৰ অৱস্থা খোৱা-লোৱা সকলোপিনেদি পিচদিনাৰ পৰাই স্বাভাৱিক হৈ পৰিল, তেওঁৰ আচৰিত হোৱাত বাদে উপায় নাছিল।

তাক দেখাৰ লগে লগে ৰমলাৰ মনত পৰিছিল সেই কাহিনীটো। ধৰি ৰাখিব নোৱাৰা যেন উথলি অহা হাঁহিটো কোনোমতে সামৰি তেওঁ পাহাৰটোৰে লাহে লাহে উঠি আহিছিল তাৰ সৰু জুপুৰীটোক উদ্দেশ্য কৰি।

সি আছিল জুপুৰীটোৰ সমুখৰ শিল এটাত বহি একান্তমনে কিবা এটা আঁকি। ৰমলাই তাক দেখিছিল যদিও সি মন কৰা নাছিল। সি কোনোপিনে নোচোৱাকৈ অঁকাতে মগ্ন হৈ আছিল।

ওচৰত বলাই গাওঁবুঢ়াৰ কালী মন্দিৰটো ব'দৰ পোহৰত জিলিকি আছিল। শৰণীয়া পাহাৰৰ টিঙত একেবাৰে নিজান পৰিবেশত আছিল এই মন্দিৰটো। আৰু এই নিৰ্জনতাৰ বাবেই সি উজনিৰ পৰা আহি পোনে পোনে এই পাহাৰৰ শিৰিৰত আশ্ৰয় লৈছিলহি দুটামান দিনৰ কাৰণে।

দিনত প্ৰায়ে গোপালে খোৱাৰ বাবে কিবাকিবি লৈ আহে। অনুপমাও আহে মাজে মাজে। গাওঁবুঢ়াৰ ঘৰেও তাৰ খবৰ নোলোৱাকৈ নাথাকে। গোপাল সেইদিনা গৈছিল গাড়ীগাঁৱৰ কমৰেড্‌ ওৱৰ গাড়ীখন বিচাৰি।

কিয়নো আবেলি তাক শৰণীয়া শিবিৰৰ পৰা স্থানান্তৰ কৰাৰ কথা। গতিকে গোপালৰ সলনি ৰমলা আহিবলগীয়া হৈছিল খোৱাৰ যোগাৰটো লৈ। ৰমলাক অকলে দেখি সি বিচুৰ্তি খাইছিল—

: তুমি একা একা যে?

: অঁ। আপোনাক লৈ যাবলৈ আহিছোঁ।

: কলৈ বেছেস্ত নে জহান্নাম?

: জিবাং

: নে দৰং?

: তাৰ পাচতহে দৰং। গোপালে ওমৰক খবৰ দিবলৈ গৈছে।

তাৰ পৰম বিশ্বস্ত বন্ধু ওমৰ ড্ৰাইভাৰৰ কথা শুনি খন্তেক তলকা মাৰি ৰ'ল। বহুত দিনৰ, বহুত ৰোমাঞ্চকৰ দৃশ্য এটা এটাকৈ পাৰ হৈ গ'ল মনৰ পৰ্দাৰে।

: কেতিয়া যাব লাগিব?

: গধূলি। আমাৰ সময় ছুটাহে। হয় গধূলি, নহয় পুৱতিনিশা।

ৰমলাৰ কথাষাৰ তাৰ মনত লাগিল। সি মনৰ উৎসাহ দমাই সুধিলে অনিশ্চয়তাৰে—

: তেনেহলে তুমি গোটেই দিনটো মোৰ লগতে থাকিবা?

: কিয়? আপত্তি আছে কিবা?

: বিলক্ষণ! তাৰ চেয়ে আনন্দেৰ কথা আৰ কি হতে পাৰে?

সি লৰালৰিকৈ ছবিখন সামৰি থলে। যেন এইমাত্ৰ ছবি অঁকাতকৈও বহুত বেচি ভাল লগা কিবা এটাৰ বাবেহে তেওঁ আমন্ত্ৰণ জনালে! ৰমলাই আব্দাৰৰ সুৰত মিঠা হাঁহি এটা মাৰি কলে—

: বাক ঠিক আছে, প্ৰমাণ পোৱা যাবই নহয়; বিৰক্তিকে পায় নে আনন্দই পায়!

তাৰ হাতত এইমাত্ৰ সামৰি লোৱা ছবিখনলৈ তাৰ মনযোগ আকৰ্ষণ কৰি তেওঁ পুনৰ সুধিলে—

: কি ছবি আঁকিছিল চাওঁ।

সি অনাড়ম্বৰভাৱে সন্মুখত ছবিখন মেলি ধৰিলে। এজোপা গছত এজনী ঢোৱা কাউৰী বহি আছে। গছৰ আশে পাশে অসংখ্য সৰু সৰু চৰাই উৰি আছে, কাউৰীজনীক দেখি ভয়তে গছত বহা নাই। এবোৰ কেহ

চৰায়ে কাউৰীজনীৰ মূৰৰ ওপৰেদি চোঁ মাৰি অহা যোৱা কৰিছে।
ছবিখন বহুপৰ চাই তাক ঘূৰাই দি তেওঁ নীৰৱে ৰ'ল। যেন ছবিখনৰ গূঢ়াৰ্থ বুজিবৰ চেষ্টা কৰিলে—। পাচত চিন্তাটো পৰিহাৰ কৰাৰ উদ্দেশ্যেই কলে—

: ইমান নিৰ্জনতাত চৰাই নেআঁকি মানুহৰ ছবি আঁকিবনে কোনোবাই। মোৰ পিচে কাউৰীজনী একদম ভাল লগা নাই। আৰু কাউৰী বহি থকা ডালটো দেখোন গছত লাগি থকা নাই। আলাসতে ডালটো আকৌ কেনেকে থাকিব?

: থাকে। তোমাৰ চকুৰ আগতে প্ৰকাণ্ড ডাল কিছুমান নিতউ দেখি আছা আলাসতে ওলমি থকা।

: বিষ্টুদা, আপুনি বেয়া নাপাব, এই ছবিখন মোৰ হলে ঠিক হোৱা যেন লগানাই।

: নালাগিবই।

: শিল্পীৰে যদি লগানাই, তেনেহলে ঠিক লগাকৈ আঁকিলেই হয় দেখোন।

: নোৱাৰি নহয়। এই বস্তুটোৱেই ঠিক নলগা বিধৰ।

: মানে? কি হেঁয়ালি কথাবোৰ কৈ আছে, মই হলে একোকে বুজানাই। সি তেতিয়া আকৌ শিলটোত বহি ললে। তাৰ নীৰৱ সংকেতত ৰমলাও শিলটোতে বহি পৰিল। ছবিখন ভালদৰে মেলি লৈ সি কলে—

: ছবিখন বুজাৰ আগতে তুমি চৰাইৰ প্ৰকৃতি সম্বন্ধে অলপ জানি লব লাগিব। ঢোৱা কাউৰীৰ মূৰৰ ওপৰত চোঁ মৰা সেই চুটা হ'ল ফেবেংগাদাও। ফেচু চৰাই। যি ফেচু চৰায়ে জালি দি নিতউ পুৱাতে সুপ্ত পৃথিবীক জগাই তোলে। বড়োসকলৰ ভাষাত ফেবেংগাদাও। এই চৰায়েই আকৌ সৰু সৰু দুৰ্বল চৰাইবোৰক ধৰি ধৰি খোৱা শেন, বাজ, চিলনী, কুকুৰা, ঢোৱা কাউৰীৰ দৰে হিংস্ৰ চৰাইবোৰক আক্ৰমণ কৰি সৰু চৰায়ে বাহলোৱা গছবোৰ নিৰাপদ কৰি ৰাখে।

তাৰ কথা শেষ হবলৈ পোৱাৰ আগতেই ৰমলাই উত্ৰাৱল হৈ জপিয়াই উঠিল--

: অঁ বুজিলোঁ বুজিলোঁ, এয়া আমাৰ সংগ্ৰামৰ ছবি। ঢোৱা কাউৰী সিহঁতৰ পাশবিক শক্তি। মূৰটো অস্বাভাৱিক ৰকমে সৰু অথচ দেহটো বিৰাট, ঠোঁটটোও ডাঙৰ, ঠেঙ কেইটা সৰু সৰু, প্ৰকৃত শক্তিৰ উৎসৰ সতে কাউৰীৰ কোনো যোগাযোগেই নাই; বহি থকা ডালটো আলাসতে বৈ

আছে। বিষ্ণুদা কি কৈছিল সেই চৰাই ছুটাৰ নাম?

: ফেছু চৰাই।

: নহয়, বড়ো ভাষাত?

: ফেৰেংগাদাও।

: অঁ, আপুনি সেই ফেৰেংগাদাও।

সি তেওঁৰ প্ৰশংসা শুনি বেলেগ কথা উলিয়াবলৈ চিন্তা কৰোতেই তেওঁ উত্তেজিত হৈ তাৰ হাতত খামোচ মাৰি ধৰি সুধিলে—

: ওমা! কি সুন্দৰ! এটা কি পাখী দাদা?

: ক'ত?

: ওইটা। হলুদ ৰঙেৰ যে। ওই সামনেৰ গাছটায়। ঠোঁটটা যে লালেৰ মত।

: ওঁ এইটো! সখিয়তী চৰাই। কামৰূপত পাটমাদৈ বুলি কয়। এইটো কি ধুনীয়া দেখিছা! আৰু কিমান ধুনীয়া চৰাই আছে! সৌপিনে জংঘলৰ অলপ ভিতৰলৈ গলেই এটা নিজৰা আছে। তাৰ তুয়োকাষে জোপোহা গছবোৰত ৰবণে ৰবণে কিমান চৰাই চাবা! ব'লা তালৈকে। বহিবৰ ধুনীয়া জেগাও আছে।

ৰমলাই ইতস্ততঃ কৰা দেখি সুধিলে—

: কি হ'ল?

অলপ অপ্ৰস্তুত হোৱা যেন দেখুৱাই উত্তৰ দিলে—; অৱশ্যে আন এটা প্ৰশ্নেৰে—

: এই টোপোলাটো ক'ত থওঁ?

: কিনো আছে তাত?

: আপোনাৰ লাঞ্চ্।

তেওঁৰ কোৱাৰ ধৰণটো দেখি সি হাঁহি দিলে। আৰু ৰূপুৰীটোৰ মুখচৰ খুটাটোলৈ দেখুৱাই কলে—

: থোৱা সেউ খুটাটোতে আঁৰি। আঁথি আছে তাত।

: যদি বাঁদৰ খেয়ে ফেলে?

: বাঁদৰ ইয়াত কেৱল মন্নেহে আছো।

তাৰ উত্তাল হাঁহিৰ সোঁতত তেওঁৰ প্ৰতিবোধৰ সমস্ত কৌশলবোৰ ধূলিস্যাৎ হৈ গ'ল। লাহে লাহে দুয়ো জংঘলৰ আঁৰত সোমাই পৰিছিল। জংঘলৰ

অবিচ্ছিন্ন নৈশব্দও ধীৰে ধীৰে দুয়োকে সহজ কৰি তুলিছিল।

গধূলি চাবাপভাটিৰ ওসৰত গোপাল আৰু ৰমলা ওমৰৰ টেল্লীৰ পৰা নামি গৈছিল। ওমৰে ভেভিয়াহে যেন সকাহ পালে এনেধৰণে উৎসাহিত হৈ ইমানদিনে মনৰ কোঠাত উপচি পৰা বিচিত্ৰ বাতৰিবোৰ তাক শুনাবলৈ ললে। সি ওমৰৰ কথাত সঁহাৰি দিবলগীয়াত পৰিছিল যদিও মনটো ৰমলাৰ সান্নিধ্যৰ পৰা এক মুহূৰ্ত্তৰ বাবেও আঁতৰাই নিব পৰা নাছিল। সমগ্ৰ দিনটোৰ তেওঁৰ সতে অকলশৰীয়া মুহূৰ্ত্তকেইটাত সি যেন বহুবাৰ আৱিষ্কাৰ কৰিবলৈ সমৰ্থ হৈছিল।

সি ভবাই নাছিল কোনোদিনে, নিজে যে চৰাই চিৰিকতিৰ বিষয়ে ইমান ঘনিষ্ঠ-ভাৱে জানে। দহিকতৰাৰ মতাটোৰ মূৰৰ ৰংটো মাইকীজনীৰ ৰঙতকৈ কোনখিনিত বেলেগ।

অটব্য জংঘলৰ ঘোপ মৰা আলিবাটত অকলশৰে আহাৰ বুটলি থকা গাঢ় কলপতীয়া কপৌজনীকলৈ কপৌ যে সাধাৰণতে ছবিধ আছে সি ভাবি ভাবি ৰমলাক হিচাবটো দি নিজে আচৰিত হৈছিল। বগলী, হেটুলুকা আৰু মাছৰোকাবো যে ইমান বিধ আছে ইমানদিনে সি ভাবিকে পোৱা নাছিল। পোহণীয়া–বনৰীয়া দুয়োবিধ কুকুৰাৰে মাতত মিল থাকিলেও অমিলো কম নহয়। জাতি শালিকাৰ দৰেই হাইঠা চৰাইবো মাততে ধৰিব পাৰি গছৰ ডালত বহি চৰাইজনীয়ে কি কৰিছে নকৰিছে।

মুঠতে ৰমলাৰ নিৰ্জন সংসৰ্গত সেই মুহূৰ্ত্তকেইটাত তাৰ সমগ্ৰ চেতনা অৰ্গলমুক্ত হৈ পৰিছিল।

এবাৰ প্ৰকাণ্ড শিল এটাত উঠি তললৈ চাব খোজোতে পৰি যাব ধৰিছিল ৰমলাই। সি বাউসীত খাপ মাৰি ধৰি ওচৰলৈ টানি আনিছিল। আৰু শিলটোৰ পৰা নামি যোৱাৰ সময়ত পৰোঁ পৰোঁ যেন ভংগীৰে এনেদৰে থৰক বৰক কৈ নামি আহিছিল যে সি তেওঁৰ দেহৰ লীলাময় চঞ্চলতা লক্ষ্য কৰি ৰব পৰা নাছিল। সি হঠাৎ কৈ পেলাইছিল যে তেওঁক নাচ শিকাবলৈ সি প্ৰস্তুত। সেই অপূৰ্ব ভংগিমা দেখি সি সঁচাকে বিশ্বাস কৰিছিল, যাৰ স্বাভাৱিক গতিত তেনে লয়লাস সাৱলীলতা আছে, তেওঁৰ বাবে নাচ আয়ত্ত কৰা কোনো সমস্যাই নহয়।

তাৰ কথাবাৰৰ উত্তৰত অকণ মানি ছোৱালীজনীৰ দৰে হাঁহি হাঁহি অনাড়ম্বভাৱে ৰমলাই কৈছিল—

: বিষ্টুদা, আপনাকে তাহলেত্তো গুরুদেব বলতে হবে !

: না বললেও চলবে, কিন্তু মানতে হবে ।

: বাঃ আমাৰ শিষ্যদেৰ প্ৰতি আপনাৰ এত লোভ কেন ?

: প্ৰতিভাৰ গন্ধ পাচ্ছি বলে ।

: তা হলে এই মুহূৰ্ত্ত থেকেই সুৰু হক আমাদেৰ বিহাৰ্স'াল ।

দুয়োৰে উত্তাল হাঁহিৰ কলৰৱত ৰ'দত ইমান পৰে সুহুৰিয়াই সুহুৰিয়াই নীৰৱ হৈ জুপ মাৰি থকা এজাক হাইঠা চৰাই চকখাই জুৰিৰ পাৰৰ জোপোহা গছবোৰৰ পৰা পাখীৰ শব্দ কৰি যেনি তেনি উৰি গৈছিল ।

হঠাৎ গাড়ীখন বৈ যোৱাত তাৰ স্বপ্ন ভংগ হ'ল । ওমৰে কোৱা শুনিলে —

: দাদা, ইয়াৰ পৰা আৰু গাড়ী নাযায় । মই অলপ আগবঢ়াই দি আহিম । সি বাধা দি কলে —

: ওমৰ, তুমি যোৱা । মই যাব পাৰিম । বহুত ৰাতি হৈছে । অকলে গাড়ী নিয়া কথা । মইতো ছাতাবা পালোঁৱেই । সেইটো আকৌ কি ?

ওমৰে খচ্ মচ্ কৰি তাৰ বেগত সুমাই দিয়া বস্তুটোৰ আকৃতিতেই বুজিছিল বস্তুটোনো কি । তথাপি মৰমতে সি সুধিছিল । ওমৰেও প্ৰশ্নধাৰৰ পোনপটি উত্তৰ দিয়াৰ সকাম নাই বুলি থিৰাং কৰি কলে—

: আপোনাক পাম পাম বুলি বহুদিনৰ পৰা সাঁচি থৈ দিছিলোঁ । কোম্পানীৰ চাহাব এটাই দিছিল মৰম কৰি ।

ওমৰৰ গাড়ীৰ পাঁচফালৰ ৰঙা লাইট দুটা এসময়ত বাটৰ কেঁকুৰিত লুকাই পৰিল । শব্দটোও এসময়ত তাৰ কাণত নপৰা হ'ল । আৰু তেতিয়াহে তাৰ সমগ্ৰ চেতনা বাস্তৱৰ সতে মুখামুখি হবলৈ সাজু হ'ল । জিৰাং কেম্পলৈ যাত্ৰাৰ বাবে তেতিয়াহে সি দেহে মনে প্ৰস্তুত হৈ পৰিল ।

---



চাহ বাগিছাখন পাৰ হৈয়ে সিহঁত পাহাৰী অৰণ্যত সোমাই পৰিল। তলত ওখৰা-মোখৰা শিল, গছৰ শিপা আৰু সৰীসৃপ আদিৰে বিপদসংকুল লুঙলুঙীয়া বাটটো। ওপৰত গছৰ পাতত ওলমি থকা থোপা থোপে জোঁক, বাট আগচি তৰি থোৱা বিষ মকৰাৰ জাল আৰু বিৰদি বাট নোপোৱা যেন ঘিটমিটীয়া এন্ধাৰ।

তাৰ কঁকালত অঁৰা আছিল এটা পইন্ট ফোৰ ফাইভ ব'ৰৰ গধূৰ চাৰ্জিচ বিভলভাৰ। সংগী দুজনৰ পিঠিত আছিল একোটাহঁত থ্ৰী নট থ্ৰী ৰাইফল। লগত প্ৰত্যেকৰে একোটাকৈ তিনি বেটাৰী টৰ্চ লাইট। অৱশ্যে নিৰাপত্তাৰ খাতিৰত জ্বলোৱা নিষেধ। আৰু এন্ধাৰে যেন তাৰেই সুযোগ লৈছে।

একেবাৰে আগত আছিল ঋগৰু ঢুলীয়া। বগা, চুটি-চাপৰ মানুহ। অথচ যেচ শকত। দেহত অমিত শক্তি। এসময়ত, মানে দলত সক্ৰিয়ভাৱে যোগদিয়াৰ আগলৈকে তেওঁ আছিল ঢুলীয়াদলৰ গাইন অৰ্থাৎ ওস্তাদ। ঢুলীয়া চাৰ্কাচত নিপুণ আৰু বহুবালিত আছিল সমকক্ষহীন। ওচৰৰে ছাতাবা গাঁৱত ঘৰ দেখি তেওঁক বাট দেখুৱাই যাবলৈ দিয়া হৈছে। সেই মুহূৰ্ত্তত তেওঁ নীৰৱ এটা যন্ত্ৰৰ দৰে আগবাঢ়ি গৈ আছিল।

তাৰ পিচে পিচে আহি আছিল বলো বসুমতাৰী। দুৰ্দান্ত সাহসী। যি কোনো কষ্টকৰ কামকে হাঁহিমুখে গ্ৰহণ কৰে। মুখখন ঘাগু জুৱাৰীৰ দৰে। চৰম হতাশাৰ মাজতো তেওঁৰ চোলাৰ হাতত যেন শ্ৰেষ্ঠ তাচপাতখন লুকাই থৈ বং চাইছে এনে হেন লাগে।

বসুমতাৰীৰ ঘৰ কেৰাকুছিত। ককাক আছিল বাৰ্মাত ইংৰাজ চৰকাৰৰ উচ্চ পদস্থ সামৰিক বিষয়া। প্ৰথম চিনাকি হোৱাৰ দিনা সি তেওঁক সেই স্বাভাৱিক প্ৰশ্নটোকে কৰিছিল। তেওঁৰ বংশ হ'ল আৰ্মি অফিচাৰৰ বংশ। পিতাকো আৰ্মি অফিচাৰেই আছিল। তেওঁ নিজেও শিক্ষিত। অথচ তেওঁ নামিল ধনী জমিদাৰৰ বিৰুদ্ধে সংগ্ৰামত। উত্তৰত অৱশ্যে তেওঁ নিসংকোচ-ভাৱে কৈছিল যে, আৰ্মি অফিচাৰৰ বংশধৰ বুলিতো তেওঁ শোষণৰ হাত সাৰিব পৰানাই। বংশৰ সেই মৰ্যাদা, সেই প্ৰতিপত্তি কাহানিবাই শেষ। তেওঁ এতিয়া সৰ্বহাৰা।

বলো বসুমতাৰীৰ বংশৰ কথা মনত পেলোৱাৰ লগে লগেই সি সোমাই পৰিছিল অতীত স্মৃতিৰ এক গহন অৰণ্যত। মনলৈ আহি বাৰে বাৰে আমনি দিছিল শৈশৱৰ দুই এটা বিশেষ ঘটনাৰ স্মৃতিয়ে।

এদিন আবেলি পিতাকৰ সতে ঘৰলৈ উভতি অহাৰ পাচত ককায়েক নন্দৰ সতে তাৰ দুৰ্বাদল কাজিয়া; বুঢ়ী গংগাৰ পাৰত বুটলি পোৱা সামান্য পেঞ্চিল এডোখৰ লৈ। প্ৰচণ্ড অভিমানত ভাত চাত নোখোৱাকৈ সি শুই থাকিল। তাক নানান কথাৰে বুজাই বৰাইও ভাত খুৱাব নোৱাৰি মাকে খঙত তাক অভিশাপ দি কৈছিল যে ইমান পিতৃকলিতে যেতিয়া এনে জেদী হৈ পৰিছে, জীৱনত সি কোনোদিন শান্তি নাপাব। এতিয়া সি বঢ়া ভাতৰ কাঁহী অৱহেলা কৰিছে, এদিন হয়তো সি চকুপানী মচি মচি খাবলৈ পালেও ধন্য মানিব।

পিতাকে মাকক শান্তনা দি আগৰ সেই একেষাৰ কথাকেই কৈছিল খেমালিৰ সুৰত, যে এদিন সি মিলিটাৰী হবই। এইবোৰ তাৰেই ভালিম।

তাৰ পাচত মাকে একো কোৱা নাছিল যদিও মাকক দেখিলেই সেইদিন ধৰি তাৰ ভাল লগা নাছিল। পিতাকৰ মৃত্যুৰ পাচত যেতিয়া সিহঁত একেবাৰে তেজপুৰলৈ উঠি আহিছিল তেতিয়াতো সি হৈ পৰিছিল এবাল ছিগা গৰুৰ দৰে। মাকৰ পৰা প্ৰতি মুহূৰ্ত্তেই দূৰে দূৰে ফুৰিছিল।

এদিন কিন্তু এটা সামান্য অঘটন ঘটিছিল। অঘটনটো সামান্য আছিল যদিও

তাৰ ভৱিষ্যৎ জীৱনত তাৰ প্ৰভাৱ সি মৰ্মে মৰ্মে উপলব্ধি কৰে।

উনৈচ শ ছাব্বিশ চনৰ সেইদিনটোৰ কথা আকৌ তাৰ মনত পৰিল। সেইদিনা স্কুলত এখন সভা আছিল। তাক কুইন্স্ মেডেলটো অৰ্পণ কৰাৰ অৰ্থে। সি কিন্তু পুৰাবে পৰা ঘৰতে সোমাই আছে। আনকালে ঘৰত তাৰ ছাঁটোও নেদেখি। সেইদিনা কিন্তু মাকৰ একান্ত অনুগত পুত্ৰৰ দৰে সি মাকৰ আশে পাশেই ইটো সিটো কৰি আছে।

মাক অসুস্থ হৈ বিছনাত পৰি আছিল। সি অৱশ্যে মাকৰ বিছনাৰ কাষলৈ ভুলতো এবাৰ অহা নাছিল। মাকে কিন্তু অনুভৱ কৰিছিল তাৰ প্ৰতিটো কথাকে। তাৰ নিজৰ কৃতিত্বৰ স্বীকৃতি পোৱাৰ এনে এক স্মৰণীয় দিনত উদগনি দিবলৈ, অন্তৰেৰে শুভেচ্ছা জনাবলৈ তাৰতো পিতাক নাছিল! মাককো কিবা এষাৰ কবলৈ বা সুধিবলৈ সি ভাবসা পোৱা নাছিল।

মাকে শেহাই শেহাই বিছনাৰ পৰাই সুধিছিল।

: খুটু, মিটিঙৰ সময়চোন হলেই হবলা? তই নাঁযাব নেকি?

সি এতিয়াহে উপলব্ধি কৰে, বহুদিনৰ পাচত মাকৰ সেই স্নেহজড়িত প্ৰশ্নধাৰত তাৰ অন্তুতঃ হৃদয় গলিব লাগিছিল। সি কিন্তু হঠাৎ বিৰক্তি প্ৰকাশ কৰি উত্তৰ দিছিল চমু আৰু দুটা মাতেৰে—

: নাযাওঁ।

: কিয় নাযাব?

: মোৰ মন যোৱা নাই নাযাওঁ। তাতে কি হ'ল?

: তাতে কি হ'ল মানে? একো হোৱা নাই, নহয়?

সেই সামান্য কথাতে মাক যে ইমান ক্ষিপ্ত হৈ উঠিব পাৰে সি ভবাই নাছিল। ক্ষিপ্ত যিদৰে হৈছিল, সেইদৰে হঠাৎ গহীন শান্তও হৈ পৰিল। শান্তস্বৰত, অসহ্য যন্ত্ৰনাত হোৱা মুখখনৰ বিকৃতি সংযত কৰিবৰ যত্ন কৰি মাকে কৈছিল কাকো উদ্দেশ্য নকৰাকৈ—

: ঠিক আছে।

সি নীৰৱে নিকত্তৰে তাৰ পৰা হঠাৎ আঁতৰি গৈছিল। আৰু যিদৰে আছিল সেইদৰেই স্কুল পাইছিলহি। মেডেলটো লৈ আহি মাকৰ কাষত বিচনাত সশব্দে পৰাকৈ দলিয়াই দিছিল। সি উভতি যাব খোজোঁতেই মাকে মাত দিছিল তাক—

: খুটু।

মাতষাৰত সি অনুভৱ কৰিছিল সহজে উলাই কৰিব নোৱাৰা কিবা এটা অদ্ভুত কঠোৰতা। সি থমকি বৈ গৈছিল। মাকে কঁপি কঁপি মাটিত থিয় হৈ তাক নিৰ্দেশ দিছিল—

: প্ৰণাম কৰ।

বিমূঢ় যন্ত্ৰ চালিতৰ দৰে টপ কৰে মাকৰ ভৰি কিটা চুই উঠিব খোজোতেই মাকৰ শীৰ্ণ হাত এখনৰ স্পৰ্শ সি অনুভৱ কৰিছিল তাৰ মূৰৰ চুলিত—। মাকে দুৰ্বল খোকা থুকি মাতেৰে আশীৰ্বাদ দিছিল তাক—

: তোৰ কল্যাণ হ'ক বাছা!

কথাষাৰ শুনি সি ৰব পৰা নাছিল। সৰ্ সৰ্ কৰে তাৰ চকুপানী ওলাই আহিছিল। মাকৰ চকুৰে চকুৰে পৰাৰ ভয়তে সি আঁতৰি আহিছিল কোৰাকুৰি কৰি।

তাৰ দহ কি বাৰদিনৰ পাচতে এদিন আবেলি মাকৰ মৃত্যু হৈছিল। সেইদিনা সি পুৱাতে ঘৰৰ পৰা ওলাই গৈছিল। লগৰ ল'ৰাৰ সতে গান গাই, পাহাৰ বগাই হুলস্থুল কৰি যেতিয়া ঘৰ পাইছিলহি, মাকৰ মৰাশটো সেইসময়ত চোতালত উলিয়াই চাঙিত তোলাৰ বাবে মানুহে যো-জা কৰিছিল। ভিতৰৰ পৰা উথলি অহা কান্দোনবোৰ কোনোমতে চেপি ৰাখি মাকৰ মুখলৈ সি চাইছিল মাত্ৰ এবাৰ। মাকৰ মুখখনে যেন কৈ উঠিছিল তাক—

: এতিয়া পালিনে গমটো। মোক যে কষ্ট দিছিলি, পালিনে মজাটো!

অৱচেতন মুহূৰ্ত্তত ওলাই অহা তাৰ দীঘল হুমুনিয়াহটোৱে ৰাতিৰ নিস্তব্ধতাক নিশ্চয় সজোৰে আঘাত কৰিছিল হঠাৎ। ঝগকৰে ঘূৰি চাই কিচকিচাই সুধিলে—

: কি হ'ল কমৰেড্?

: নাই হোৱা একো। বাৰু ঢুলীয়া, তোমাৰ মা আছে নে নাই?

তাৰ প্ৰশ্নষাৰ শুনি ঝগক ঢুলীয়া হতভম্ব হৈ গ'ল। ইমান গভীৰ এন্ধাৰ ৰাতি এনে এক বোমাৰুকৰ পৰিবেশত তাৰ এই অচানক প্ৰশ্নষাৰৰ অৰ্থ বিচাৰি নাপালে তেওঁ। তথাপি তেওঁ কলে—

: নাই। মোৰ সুৰুহৰতে মৰিছে। মা-দেউতাক মোৰ মনতে নপৰে। কিয় বাৰু?

: একো নহয়, ব'লা। এনেয়ে সুধিবৰ মন গ'ল।

তাৰ দেহ ক্লান্তিয়ে অৱশ কৰি পেলোৱা যেন লাগিছিল জিবাং শিবিৰৰ কাষ

চপাৰ লগে লগে। প্ৰকাণ্ড শিলেৰে প্ৰাকাৰ গঢ়ি তোলা যেন দেখা শিৱিৰৰ সিহঁতৰ পিনে থকা কালটো তলৰ পৰা এপাল স্তব্ধ হৈ পৰা হাতী যেন দেখা গৈছিল তৰা পাতল হৈ পৰা আকাশৰ পটভূমিত। তেতিয়া ৰাতি পুৱাবলৈ আৰু ডেৰ ঘণ্টামান সময়হে আছিল। দূৰত ইতিমধ্যে দুই এটা বনৰীয়া কুকুৰাই ডাক দিবলৈ আৰম্ভ কৰিছিল। তলৰ ক'ৰবাৰ পানী জিয়েলিত এহাল ডাউকে পাছৰি পাছৰি মাত দি আছিল। জোনাকী পৰুবাৰ জাকিবোৰ পাতল হৈ আহিছিল বাটৰ কাষত।

তলৰ ঝগৰু ঢুলীয়াইতৰ ছাতাৰা গাৱঁৰ গোপন গৰিলা শিৱিৰত প্ৰশিক্ষণ দিয়াই স্বেচ্ছাসেৱক বাহিনীবোৰ ভাগে ভাগে পঠাই দিয়া হৈছিল তাৰ কেইদিনমানৰ আগতে। নতুন দলবোৰ আহি পোৱাৰ আগতেই শিৱিৰ উঠাই নি বেলেগত পতাৰ আয়োজন কৰা হৈছে।

প্ৰতাপ ৰাভাই সেই শিৱিৰতে প্ৰশিক্ষণ শেষ কৰি এই কেম্পতে উঠিছেহি। নিৰ্দেশৰ অপেক্ষাত। সিহঁতে প্ৰথম তেওঁকেই পালে। গোবিন্দ কলিতা আৰু কামেশ্বৰ শৰ্মা এটা শিলৰ আঁৰত শুই আছিল। প্ৰতাপৰ সতে ঝগৰুৰে কথা পতাৰ লগে লগেই তেওঁলোকে সাৰ পাই জুমি চালে শিলৰ ফাঁকেদি। সিহঁতক দেখি দুয়ো বিলম্ব নকৰি ওলাই আহিল।

সি শৰ্মাৰ পিনে সপ্ৰশ্ন দৃষ্টিৰে চালে। এন্ধাৰত ভালদৰে নেদেখিলেও তাক শৰ্মাৰ পিনে চাই থৰ হোৱা দেখিয়েই কলিতাই আন্দাজ কৰিলে তাৰ মনৰ ভাবটো। কলিতাই বিশেষ ব্যাখ্যা নকৰি থোৰতে কৈ থলে—

: শৰ্মা কালিলৈ সাতগাওঁ যাব। মইও লগতে নামিম।

: তেনেহলে ইয়াত কিয় ?

: বেলতলাৰ পৰা হাইকমাণ্ডৰ নিৰ্দেশমতে অমৃত বসুমতাৰী, চিন্তাহৰণ কলিতা চৰেই আঁতৰি গৈছে। তাত এনিমি এক্টিভিটিজ বাঢ়িছে। ডম্বৰু ইন্দ্ৰজাল আৰু অণি বসুমতাৰী ইতিমধ্যেই বোন্দা পাইছেগৈ। কাজেই এওঁ অলপ আওহতীয়া বাটেদি যাবলগীয়াত পৰিছে।

আৰু দিকদিকি নকৰি আটায়ে মাটিত পাৰি থোৱা ধৰতাবোৰৰ ওপৰত শুই পৰিল। মাত্ৰ প্ৰতাপ ৰাভাই ৰাইফলটো লৈ আগৰ দৰেই পহৰা দি থাকিল। নিয়ৰত তিতি সেমেকি থকা ধৰতাবোৰ দেহৰ উত্তাপত গৰম হৈ উঠাৰ আগেয়েই সিহঁত টোপনিত অচেতন হৈ পৰিছিল।

নিচেই পুৱাতে বোন্দাৰ পৰা ক'ৰিয়াৰ এজন কেম্পত ওলাইছিলহি। লগত

মেঠোনৰ মঙহ আৰু পঞ্চায়ত কাকতৰ কপি দুটামান লৈ। ইতিমধ্যে কলিতাই শৰ্মাক লগত লৈ ৰৰজহাং অভিমুখে গৈছে। তাৰ পৰা বোধকৰোঁ গধূলিৰ আগে আগে বশিষ্ঠৰ ওপৰত ৰ'ত পঞ্চায়তৰ প্ৰেছটো আগতে আছিল, তালৈকে নামিব। তাৰ পৰা বাতি চচলৰ পথাৰেদি পোনে পোনে বোন্দা পাবগৈ।

ঘিণ ঘিণ লগা মেঠোনৰ মাংসৰ কথা পাহৰিবলৈকেই সি কলিতাহঁতৰ সম্ভাব্য পথটোৰ কথা ভাবিলে। জেপৰ পৰা চাধা অকণ উলিয়াই মোহাৰি মুখত সুমাই লৈহে সি ক'বিয়াৰজনলৈ মনযোগ দিলে। কমৰেড্ বতি স্বৰ্গয়াৰীৰ ভায়েক তিথি, সি চিনি পালে।

বোন্দাত সম্প্ৰতি চাউলত বাদে আন যোগাৰ সমস্ত আছে বুলি শুনি আশ্বস্ত হ'ল। যদিও মেঠোনৰ মঙহ খাই কটাবলগীয়া হোৱা অৱস্থা এটাৰ কথা কল্পনা কৰিবলৈ সি ভয় কৰিলে।

তলৰ বাগিছাৰ বমুৱাই মনে মনে দিয়া চাহ পাতেৰে বনো। বসুমতাৰীয়ে বনোৱা চাহ কাপ খাই খয়নি অকণ মোহাৰি মুখত সুমাই লৈ কিবা এটা কৰিব খোজোতেই তিথিয়ে তাৰ হাতত চিঠি এখন দিলেহি। তেওঁ যেন চিঠিখন দিবলৈ তাৰ তেনে এটা মুডৰ বাবেই ইমান পৰে অপেক্ষা কৰি আছিল।

চিঠিখন পঢ়ি যোৱাৰ লগে লগে তাৰ কপালৰ সিৰবোৰ থুপ খাই আহিছিল। আৰু পঢ়ি উঠাৰ পাচত আপোনা আপুনি তাৰ হাতৰ মুঠিটো টান হৈ পৰিছিল। মনে মনে তাৰ প্ৰচণ্ড খং উঠিছিল।

---



ৰবজহাঙলৈ যোৱাৰ পথত মনে মনে সি পৰিবৰ্ত্তিত অৱস্থাত কি কৰাটো উচিত হ'ব সেই বিষয়ে আঁচনি এটা কৰি লৈছিল। গোবিন্দ কলিতা বাহিৰে বাহিৰে কলিকতালৈ যাব। দাশগুপ্তক পাণ্ডুত পুলিচে গ্ৰেপ্তাৰ কৰি লৈ আহিছিল। পুলিচৰ মাজৰ পৰা চিলনীয়ে হাঁহ্ লৈ যোৱা দি চোঁ মাৰি লৈ গ'ল ভেওঁক মোহনলালে। ভেওঁ নিশ্চয় কলিকতাৰ মিটিঙলৈকে যাব। দক্ষিণ কামৰূপত সংগঠন কাৰ্য্য প্ৰায় সম্পূৰ্ণ। কিন্তু পুলিচ হয়তো আৰু বেচি সক্ৰিয় হৈ পৰিব!

ইপিনে চিঠিৰ খবৰটোও একেবাৰে আশাজনক নহয়। চৰকাৰে দেশৰ আন ঠাইৰ পৰা সশস্ত্ৰ ৰেজিমেণ্ট বিচাৰিছে। এসপ্তাহমানৰ ভিতৰতে হয়তো পাই যাব পাৰে। গুৱাহাটী পুলিচ বিজাৰ্ভৰ পৰা সবিশেষ খবৰটো অনোৱাৰ কথা সি মনে মনে চিন্তা কৰিলে।

মুঠতে দলৰ কাৰ্য্যকলাপ উত্তৰ পাৰে বেচি জোৰত চলাবলগীয়া হ'ব কৌশলৰ পিনৰ পৰা। তাৰ আগতে বশিষ্ঠৰ কেম্পবোৰ আৰু ভাল সুৰক্ষিত স্থানলৈ স্থানান্তৰিত কৰিবলগীয়া হ'ব। 'পঞ্চায়ত'ৰ প্ৰেছটোও সহজে লোৱা অথচ সুৰক্ষিত স্থানত পাতি ললে ভাল হ'ব।

সি কামৰূপৰ দক্ষিণৰ সেই মুহূৰ্ত্তত বগাই থকা পাহাৰবোৰৰ মাজত সম্ভাব্য ঠাইবোৰৰ কথা মনতে ভাবি গ'ল –; দেওচোতাল, চকবদ, পামহী, মইনাখোবোং, আহোমগাওঁ এনেদৰে একালৰ পৰা কোনখনৰ সুৰক্ষা কি কাৰণে নিঃসন্দেহ আৰু নিচ্ছিদ্ৰ নহব পাৰে সেই প্ৰশ্নবোৰ নিজকেই কৰি গ'ল ভাবি ভাবি।

ছাতাবা গাৱঁৰ প্ৰশিক্ষণ শিবিৰটো দক্ষিণপাৰে ৰখাৰ কিবা যুক্তি আছে জানো? এনেয়ে ৰখাহে হব। আৰু জিবাঙৰ শিবিৰটোও সক্ৰিয় কৰি ৰখাৰ কোনো প্ৰয়োজন নহব উত্তৰ পাৰলৈ দলৰ কৰ্মকেন্দ্ৰ যদি লৈ যোৱা হয়।

কথাবোৰৰ গভীৰলৈ সোমাই পৰাত সি সন্মুখত গৈ থকা প্ৰতাপৰ কথা একেবাৰে পাহৰি গৈছিল। জিবাঙৰ কথা ভাবোতেহে প্ৰতাপ, ঋগকহঁতৰ কথা মনলৈ আহিল। ঋগক আৰু বলোকেই জিবাঙ শিবিৰৰ ৰখীয়া পাতি থৈ অহা হৈছে সদ্যহতে। কথাটো মনত পৰাত হঠাতে সি শংকিত হৈ পৰিল। প্ৰতাপক ফিচফিচাই সুধিলে

: প্ৰতাপ!

: দাদা।

: তেওঁলোক দুয়ো পাৰিবতো?

: কোন? ঢুলীয়া আৰু বসুমতাৰী?

: অঁ?

: পাৰিব, উগ্ৰ সাহসী দুয়ো।

সি আৰু একো নুসুধিলে। আকস্মিক দুৰ্ঘটনাত পতিত ব্যক্তিয়ে নিজৰ ক্ষতবোৰ চাবলৈ ভয় কৰাৰ দৰে তাৰো দুনাই সুধিবলৈকে ভয় হ'ল মনত। উগ্ৰ সাহসীবোৰ দলৰ সম্পদ নহয়। অনেক ক্ষেত্ৰত আপদহে। তেনে মানুহ প্ৰায়ে অসতৰ্ক হয়। যি ক্ষেত্ৰত অত্যন্ত সতৰ্কতাৰ দৰকাৰ তাতেই হয়তো তেওঁলোক বেপৰোৱা অসতৰ্ক হৈ পৰে। আৰু দলক বিপদত পেলায়।

মণ্ডলদৈৰ উদমাৰী গাঁৱৰ থানু নামৰ উগ্ৰ সাহসী ডেকা এজনে দলক সেইদৰে বিপদত পেলালে সেই অঞ্চলত। উদমাৰীৰ পৰা ছুমাইলমান আঁতৰৰ এখন গাঁৱত সংগঠনৰ কাৰণে গৈছিল কৰ্মী জনদিয়েক। লগত থানু। মিটিং চলি আছে এনেতেতো উগ্ৰমূৰ্ত্ত ধৰি ডেকা এদল সোমাই

আছিল আৰু কৰ্মীসকলক প্ৰত্যাহ্বান জনাই কলে যে, তেনে ডকাইত দলৰ সতে গাঁৱৰ মানুহে কোনো ধৰণৰ সম্পৰ্ক ৰাখিব নোখোজে। কৰ্মীসকলে যদি তুৰন্তে সেই ঠাই পৰিত্যাগ নকৰে তেন্তে কথা বেয়া হব পাৰে।

থাম্নু নৰলেই। সাউৎ কৰে মানুহৰ মাজৰ পৰা ওলাই গৈ কোনেও তৰ্কিব নোৱাৰাকৈ ডেকা দলৰ দলপতিৰ টেটুতেই চেপা মাৰি ধৰিলে। হুৰা দুৰা লাগি পৰিল। থাম্নুৰ প্ৰতাপত তিষ্ঠিব নোৱাৰি ডেকা দলে পৃষ্ঠভংগ দিলে। কিন্তু সেইদিন ধৰি কৰ্মীসকলেও পৃষ্ঠভংগ দিবলগীয়াত পৰিল। কিয়োনো তাৰ কিছুদিনৰ আগতে জমিদাৰৰ বিপক্ষে যুঁজি থাম্নু পুলিচৰ বিৰাগভাজন হৈ আছিল। ডেকাদলৰ পৰা আপত্তি পাই পুলিচে তাৰ পোতক তুলিবলৈ এটা মোক্ষম সুযোগ লাভ কৰিলে।

ঢুলীয়া আৰু বসুমতাৰীক তাত এৰি আহি সঁচাকে সি চিন্তাত পৰিল। প্ৰতাপেও ইমানপৰে যেন সেইটো কথাকে ভাবি আছিল এনেদৰে হঠাৎ কলে—

: পলাশবাৰীত বোলে সেই বদমাচ পুলিচ চাহাবজনে ঘাটি পাতি লৈছেহি।

: কোন জন ?

: সেইজন যে, ডকাইতি কেচ এটাত যে আমাৰ কৰ্মীকেজনমানক অনাহক ধৰি নিছিল ?

কথাষাৰ শুনি তলে তলে সি উত্তেজিত হৈ পৰিল। সেই বদমাছটোৱেইটো অনুপমাহঁতক মিছামছি ডকাইতি কেচ এটাত জড়িত কৰিছিল। তাৰ লগৰ এটাই আকৌ বিশ্বেশ্বৰ দেৱালয়ৰ পবিত্ৰতা নষ্ট কৰি ৰাইজক অপমান কৰিছিল বেলশৰৰ এখন জনসভাত। তাৰ কাৰণ তেওঁলোকে স্বাধীনোত্তৰ কালৰ অব্যৱহিত পাচতে দেশৰ অভিজাত নেতৃত্বৰ প্ৰতি নিৰংকুশ আস্থা জ্ঞাপন কৰিবলৈ কুণ্ঠাবোধ কৰিছিল। তেওঁৰ চাল চলন সুন্দৰিদিয়াৰ কলীয়াঠাকুৰৰ মন্দিৰত সোমোৱা সেই গোৰা পুলিচ চাহাবজনৰ দৰে হৈ পৰিছিল। সেই যে ৰাইজক অপমানিত কৰিও অপমান কৰা বুলি অনুভৱ নকৰা মূৰ্খ চাহাবজন! সি যে ভৱা কথাষাৰকে মুখেৰে প্ৰকাশ কৰিছিল প্ৰতাপে প্ৰশ্নষাৰ কৰোতেহে ভাবি পালে। প্ৰতাপে সুধিছিল—

: কলিতা কমৰেডে কৈছে, তাৰ আগৰ বছৰত আপোনাকো বোলে পুলিচ চাহাবৰ চাকৰি খাইছিল ?

সি নিৰুত্তৰ হৈ গৈ থাকিল। প্ৰতাপ অলপ প্ৰগলভ হৈ উঠা দেখি সেইদৰেই সি নিৰস্ত কৰিলে তাক। তাৰ অৱশ্যে মনত পৰিছিল ককায়েক নন্দৰ সেই পাহৰিব নোৱাৰা চিঠিখনৰ কথা।

সেইসময়ত সি বৰপেটাত। কলেজীয়া জীৱন ইতিমধ্যে পৰিহাৰ কৰি বহুত কিবাকিবি কৰাৰ আশাৰে যেতিয়া দেখিলে সন্মুখৰ কোনোটা পথেই সুগম নহয়, তেতিয়া বৰপেটাৰ বায়েক মনমোহিনী আৰু ভিনীহিয়েক ডাক্তৰ ধাৰাৰাম মেচৰ নিৰাপদ আশ্ৰয়লৈ ঘূৰি আহিছিল সি।

বৰপেটাত সি এটা ব্যস্ত জীৱনেই কটাইছিল। স্বৰ্গে ওস্তাদ, হেছু ওস্তাদ, চুৰু ওস্তাদ সেইকালৰ অসমৰ সংগীতজগতৰ এই দিকপালসকলৰ সতে বৰপেটাতে তাৰ প্ৰথম চিনাকি হৈছিল। সেইসকলক প্ৰথমে সিয়েই পৰিচয় কৰি দিছিল অসমীয়া আধুনিক সংগীতৰ সতে। গধূলি বৈঠকীত চলিছিল সেইসকলৰ সতে অবিৰাম সংগীত চৰ্চা। কেতিয়াবা দূৰ আৰু ওচৰৰ গাওঁবোৰত দলবান্ধি বৈঠকীত যোগ দিবলগীয়া হয়। তেতিয়াতো সময়ৰ প্ৰশ্নই নাথাকে। অবিৰাম কিমান সময় চলে কাৰো খবৰেই নাথাকে। দিনৰ দিনটো সি প্ৰায়ে ব্যস্ত হয় বৰপেটাৰ বাটে পথে বৈষ্ণৱ কলা-কৃষ্টিৰ সম্পদ উদ্ধাৰত। কোনোবা কেৱলীয়াৰ লগত খোলৰ বোল শিকি কেতিয়াবা কটাই দিয়ে দিনৰ পাচত দিন।

নন্দৰ সেই চিঠিখন পোৱাৰ দিনা সি অৱশ্যে ব্যস্ত হৈ আছিল খেল পথাৰত। সেইদিনা কি উপলক্ষে জানো বৰপেটাত ফুটবল ম্যাচ্ আছিল। কলিকতাত এম এ পঢ়ি থকা দ্বিজেন ৰায় চৌধুৰী, গুৱাহাটীৰ ৰবীন নবীচ এওঁলোকক বৰপেঠা টাউন ক্লাবে হায়াৰ কৰি আনিছিল সেই খেললৈ।

দৰ্শক অৱশ্যে ভৰি পৰিছিল তাৰ খেল চোৱাৰ হেপাহত। বৰপেটাত যিদিনা সি খেলিব বুলি মানুহে শুনে, সেইদিনা দৰ্শক উত্ৰাৱল হৈ আহে; খেল পথাৰত সন্ধি নাইকিয়া কৰি দিয়েহি। সেইদিনাও খেলপথাৰ দৰ্শকেৰে দলদোপ হেন্দোলদোপ হৈ পৰিছিল। খেলত নমাৰ ঠিক আগে আগে ডাকবালাজনে দৌৰি আহি তাক দিছিলহি চিঠিখন। ওপৰৰ শিৰোনামাটো দেখিয়ে বুজিছিল কাৰ পৰা অহা। গতিকে তাৰ কৌতুহল নাছিল। চিঠিখন সি নপঢ়াকৈয়ে জেপত ভৰাই থলে।

খেলৰ শেষত অজস্ৰ দৰ্শকৰ স্নেহ আৰু আন্তৰিক অভিনন্দনৰ আতিশয্যত সি ঘৰত সোমাবলৈ পালে বাচিছিল। ঘৰত সোমাই খেলৰ পোছাক সলোৱাৰ

আগতেই সি চিঠিখন খুলি ললে। ককায়েক নন্দৰ আদেশ, চিঠি পোৱা মাত্রেই সি ঢাকালৈ গৈ তেওঁক লগ ধৰিব লাগে। তেওঁৰ সুদীৰ্ঘ ক্ষোভ প্ৰকাশৰ কথাখিনি সি পঢ়াই নাছিল। আদেশটো পঢ়িয়েই তাৰ ভীষণ খং উঠিছিল।

লগতে দিয়া ভিনিহিয়েকৰ চিঠিখন সি তাৰ নামৰ খামটোৰে সতে বাহিৰৰ টেবুলখনতে পৰম অৱজ্ঞাৰে পেলাই থলে। তাৰ পাচত কাপোৰ কানি সলাই মনটো সহজ কৰি তুলিবৰ চেষ্টা কৰিলে।

নন্দৰ চিঠিখন পঢ়ি ভিনিহিয়েকে কিন্তু নন্দাই ভবাৰ দৰেই ভাবিলে তাৰ ভৱিষ্যতৰ বিষয়ে। বৰপেটাত শংকৰ-মাধৱৰ যুগল মূৰ্ত্তি আঁকি আৰু কলা-কৃষ্টিত যথেষ্ট দখল দেখুৱাই সুধীসমাজত সি ইতিমধ্যে বিশেষ স্বীকৃতি লাভ কৰিছিল। ভিনিহিয়েকে ভাবিছিল আৰু কিছুদিন থাকিলে সি হয়তো আৰু বহুত কৰিব পাৰিলেহেঁতেন। কিন্তু নন্দই যিটো কথা ভাবিছে সেইটো একেবাৰে উলাই কৰি দিবলগীয়া কথা নহয়; বৰঞ্চ তাৰ ভৱিষ্যতৰ বাবে বৰ গুৰুত্বপূৰ্ণ।

ঢাকা সি সময়মতেই পাইছিল হি। চিঠিৰ উষ্মাবোৰ নন্দই তাৰ আগত লেশমাত্ৰও প্ৰকাশ নকৰিলে। পৰম স্নেহেৰে তাক লৈ গ'ল পিতৃ বন্ধু কৰ্ণেল স্মিথৰ ওচৰলৈ।

স্মিথ চাহাব তেতিয়া আছিল বিশেষ ভাৱে ব্যস্ত। যোৱা জুন মাহত এদিন দোভাগ ৰাতি সন্ত্ৰাসবাদী দল এটাই তেৰষ্টি জন পহৰাদাৰী চিপাহীক হত্যা কৰি পুলিচৰ ট্ৰাকেৰেই খুন্দিয়াই দুৱাৰৰ তলা ভাঙি চট্টগ্ৰামত থকা ইংৰাজৰ অস্ত্ৰাগাৰটো লুটি বন্দুক-বাৰুদ সোপাকে ট্ৰাকত ভৰাই লৈ গৈছিল। পুলিচ চোৰাং চোৱাৰ লগতে সমগ্ৰ প্ৰশাসন অথবা তাৰ সংশ্লিষ্ট ব্যক্তি আটায়ে ব্যস্ত হৈ পৰিছে।

ইমান পুলিচে চোৰাং-চোৱাই পাত পাত কৰি বিচৰাৰ মূৰত অলপতে কেৱল লোকনাথ বল আৰু গণেশ ঘোষ নামৰ দুজন ডেকাহে ধৰা পৰিছে তেতিয়ালৈকে।

ইপিনে সমস্যা জানো এটা! ইমানখোৰ হোৱা সত্বেও চট্টগ্ৰামৰ চুইমিং ক্লাবত অফিচাৰ আৰু প্লেণ্টাৰ সকলৰ ভীৰতো কমা নাছিল। এতিয়া আকৌ আপত্তি আহিছে মেম্বাৰসকলৰ পৰা যে তাৰ ডিউটিত থকা কমাণ্ডিং অফিচাৰ কৰ্ণ গাৰো হাৱলদাৰৰ ডিচ্‌প'জিচন হেনো ভাল নহয়। গতিকে তেওঁৰ

ঠাইত পঠাবলৈ ব্যৱস্থা কৰা হৈছে তাৰানাথ হাৱলদাৰক।

কথাবোৰ শুনি বুঢ়া কৰ্ণেলৰ খঙো উঠে, দুখো লাগে মনত। হয়তো মনতে ভাবে, এনেদৰে আৰু কিমানদিন টিকিব বৃটিছ সাম্ৰাজ্যৰ বুনিয়াদ! এফালে নিজৰ আমোদ আহ্লাদকে বৰ কৰি দেখা দায়িত্ব জ্ঞানহীন বিষয়া আৰু আনপিনে নিজৰ জীৱনকো তুচ্ছ কৰি দেশক পৰাধীনতাৰ পৰা মুক্ত কৰিবলৈ বিচৰা এদল দুৰ্দমনীয় আশাবাদী যুৱক!

ফাইলটোত নতুনকৈ পঠোৱা ৰিপ'ৰ্টটো পঢ়ি হতাশ হৈ এসময়ত বন্ধু পুত্ৰ দুগৰাকীৰ উপস্থিতিৰ কথা বুঢ়াই পাহৰিয়ে গৈছিল। আৰু স্বগতোক্তিৰ দৰে বহুতো বেফাচ কথা কৈ পেলাইছিল। সি বুঢ়াৰ কথাৰ মাজে মাজে গোল পকা থেকেৰা যেন মুখখনত ভাবান্তৰ ধৰা পেলাবলৈ যত্ন কৰিছিল। নন্দই কথা বেগতিক দেখি অকণ লৰ চৰ কৰি দিলে। বুঢ়াই নিজকে সংযত কৰি মূৰ তুলিলে আৰু পোণেই তাৰ মুখত দৃষ্টি নিবদ্ধ কৰিলে।

লাহে লাহে স্মিথৰ মুখৰ বৈষায়িক গাম্ভীৰ্য্য পাতলি পৰিল আৰু দৃষ্টি স্নেহসিক্ত, সহজ হ'ল। তেওঁ হাঁহি হাঁহি সুধিলে—

: ইয়েচ্ জুনিয়ৰ গোপাল. হাও ক্যান আই হেল্প য়ু্য?

সি ককায়েকৰ মুখলৈ চালে আৰু ইংৰাজীতে ককায়েকে যিদৰে কবলৈ দিছিল সেইদৰে কলে। বুঢ়াই সপ্ৰশংস দৃষ্টিৰে তালৈ চালে; অথচ সুধিলে—

: আৰ য়ু্য চিওৰ?

তাৰ উত্তৰলৈ অৱশ্যে তেওঁ অপেক্ষা নকৰিলে। প্ৰশ্নবাৰ কৰি চকু এটা টিপিয়াই ৰহস্যপূৰ্ণ হাঁহি এটা মাৰি ঘচ্ ঘচ্ কৰে তাৰ সাক্ষাতত মিষ্টাৰ কালাঘান চাহাবলৈ লিখি দিলে এখন নাতিদীৰ্ঘ চুপাৰিচ পত্ৰ। তাৰ গুণ বখানি, পুলিচ বিভাগত এটা উচ্চ পদ দিয়াৰ সপক্ষে।

বৰপেটালৈ আহি কালাঘান চাহাবক চিঠিখন দিবলৈ চিলঙলৈ যোৱাৰ বাবে তাৰ মন নগল। যদিও নন্দ আৰু চাহাবৰ নিৰ্দেশ সেই দৰে আছিল। সি ডাকতে চিঠিখন পেলাই দিলে। তাৰ পাচত এদিন সি চৰ পাহৰি থাকিল।

সি পাহৰিলেও কালাঘান চাহাবে কিন্তু পাহৰা নাছিল। তেওঁ স্মিথৰ চুপাৰিচ পত্ৰৰ মৰ্মে তেজপুৰৰ পুলিচ চুপাৰ বাৰ্বিজ চাহাবলৈ দি পঠাইছিল যথাযথ নিৰ্দেশ। এবাৰ জয়মতী উৎসৱত সংগীত পৰিচালনাৰ বাবে আমন্ত্ৰিত হৈ সি যেতিয়া তেজপুৰ পাইছিল, পোৱাৰ লগে লগেই আহিছিল বাৰ্বিজ চাহাবৰ

তলৰ।

বাৰ্বিজ চাহাবে বিচৰা সেই আন্দাৰ টেকিঙৰ প্ৰশ্নটো নথকা হলে সিও হয়তো জীৱনত ৰাজনীতি নকৰেঁ। বুলি প্ৰতিশ্ৰুত হৈ দেশৰ সৰ্বহাৰাৰ বাবে কৰা ৰাজনৈতিক আন্দোলনবোৰৰ পুলি-পোখা উভালিবলৈ প্ৰানান্ত হবলগীয়াত পৰিলহেঁতেন। সিদিনাই ডি এচ পিত সোমোৱা হলে সি এতিয়ামানে চাগে' এচ পি বা তেনেকুৱাই কিবা এটা হ'লহেতেন।

চিন্তাত ইমান মগ্ন হৈ পৰিছিল যে প্ৰতাপ আগত থমকি ৰোৱা সি মনেই কৰা নাছিল। প্ৰতাপৰ গাত খুন্দা খাই সিও বৈ গ'ল আৰু সন্মুখলৈ চালে। হাতীৰ চাহান এটা সিহঁতে গৈ থকা দণ্ডিটো পাৰ হৈ তলৰ বাঁহনিলৈ নামি গৈছিল। জোনৰ ম্লান পোহৰত হাতীবোৰে বোধকৰোঁ সিহঁতলৈ মন কৰা নাছিল।

অলপ পাচত হাতীৰ চাহানটোৱে বাঁহনিত নামি বাঁহ খোৱাৰ শব্দ শুনা গ'ল। তেতিয়াহে সি সুধিলে—

ঃ ইয়াৰ পৰা আৰু তিনিমাইলমান হবই হবলা?

ঃ বেচি হলেও কম নহয়। পছুৱে মাটি খোৱা টিপটো পোৱাই নাই এতিয়াও।

সিও চালে চাৰিওপিনে নিৰিখি নিৰিখি, কিমানখিনি পালেহি, কিবা চিনাকি গছ বা টিলা দেখে নেকি তাৰ বাবে। অলপ পাচত একোকে নাপাই হতাশ হৈ আগবাঢ়ি গৈ থাকিল। অৱশেষে কিছুদূৰ গৈয়ে দূৰত হৰিণে মাটি খোৱা টিপটো দেখি সিহঁতৰ ভাল লাগিল। জোনাকত আফ্ৰিকাৰ মেপৰ দৰে দেখা গছৰ জোপোহাটো দেখিয়েই তলৰ টিপটোৰ অৱস্থিতি ভালদৰে নেদেখিলেও অনুভৱ কৰিছিল।

টিপটোৰ সেইখিনি পালেই ডুয়োকাষৰ বৰতানি শেষ হব আৰু বাটটো ক্ৰমে ওপৰলৈ উঠিব। বাটটো উঠি যেতিয়া একেবাৰে ওপৰ পাবগৈ তাতে এঘৰ নেপালী মানুহ আছে। মানুহঘৰৰ দাঁতিয়েদি আৰু এটা বাট ফালি গৈছে সিহঁত যোৱাৰ বাওপিনে। সেইপিনেদি গলেই অলপ আঁতৰত এটা খাচিয়া পুঞ্জি। বাটটো ফালি যোৱা সেই চকটোৰ পৰা বৰজহাঙলৈ আৰু দুমাইলমান থাকে।

বাটটোৰ কথা ভাবোতেই সি যে আগদিনা দুপৰীয়াৰ পৰা একো খোৱা নাই সেই কথাটো মনত পৰিল। প্ৰতাপক সি সুধিলে—

: তোমাৰ ভোগ লাগিছে নেকি ?

: লাগিলেওতো একো নাই। মই যেনিবা মাংসকে অলপ লৈ আহিছোঁ। আপুনিতো আকৌ মাংসও নেখায় !

: মঙহ খাওঁ। কিন্তু মেঠোন, ম'হ এইবোৰৰ মঙহ মোৰ ঘিণ লাগেহে।

: আপুনিতো কালি দুপৰীয়াৰ পৰাই একো খোৱা নাই ?

: হব বলা। চাহৰ পাত সিজোৱা পানী আৰু চাধাৰ পাত খায়ে আছো নহয় !

প্ৰতাপে আৰু একো নকলে। নীৰৱে পুনৰ দুয়ো গৈ থাকিল। বাটৰ দুয়োকাষে শুকাই পৰি থকা বৰতাবোৰত নিয়ৰ আৰু ম্লান জোনাকে, নৈশব্দৰ ৰহস্য ৰচনা কৰিছিল। অলপ আগলৈকে তলৰ হোলাটোত ডাল ভাঙি চৰি থকা বনৰীয়া হাতীৰ পালটোৰ শব্দও মুশুনা হৈ পৰিছিল। দুৰণিৰ কৰবাৰ পৰা মাজে মাজে দুই এটা ফেঁচাৰ মাতে চাৰিওপিনৰ নৈশব্দক আৰু বেচি জয়াৰ কৰি তুলিছিল।

গৈ গৈ মুকলিখিনি পোৱাৰ আগতে সিহঁত অলপ বেচি সতৰ্ক হ'ল। এইবাৰ দুয়ো একেবাৰে ওচৰাওচৰি হৈ গৈ থাকিল। লাহে লাহে দুয়ো ওপৰলৈ উঠিবলৈ লাগিল গছবোৰৰ মাজে মাজে ওখৰা মোখৰা বাটেদি। নিয়ৰত সেমেকি থকা শুকান পাতবোৰে নিস্তব্ধতাক আমনি দিয়া নাছিল। নিৰ্ভয় নিঃশংক চিত্তে সিহঁতে আগ বাঢ়িছিল। নেপালীৰ ঘৰটোলৈ তেতিয়া আৰু দুশগজমানহে আছিল। এনেতে হঠাৎ বন্দুকৰ শব্দ শুনি দুয়ো বিজুলীসঞ্চাৰে মাটিত বাগৰি পৰিল। অলপ পাচতে দুয়ো আঠু কাঢ়ি এজোপা গছৰ ঘন ছায়াত বহি ললে আৰু সি ৰিভলভাৰৰ চেফ্‌টি কেচ্‌টো খুলি লৈ ৰৈ থাকিল। প্ৰতাপেও ৰাইফলটো হাতত নমাই ললে পিঠিৰ পৰা।

আকৌ শব্দ হ'ল। এইবাৰ উপৰ্য্যুপৰি শব্দ। সিহঁতে মনতে আন্দাজ কৰিলে। উৎকৰ্ণ হৈ বুজিবৰ চেষ্টা কৰিলে নিস্তব্ধতাক ভেদ কৰি অহা প্ৰতিটো শব্দৰ অৰ্থ। খন্তেক পাচত সি কিবা এটা যেন ঠাৱৰ কৰিলে এনেদৰে ফিচফিচাই কলে—

: জিবাঙত হৈছে নেকি ?

তাৰ প্ৰশ্নৰাৰ দুৰ্বোধ্য হ'ল প্ৰতাপৰ বাবে। সি মাত্ৰ এবাৰ খন্তেকৰ বাবে পশ্চিম দিশৰ পাৰাপাৰ নেদেখা অজস্ৰ গছবিৰিখে চুৰ্ণ বিচুৰ্ণ কৰা ম্লান

জোনাকৰ মাজেদি এনেয়ে চাই পঠিয়ালে আৰু প্ৰতাপক ফিচফিচাই কলে—

: গৈ থাকা! বেগাই।

প্ৰতাপে মন্ত্ৰমুগ্ধৰ দৰে ৰাইফলটো সোহাতত নমাই লৈ গৈ থাকিল। সি যে ইমান বেগাই যাব পাৰে পাহাৰীবাটত পাঁচ মিনিটমান যোৱাৰ পাচতে প্ৰতাপে কষ্টেৰে উপলব্ধি কৰিলে। প্ৰকাণ্ড মানুহটোৰ হাতীৰ দৰেই লক্ষণবোৰ। ইমান বেগাই গৈছে অথচ চালে এনেহে লাগে যেন আবেলি কোনোবা আমীৰে নদীৰ পাৰত বতাহ হে লৈছে খোজ কাঢ়ি কাঢ়ি।

সি কিন্তু গুলীৰ শব্দবোৰৰ কথাকে ভাবিছিল। পশ্চিমে ক'ৰ পৰা আহিব পাৰে ইমান গুলীৰ শব্দ! ইমান গুলীয়াগুলী যেতিয়া চলিছে, চিকাৰী হবই নোৱাৰে। শব্দবোৰ চকৰদৰ পিনৰ পৰাও অহা নাই। চকৰদতো পোনে পোনে পশ্চিমে নহয়! জিৰাং জিৰাং যেনেই লাগিছে গুলীয়াগুলীৰ ঠাইখিনি। কিন্তু জিৰাং জানো ইমান ওচৰ? সিহঁততো সেই ফুট গধূলিতে ওলাই আহিছে জিৰাঙৰ পৰা। আৰু এই মাজনিশা এইখিনি পাইছেহি। সি হাতৰ ঘড়ীটোলৈ চালে। ৰেডিয়াম ডায়েলখনে জিলিকি উঠি সময়টো যেন তাক হঠাৎ চিঞৰি কৈ দিছিল চাৰে বাৰ বুলি।

বৰজহাং শিৱিৰৰ ওখ শিলে ঘেৰি ৰখা চোতালখন সি সতৰ্কতাৰে জুমি জুমি চাই ললে শিলৰ বিভিন্ন ফাকেদি। নিৰাপদ বুলি আশ্বস্ত হোৱাৰ পাচতহে সি প্ৰতাপক সোমাবলৈ ইংগিত দিলে। আৰু দুয়ো দুটা শিলৰ খোৰোঙত বহি উৎকৰ্ণ হৈ অপেক্ষা কৰি থাকিল।

সি ৰিভলভাৰটো কাষতে থৈ খয়নি অকণ ওঁঠত সুমাই ললে আৰু সৰু এটা ফাকেৰে পশ্চিমৰ পিনে গছ-লতাৰ জাহনিত চকু ফুৰালে। বিশেষ সন্দেহজনক একো নেদেখি সি দৃষ্টি ঘুৰাওতেই প্ৰতাপক উত্তেজিত হৈ অহা দেখিলে। সি ইংগিতেৰে মুৰ দুপিয়াই তেওঁক সুধিলে কি হ'ল বুলি। প্ৰতাপে একো নকৈ সি বহি থকা খোৰোঙটোতে খপজপাই সোমাল আৰু ফিচফিচাই কলে—

: কোনোবা এজন অহাৰ শব্দ পাইছোঁ, এই পিনৰ পৰা।

তেওঁ হাতেৰে পশ্চিম-দক্ষিণ চুকলৈ দেখুৱালে। আৰু সমস্যা হ'ল সেই খোৰোঙটোত সেইপিনে চাব পৰাকৈ শিলৰ কোনো ফাক নাছিল।

প্ৰতাপৰ বুকুৰ ঢপঢপনি তাৰ কাণত পৰিছিল। সিও খন্তেকৰ বাবে বিমূঢ় হৈ পৰিল।

---



এইবাৰ সিও শুনিলে। সঁচাকে কোনোবা এজন আহি আছে। কিন্তু আগন্তুকজনৰ অহাৰ লক্ষণটো শুনি তাৰ সন্দেহ হ'ল। তেওঁ একেবাৰেই সন্তৰ্পণে অহানাই। স্বাভাৱিকতে সিহঁতে সন্দেহ কৰিছিল, মানুহজন নিশ্চয় লুকাই লুকাই গোপনে আহি আছে। কিন্তু অহাৰ শব্দ শুনি তাৰ তেনে যেন নালাগিল।

গতিকে কেৱল আচৰিতেই যে হৈছিল এনে নহয়, মনতে ভীষণ সন্দেহো হ'ল।

প্ৰতাপে শিলৰ ফাকটোৰে চাই আছিল ইমানপৰে। হঠাৎ উত্তেজিত হৈ তেওঁ খপ্ কৰে তাৰ গাত ধৰি ফাকটোৰে চাবলৈ কলে। চাই দেখিলে যে সঁচাই; কোনোবা এজন আহি আছে। বেগাই আহিছে, তদুপৰি নিতান্ত বেপৰোৱা হৈ আহি আছে মানুহজন। তেওঁৰ প্ৰতি যে কোনোবাই লক্ষ্য ৰাখিব পাৰে সেই বিষয়ে আগন্তুকজন একেবাৰেই সচেতন নাছিল। ৰাইফেল্স এটা হাতত লৈ ইফালে সিফালে কোনোপিনে নোচোৱাকৈ তেওঁ আহি আছিল।

সিহঁত দুয়ো আগন্তুকজনৰ আলেখ লেখ চাই থাকিল সতৰ্ক হৈ। প্ৰতাপে

এটা মুহূৰ্ত্তত ৰাইফলৰ নলীটো ফাকেদি সুমাই দি তাক কৰিব খোজোতেই সি তেওঁৰ হাতত ধৰি বাধা দিলে আৰু লৰালৰিকৈ খোৰোঙটোৰ পৰা ওলাই আহি শিবিৰটোৰ পিচ পিনেদি আগন্তুকজনৰ কাষ চাপি গ'ল।

: ঢুলীয়া কমৰেড্ নেকি ?

: অঁ।

: খবৰ কি ?

তেওঁ শিবিৰত সোমাই লৈ ফোপাই জোপাই কলে—

: বসুমতাৰী কমৰেড্ ধৰা পৰিল।

সিহঁত দুয়ো উত্তেজিত হৈ একেলগে সুধিলে—

: কেনেকে ?

: মই অলপ জিৰাই আছিলোঁ। বসুমতাৰী কমৰেড আছিল পহৰাত। মই সুধিলোঁ, কমৰেডৰ বেয়া লাগিব নেকি অকলে অকলে ? তেওঁ কলে, কি বেয়া লাগিবহে ! কোনোবা আহিবতো গুলীয়াই শেষ কৰি দিম। মোৰ হঠাৎ টোপনি আহি গৈছিল চিলমিল কৰে। এনেতে এটা বোলে শব্দ পহু আহিছিল কেম্পৰ পিচপিনে যে সেই ভঁয়ৰা জোপা আছে তাৰ গুটি খাবলৈ। তেওঁতো মন সামৰিব নোৱাৰি দিলে মাৰি। একেবাৰে বজ্ৰৰ আৱাজ, তাতে ৰাতিবিয়লিৰ কথা। গুলীৰ শব্দত মই চক খাই উঠি বহিলোঁ।

ঋগক ঢুলীয়াই একে উশাহতে কোৱাৰ দৰে কৈ গ'ল যে, শত্ৰুপক্ষ ওচৰতে ক'ৰবাত খাপ লৈ আছিল। আৰু কিছুদিনৰ পৰা কেম্পটোত গোপনীয়তাও নোহোৱা হৈ পৰিছিল। শত্ৰুপক্ষই বোধকৰোঁ ইতিমধ্যেই জানিছিল কেম্পটোৰ অৱস্থিতিৰ কথা। মাত্ৰ আক্ৰমণৰ বাবে ছেগ চাই আছিল ইমানদিনে। সিহঁতে ৰাইফলৰ আৱাজ আন্দাজ কৰি কেম্প ঘেৰাও কৰি ধৰিলেহি। গুলীয়াগুলী চলিল। সিহঁতৰ আছিল প্ৰায় বাৰজনমান। গতিকে দুয়ো ঠিক কৰিলে যিয়ে যিপিনে পাৰে পলাই যাব। কিন্তু কি হব ! বলো বসুমতাৰীয়ে এন্ধাৰতে গৈ সিহঁতৰ মাজতে সোমাই পৰিল।

কথাবোৰ শুনি সি ঢুলীয়াক উৎসাহ দি কলে—

: আমাৰ সংগ্ৰামত তেনে বিপৰ্যয় ঘটিবই। তুমি অত্যন্ত বুদ্ধিমানৰ কাম কৰিছা। ৰাতি ভালদৰে পুৱাওক। আমি তিনিও গৈ অৱস্থাটো ভালদৰে চাই আহিম। প্ৰয়োজন হলে গুলী চলাব লাগিব যদি বলোক উদ্ধাৰ কৰিব পৰা যেন দেখোঁ।

: সিহঁতে তেওঁক যদি মাৰি পেলায়? কিয়নো তেওঁ সিহঁতৰ এটাক ঘাইল কৰিছে।

: সিহঁত ইমান মূৰ্খ নহয়। আৰু যদি মাৰিয়েই পেলায়, পেলাব! সেই বুলি আমাৰ বিপ্লৱতো বন্ধ হব নোৱাৰে!

তাৰ দৃঢ়তাই ঢুলীয়াৰ মনৰ সমস্ত সংশয় আঁতৰাই দিলে। প্ৰতাপ ৰাভাই একো যেন হোৱাই নাই এনেদৰে অঙঠা কেইটামান জ্বলাই মেঠোনৰ মাংস পোৰাত লাগিল।

সি অৱশ্যে চিন্তামুক্ত হব পৰা নাছিল। অধৈৰ্য্য হৈ শিলৰ খোৰোঙত বহি লৈ ৰাতি পুৱাবৰ বাবে বাট চাই থাকিল।





সেই যে মানুহজন! সুন্দৰ মনত আছে মোৰ, তেওঁক দেখা যদিওবা
অন্ততঃ দুই শতাব্দী হ'ল।
তেওঁ যোৱা নাছিল অশ্বাৰোহী হৈ নতুবা ৰথত,
দুৰন্তৰোৰ পাৰ হৈছিল
সম্পূৰ্ণ পদব্ৰজে;
হাতত নাছিল কোনো অস্ত্ৰ, চোকা তৰোৱাল,

কান্ধত আছিল মাথো জাল
কোৰ-কুঠাৰ অথবা হাতুৰী।
স্বজাতিৰ স'তে তেওঁৰ বিৰোধ নাছিল
সংগ্ৰাম আছিল কেৱল পানী বা মাটিৰ স'তে
শস্যৰ স'তে, যাতে সেই শস্য অন্ন হয়,
বিৰাট বৃক্ষৰ স'তে যাতে সেই বৃক্ষ অগ্নিকাষ্ঠ হয়

নেৰুদা

তলৰ লুঙলুঙীয়া বাটটোৰেদি খৰিৰ বোজা লৈ গাঁৱৰ পিনে উভতি যোৱা মানুহজাকৰ পিনে সি চাই আছিল। সিহঁতে আচলতে অপেক্ষা কৰিছিল মানুহকেইটা গৈ গাঁৱত সোমোৱাৰ বাবে। তেতিয়ামানে এন্ধাৰ হৈ পৰিব, আৰু তাৰ লগে লগেই সিহঁতে ভৈয়ামলৈ নামিব। সিহঁত বৰজহাঙৰ পৰা গুলাই আহি গড়চুকৰ ওপৰত এঠাইত বৈ আছেহি।
প্ৰতাপক ইতিমধ্যে পঠাই দিয়া হৈছিল এজন বিশেষ মানুহৰ ওচৰলৈ এটা খবৰ সহ। বাহিৰৰ পৰা সশস্ত্ৰ বাহিনীয়ে শত্ৰুপক্ষক আৰু বেছি প্ৰবল কৰি তুলিব। তেতিয়া সিহঁতকো আৰু শক্তিশালী কৰি তোলাৰ প্ৰয়োজন হব। গতিকে এচ অ' এচ দি পঠোৱা হৈছিল প্ৰতাপৰ জৰিয়তে। পুৱাতে প্ৰতাপ গুলাই গৈছিল; আৰু জিবাং শিবিৰলৈ গৈছিল সি আৰু ঢুলীয়াহে। বৰজহাঙৰ সেই পোন বাটটো চমু যদিও দুৰ্গম আছিল। দূৰত্ব অৱশ্যে মাত্ৰ চাৰিমাইলমান আছিল। কিন্তু সেইখিনি বাট অহা যোৱা কৰোতেই সিহঁতৰ পুৰা ছঘণ্টা লাগিছিল। সি পিচে অশক্ত হৈছিল শিবিৰটো চাই অহাৰ পাচত। বসুমতাৰীক ধৰি নিছিল মাত্ৰ তেওঁৰ ৰাইফলটো সতে। বাকী দুটা ৰাইফলৰ এটাতো ঝগৰু ঢুলীয়াৰ লগতে আহিছিল। বাকীটো লুকাই থোৱা জেগাতে আছিল। সেইটো তাতেই থৈ আহিল। গুলীৰ মোনাটো মাথোন লৈ আহিছিল।
সিহঁত দুয়ো অনুভৱ কৰিছিল যে, এই পাহাৰ শাৰীৰ আশ্ৰয় এতিয়া আৰু সিহঁত কাৰো বাবেই নিৰাপদ নহয়। একমাত্ৰ চকৰদৰ সেই অঞ্চলটোৱেই সম্প্ৰতি বিপন্মুক্ত হৈ আছে। সিপিনে উজনিতো পুলিচ অপাৰেচন বৰ জোৰত চলা বুলি বাতৰি আহিছে।
বৰকৰা উত্তৰ লক্ষীমপুৰ এৰি অহা বুলি দুসপ্তাহমানৰ আগতে সি

চাউলধোৱা ঘাটৰ মনটাল দলে'ৰ পৰা চিঠি এখন পাইছিল; আৰু এখন চিঠি পাইছিল সি কেঁচুখনাৰ মহেন্দ্ৰ কছাৰীৰ পৰা। তাতো সেই একে খবৰেই আছিল। তাৰ পাচত সিপিনৰ পৰা কোনো বা-বাতৰি অহানাই। মুঠতে চাৰিওপিনে বিপদৰ সংকেত।

চিন্তা কৰিলেই চিন্তাবোৰে জুমুৰি দি ধৰেহি। মনৰ দুশ্চিন্তাবোৰ আঁতৰাবৰ বাবেই সি ঝগৰু ঢুলীয়াৰ পিঠিত চপৰিয়াই কলে—

: কমৰেড্ ইমানকৈ কিনো ভাবিছা?

: নাই ভৱা একো।

সি ৰগৰ কৰিবৰ মনেৰে কলে—

: এহ্ থোৱাহে! তুমি বাৰু ঘৰৰ জনীৰ কথা ভৱা নাছিলানে?

: এতিয়াহে মনত পৰিল মোৰ তাইৰ কথা। মই ইমানপৰে কি ভাবিছিলোঁ জানে? মই ভাবিছিলোঁ আপুনি সিপাৰ কেনেকৈ হব। শত্ৰুপক্ষৰ চৰবোৰ হেনো চাৰিওপিনে পিয়াপি দি ফুৰিছে।

: ৰবাচোন আগেয়ে নামি লওঁ। আহোম গাঁৱৰ সেই বাকৰিখনত অকলশৰীয়া কৰচ নে অৰ্জুন জোপা যে আছে তাতেই ঠিক কৰিম কেনি যোৱা হয়। তাত গোপাল আহি বৈ থকাৰ কথা। বোধকৰোঁ এতিয়ামানে সি পালেহিয়েই।

: গোপাল আহিছে যদি ভালেই হ'ল। মই বাহিৰে বাহিৰে ঘৰৰ পৰা এপাক আহিমগৈ।

: মই কৈছোঁৱেই নহয়। যোৱা এপাক চাই আহাগে। মনত উছাহ পাবা।

: যদিহে আকৌ বাচি আছে!

: মানে? ইমানতো বয়স হোৱানাই তেওঁৰ।

: বৰ যোৱা থোৱা বেমাৰ। জিৰাঙত থাকোতেই এজনৰ পৰা খবৰটো পাইছিলোঁ।

কণ্ঠ নিৰুত্তাপ আছিল যদিও ঢুলীয়াৰ কথাষাৰ শুনি সি হঠাৎ স্তব্ধ হৈ গ'ল। মনৰ উত্তেজনা দমাই শান্তস্বৰত সুধিলে সি—

: তেনেহলে তুমি কোৱা নাই কিয় ইমানদিনে?

: হেৰি নহয় কমৰেড্, সময়নো পালোঁ ক'ত? আপোনাৰ লগত জিৰাঙলৈ অহাৰ কিছুদিন আগৰ পৰাই জ্বৰ তাইৰ। অহাৰ দিনাও তীৱকঁপে জ্বৰ উঠিছিল। তাৰ পিচদিনাই আবেলি বাগিছাৰ কৰ্মী এজনে খবৰটো দিছিলহি

ষোৱা খোৱা অৱস্থা বুলি। তাৰ পাচত তাতকৈ কত ডাঙৰ ডাঙৰ ঘটনা ঘটি গ'ল! মনতেই বা থাকে ক'ত? এতিয়ামানে বোধকৰোঁ বাচি থকা নাই। ভালেই হৈছে এক প্ৰকাৰ। এটা অৱশ্যে আপচোচ হৈ গ'ল তাইৰ! জীৱনটোত মোৰ পৰা সুখ শান্তিতো নাপালেই, এটা সন্তানৰো মুখ নেদেখিলে।

: চুনীয়া, তুমি কি কথাবোৰ ভাবি আছা; মোৰ মনে কৈছে, তেওঁ বাচি আছে। ভাল হৈছে। তুমি পাৰিলে আজি ৰাতাৰাতি গোপালৰ লগত গুচি যাবা।

: আৰু আপুনি?

: মোৰ কথা মই ভাবিম।

: তেনেহলে গোপাল মোৰ লগত কিয় যাব লাগে? মোৰ কথাও মোক ভাবিবলৈ দিয়ক।

ঋগকৰ মুখলৈ চাই কিবা কব খুজিও সি বৈ গ'ল। তেওঁৰ মুখভাবত এনে দৃঢ়তা সি কোনোদিন লক্ষ্য কৰা নাছিল। তাৰ মনত পৰিছিল ঋগকৰ অন্য এক ৰূপ।

তেতিয়া সি পলাশবাৰীত। স্থানীয় নাট্যসংঘই 'খনা' নামৰ নাটখন মঞ্চস্থ কৰিব। তাৰ পৰিচালনাত। সি গীতো ৰচনা কৰিছে নাটকৰ উপযোগী কৰি—

সউ জোন উঠে হাঁহি মাৰি
গগণে গগণে
মধুৰ কুসুম গন্ধ বলে
পৱনে পৱনে

তাৰ নাম শুনি নাটকৰ দিনা ভাগি-ভোঁহৰি আহিছিল অঞ্চলৰ বাইজ। বাৰাণসীৰ 'বিষ্ণুৰাভা নাইট'ৰ বাবে ৰাতিৰ ভিতৰতে ক্ষীন আঁকি মাত্ৰ এটা বাঁহিৰ সুৰ সংযোজনাত বিৰাট চামুৰাই মল্লবীৰৰ দৰে মানুহটোৱে শ্ৰীকৃষ্ণৰ শিশুলীলা নৃত্য পৰিবেশন কৰি যি যশস্যাৰ পাত্ৰ হৈছিল সি বাৰাণসীৰ গুণীসমাজৰ, 'খনা' নাট মঞ্চীকৰণৰ শেষত তাতোকৈ বেচি যশস্যাৰ পাত্ৰ হোৱা যেন লাগিছিল তাৰ।

তাৰ সেইসময়ত ৰাজনীতিৰ ৰংগমঞ্চত আকৌ নতুন হাতেখড়ি মাত্ৰ। থিয়েটাৰৰ সাতদিনমানৰ পাচতে এদিন কিবা এখন মিটিঙৰ বাবে সি

গৈছিল মিৰ্জাৰ সেইপিনে। যোৱাৰ বাটত সি দেখিলে মানুহৰ মিছিল বিভিন্ন দিশৰ পৰা। শই শই মানুহ— ল'ৰা-বুঢ়া, মুনিহ-তিৰোতা সকলো ধৰণৰ মানুহ। মনে মনে সি উদ্বেলিত হৈ পৰিছিল ভাবি যে, মানুহবোৰ নিশ্চয় তাৰ নাম শুনি, তাৰ কথা শুনিবলৈকে আহিছে।

কিন্তু কিছুদূৰ যোৱাৰ পাচতে তাৰ ভুল ভাগিছিল। মানুহবোৰ আহিছিল গাঁৱৰ এটা বিয়াগোম নামঘৰৰ চোতাললৈ। চোতাল মানে এখন সৰুসুৰা পথাৰেই। তাত হেনো কিবা সভা আছে। সি আৰু শুনিলে, তালৈকে হেনো ঝগৰু ঢুলীয়া নামৰ কোনোবা এজন অহাৰ কথা।

মিটিঙৰ আলোচনাৰ মাজতো তাৰ মনটো এই ঢুলীয়া বোলা মানুহজনৰ পৰা আঁতৰাই আনিব পৰা নাছিল। তলে তলে অকণ ঈৰ্ষা, হয়তো ঈৰ্ষাও ঠিক নহয়, মানুহজনক চাবৰ কাৰণে প্ৰচণ্ড এটা জেদ চাপিছিল মনত। উভতি আহোতে তাৰ ৰাতি হৈছিল ; লগত গোবিন্দ কলিতা আৰু জনদিয়েক কৰ্মী আছিল ; নামঘৰৰ সেইখিনিতে হাঁহিৰ উদ্‌ভ্ৰান্ত কলৰৱত সি বন্দী হৈ গ'ল। মন্ত্ৰমুগ্ধৰ দৰে চাইকেলখন ঠেলি ঠেলি সভাৰ পথাৰত সোমাই পৰিল।

মাজৰ মুকলি মঞ্চত সুৰদি কণ্ঠত গীত গাই আছিল মৰমসনা মুখৰ চুটি চাপৰ স্বাস্থ্যবান এটা মানুহে। বিভিন্ন অংগভংগীৰে তেওঁ গাইছিল—।

বংশীধৰেৰ মেল চ'ৰাটা,
কতটা খসিয়া গেছে
কতটা ফস্কিয়া গেছে···

অলপ আগতে হাঁহিত উদ্‌ভ্ৰান্ত হৈ পৰা হেজাৰ হেজাৰ দৰ্শক-শ্ৰোতাৰ মুখবোৰ হঠাৎ যেন কোনোবাই বিষাদৰ ছাইৰে মলিন কৰি থৈ গ'ল। মনটো সঁচাকৈ তাৰো বিষন্ন হৈ পৰিল কিবা এক বিশ্লেষণাতীত স্মৃতি-কাতোৰতাৰে। খন্তেক পাচতে কিন্তু অভিজ্ঞ মনোবিজ্ঞানীৰ দৰে এনে এটা দৃশ্যৰ অৱতাৰনা কৰিছিল যিটো চাই ধনী-জমিদাৰৰ প্ৰতি বিদ্ৰূপ কটাক্ষৰে সমবেত দৰ্শক শ্ৰোতা মুখৰ হৈ পৰিছিল। এইবাৰ ঢুলীয়া অৱতীৰ্ণ হৈছিল বেজবৰুৱাৰ ভাৱত। জমিদাৰৰ ক্ষৌৰ কৰ্ম কৰিবলৈ কৰত, কোৰ এনে আকৃতিৰ কিছুমান সা-সৰঞ্জাম লৈ। জমিদাৰ বৰ মানুহ যেতিয়া দাঢ়ি-চুলি কটা অস্ত্ৰ শস্ত্ৰ বোৰো পদমৰ্যাদানুসাৰে বৰ ডাঙৰ আকৃতিৰেই হ'ব।

বেজবৰুৱাই মহা আড়ম্বৰেৰে ক্ষৌৰ কৰ্ম'ৰ বাবে জমিদাৰক বলিশালত পেলাই

ললে আৰু কৰতখন হাতত লৈ আগ বাঢ়োতেই জমিদাৰৰ ছাগলীৰ দৰে আতংকিত বেবনিত দৰ্শকৰ হাঁহি হাঁহি চকুৰ পানীয়ে নাকৰ পানীয়ে একাকাৰ হৈ পৰিছিল।

অনুষ্ঠানৰ শেষত ঢুলীয়াক সি সাবটি ধৰিছিল। সেয়ে ঢুলীয়াৰ সতে তাৰ প্ৰথম চিনাকি। আৰু সি সেই নিশা ঢুলীয়াৰ বহাতে আশ্ৰয় লৈছিল। পাচদিনা ঢুলীয়াৰ ছবিটো আঁকি সি যেতিয়া ঢুলীয়াৰ হাতত দিছিল প্ৰথমতে তেওঁ নিজৰ ছবিটোকে চিনি পোৱা নাছিল। অলপ পাচতে চিনি পাই তেওঁ চোন খপ্ কৰে তাৰ ভৰি দুটা সাৱটি ধৰি কলে—"আপুনি সঁচাকে বিষ্ণু অৱতাৰ প্ৰভু!" তেওঁৰ কথাষাৰ শুনি সি বৰ অপ্ৰস্তুত হৈ পৰিছিল আৰু বাৰে বাৰে মনত পৰিছিল সিহঁতৰ স্কুলৰ সংস্কৃত শিক্ষক লক্ষীকান্ত মিশ্ৰ ভাগৱতীৰ কথা। সি এদিন ধেমালিতে ভাগৱতীৰ ছবিটো আঁকি দেখুওৱাত তেৱেঁা তাক ঢুলীয়াৰ দৰেই "তুমি সঁচাকে সাক্ষাৎ বিষ্ণুৰেই" বুলি প্ৰশংসা কৰিছিল।

মিশ্ৰ ভাগৱতীৰ সতে সেই প্ৰশংসা বাণীষাৰতে নহয় আৰু কিছুবাত সি ঢুলীয়াৰ মিল পাইছিল। আৰু অৱশ্যে বহুদিন ভাবি ভাবিও সেই মিলৰ প্ৰকৃত কথাটো উলিয়াব পৰা নাছিল।

ঠিক মুহূৰ্তৰ আগতে তাৰ মনত সেই কথাটোৱে পৰিষ্কাৰভাৱে ধৰা দিছিল। আচলতে মিশ্ৰ আৰু ঢুলীয়াৰ মাজত মিল আছিল মুখভাবৰ প্ৰশান্তিত। সেই প্ৰশান্তি আকৌ দৃঢ়তাব্যঞ্জকো। আৰু ঝগৰু ঢুলীয়াৰ প্ৰতি অজস্ৰ জনতাৰ আকৰ্ষণৰ প্ৰকৃত হেতু হ'ল সেইটোৱেই। আনক হুহুৱায় কিন্তু নিজে নাহাঁহে। আনক বিষণ্ণ কৰি তোলে কিন্তু নিজৰ মুখভাবৰ প্ৰশান্তি ব্যাহত নহয়।

: তুমি কেতিয়াবা সংস্কৃত তংস্কৃত পঢ়িছিলা নেকি হে?

: কোনে? মই? ভাল কথা কৈছে! মই অজমূৰ্খ'ই 'ক'ৰ কাণখন কাটিব নাজানো, মই আকৌ সংস্কৃত পঢ়িম! সেইবোৰ পঢ়িব পাৰিলে জানো ঢুলীয়াৰ দৰে নিকৃষ্ট ব্যৱসায় এটা লবলগীয়াত পৰোঁ। কমৰেড্?

: তোমাৰ মনত নিকৃষ্ট হব পাৰে। কিন্তু মোৰ মানত সেইবাবেহে তুমি আকৌ ঈৰ্ষাৰ পাত্ৰ।

ঝগৰুৱে এইবাৰ হাঁহিলে আৰু ধেমালিৰ ছলেৰে কলে—

: আপুনি যে মোক ঈৰ্ষা কৰে আজিহে বুজিলোঁ।

: আজি অৱশ্যে নকৰে।, কিয়নো তুমি আজি আৰু ঢুলীয়া হৈ থকা নাই। তাৰ কথা শুনি তেওঁ এটা দীৰ্ঘশ্বাস এৰিলে। সিও গভীৰ চিন্তাত তন্ময় হৈ পৰিল।

পথৰ সুদীৰ্ঘ নীৰৱতা ভংগ কৰি ভৈয়ামৰ মুকলি পথাৰখনত ভৰি দিয়েই সি কলে—

: মইও তোমাৰ লগতে তোমাৰ ঘৰলৈ যাম।

: আপুনি মোক আকৌ কিয় অপৰাধী কৰিব খোজে! তাত গৈ কিজানি মই হঠাৎ ঘুৰি আহিব নোৱাৰাত পৰোঁ! আন কিবা জৰুৰী কামো ওলাই যাব পাৰে! গলে মই অকলেই যাম, কমৰেড্।

এইবাৰ যেন চব কথাৰ মীমাংসা হৈ গ'ল। সি অন্তৰেৰে বুজিলে ঢুলীয়াই কি আশংকা কৰিছে। দ্বিৰুক্তি নকৰি সি পথাৰৰ মাজে মাজে গৈ থাকিল অকলশৰীয়া কৰচ নে অৰ্জুন জোপাৰ পোন কৰি।

ভৈয়াম পাওতে সিহঁতৰ আধাঘণ্টামান দেৰি হৈছিল। ওপৰৰ পৰা তলৰ দূৰত্ব নিৰ্ণয় কৰোতে ঘটা স্বাভাৱিক ভুলটোৰ হিচাব সিহঁতে ধৰা নাছিল, সময়ৰ হিচাব কৰাৰ সময়ত। গতিকে পথাৰেদি যোৱাৰ সময়ত গাঁৱৰ হিচাবত একৰকম গভীৰ ৰাতিয়ে হৈ পৰিছিল।

গোপাল দাসে এটা অশৰীৰি প্ৰেতৰ দৰে গছজোপাৰ গুৰিতে থৰ হৈ অপেক্ষা কৰি আছিল। সিহঁতে ওচৰ চপাৰ লগে লগে কলে—

: আজি খুব জোৰ অপাৰেচন চলিছে। প্ৰতাপ ধৰা পৰিছে। বোৰ্ণিৰ ওচৰত।

গোপাল দাসৰ টাইপ ৰাইটাৰৰ দৰে ভাৱলেশহীন ভাৱে দিয়া খবৰটোৱে তাক বিমূঢ় কৰি তুলিলে। সি হতাশ হৈ বহি পৰিল। আৰু বহুত কিবা-কিবি কৈছিল যদিও গোপালৰ আৰু কোনো কথা তাৰ কাণত নোসোমাল। মনৰ অসহ্য যন্ত্ৰনাত দেহৰ ক্লান্তিৰ বোজা হঠাৎ তাৰ বাবে দুৰ্বহ হৈ পৰিল। গছ জোপাৰ গুৰিত হেলান দি গোপালক চাধা অলপ মাৰিবলৈ কলে। গা-মূৰত পোক বোৰে কিটকিটাই আছিল। বহুদিন গা নোধোৱাৰ ফল। মুখত ধপাতখিনি সুমাই লৈ সি ভাবিছিল মনটো অলপ চিন্তামুক্ত হব; কিন্তু নহ'ল। ভয় হ'ল প্ৰতাপৰ কথা ভাবি। যদিহে চিঠিখন শত্ৰুৰ হাতত পৰিছে! আৰু নপৰিলেও সিহঁতৰ অত্যাচাৰৰ যন্ত্ৰনা সহ্য কৰিব নোৱাৰি যদি সকলো কথা বেফাচ কৰি দিয়ে!

তাৰ মূৰটো হঠাৎ গৰম লাগিল। গোপালক কৈ এখন ডাঙৰ কচুপাতত

ওচৰৰ জুৰিখনৰ পৰা পানী অনাই মুৰটো তিয়াই ললে।

ইমান পৰে ঝগৰুৱে বিমূঢ়ৰ দৰে থিয় হৈ আছিল তাৰ কাষত। গোপাল দাসক কলে—

: বাভা কমৰেডক ৰাতিটোৰ বাবে চহৰৰ বাহিৰত ৰখাই ভাল হব নেকি?

: মই মইনাখোৰোঙৰ মাষ্টৰৰ ঘৰত ঠিক কৰি ৰাখিছোঁৱেই।

সি বহাৰ পৰা উঠিল আৰু সহজভাৱেই সুধিলে গোপালক—

: ইয়াত আকৌ কিয়?

: এতিয়া টাউনৰ পিনে যোৱাটো নিৰাপদ নহব।

: আৰু দিনৰ পোহৰত যোৱাটো নিৰাপদ হব?

গোপাল আৰু ঝগৰুৱে একো নকলে। সি এটা শেষ সিদ্ধান্ত দিয়াৰ দৰে কলে—

: মই এতিয়া কামাখ্যালৈ যাম। পৰহিলৈকে অন্ততঃ গুৱাহাটীত ৰ'ম। তুমি আৰু ঢুলীয়া কমৰেড্ ৰাণীৰ পৰা ইতিমধ্যে ঘুৰি আহঁা।

কথাষাৰ কৈয়ে কাৰো কোনো প্ৰতিক্ৰিয়ালৈ অপেক্ষা নকৰি অস্ত্ৰ শস্ত্ৰ বোৰ জুৰিৰ পাৰৰ শুকান বালিত পুতি থলে। লগত মাত্ৰ বিভলভাৰটো লৈ কটবাৰী গাঁৱৰ পিনে পোনাই দিলে। সেই পিনেদি পাহাৰটো পাৰ হলেই পোনে পোনে কামাখ্যা ওলাই পৰিব।

তাৰ ভীষণ খং উঠিছিল। ইমান খাটি-মেলি, ইমানবোৰ মানুহে অশেষ যন্ত্ৰনা ভোগ কৰি প্ৰকৃত কাম একোকে কৰিব পৰা নাই। দৰাচলতে বিপ্লৱৰ কোনো প্ৰতিক্ৰিয়াৰে সৃষ্টি হোৱা নাই সৰ্বহাৰা ৰাইজৰ মাজত। মাথোন পুলিচ মিলিটাৰীৰ ভয়ত পলাই ফুৰাই সাৰ হৈছে।

এইবাৰ ষ্ট্ৰেটেজি সি নিজে ঠিক কৰিব। স্থানীয় মাটি পানীৰ সতে সংযোগ নথকা হাইকমাণ্ড সি উৰুৱাই দিব।

তীব্ৰ খঙৰ ভমকত পাহাৰটো সি কেতিয়া পাৰ হ'ল, সি কেতিয়া ৰেল আলিৰ কাষৰ পিতনিখন পালেহি তাৰ চেতনাই নাছিল। ৰেল আলিৰ পৰা জোনাকৰ ক্ষীণ পোহৰত অনুপমাৰ জুপুৰীটো তাৰ চকুত পৰিল। সি সম্মুখৰ আলিবাটটোৰে দুয়োপিনে চকু ফুৰালে। কাকো নেদেখি আলিবাটটো পাৰ হৈ শিলচটাত উঠিল। ভিতৰত অনুপমাই যেন তাৰ বাবেই বাট চাই আছিল ইমানপৰে। শিলচটাত ভৰি দিয়াৰ লগে লগেই দুৱাৰৰ হেঙাৰডাল খোলাৰ মৃদু শব্দ হ'ল। নিমিষতে সমস্ত চিন্তামুক্ত হৈ মনটো তাৰ সহজ হৈ পৰিল।

---



ঘৰটোত বাহিৰৰ পৰা তলা মৰা আছিল। অনুপমাই বাহিৰতে ইফাল সিফাল কৰি আছিল। সি আছিল ঘৰৰ ভিতৰত। মাজে মাজে তাই ঘৰৰ পশ্চিম পিনৰ বেৰত থকা একমাত্ৰ খিৰিকিখনেৰে তালৈ লক্ষ্য ৰাখিছিল।

এই গোটেই কৌশলটো অনুপমাৰ নিজৰ আৱিষ্কাৰ। সি ইয়াতে কিছুদিন গা-ঢকা দি থাকিবলগীয়া হৈছে। গতিকে কোনোবা অহা যেন দেখিলেই অনুপমাই ক'বলৈ ওলাই যাবৰ বাবে সাজু হোৱা যেন দেখুৱায়। ঘৰতটো তলা মৰাই থাকে। খিৰিকিৰ জাপখন বাহিৰৰ পৰা পেলাই দিলেই হ'ল। খিৰিকিখনো যিহে পাৰ-বাহৰ ওলোৱা সোমোৱা বাট যেন। ভিতৰৰ পিনে পোহৰেই নাযায়। গতিকে জাপখন খোলা থাকিলেও ভিতৰত কি আছে দেখা পাবলৈ বেচ সময় লাগে।

অনুপমাই আচলতে বাহিৰৰ শোৱা গছজোপাৰ পৰা দাঁত ঘঁাহিবলৈ ঠালি ছুড়ালমান কটাৰ কথা চিন্তা কৰিছিল। কিন্তু মুকলিকৈ' কিবা এটা কামত ব্যস্ত হৈ পৰাৰ বাবে ইতস্ততঃ লাগিছিল মনতে। ইপিনে মনটোও মাজে মাজে তন্ময় হৈ পৰিছিল সিদিনা ৰাতিৰ কথাবোৰ ভাবি।

ধূলি-মাকতিয়ে ফপৰীয়া হৈ ওলাইছিলহি মানুহজন। ওচৰলৈ গলেই

ঘামে-মলিয়ে গাৰ ভেকেটা ভেকেট গোন্ধত দেওভূত পলাব যেন ; তদুপৰি গায়ে-মূৰে কিবা কিবি সৰু সৰু পোকবোৰে বগাই ফুৰিছিল। সেই ৰাতি অনুপমাই পানী উতলাই আধা ঘণ্টামান ধৰি গা-মূৰ ঘঁহি ধুওৱাৰ পাচতহে মানুহজনক মানুহ যেন লগা হৈছিল।

সি আহি পাওতে ৰাতি ভালেখিনি হৈছিল যদিও অনুপমাৰ একেবাৰে টোপনি অহা নাছিল। দুদিনমান আগৰ পৰাই ভায়েক ঘৰত নাছিল। গতিকে ৰাতি অকলশৰে থাকিবলগীয়া হৈছিল। আৰু সেইবাবেই সি আহি শিলছটাত ভৰি দিয়াৰ লগে লগে তাৰ খোজৰ শব্দতেই জানিছিল তাই।

মানুহজনো যে কি অধৈৰ্য্য ! গা ধুই ভাত-চাত ভালদৰে নাখালেই। পোনেই বিছনাত পৰিছিল। তাই কো বাচন দুটা আওখালি থবৰ সময় দিয়া নাছিল। টানি নি বিছনা পোৱাইছিল গৈ।

অনুৱে ভাবিছিল, সি পাচদিনাই যাবগৈ। পিচে যোৱাটো নহল। বেলেগ খবৰ আহিল। দুই-চাৰিদিন ৰবলগীয়াত পৰিল। তাই মনে মনে ভালেই পালে। মিছা মিছি দলৰ কামতো একোৱেই হোৱানাই। পলাই ফুৰাই সাৰ হৈছে। তাতকৈ ইয়াতে থাকি লিখা কিতাপ বেইখনকেই শেষ কৰক।

কথাবোৰ চিন্তা কৰি অনুপমা তন্ময় হৈ পৰিছিল কেইটামান মুহূৰ্ত্তৰ বাবে। এনেতে হঠাৎ তাৰ মাতত অনুৰ চিন্তাত ব্যাঘাত ঘটিল। সি খিৰিকিয়েদি ভিতৰৰ পৰা যে ফিচফিচাই ইমান পৰে মাতি আছিল তাই মনেই কৰা নাছিল। গহীন হৈ তাই সুধিলে—

: কি হ'ল ?

: এই ফালে আহচোন, ভিতৰলৈ।

: তাৰে পৰাই কওঁকচোন। তেতিয়াও শুনিম।

তাইৰ দেহটো পিচে কথাষাৰ কোৱাৰ লগে লগে ৰোমাঞ্চিত হৈ গ'ল অপ্ৰকাশ্য কিবাকিবি কাৰণত। সি তাৰ কথাতে লাগি নাথাকিল। খিৰিকিৰ পোহৰখিনি গাত পৰাকৈ আগুৱাই আহি সি কিবা এষাৰ কবলৈ মুখ মেলোতেই তাই হঠাৎ বাধা দি কলে—

: ৰব।

কথাটো কৈয়েই তাই নঙলামুখলৈ গৈ চাই ললে বাটটোৰে বহুদূৰ পৰ্যন্ত। তাৰ পাচত অশ্বস্ত হৈ উভতি আহি খিৰিকিৰ মুখত থিয় হৈ কলে—

: কওক এতিয়া।

: সোণামুৰা গাঁৱৰ নাটকথন এইমাত্র শেষ কৰিলো। জান ?

: নাম কি দিলে বাৰু ?

: গেঙনি বেঙনি।

: কি ? কি চব গাঁৱলীয়া নাম দিছে ? ভাল নাম এটা ভাবি নাপালে ?

: যাৰ বাবে লিখিছোঁ, তেওঁলোকৰ বাবে এইটোৱেই ভাল নাম।

: এতিয়া কৰবাৰ জংঘলৰ মাজত মনে মনে চোৰৰ দৰে জনপ্রাণীয়ে গম নোপোৱাকৈ অভিনয় কৰকগৈ।

সি তাইৰ বিদ্রুপষাৰ আওকাণ কৰি কলে—

: দুখীৰামৰ পার্টটো বলীনে কৰিব। লখিমীৰ পার্টটো তোক দিম।

: গছত কঠাল ওঠত তেল ! এয়াও চিৰাজৰ দৰেই হবগৈ শেষত। মাহকে মাহ খাটি শেষত নগদ এশটকা যে পাইছিল ! মনত নাই জানো ?

তাইৰ বিদ্রুপষাৰৰ অন্তৰালত থকা প্রচ্ছন্ন বিষাদখিনি সি মনে মনে উপলব্ধি কৰিছিল। জীৱনত ভোগ কৰা বঞ্চনাবোৰক লৈ খেদ কৰি থমকি ৰোৱাৰ মানসিক দুর্বলতা তাৰ নাছিল। সি কথাষাৰত গুৰুত্ব নিদিয়া যেন দেখুৱাই ক'লে—

: এইখনৰ স্ক্রীপ্টটোও কিন্তু তোক পঢ়ি শুনাম।

চিৰাজৰ স্ক্রীপ্টখনক কেন্দ্র কৰি ঘটা এটা আমোদজনক ঘটনালৈ তাইৰ মনত পৰিছিল কথাষাৰ শুনাৰ লগে লগে। স্ক্রীপ্টত থকা এটা দৃশ্যৰ কথাত তাই আসোৱাহমুক্ত হব পৰা নাছিল। কিন্তু সি আকৌ যিহে অভিমানী, সি লেখা স্ক্রীপ্টত ভুল ধৰিবলৈ যোৱাটো বৰ বিপজ্জনক কথা !

সি ফণীশর্মাক সেইখন শুনাইছিল একালৰ পৰা কোনো খুতিনাতি বাদ নিদিয়াকৈ। তাইও শুনিছিল ; কিন্তু সেই বিশেষ দৃশ্যটো পোৱাৰ পৰাই অন্যমনস্ক হৈ পৰিছিল। সি ফণীশর্মাক শুনাই গৈছে, তাইৰ মনটোৱে আকৌ আসোৱাহটো কেনেকে তাৰ আগত প্রকাশ কৰা যায় তাৰ উপায় চিন্তা কৰি ব্যস্ত হৈ পৰিছে।

শর্মাই শুনি পৰম সন্তুষ্ট হৈ উভতি গ'ল তেজপুৰলৈ 'চিৰাজ'ৰ বাবে আন কিবাকিবি যা-যোগাৰ কৰাৰ উদ্দেশ্যে। তাৰ পিচদিনাখনেই অৱশ্যে অনুপমাই ইমানপৰে বিচাৰি থকা সুযোগটো পালে।

তেতিয়া আছিল জাৰৰ দিন। ছুপৰীয়া ভাত খাই গাত কম্বল এখন টানি লৈ সি আৰাম কৰি বিছনাত পৰি আছিল। বোধকৰোঁ 'চিৰাজ'ৰ দৃশ্যবোৰৰ ত্ৰুটীহীন অৱতাৰণাৰ কথাই পৰম তৃপ্তিৰে চিন্তা কৰিছিল। এনেতে মূৰত চেঁচা বতাহ লগাত তাৰ গাটো জিকাৰ খাই উঠিল। কাৰণটো বিচাৰি গাকতে মূৰটো ঘূৰাই ঘূৰাই চাওতে দেখিলে অনুপমাই বিচনী এখনেৰে তাৰ মূৰৰ কাষতে থিয় হৈ বিচি আছে। সান্নিপাত বেমাৰীৰ বেচিকৈ জ্বৰ উঠিলে বিচাৰ দৰে।

সি বিৰক্তিত থাপ মাৰি বিচনীখন কাঢ়ি আনি মজিয়ালৈ দলিয়াই দি কৈছিল—

: বলিয়া হলি নেকি?

তাই নিৰীহ চকুহাল ডাঙৰকৈ মেলি সুধিলে—

: কিয়?

: মই মৰিছোঁ জাৰত! তই আকৌ বলিয়াৰ দৰে বিচিছ। কিয়, কি হ'ল?

: কথাটো আপোনাৰ পৰাই নতুনকৈ শিকিছোঁ; তাকে প্ৰয়োগ কৰি চালোঁ কেনে লাগে।

: মই কি জাৰত কম্বল লৈ শুই থকা মানুহক বিচি দিবলৈ শিকাইছোঁ নেকি?

: নহয়, মানে পানীত তিতি বুৰি জাৰত ঠেৰেঙা লগা মানুহক যে তেল পানী দি বিচিব লাগে 'চিৰাজ'ত দেখিলোঁ নহয়!

: অনু···

তাইৰ নামটো কাঢ়ি সি আৰু একো কব নোৱাৰিলে। উত্তেজিত হৈ বিচনাৰ পৰা ঘপ্‌কৰে উঠি তাইক সাৱট মাৰি বিচনাত পেলাই লৈ জধে মধে চুমা খালে আৰু বিচনাৰ পৰা গৈ স্ক্ৰীপ্টখন মূৰশিতানৰ পিনে আঁৰি থোৱা জোলোঙাটোৰ পৰা উলিয়াই ললে। নাটকৰ নায়িকা সাবিত্ৰীক তেল পানী দি বিচা সেই দৃশ্যটো আগত মেলি লৈ অনুপমাৰ পিনে অবাক দৃষ্টিৰে চাই থাকিল বহুত পৰ।

সেই কাহিনীটো তাৰো নিশ্চয় মনলৈ আহিছিল। সি আৰু কিবা কব বুলি তাই বৈ আছিল। সি নীৰৱে থকা দেখি তাই কলে—

: লখিমীৰ পাৰ্ট লবলৈ মই জানো লখিমী?

মোৰ মানত তই লখিমী ভগৱতী চব। তোৰ অকমাণ নিৰীহ মুখখন দেখি

কোনেও নাজানে মানুহজনীৰ ভিতৰত যে কিমান কি লুকাই আছে।

: থওক থওক বাজে কথাবোৰ! কাম নাই আৰু! আপুনি লেখা মানুহ লিখি থাকক গৈ মনে মনে।

তাই খিৰিকিৰ কাষৰ পৰা উভতিব খোজোতেই পাহাৰৰ পিনে ফুটুকানিৰ মাজত কাৰোবাৰ মূৰ এটা দেখিলে। সি তাইৰ মুখৰ পিনে চায়েই বুজিলে যে কৰবাত কিবা এটা অবাঞ্ছনীয় ঘটিছে। খিৰিকি কাষৰ পৰা আঁতৰি আহি তাৰ বিছনাখনত বিশৃংখলকৈ থোৱা কাগজবোৰ সন্তৰ্পনে সামৰি সুতৰি থৈ সি উৎকৰ্ণ হৈ ৰৈ থাকিল। দেহৰ ভিতৰত তেজবোৰ গোট মাৰি যোৱা যেন লাগিছিল তাৰ।

এনেতে অনুপমাই খিৰিকিৰ জাপখন সশব্দে পেলাই দিলে। তাৰ বুজিবলৈ বাকী নাথাকিল যে আগন্তুক স্বাগতম জনোৱাৰ যোগ্য নহয়। সি মাটিৰে লিপা বেৰখনত সুৰুঙা বিচাৰি ইপিনে সিপিনে চালে আৰু ইতিমধ্যে বিছনাৰ মূৰশিতানত লুকাই ৰখা অস্ত্ৰপাত চাই ললে। অনুপমাক কোনোবা এজনে কিবা এষাৰ সোধা যেন তাৰ কাণত পৰিল। এইবাৰ সি বেৰৰ একেবাৰে কাষ চাপি থিয় হ'লহি। সি এইবাৰ শুনিলে অনুপমাৰ মাত—

: তেখেত নাই নহয়। ইয়াৰ পৰাতো কেতিয়াবাই গ'ল। আজিকালিতো ইয়াত নাথাকে তেখেত। আপুনি কোন বাৰু?

প্ৰশ্নষাৰৰ উত্তৰত আগন্তুকে কি কলে, কি কৰিলে একোকে কব নোৱাৰিলে সি। অলপ পাচত মাথোন অনুপমাই উল্লাসিত হৈ কোৱা শুনিলে—

: অঁ, মই মৰি নাযাওঁ কেলেই? গোপাল, তুমি কোনপিনে আহিলা? মই বোলো আকৌ ক'ৰনো দাজু এটা ওলালহি তেখেতক বিচাৰি! তেখেত পিচে নাই। ইয়ালৈ অহাই নাই যোৱাৰ দিন ধৰি।

গোপালক দাজুৰ বেশত— দৃশ্যটো কল্পনা কৰি তাৰ হাঁহি উঠি যাব ধৰিছিল। সি কিন্তু অনুপমাৰ ফাকিৰ হেতুটো বুজা নাছিল। সি কিবা এটা চিন্তা কৰি হেতুটো বিচাৰি উলিওৱাৰ আগতেই তলা খোলাৰ শব্দ শুনি উদ্বিগ্ন হৈ থমকি ৰ'ল।

গোপালক সুমাই দিয়েই অনুপমাই পুনৰ তলাটো বাহিৰৰ পৰা বন্ধ কৰি দিলে। সি হাঁহি হাঁহি গোপালক কলে—

: বুজিছা গোপাল, এই মানুহজনীৰ মুখখন দেখি কিন্তু ভাবিবই নোৱাৰি

তাই যে ইমান বুধিয়ক। তোমাক আকৌ মই ঘৰত নাই বুলি বা কলে কেলেই ?

: বাটেদি মানুহ গৈ আছিল। গতিকে বোধকৰোঁ কৈ শুনালে।

: চোৰাচোন কি সাংঘাটিক এইজনী ! এবাৰ বুজিছা কলিকতাত। চেনোলা কোম্পানীত "শংকৰদেৱ"খন ৰেকৰ্ডিং হৈ আছিল। হঠাৎ তো এটা সমস্যাই দেখা দিলে। অসমীয়া তাঁত শালৰ শব্দ এটা লাগে। তাত এতিয়া ক'ত পোৱা তাঁত শাল ! ক'ত টকা সজাৰ কথা ভাবিছো, ক'ত কেৰেপ বাৰী কটাৰ কথা ভাবিছো, কিন্তু কোনোটোৱে মনত লগানাই। ইপিনে ৰেকৰ্ডিং চচ্‌পেণ্ডেড্। তাই ইপিনে ৰেকৰ্ডিং শেষ কৰি অসমলৈ আহোঁ আহোঁ লগাই দিছে। গতিকে এদিন মই কলোঁ সমস্যাটোৰ কথা। তাইতো কলে সেইটো একো সমস্যাই নহয়। মই তাইৰ কথাষাৰ চ্যালেঞ্জ হিচাপেই ললোঁ। আৰু তুমি বিশ্বাস কৰিবানে তাই তাইৰ বুঢ়া আঙুলিৰ নখটো হাৰ্মোনিয়মৰ ৰীডত বুলাই তাঁতশালৰ মাত তুলি দিলে। আমিতো অবাক তাইৰ কাণ্ড দেখি।

গোপাল আৰু তাৰ কথোপকথন অনুপমাই বোধকৰোঁ ওচৰতে কৰবাত শুনিছিল বাহিৰৰ পৰা। বেৰত হাতেৰে ঢপ্ ঢপ্ কৰে শব্দ কৰি দিলে। হঠাৎ সিহঁত দুয়োৰে স্বৰ নামি গ'ল আৰু গোপালে কামৰ কথা উলিয়ালে। সি ইমান সহজ আৰু পাতল হৈ পৰা দেখি গোপালে ইমানপৰে অসুবিধাও ভোগ কৰিছিল। কাজেই প্ৰথম সুযোগটোকেই গোপালে গ্ৰহণ কৰিলে।

খবৰটো দিয়াৰ পাচত গোপালে কিন্তু অকনো বিলম্ব নকৰিলে। লৰালৰিকৈ অহা বাটেই উভতি গ'ল। সিও গোপাল ওলাই যোৱাৰ পাচতেই গোপালৰ খবৰটোৰ বিষয়ে ভাবিবলৈ বাদ দিছিল। তাৰ মনলৈ আহিছিল অনুপমাৰ কেইটামান মুহূৰ্ত্তৰ আগৰ কথাষাৰ। ঠিকেই কৈছিল অনুপমাই, গছত কঠাল ওঠত তেলেই হয় তাৰ আঁচনিবোৰ। জীৱনত তাৰ ইমানদিনে ইটোৰ পিচত সিটো মৰীচিকা খেদি ফুৰোতেই গ'ল। এতিয়াও সি আৰু এক মৰীচিকাৰ ইন্দ্ৰজালত সোমাই পৰিছে। অনৰ্থক ইটো পাহাৰৰ পৰা সিটো পাহাৰ, ইখন জংঘলৰ পৰা সিখন জংঘল, ব্ৰহ্মপুত্ৰৰ ইটো পাৰৰ পৰা সিটো পাৰ এনেদৰে আইনৰ হাত সাৰিবলৈ বুলি ঘূৰি ফুৰোতেই এইবাৰ হয়তো সমস্ত জীৱন পাত কৰিব লাগিব !

সি মনে মনে ভাবি উলিয়াবৰ চেষ্টা কৰিলে তাৰ এই দুৰ্গতিৰ বাবে কোন

এটা বিশেষ মুহূৰ্ত্ত, বা এটা বিশেষ কথা বা কাৰ্য্য দায়ী হবপাৰে। ৰেল আলিত বহি বহি ঘোঁৰাআলা কেইটালৈ বাট চাই থাকোতে গোবিন্দ কলিতাক লগ পোৱা সেই ঘটনাটো ইতিমধ্যে তাৰ মানত অৱশ্যে তাৎপৰ্যহীন হৈ পৰিল। তাৰ বাৰে বাৰে মনহৈ আহিছিল গুৱাহাটীৰ আৰ্য্যনাট্য মন্দিৰত হোৱা গীতি–নাট্য–দীপালীৰ সেই মুহূৰ্ত্তকেইটাৰ কথা। সেইদিনা আছিল উনৈছ জুন। আৰ্য্যনাট্য মন্দিৰত সেইদিনা তাৰ 'সুৰৰে দেউলৰে' নামৰ গীতি–নাটখন মঞ্চস্থ হৈছিল। তাৰ অভিন্ন-হৃদয় সুহৃদ কমলে সুৱদি কণ্ঠত অসমৰ মঞ্চ জগতৰ প্ৰথম নেপথ্য ঘোষকৰ ভূমিকাত অৱতীৰ্ণও হৈছিল সেইদিনাই। আৰু দৰাচলতে সেইদিনাহে সি শিল্পী হিচাপে এক উভতি আহিব নোৱাৰা সময়ৰ আৱৰ্ত্তত সোমাই পৰিছিল। উনৈছ জুনৰ সেই দিনটো সঁচাকৈ তাৰ জীৱনৰ এক পৰম স্মৰণীয় দিন। সেইদিনাৰ পৰাই সি যেন নিজকে বিবেকৰ আৰ্চীত স্পষ্টকৈ দেখিছিল। তাৰ ঠিক দুদিনৰ পাচত এক মদৰ আড্ডাত তাৰ চহৰীয়া খ্যাতিমন্ত বন্ধু জনদিয়েক সি ৰাজনীতিত যোগ দি নিজৰ শিল্পী প্ৰতিভা অপচয় কৰিবলৈ যোৱাটো অসমৰ ৰাইজে নিবিচাৰে বুলি খেদ কৰোঁতে সেইবাবেই সি দ্বিধাহীনভাৱে প্ৰত্যাহ্বান জনাই প্ৰশ্ন কৰিব পাৰিছিল।

: অসমৰ ৰাইজ মাত্ৰে তোমালোক নে ?

পুৰণি কথাবোৰ মনত পৰাত তাৰ সন্মুখৰ ছায়াঘন এন্ধাৰবোৰ ভেদ কৰি দৃষ্টি তাৰ উৰি ফুৰিছিল দূৰ দূৰণিত। শদিয়াৰ ধাদুম. লাওপাতি, মাজুলীৰ জেংৰাইমুখ, নাজিৰাৰ অচলা পথাৰ, বকতাৰ পাটসাকোঁ, ৰাণীৰ ছাতাৰাগাঁও, ৰৰ ডুৱাৰৰ দীঘল লেপেৰী, বজালিৰ বাঘমাৰা. বিহ্নীৰ আচৰাবাৰী এনেদৰে অজস্ৰ অলেখ দূৰণিবটীয়া, বাট পথ নথকা অগম্য গাঁৱৰ পদূলিয়ে পদূলিয়ে। ক'ৰ ছাতাৰা গাঁৱৰ ঝগৰু কলিতা, ক'ৰ কেৰাকুছিৰ বৰলো বসুমতাৰী, ধেমাজিৰ ক'ৰ মনটান দলে', ক'ৰ বেতবাৰীৰ মীনেশ্বৰ কোৰঁৰ। গাঁৱে গাঁৱে যেন কত অযুত সৰ্বহাৰাই তাৰ বাবে অধীৰ আগ্ৰহেৰে বাট চাই আছে! অনুপমাৰ জুপুৰীটোৰ নিৰাপদ বিলাসখিনি তাৰ হঠাৎ ভাল নলগা হ'ল সেই মুখবোৰ মনত পৰাৰ লগে লগে।

: অনু, অ' অনু,

: কি ?

: মই কালিলৈ উত্তৰ পাৰে যাম।

: গোপালে কিবা খবৰ দিলেহি নেকি ?

: অঁ ।

আচলতে সি দায়িত্ব এৰাবলৈকেই তেনেদৰে ফাকি দিলে। গোপালে উত্তৰ পাৰে যোৱাৰ কোনো খবৰ দিয়া নাছিল। বিশেষ এটা উদ্দেশ্যেৰে তেওঁ কৈছিল হি গুৱাহাটীত হৈ থকা কিছুমান সৰু সৰু ঘটনাৰ কথা। ৰেল ষ্টেচনত, কেৱল গুৱাহাটীতে নহয়, ৰঙিয়াৰ পৰা গুৱাহাটীলৈ গোটেই ষ্টেচনবোৰত হেনো পুলিচে খাপ পাতি আছে, কলিকতাৰ পৰা উভতি অহাৰ লগে লগে গোবিন্দ কলিতাহঁতক গ্ৰেপ্তাৰ কৰাৰ বাবে। গোপালে খবৰ কেইটা দিলেহি, কিন্তু তাৰ মনৰ খবৰটো নকলে ; যিটো অৱশ্যে সি নোকোৱা-কৈয়ে পালে। তেওঁ আহিছিল তাক সতৰ্ক কৰি দিবলৈ। স্পষ্টভাৱে কবলৈ অৱশ্যে তেওঁৰ সাহস নাছিল। কাজেই বিপজ্জনক খবৰবোৰকে দি গৈছিল।

: ইহঁতোচোন আহিছিল ? বীৰেণহঁত ?

: মই এতিয়া দীঘেলীলৈ নাযাওঁ। প্ৰথমে দৰং ; তাৰ পাচতহে যাব পাৰিম হবলা।

: দীঘেলী মানে কমৰেড্ ৰতি স্বৰ্গিয়াৰীহঁতৰ দীঘেলী নহয় জানো ?

: অঁ। তাতেই বীৰেণহঁতৰো ঘৰ।

অনুপমাৰ মনটো হঠাৎ কৰবাত থমকি ৰোৱা যেন অনুভব হ'ল। যেন চিন্তা কৰাৰ শক্তিকে হেৰুৱাই পেলালে দীঘেলীগাঁৱৰ পৰিচয়টো সম্বন্ধে নিশ্চিত হোৱাৰ লগে লগে। দীঘেলীতেতো তাই জনা মতে সেই মৰমলগা চকুযুৰিৰে ছোৱালীজনীৰ স'তে তাৰ দেখা হৈছিল। তাৰ পাচত এদিন তাই বীৰেণ মেদিনী এনেদৰে গুৱাহাটীত পঢ়ি থকা ল'ৰা কেইটামানৰ লগত তাক বিচাৰি একেবাৰে তাইৰ এই জুপুৰীটো পাইছিলহি। সন্তৰ্পণে কঢ়া তাইৰ ছুমুনিয়াহটোৰ শব্দও তাৰ কাণত পৰিছিলহি। সি খিৰিকিখনৰ একেবাৰে ওচৰ চাপি আহিছিল।

---



ভুটীয়া পোছাকত থাকিলেও ওমৰ ড্ৰাইভাৰে তাক ঠিকেই চিনিছিল। গোলাপেই আচলতে আগধৰি কৈ থৈছিল ওমৰ ড্ৰাইভাৰক। পিচপিনে কেইগৰাকীমান ভদ্ৰলোক আছিল। তাৰে এজন আছিল পুলিচৰ চোৰাংচোৱা। এজন বোধকৰোঁ জীৱন বীমাৰ এজেন্ট আৰু এজন চুটি পেটলুং পিন্ধা চেহেৰাত বাগিচাৰ মহৰী যেন দেখা মানুহ। সি ড্ৰাইভিং মিৰৰখনত মুখৰ চেহেৰাবোৰ দেখি মনে মনে ঠাৱৰ কৰিছিল। চোৰাংচোৱাজনক সি অৱশ্যে চিনি পাইছিল।

সেই মানুহজনেই তাক সন্মুখৰ চীটত ড্ৰাইভাৰে বহিবলৈ দিয়া দেখি মন্তব্য কৰিছিল কিদৰে ভুটীয়া মানুহবোৰো আজিকালি বেচ বেগে মোটৰে ফুৰিবলৈ ভয় নকৰা হৈছে। আনকি ভুটীয়া মানুহৰ দুই একে দুই এষাৰ ইংৰাজী কথা কব পৰা দৃষ্টান্তও হেনো তেওঁ নিজেই দেখিছে। জীৱন বীমাৰ এজেন্ট জনে তেওঁৰ আলোচনাত সক্ৰিয় অংশ গ্ৰহণ কৰি নিজৰ নানান অভিজ্ঞতাৰ কথা কৈছিল ভুটীয়া সম্পৰ্কে। তাৰে দুই এটা কথা বেচ মুখৰোচকো আছিল। সি কিন্তু সেইপিনে মনযোগ দিব পৰা নাছিল। সকলো সময়তে পিঠিৰ পিনেদি সাপ এটা বগাই উঠা-নমা কৰি থকাৰ দৰে

অনুভৱ হৈছিল তাৰ।

: হৈ কুৰ্মা, তই ক'ত যাবি?

পিচপিনৰ পৰা গা জিকাৰ খুৱাই দিয়া চোৰাংচোৱাজনৰ প্ৰশ্নষাৰ শুনি তাৰ কাণতলীয়া চৰ এপাত শোধাই দিবলৈ মন গৈছিল। গহীন স্বৰত সি উত্তৰ দিলে মাতটো অকণ বিকৃত কৰি--

: বংলাগড়।

: হেইয়া, দেখিলে! আজি তাত বজাৰ আছে নহয়? অসমৰ ক'ত কোনদিন বজাৰ থাকে আমাতকৈও ইহঁতেহে বেছি জানে।

তেওঁলোক পুনৰ হুঁাহি কথাৰে মুখৰ হৈ পৰিল। এজন ইতিমধ্যে চাৰিআলিত নামি গৈছিল। সি গৈ নামিছিল একেবাৰে বঙলাগড়ত; দলঙখনৰ সিটো পাৰে। নামিয়েই ওমৰক টকা দহটা দি বজাৰত এজোপা গছৰ তলত সোণতৰা বেচি থকা ভুটীয়াৰ শাৰীটোৰ পিনে সি আগবাঢ়ি গ'ল। সি ভুটীয়াৰ শাৰীটো পোৱাৰ বহু আগতেই ওমৰে গাড়ী লৈ আঁতৰি গৈছিল। সিও বজাৰত মিছাকৈয়ে কেইপাকমান ঘূৰি দেখুৱাই মঙলদৈৰ পিনে খোজ ললে।

মঙলদৈৰ বাটত এখন বাগিছাৰ কাষৰ হাবি এডোখৰত সোমাই ৰেষ্ট কোট-লুঙী–দাড়ি লগাই মুছলমান মৌলবীৰ ভেশছন ধৰিহে সি সুস্থিৰ হৈ ভাবিলে পুৱাৰ খবৰটোৰ প্ৰতিক্ৰিয়া ক'ত কি ধৰণে হব পাৰে সেই সম্বন্ধে। কলিকতাৰ পৰা উভতি অহাৰ বাটত কলিতাহঁত ধৰা পৰিছে। গুৱাহাটী হৈচনত। আৰু এটা ভয়াবহ খবৰ সি পাই আহিছে। খবৰটো একপ্ৰকাৰে ভয়াবহ যদিও আন প্ৰকাৰে আকৌ আশ্বাসজনকো। প্ৰতাপ ৰাভাই লকআপত কিদৰে জানো নিজৰ জিভাখন কাটি লৈ সম্প্ৰতি হাস্পাতালত। শুনাত যিমানেই ভয়লগা নহওক লাগিলে, খবৰটোৱে কিন্তু তাক অন্তহীন স্বস্তি দান কৰিছে।

এতিয়া সমস্যা হ'ল দক্ষিণ কামৰূপ লৈ। সেই অঞ্চলটো এতিয়া একেবাৰে অভিভাৱকহীন হৈ পৰিব। অনিৰাম, ডম্বৰু আছে যদিও দুয়ো বোন্দাৰ পৰা ওলাব পৰা নাই। কামেশ্বৰ শৰ্মা উজনিত। চিন্তাহৰণ কলিতা আৰু বৰুৱাই সুস্থিৰ হৈ কাম কৰিব পৰা নাই। "পঞ্চায়ত"খন একেবাৰে অনিয়মীয়া হৈ পৰিছে।

বৰদলৈৰ হোমিওপাথিক দোকানখনত সোমোৱাৰ পাচতো মনটো এই চিন্তাবোৰৰ

মাজতে ঘূৰমুটিয়াই ফুৰিছিল। আটাইবোৰ ৰোগী আৰু গ্ৰাহকে দৰৱ লৈ দোকানৰ পৰা ওলাই যোৱালৈকে সি অপেক্ষা কৰি বহি আছিল। একেবাৰে শেষৰ মাইকীমানুহজনীৰ আদকপলী নে কি নামৰ এফালে মূৰটো বিষোৱা বেমাৰৰ দৰবৰ পুৰিয়া কেইটা বান্ধি মানুহগৰাকীক কিদৰে খাব লাগিব দিহা দি এটাই হে বৰদলৈয়ে তাৰ মুখৰ পিনে সপ্ৰশ্ন দৃষ্টিৰে চালে। সি তাৰ টিকাৰ পিনে এটা ফোঁহা হোৱা বুলি দৰৱ বিচাৰিলে। তাৰ ফোঁহাটোৰ লক্ষণ চাবলৈ বুলি ওচৰৰ কোঠাটোলৈ বৰদলৈয়ে তাক মাতি লৈ গ'ল।
তাৰ অলপ পাচতে ফাৰ্মাছীৰ তলা বন্ধ কৰি বৰদলৈ আনদিনাৰ দৰেই ঘৰলৈ উভতি গৈছিল।
সন্ধিয়া ফাৰ্মাছীৰ পৰা তাক লৈ আহি ধলা নামৰ অঞ্চলটো পাৰ হৈ নইমুদ্দিন দেৱানীৰ ঘৰ পাওতে ৰাতিৰ এন্ধাৰ ভাল দৰেই নামিছিল। ওচৰৰ আন এখন গাঁৱৰ পৰা ৰবীন্দ্ৰ ঘোষ ওৰফে বাপু তালুকদাৰ নামৰ সিহঁতৰ কৰ্ম্মীজন আহি তাৰ লগ লাগিছিলহি। বৰদলৈ তাৰ পৰাই উভতি আহিছিল। দেৱানীৰ ঘৰতে কেবাজনো মাতবৰ আহি তাক লগ ধৰিছিলহি।
সি গহীন হৈ উৰ্দুৰ সচৰাচৰ ব্যৱহাৰ কৰা শব্দবোৰ লগাই ইছলামৰ বিষয়ে ইটো সিটো আলোচনা কৰিছিল। সি অৱশ্যে বুজিব পৰা নাছিল তেওঁলোকক তাৰ কথাই কিদৰে প্ৰভাবিত কৰিছিল।
মানুহবোৰ দিহাদিহি যোৱাৰ পাচত শুকান জলকীয়াৰ ৰঙেৰে ৰঙা হোৱা মুৰ্গীৰ মাংসৰ আঞ্জাৰে ভাত কিটা খাই হোৱাৰ পাচত দেৱানীয়ে আগে বেথে একোগিলাচকৈ গাখীৰ খাবলৈ দি কলে যে, তেওঁ এতিয়া সিহঁতক তেওঁৰ ঘৰত নাৰাখে। তেওঁ নিজেই সিহঁতক বেলেগ এঠাইত ৰাতিটোৰ কাৰণে থৈ আহিব।
লগত তিনিটা বল্লমধাৰী গা-ৰখীয়া লৈ দেৱানী নিজেই ওলাল সিহঁতৰ কাৰণে ৰাতিৰ আশ্ৰয়ৰ সন্ধানত। গৈ গৈ এমাইলমান দূৰৰ এটা চুবুৰীৰ এনে এখন ঘৰত সিহঁতৰ ৰাতি যাপনৰ ব্যৱস্থা হ'ল যাৰ ঘৰ বুলিবলৈ এটা বাগৰি নপৰিবলৈ চোকা দি ৰখা সৰু অ'ত ত'ত বেৰৰ মাটি এৰি এই ভাগো এই ভাগো হৈ থকা ঘৰত বাদে আন একো নাছিল।
ঘৰটোত সোমায়েই দেখিলে অবাক কাণ্ড! মাজ মজিয়াত সিহঁত দুয়োৰে কাৰণে সাত দলিচা পৰাৰ দৰে ধান খেৰ পাৰি থোৱা। ওচৰতে আৰু এদ'ম খেৰ। খেৰৰ বিছনাখন দেখিয়েই তাৰ লোভ লাগি গ'ল। সি যি দৰে

আহিছিল সেইদৰেই পৰি গ'ল বিছনাত। ওচৰতে ৰাখি থোৱা গিৰিহঁতৰ ৰঙগ চিনিব নোৱাৰা মলিয়ন কাপোৰখন গাত মেলি লৈ ওপৰত কাষৰ দ'ম টোৰ পৰা খেৰ আনি জাপি ললে। আৰু মুহূৰ্ত্তৰ পাচতে দুৰ্ঘোৰ টোপনিত সি নিতত হৈ পৰিল।

ঘৰখনৰ সেমেকা মজিয়া, তাতে এচুকত এবাহ কুকুৰ, কাষতে বন্ধা বঢ়াৰ সা-সঁজুলি, ইপিনে মুধচৰ পোনে পোনে মাটিৰ বিচনাখনত গিৰিহঁতৰ নিদ্ৰিত পৰিয়ালটো। পাঁচোটা কণ কণ শিশুৰে ঘৰৰ মানুহজনী। সিহঁতক শুবলৈ যোগাৰ দি ভগা দুৱাৰখনত থিয় হেঙাৰ এডাল হেঁচুকি থৈ গিৰিহঁতো নিজৰ বিছনাত শুই পৰিল।

পুৱা পোহৰি পোহৰি হোৱাতহে তাৰ টোপনি ভাগিল। ঘৰৰ চুকত মাছমৰা পল' এটাত বহি ৰাতি পুওৱা ঘৰৰ মতা কুকুৰাটোৰ চিঞৰত পৰিবেশটো সম্বন্ধে সি সম্পূৰ্ণ সজাগ হ'ল। গাৰ পৰা খেৰবোৰ পৰি গৈছিল সি উঠি বহাৰ লগে লগে। কাষত ঘোষক বহি থকা দেখি সি উদ্বেগেৰে সুধিলে—

ঃ কমৰেড্, দেৰি হৈ গ'ল নেকি ?

ঃ নাই হোৱা।

ঃ আপোনাৰ টোপনি নহল নেকি ভালদৰে ?

ঃ একৰকম তেনেইতো।

ঃ মই কিবা অসুবিধা দিছোঁ চাগে'। একেলগে শোৱা কথাতো! টোপনিতে চাগে' ভৰি চৰি মাৰি দিওঁ!

ঃ নাই নাই, আপুনি শুলেই মৰা কাঠডাল হৈ পৰে। পিচে দেৰি নকৰোঁ বলক কমৰেড্! ঠাণ্ডাই ঠাণ্ডাই যাবলৈ বৰ ভাল হব।

ঘোষৰ কথাষাৰৰ অপ্ৰকাশিত অৰ্থটো বিচাৰি সি অকণ কৌতুক অনুভব কৰিলে। জাৰকালি ঠাণ্ডাই ঠাণ্ডাই এই পুৱতি নিশাতে যাত্ৰা আৰম্ভ কৰাৰ কোনো অৰ্থ নাথাকে। তথাপি ঘোষৰ কথাকে সাৰোগত কৰি দুয়ো ঘৰটোৰ পৰা ওলাই আহিল। তাৰ মনত পৰিছিল কলিকতাৰ এসময়ৰ ধীৰেণ কেমিক্যাল ৱাৰ্ক্‌চৰ স্বত্বাধিকাৰী শোণিতপুৰীয়া ধীৰু বাবুৰ কথা। আৰু এদিন এই ঘোষৰ দৰেই নিৰুপায়ত পৰা কমল নাৰায়ণ চৌধুৰীৰ কথা।

সি আৰু কমল তেতিয়া কলিকতাত। শিল্পী হিচাপে জীয়াই থকাৰ সংগ্ৰামত দুয়ো ব্যস্ত। কলিকতা মহানগৰীত ধনতন্ত্ৰই ইতিমধ্যে পৰিবেশ পূতিগন্ধময় কৰি তুলিছে। সস্তীয়া হোটেল বিচাৰি, সস্তীয়া ভাড়াঘৰ বিচাৰি দুয়ো ভলাৰ

বগৰীৰ দৰে ঘুৰি ফুৰিছে আজি অ'ত, কালি ত'ত কৰি। সেই দুৰ্দিনত যদি কোনোবাই সিহঁতক সাৰ্থকভাৱে সহায় কৰিছিল সেয়া আছিল চেনোলা গ্ৰামোফোন কোম্পানীৰ কাৰ্ত্তিক বাবু।

আৰু এদিন অকুণ্ঠ সহায়ৰ শৰাই লৈ আগবাঢ়ি আহিছিল ধীৰু বাবু। তাৰ তেজপুৰৰ বাল্যবন্ধু। হোটেলত সিহঁত দুয়োৰে অৱৰ্ণনীয় কষ্ট দেখি ধীৰু বাবুৱে দুয়োকে তেওঁৰ ঘৰলৈ লৈ আহিছিল। তেওঁৰ কোম্পানীৰ ঘৰ, সিহঁত দুয়ো ভাড়া দিয়াৰ প্ৰশ্নই নুঠে। খোৱাৰ ব্যৱস্থাও তাতেই হব। হোটেলৰ অস্বাস্থ্যকৰ পৰিবেশতকৈ তাত বহুত ভাল লাগিব।

মহানন্দে দুয়ো ধীৰু বাবুৰ প্ৰস্তাৱ মানি লৈ হোটেল এৰি ওলাই আহিছিল। ধীৰু বাবুৰ পিচে পিচে আহি আহি ইপিনে আকৌ বাটৰ শেষ নহয় হে নহয়। অঁকাই পঁকাই অলিয়ে গলিয়ে আহি আহি ভালেমান পৰৰ পাচত সিহঁত তিনিও এটা একেবাৰে সংকীৰ্ণ গলিত সোমাই পৰিছিল। ওপৰত মেলি দি থোৱা বিভিন্ন আকাৰ-প্ৰকাৰৰ তিতা কাপোৰবোৰৰ পৰা গা বচাই সিহঁত গৈ গৈ এটা ৰাজহুৱা পানীৰ নলা আৰু এটা সাৰ্বজনীন পায়খানাৰ সন্মুখেদি হেষ্টিংচ চাহাবৰ দিনতে সজা কাঠৰ দুমহলীয়া ঘৰৰ বুঢ়ামানুহৰ দাঁতৰ দৰে লৰক ফৰক চিৰিটো বগাই ওপৰলৈ উঠিল। চিৰিটো শেষ হোৱাৰ লগে লগে পোৱা দুৱাৰখনৰ তলাটো খুলি পৰম আশ্বাসেৰে ধীৰু বাবুৱে তেওঁৰ কোম্পানীৰ ঘৰটোলৈ সুমাই নিছিল সিহঁতক।

ঘৰ মানে এটা নাতি প্ৰশস্ত কোঠা। বহুদিনৰ পৰা চূণ তেল নপৰাত কাঠবোৰে হাতীৰ বৰণ ধৰিছিল আৰু বেৰবোৰে ধৰিছিল গোমা আকাশৰ ৰঙ। ধীৰেণ কেমিকেল ৱাৰ্কচৰ আঢ়ৈ ফুট আধা ফুট আকাৰৰ চাইন বোৰ্ডখন এচুকত থিয় কৰাই থোৱা আছিল বেৰত; ওপৰত মজিয়াত আঠ দহটা কিবা তেলৰ একে আকৃতিৰ বটল; কাষত ৰাখি থোৱা আছিল এস্তাপ ছপা কৰা লেবেল। ধীৰেণ কেমিকাল ওৱাৰ্কচৰ নামত।

কোঠাটোত চকী-মেজ-খাট-তক্তাপোচ নাছিল। বিজুলীতো নাছিলেই। মাত্ৰ আছিল উৰহৰ অবিৰত নিছিল। আৰু এন্দুৰৰ ভয়হীন সঘন যাতায়াত আৰু অবিৰাম কলৰৱ। তলৰ সাৰ্বজনীন পায়খানাটোৱেও সকলো সময়তে বিকীৰ্ণ কৰিছিল দেওভুত পলোৱা গোন্ধ।

সি এইবোৰ মনেই কৰা নাছিল। বিছনাখন খুলি মজিয়াত পৰম স্বস্তিৰে সি শুই পৰিছিল আৰু দুৰ্যোৰ টোপনিত লালকাল দিছিল। পুৱা শুই উঠি

কমলকো ঠিক এই ঘোষৰ দৰেই বিছনাখন বান্ধি লৈ বহি থকা দেখিছিল। তলমূৰ কৰি তাৰ পিচে পিচে গৈ থকা ঘোষক উৎসাহ দিয়াৰ মনেৰে কলে—

: কমৰেড্ !

: কওক!

: আজি ৰাতি আপোনাৰ নিশ্চয় টোপনি নহল?

তেওঁ যেন ইমানপৰে মনৰ পুঞ্জীভুত খেদ প্ৰকাশ কৰিবলৈ তেনে এটা সুচলকে বাট চাই আছিল তেনেদৰে এফালৰ পৰা কৈ গ'ল ঘৰখনৰ মিশ্ৰ কুকুৰাৰ গু আৰু চুৰা ভাতৰ গোন্ধৰ কথা, মানুহৰ. কাপোৰৰ অসহ্য দুৰ্গন্ধৰ কথা। তেওঁৰ হেনো গোটেই ৰাতিটো ঘৃণাত বমি বমি লাগি আছিল। চকুৰ এটা টিপো মাৰিব নোৱাৰিলে।

: আপুনি যে কেনেকে ইমান স্বচ্ছন্দে টোপনি গৈছিল। মই ভাবি আচৰিত হৈ যাওঁ।

: মনটো ঠিক হৈ গলে আপুনিও পাৰিব। মাওৱে কোৱা মনত নাই জানো— শ্ৰমিক-কৃষকৰ হাত যদিও বোকা-মাটিৰে অপৰিষ্কাৰ, তেওঁলোকৰ ভৰি যদিও ধূলি-গোবৰেৰে মলিয়ন, তথাপি আল্টিমেট এনালিচিচত তেওঁলোকেই আটাইতকৈ পৰিচ্ছন্ন মানুহ।

: মই বুজোঁ কমৰেড্, কিন্তু কি জানে, আনৰ কাপোৰ হলেই মই কিবা এটা অসহ্য গোন্ধ পাওঁ।

: মই বিশ্বাস কৰোঁ, এদিন সেই গোন্ধো আপোনাৰ বেয়া নলগা হৈ পৰিব।

: মইওতো সেই আশাকে কৰিছোঁ।

কথাষাৰ কলে যদিও ঘোষৰ নিজৰ ওপৰতে সন্দেহ হ'ল। মনত পৰিল কেইমাহমানৰ আগতে ওদালগুৰি অঞ্চলৰ জেৰুজালেম নামৰ গাওঁখনত পাত্ৰীজনে পৰম তৃপ্তিৰে উইচিৰিঙাৰ আঞ্জা খোৱাৰ কথা। যাক দেখি তেৰোঁ লাজৰ হাত সাৰিবলৈকেই চকু দুটা মুদি উইচিৰিঙাটো মুখত সুমাই এধাতুখৰিয়াকৈ চোবায়েই গিলি থৈছিল। তাৰ পাচত উইচিৰিঙা আৰু মিচামাছৰ মাজত প্ৰভেদ কি ভাবি নোপোৱা হৈ পৰিছিল তেওঁ।

: এবাৰ বুজিছে কমৰেড! জেৰুজালেমত উইচিংৰাৰ তৰকাৰী খাইছিলোঁ।

: উইচিংৰা নহয়, উইচিৰিঙাহে। খোৱাটো পিচে আপোনাৰ চিটৈমৰ কথা। আপুনি হয়তো চাহো খাব নোৱাৰিব পাৰে; পেটত সুমুৱালে

খাব নালাগে ।

সিহঁত কথাপাতি গৈ থাকোতে হাবিয়নি এডবাত সোমাই পৰিল। গছৰ ছায়াঘন শীতলতাৰ স্পৰ্শতহে দুয়োৰে চেতনা হ'ল। তেতিয়া বেলিটো আকাশৰ প্ৰায় মাজ পাইছিলহি। কৰবাত কিবা খাই থকা টিয়ঁ। চৰাই-জাকৰ মাজে মাজে মতা দুই এটা চেপা মাতত বাদে হাবিডৰা একেবাৰে নিজান হৈ পৰিছিল।

: থাপুৰে হেনো ইয়াৰে ওচৰত কৰবাত থাকিবলৈ লৈছে।

: ইয়াত আকৌ কিয় ?

: সেই বজাৰৰ হত্যাকাণ্ডটো সংক্ৰান্তত পুলিচে তাক বিচাৰি ফুৰিছে। আগৰ সেই জমিদাৰে দিয়া কেচবোৰতো ছিঙাই নাই। দ'ৰাজনৰ বয়স বেচি হোৱানাইতো, অলপ ইম্‌বেলেঞ্চ্‌ড্‌ হৈ আছে।

সি একো নকলে। তেৰেঁ৷ কবলৈ আন কথা · বিচাৰি নাপালে। থাপুৰ কথা ভাবি অলপ শংকিতও হৈ পৰিল ঘোষ। এই জংঘলতে আশ্ৰয় লৈ আছে হেনো থাপুৰে। দলৰ আন কৰ্মীয়ে তেওঁক কোনো সহায় নকৰা বুলি তেওঁ হেনো কষ্ট হৈ আছে। হঠাৎ ইয়াতে তেওঁলোক দুয়োকে দেখি কি বা কৰে তেওঁ! কেতিয়া কি কৰে থাপুৰতো কোনো ঠিকনা নাই।

হাবিডৰাৰ মাজে মাজে ছায়াঘন বাটটোৰে গৈ থাকোতে তাৰ মনত আকৌ আৰণ্যক অনুভূতি এটাৰ সঞ্চাৰ হ'ল। সি হাবিখনৰ মাজত প্ৰকাণ্ড গছ এজোপাৰ গুৰিত মাটিতে পদ্মাসনত বহি ললে আৰু চকু দুটা মুদি লৈ শিৱস্তোত্ৰ আওৰাবলৈ ধৰিলে গহীন উদাত্ত কণ্ঠত।

ঘোষে নিজৰ কাণকে বিশ্বাস কৰিব পৰা নাছিল। শিৱস্তোত্ৰও যে ইমান সুৱদি আৰু মনমুগ্ধকৰ হব পাৰে তেওঁৰ ধাৰণাই নাছিল। তেওঁৰ মনত পৰিছিল কিংবদন্তীৰ দৰে বহুতৰ মুখে মুখে প্ৰচলিত কলিকতাৰ ৰাজস্থান হোটেলৰ সেই কাহিনীটো।

ৰাজস্থান হোটেলত হেনো সেই সময়ত সি আৰু নৃত্যশিল্পী গজেন বৰুৱা একেলগে আছিল। হোটেলৰ পইচা দিব নোৱাৰাত মালিকে নোটিচ দিছিল। নোটিচ দিয়াৰ দিনাখনেই গধূলি হোটেলৰ মালিকে বোধকৰোঁ৷ নিজেই নোটিচৰ মৰ্মাৰ্থ কাৰ্য্যকৰী কৰাৰ অৰ্থে তাৰ কোঠালৈ গৈছিল। গৈ দেখিলে উকাদেহত চন্দন লেপি যোগাসনত বহি কোনোবা এগৰাকী তপস্বীয়ে উদাত্ত কণ্ঠত শিৱস্তোত্ৰ পাঠ কৰি আছে।

ধৰ্মভীৰু মালিকে তপস্বীৰ সন্মুখত সাষ্টাংগে প্ৰণিপাত কৰি বৈ থাকিল। স্তোত্ৰ এসময়ত শেষ হ'ল। তপস্বী আৰু ভক্ত মালিকৰ দৃষ্টি বিনিময় হ'ল। এনে এজন তপস্বীক হোটেলত ইমানদিনে সেৱা কৰাৰ অধিকাৰ পাই মালিকে ধন্য মানিলে।

ঘোষ অৱশ্যে বাস্তৱ পৰিবেশৰ প্ৰতি সচেতন হৈ শংকাকুল হৈ পৰিল। স্তোত্ৰ শেষ হোৱাৰ লগে লগেই মাত দিলে—

ঃ কমৰেড্, বলক। গাওঁ পাবলৈ এতিয়াও অলপ দূৰ আছে। তাতে পুৱাৰ পৰা ইঞ্জিনত কয়লা পৰা নাই।

ঃ ইঞ্জিনৰ ফায়াৰিংতো চলিয়েই আছে!

দুয়ো দুয়োৰে ৰগৰত হাঁহিব খুজিও এটা দৃশ্য দেখি স্তব্ধ হৈ গ'ল। সুন্দৰ স্বাস্থ্যৰ ডেকা এজনে হাতত পিস্তল এটা লৈ হাবিৰ মাজৰ পৰা বাটত ওলাই পৰিছিল। তাৰ খঙাল মুখখন দেখি ঘোষ স্তম্ভিত হৈ পৰিছিল। সিও প্ৰথমতে ডেকাজনক চিনি পোৱা নাছিল; আৰু গছৰ গুৰিত বহি থকা দেখি তালৈ প্ৰথমতে ডেকাজনৰ চকু পৰা নাছিল। এনেতে হঠাৎ ডেকাজনে তাক দেখিলে। বিজুলী সঞ্চাৰে পিস্তলটো জেপত লুকুৱাই লৈ তাৰ কাষ চাপি মাত দিলেহি—

ঃ আবো!

সি হাঁহি হাঁহি ঘোষৰ পিনে চাই কলে—

ঃ কমৰেড্, এইটোৱে থানু হাৰামজাদা।

ডেকাজনৰ মুখৰ চেহেৰাৰ কঠোৰতাখিনি হঠাৎ উৰঁলি গ'ল। জগৰীয়া এজনৰ দৰে সেমেনাসেমেনিকৈ কলে—

ঃ আবো, স্নিহঁতে আমাৰ মানুহবোৰৰ ওপৰত বৰ জোৰ জুলুম কৰিছে' আমাৰ ঘৰৰ ভঁৰালৰ ধান, বাচন বৰ্তন চব শেষ। বৌহঁত ল'ৰা-ছোৱালী লৈ জংঘলে জংঘলে পলাই ফুৰিছে। ককাইদেউ ক'ত আছে নাজানো। কত গাঁৱত যে এনে অত্যাচাৰ চলিছে! আমাৰ অপৰাধ হ'ল, আমি জমিদাৰক ধান নিদি উচিত হাৰত খাজানা দিব খুজিছিলোঁ। আইনখন আবো, আমাৰ দৰে গৰীবৰ কাৰণে নহয়। গতিকে সিহঁতে সিহঁতৰ আইনমতে চলক, আমিও আমাৰ আইনমতে চলিম। শেষত যি হয় হব।

ডেকাজনৰ ক্ষুব্ধ অনুযোগৰ দৰে কথাবোৰ শুনি ঘোষৰ অন্তৰত অসীম কৰুণাৰ উদ্ৰেক হ'ল। তেওঁ তাৰ মনযোগ আকৰ্ষণ কৰি এটা দীঘল

হুমুনিয়াহ কাঢ়ি সুধিছিল-

: কমৰেড্, এই অন্যায়ৰ জানো কোনোদিন প্ৰতিকাৰ নহব!

কথাষাৰৰ অন্তৰালত থকা অনুভৱটো তেওঁ নিশ্চয় লুকাই ৰাখিব পৰা নাছিল। থানুৱে তেওঁৰ পিনে সসম্ভ্ৰমে ঘূৰি চালে আৰু তেওঁক তাৰ সতে কথা পতাৰ সুযোগ দিয়াৰ উদ্দেশ্যে অকণ পিচ পৰি গ'ল। সি ঘোষৰ কথাৰ উত্তৰত একান্ত নিৰ্লিপ্ততাৰে বলে—

: এইবোৰ হ'ল পাৰ্ট অফ দ্য গেম কমৰেড্। এয়া আৰম্ভণিহে। আৰু কত বাকী আছে! আৰু কত নৃশংস অত্যাচাৰ সহ্য কৰিব লাগিব! কত জঘন্য নিৰ্যাতন ভুগিব লাগিব! সোণ জুইত দিছেহে এথোন, উত্তপ্ত হবলৈ, গলি গলি পবিত্ৰ হবলৈ এতিয়াও বহুত বাকী!

কথাকিটা কৈয়ে থানুক কিবা এষাৰ সুধিবলৈ বুলি ঘূৰি চাই দেখে যে, তেওঁ ইতিমধ্যে কববাত হেৰাই থাকিল। সি আশা এৰি দিয়াৰ দৰে দেহভংগী দি ঘোষৰ মুখলৈ চাই হাঁহিলে। ঘোষ অৱশ্যে অন্যমনস্ক হৈ পৰিছিল।

সিহঁত আহি গাঁৱৰ সন্মুখৰ পথাৰখন পাইছিলহি। পথাৰত তেতিয়া সৰিয়হ ফুলিছিল। হালধীয়া আকাশ এখন মাটিলৈ নামি অহাৰ দৰে দেখা গৈছিল গোটেইখন পথাৰ। তাৰ মন পিচে ভাৱাক্ৰান্ত হৈ পৰিছিল অযুত অলেখ চিন্তাৰে। চিন্তাত সি ইমান নিমগ্ন হৈ পৰিছিল যে, গাঁৱৰ আলিবাটত ৰৈ থকা মানুহৰ জুমটো সি লক্ষ্যই কৰা নাছিল। ঘোষে কলতহে সি মূৰ তুলি চালে।

তেতিয়া অৱশ্যে ঘূৰি যোৱাৰ প্ৰশ্নও নাছিল। মুকলি পথাৰখনত সিহঁত ইতিমধ্যে স্পষ্ট হৈ ওলাই পৰিছিল। আৰু মানুহৰ জুমটোৱে ইমানপৰে সিহঁতকে লক্ষ্য কৰি আছিল।

---



ভকতপাৰাৰ মঞ্জু দৈমাৰীৰ ঘৰত খাই বৈ ৰাতি ন মান বজাত সিহঁত ওলাল। এন্ধাৰত আহি আহি এঠাইত ঘোষে এটা সংশয় প্ৰকাশ কৰিলে। সিহঁতে যিটো বাটেৰে পুৰণি টংলালৈ যাব, সেই বাটেৰেই পুৱঁতি নিশা কিছুমান মানুহ মঙলদৈৰ পিনে আহে। সেই গাঁওবোৰত বাচ-মটৰৰ ব্যৱস্থা নাই। কাজেই মঙলদৈৰ অফিচ আদালতত কাম থকা মানুহবোৰে দল বান্ধি পুৱঁতি নিশাৰ লগে লগেই যাত্ৰা আৰম্ভ কৰি দিয়ে।

ঘোষৰ সংশয়টোৱে তাৰ মনত কিন্তু অকণো খোকোজা নলগালে। সি হা-না একো নকৈ যোৱা ভাজে গৈয়ে থাকিল। অগত্যা নিৰুপায় হৈ ঘোষেও নিৰৱে তাৰ পিচে পিচে গৈ থাকিল।

লোকালয় ওচৰত নথকা এঠাইত সি ৰ'ল। পিন্ধি থকা কাপোৰখন খুলি লৈ মূৰত মথুৰা পাগ মাৰি ললে আৰু থয়নি খোৱা চূণৰ টেমিটোৰ প্ৰা চূণ লৈ উকা বুকুখনত কামীহাড়ৰ দৰে আঁকি ললে। ঘোষকো তেনেদৰে নাঙঠ হৈ তাৰ দৰে ব্ৰহ্মদৈত্যৰ ভেশ লবলৈ কোৱাত বিমূঢ়ৰ দৰে তেৰেঁা অনুকৰণ কৰিলে। ক'তো কাকো মাতবোল কৰিবলৈ চাক

দি সি তেওঁক একেবাৰে ওচৰাওচৰিকৈ আহি থাকিবলৈ কৈ সহজ গতিত গৈ থাকিল।

সি অৱশ্যে এই সৰু সৰু কথাবোৰ চিন্তা কৰা নাছিল। সি আচলতে চিন্তা কৰিছিল থানুৰ কথা। সিদিনা ঘটিব ধৰা সাংঘাতিক ঘটনাটোৰ কথা। ভাগ্যে সেইদিনা সিহঁত ভকতপাৰা পালেহি। নহলেতো সেইদিনাই ভকতপৰীয়া ৰাইজৰ লগত থানুৰ এখন খৈয়া নখৈয়া ৰণ লাগে।

সম্ভাব্য পৰিণতিটোৰ কথা কল্পনা কৰি তাৰ নোমবোৰ ডাল ডাল হৈ যায়। থানু যিহে অঁকৰা সি হয়তো প্ৰতিৰোধৰ আশংকা দেখিলে গুলী কৰিবলৈ লেশ মাত্ৰও কুণ্ঠাবোধ নকৰিলেহেতেন। আৰু ৰাইজখিনিও যিহে জেদী, হয়তো থানুৰ শেষ গুলীটো পৰ্যন্ত ক্ষতি স্বীকাৰ মানি লৈও তেওঁক নেৰিলেহেতেন।

সৰিয়হডৰাৰ ভিৰি দিয়েই ভকতপাৰা গাঁৱৰ আলিবাটটোত মানুহৰ জুমটো দেখি সেইদিনা অৱশ্যে সি তেনে এটা সন্দেহ কৰা নাছিল। সি সন্দেহ কৰিছিল সম্পূৰ্ণ বেলেগ এটা কথা ভাবি। বেইমাহ মানৰ আগতে ঠিক সেইখিনিতে ভকতপৰীয়া বিদ্ৰোহী ৰাইজৰ ওপৰত পুলিচে গুলীচালনা কৰিছিল। যাৰ ফলত এজন মানুহে প্ৰাণ বলি দিবলগীয়াত পৰিছিল। সি পাচত শুনিছিল ঘটনাটোৰ পাচত হেনো গাঁৱৰ মানুহে অচিনাকি মানুহ আহিলেই বিভিন্ন প্ৰশ্ন কৰি জুলুম দিছিল আৰু সন্তোষজনক উত্তৰ নাপালে অত্যাচাৰো কৰিছিল। সেই কথাবোৰ শুনি তাৰ মনতে সংশয় হৈছিল মানুহবোৰৰ ৰাজনৈতিক ধ্যান ধাৰণা হয়তো একেবাৰেই বদলি যাব পাৰে। সি প্ৰকৃততে তেনে এটা সংশয়কে মনত লৈ নিৰ্লিপ্ত ভাব দেখুৱাই গাঁৱৰ কাষ চাপি আহি আছিল। আহি আহি এসময়ত মানুহজমৰ একেবাৰে মুখামুখি হৈছিলহি। তাক দেখি প্ৰথমে বিস্ময়ত হতবাক হৈ পৰিছিল মানুহখিনি। পিচে খন্তেকৰ কাৰণে মাত্ৰ। প্ৰথম বিস্ময় কাটি যোৱাৰ পাচতেই তাৰ পদধূলা লবৰ বাবে ডেকাহঁতৰ মাজত হুলস্থুল লাগি পৰিছিল। মঞ্জু দৈমাৰী আৰু দন্দ্ৰা মহাজনে ধমক দিও তেওঁলোকক ক্ষান্ত কৰিব পৰা নাছিল। অলপ পাচত অৱশ্যে তেওঁলোক শান্ত হ'ল আৰু উদ্বিগ্ন দৃষ্টিৰে তাৰ মুখলৈ চালে। আৰু তেতিয়াহে মঞ্জু দৈমাৰীৰ পৰা সি প্ৰকৃত ঘটনাটোৰ সম্ভেদ পালে।

তাৰ প্ৰশ্নৰ উত্তৰত দৈমাৰীয়েই কওঁ নকওঁ কৈ কলে—

: এঃ নকব কমৰেড্, আকাশলৈ থু পেলালে নিজৰ গাতেই পৰে। আমাৰ এই থানু কুলাংগাৰটো! সি আছিল হি ইয়াতে। আছু থাক! তই নিজৰ মানুহ, গাঁৱত আশ্ৰয় লৈছ, ল', তোকনো কোনে নাথাকিবি বুলিব! সেই বুলি সিনো এনে অধইচ কাম কৰিব লাগেনে?

দৈমাৰীৰ কথাষাৰ শুনাৰ লগে লগে তাৰ মুৰৰ ভিতৰত কোনোবাখিনিত কিবা এডাল সিৰ টনটনাই উঠা যেন বোধ হ'ল হঠাৎ। নিশ্চয় গাঁৱৰ কোনোবা ছোৱালীৰ লগত কিবা এটা হ'ল। এনেবোৰ কথাত কৃষক-গঞাৰ সমাজে কোনো কঠোৰতাকে অৱলম্বন কৰিবলৈ পৰাঙ্মুখ নহয়! সি ভয়ে ভয়ে সুধিলে—

: কি নো কৰিলে সি? সিতো মোৰ আকৌ নাতিও লাগে। কিবা দায়দোষ লগালে ময়ে জগৰ ভঙাব লাগিব।

সি মতলব কৰিয়ে তাৰ সতে থানুৰ ইমান ওচৰ সম্বন্ধ থকা বুলি তেওঁলোকক জানিবলৈ দিছিল। অৱশ্যে দৈমাৰীয়ে যেতিয়া কলে যে, থানুৱে কাছাৰীৰ কোনোবা এগৰাকী আমোলাৰ চাইকেল এখন তেওঁ কাছাৰীলৈ গৈ থাকোতে ৰাষ্টাৰ পৰা কাঢ়ি লৈ আহিছে, তাৰ হঠাৎ হাঁহি উঠি যাব ধৰিছিল ঘটনা-টোৰ গুৰুত্বৰ কথা ভাবি।

দৈমাৰীয়ে হয়তো তাৰ মনৰ ভাৱ ঠিকেই বুজিছিল। তেওঁ খন্তেক রৈ আকৌ কলে, কওঁ নকওঁ কৈ—

: আমোলাৰ পৰা চাইকেল লৈ তই পুলিচৰ হাত সাৰিছ, তাতো কোনো কথা নাই। এতিয়া তাৰ বাবেই পুলিচ পিয়াপি দি ফুৰিছে গাঁৱত। মানুহ শান্তিৰে দুই দণ্ড থাকিব নোৱাৰাত পৰিছে। গতিকে ময়ে পঠাই দিলোঁ। ডেকা দুজনক তাৰ তালৈ, চাইকেল আনি বোলো আমোলাক হাতে ভৰি ধৰি ঘূৰাই দিওঁ-। সিনো ডেকা দুজনক মাৰি ধৰি পঠাই দিব লাগেনে? গতিকে গাঁৱৰ মানুহ এতিয়া যুক্তি হৈছে তাক বান্ধি ধৰি পুলিচৰ হাতত গটাই দিবলৈ।

সি মানুহবোৰৰ মুখলৈ চালে। লক্ষণটো ভাল নেদেখিলে। শেষত সি নিজেই উভতি গৈ থানুক লৈ অহাৰ কথা ভাবিলে। সি থকাতে কিবা এটা হেস্ত নেস্ত কৰি থৈ নগলে শেষত হয়তো মাৰাত্মক ঘটনা ঘটি যাব পাৰে।

গতিকে সি থানুক হাবিৰ পৰা উলিয়াই আনি ৰাইজৰ সম্মুখত হাজিৰ

কৰালেহি। ৰাইজৰ ওচৰত ক্ষমা খুজিবলৈ তেওঁক কোৱা হ'ল। তেওঁ কিন্তু মুখেৰে হা না একো নকলে। মাত্ৰ গোমোথা মাৰি নীৰৱে বৈ থাকিল।

এটা সময়ত তাৰ মনতো বহুত কিবা কিবি আশংকাৰ উদয় হ'ল। মুখত ডেকাজনৰ যি এক দুৰন্ত অবাধ্যতাৰ ছবি দেখিলে, সি নিজেই বিমূঢ় হৈ পৰিল। এইবাৰ সি এটা চৰম উপায় লোৱাৰ কথা চিন্তা কৰিলে। এই উপায়ে যদি কাম নকৰে তেন্তে সি নিষ্ঠুৰতা অৱলম্বন কৰিবলৈকো কুণ্ঠাবোধ নকৰিব—মনে মনে সি সিদ্ধান্ত ললে। মনৰ খং মনতে সামৰি একেবাৰে নিঃসহায় জনৰ দৰে সি কলে—

: ঠিক আছে, তই যদি ক্ষমা নুখুজ ময়ে তোৰ হৈ ৰাইজৰ ওচৰত ক্ষমা খুজিম।

তাৰ মাতত হয়তো সহিব নোৱাৰা কৰুণ্য ফুটি উঠিছিল, হয়তো স্নেহ-মমতা আৰু বহুতো কিবাকিবি প্ৰকাশ পাইছিল ; থানুৱে দেখোন তৎমূহুৰ্ত্তেই কৈ উঠিল—

: তই নালাগে আবৌ, মই খুজিম ক্ষমা।

কথাষাৰ কৈয়ে সি য'ত আছিল তাতেই দীঘল দি পৰি ৰাইজলৈ সেৱা জনাই কলে—

: আপোনালোকে মোক ক্ষমা কৰক। মোৰ ভুল হৈছে।

মুহূৰ্ত্তৰ ভিতৰতে চব ওলটপালট হৈ গ'ল। সি চলচলীয়া চকুৰে তেওঁক সাবটি ধৰি মূৰত চুমা খালে। মণ্টু দৈমাৰী আৰু দন্দ্ৰা মহাজনেও থানুক মূৰত ধৰি আশীৰ্বাদ দিলে। এক মুহূৰ্ত্তৰ আগলৈকে ক্ষোভত বিবৰ্ণ হৈ থকা মুখবোৰত হঠাতে হাঁহিৰ বিজুলী জিলিকি উঠিল।

কিন্তু সেই অনুশোচনা আছিল নিতান্ত খন্তেকীয়া। মানুহবোৰ সহজ স্বাভাবিক হৈ পুনৰ তাক লৈ ব্যস্ত হৈ পৰিছিল। থানু কিন্তু তাত নাছিল। সি ইতিমধ্যে জংঘলত সোমাইছিল, আৰু অলপ পাচতে চাইকেলখন আনি কাকো একো নোকোৱাকৈ সৰিয়হতলীতে সশব্দে দলিয়াই থৈ হাবিৰ মাজত পুনৰ অদৃশ্য হৈছিল।

থানুক লৈ সঁচাকে তাৰ ভীষণ চিন্তা হৈছিল। ল'ৰাজন প্ৰকৃততে বেয়া নহয়। সাহস আছে, নিষ্ঠা আছে ; বুদ্ধিও নোহোৱা নহয়। কিন্তু কিবা এটা কথাত হঠাতে জেদ ধৰিলে তেওঁ দিকবিদিক জ্ঞানশূন্য

হৈ পৰে। ভীষণ দেমাকী।

ঘটনাটো ঘটাৰ পিচদিনাখনেই সি থানুক কাপোৰপোৰা গাঁৱলৈ পঠাই দিছে। শুনামতে তেওঁ তাত হেনো সংগঠনৰ কামকাজ ভালেই কৰিছে। তাৰ আকৌ সেই বিশ্বাসো আছে যে, থানুৰ প্ৰয়োজন দলৰ বাবে নিতান্ত অপৰিহাৰ্য। সি ইতস্ততঃ কৰি ঘোষক মাতিলে—

: অ' কমৰেড্, কমৰেড্!

তাৰ ফিচফিচনি শুনি ঘোষ আগবাঢ়ি আহিল।

: কি হ'ল?

: হেৰি নহয়, থানুক আমাৰ লগতে ৰাখোঁ নেকি?

: নাই নাই, আপুনি নিব নালাগে। তাত ভাল কাম কৰি আছে যেতিয়া তেওঁক লৈ অহাটো ক্ষতিকৰো হব। মইতো কিছুদিন অঞ্চলতে থাকিম; তেওঁক মই চাম। ৰাঙাপাৰাৰ পিনে কমৰেডে কিন্তু এবাৰ গৈ আহিব লাগিব কিছুদিনৰ কাৰণে।

আহিব। সিতো আহিবই। তাৰ জীৱনৰ যে কামেই হৈছে লোকৰ কাৰণে ক্ষেত্ৰ তৈয়াৰ কৰা। কেৱল সংগ্ৰামতে নহয় সকলো ক্ষেত্ৰতে লোকৰ বাবে খেতিৰ পথাৰ মুকলি কৰোঁতেই তাৰ জীৱনৰ ইমানখিনি কাল গ'ল। সি আহিবই; নহাকৈযে সি থাকিবই নোৱাৰে।

অন্তৰ উথলি ওলাই আহিব খোজা অশ্ৰদ্ধাখিনি কোনোমতে চেপি থৈ কলে—

: আহিম কমৰেড্! আপুনি মাতি পঠালেই আহি পাম।

সি আৰু এবাৰ কিবা কব খোজোঁতেই মানুহৰ গুণগুণনি শুনিলে। ঘোষে সংকোচজড়িত কণ্ঠেৰে সুধিলে—

: মানুহ আহিছে।

: আহক। আমি একেদৰেই গৈ থাকিম।

মানুহবোৰ একেবাৰে কাষ পাইছিলহি। এনেতে এজনৰ লাইটৰ পোহৰ সিহঁতৰ গাত পৰিলহি, বিজুলী সঞ্চাৰে তাৰ প্ৰতিক্ৰিয়া হ'ল। কেইজন মানুহ হুৰ্ হুৰ্ কৰে পথাৰলৈ নামি গ'ল আৰু হৰি-বিষ্ণু-কৃষ্ণ-ভগবান এনেদৰে বিভিন্ন নামেৰে ঈশ্বৰৰ কৃপা ভিক্ষা কৰিলে। দলৰ সাহীয়াল আদহীয়াজনে সকলোকে আশ্বাস দিয়াৰ মনেৰে এই মাত্ৰ দেখা দিয়া অশৰীৰী ব্ৰহ্মদৈত্য দুটাক উদ্দেশ্য কৰি কলে—

ঃ আমাক একো কাৰ দোষ নধৰিবি দেই ভাইহঁত। আমি তহঁতৰ বাটা বন্ধ কৰা নাই।

নিজৰ দলৰবোৰক সম্বোধন কৰি কলে মানুহজনে—

ঃ ব'ল ব'ল, লোকৰ এই সময়ত থানে থানে ঘূৰি ফুৰাৰ সময়। ব'ল, ভয় নকৰিবি, আমাৰ নিজৰ ভাগে গৈ থাক। কৃষ্ণ-কৃষ্ণ হৰি……

তলে তলে সি বেচ আমোদ পাইছিল। আদহীয়াজনৰ স্বগতোক্তিবোৰ শুনুৱা হোৱাতহে সি ঘোষৰ গাত আঙুলিৰে খোচ মাৰি তেওঁৰ মনযোগ আকৰ্ষণ কৰিলে। ঘোষৰ আড়ষ্টতা তেতিয়াও শেষ হোৱা নাছিল। সি কিবা এধাৰ সুধিছিল; তেওঁ কিন্তু ভালদৰে শুনা নাছিল। তাৰো দ্বিৰুক্তি কৰিবৰ মন যোৱা নাছিল। মন তাৰ তন্ময় হৈ পৰিছিল আগৰ বাৰ এই অঞ্চলত কাম কৰোতে এদিন গভীৰ দুৰ্যোগপূৰ্ণ ৰাতিৰ এন্ধাৰত সি কৰা আন এটা অভিযানৰ কথা ভাবি।

সেই সময়ত সি আশ্ৰয় লৈছিল ভকতপাৰাৰ পূবে কানুৰাম মচাহাৰি গাওঁবুঢ়াৰ ঘৰত। গাভৰু জীয়েকহঁত থকা ঘৰটোতে সি অফিচ পাতি লৈছিল। কিয়নো সাধাৰণতে বাহিৰা মানুহে সেইপিনে নাযায়! অঞ্চলৰ কৰ্মীসকল ৰাতি বিয়লি আহে আৰু তাৰ পৰা দিহা পৰামৰ্শ লৈ যায়হি। মাজে মাজে সুযোগ পালেই গাঁৱৰ গাভৰু জাকে মনে মনে গান শিকেহি—

ঘুজিগান্ জংলাই ঘুজিগান্

থৈনাহা লাগৈ ঘুজিগান্… বুলি।

জোৰদাৰ চলিছিল দলৰ অভিযান। এনেতে এদিন সেই ঘটনাটো ঘটিল য'ত পুলিচক ঘেৰাও কৰাৰ অপৰাধত পুলিচে জনতাক ছত্ৰভংগ দিয়াবলৈ গুলী চলাইছিল আৰু গুলীবিদ্ধ লৈ এজন ডেকামানুহৰ খিতাতে মৃত্যু হৈছিল।

দিনৰ ভাগতে সি আৰু এগৰাকী কৰ্মীৰ সতে ৰবীন্দ্ৰ ঘোষক অন্য গাঁৱৰ পিনে পলুৱাই পঠাই দিছিল। কিয়নো ঘটনাটোৰ সময়ত ঘোষ ৰাইজৰ লগতে আছিল।

সি ৰাতি দহমান বজাত দিনৰ সেই ঘটনাটোৰ বিষয়েই এটা প্ৰতিবেদন যুগুতাই আছিল। এনেতে ডেকা কৰ্মী এজনে ফোপাই জোপাই আহি খবৰ দিলেহি যে, সদৰৰ পৰা পুলিচ আহিছে আৰু আজৰাতি "ৰেইড্" হোৱাৰ কথা।

খবৰটো পাই সি তুৰন্তে অম্বাগাঁৱলৈ যাবৰ বাবে সাজু হ'ল। কিয়নো ইয়াত নাপালে নিশ্চয় পুৱতি নিশা ঘোষক বিচাৰি সেইপিনে অভিযান চলাব পাৰে। সিহঁতৰ তেভাগা আন্দোলন সেই অঞ্চলত বিশেষকৈ জনজাতি গাওঁবোৰতহে চলিছে। পুলিচে ভালদৰে সেই কথা জানে। গতিকে বিচৰা মানুহজনক ইয়াত নাপালে সেই অম্বাগাঁৱৰ পিনেই বিচাৰিব স্বাভাৱিকতে।

ভৰ বাৰিষা তেতিয়া। আলিবাটেৰে ঘূৰি গলে অম্বাগাঁৱলৈ সি থকা ঠাইৰ পৰা কমেও কুৰি মাইলৰ বাট। তদুপৰি সেই বাটে পুলিচৰ সতে ভেটাভেটি হোৱাৰো আশংকা থাকে। কাজেই কাউৰী উৰা বাটেৰে যাব লাগিব। এই বাটে গলে অৱশ্যে যদিও মাত্র সাত মাইল মান দূৰ, মাজতে তিনিখন বাৰিষাৰ বোৱাল ভৰা নদী পাৰ।

ডেকা কমৰেডজনক বাট চিনাই দিবলৈ লগত লৈ সি কাউৰী উৰা বাটেৰেই গৈ নিশা দুইমান বজাত অম্বাগাঁও পাইছিলগৈ পানীত তিতি বুৰি জুকলি জুপুৰি অৱস্থাত। ডেকা কমৰেডৰ চকুৰে মুখে লাগি আছিল বিস্ময়াবহ অভিজ্ঞতাৰ উত্তাপ।

ছবিৰ দৰে সেই ৰাতিৰ কাহিনীবোৰ তাৰ মনলৈ আহিল। কি যে নাম আছিল সেই নদীখনৰ? খুব যে মৰমলগা নাম!

: কমৰেড্ অম্বাগাঁৱৰ সেই নদীখনৰ নাম কি আছিল?

: কোনখন? তাততো কেবাখনো নদী আছে?

: সেই যে, স্বামীৰ মৃতদেহ লৈ নাৱত বেহুলা সতীয়ে পাৰ হৈ অহা নদীখন?

: অ' কান্ধত জীৱন্ত ডেকা কমৰেড এজনক লৈ ৰাভা কমৰেডে সাতুৰি পাৰ হোৱা চন্দনা নৈখনৰ নাম সুধিছে?

: মই নদীখনৰ নামটো শুনিলেই ৰোমাঞ্চিত হৈ পৰোঁ। চন্দনা নামটো যে কিমান ভাল লাগে।

: আৰু কানু চৈধ্য হাড়িৰ নামটো শুনিলে?

সিহঁতে ইতিমধ্যে ভেশছন এৰি স্বাভাৱিক হৈছিল। কানু গাঁওবুঢ়াৰ সেই অৰ্থবহ নামটো ঘোষৰ মুখত শুনাৰ লগে লগে সি সশব্দে হাঁহি দিলে। ঘোষে শংকিত হৈ দুয়োকে ঘেৰি থকা জংঘলৰ চাৰিওপিনে চকু ফুৰালে। সি সহজভাৱে হাঁহি হাঁহি কলে—

: এৰা, লোকে চৈধ্য ভুবন দেখুৱায়। তেওঁ যেনিবা দেখুৱায় চৈধ্যটা

হাড়ি খাই হজম কৰাৰ শক্তি। একে বহাতে ইমানটা হাড়ি শেষ কৰিও লোকৰ একোটোৱেই নহয়।

: আপোনাৰোতো একো নহয়!

: সেয়েতো মদ খোৱা আৰু মদে খোৱাৰ মাজত পাৰ্থক্য।

ঘোষে কিবা এষাৰ কব খুজিও বৈ গ'ল। কিয়নো প্ৰশংসা কৰিলে সি মনত বৰ আঘাত পায়। তেওঁৰ মনলৈ তেনে কত দৃশ্য আহি গ'ল হঠাৎ। এবাৰ উলুবাৰীৰ সৰ্বানন্দ বড়োৰ ঘৰত আছিল সি। তালৈকে কিবা এটা জৰুৰী খবৰ দি ৰমলা নে নীলুক পঠাই দিয়া হৈছিল। বাহিৰৰ পৰা খবৰ দি পঠোৱাৰ পাচতো সি ওলাই নাহিল। তেহে যেনিবা বড়োৱে ওলাই আহি কলেহি যে, সি খাই আছে; তেওঁলোক পাচত আহিব। সি মদখাই থাকিলে তাত কম বয়সীয়া অথবা মহিলা কৰ্মী যোৱা মানা আছিল।

ঘোষে পিচে এইবোৰ একোকে নকৈ মাথোন কলে— তাৰ প্ৰচলিত নামটোৰ কথা –

: গাওঁবুঢ়াই পিচে কমৰেডকো ভাল নামটো দিলে।

: অঁ জুমাইসিং নামটো! বডো ভাষাত জুমাই মানে মদ। বেয়া হোৱা নাই; নামটো নহলেও অন্ততঃ বদনামটো ৰাখি যাব পৰা হব। সেয়া দৰাচলতে কিন্তু বিকৃতাৰ্থতহে। আচলতে নামটো দিছিল জ'মৈচিং বুলি। জ'মৈ মানে মেঘ জ'মৈচিং মানে মেঘনাদ।

কথাষাৰ কৈয়ে সি হো-হো কৈ হাঁহি দিছিল। ঘোষে এইবাৰো সন্তুষ্ট হৈ চাৰিওপিনে চাইছিল। পূবৰ পিনে দূৰত নাম নজনা ডাঙৰ গছ এজোপাৰ ওখ ডালত বহি ফেচু চৰাই এজনীয়ে চিঞৰি চিঞৰি জাৰৰ বেলিটোক মাতি মাতি যেন ভাগৰি পৰিছিল।

: আপোনাক গোৱালপাৰাৰ অবিনাশবাবুৰ ভায়েকহঁতে কি বুলি নাম দিছে কমৰেড্?

: এৰা, বুজিছোন মইও সেই ধূৰ্ত্ত কৃষ্ণটোৰ দৰে হৈ পৰিছোঁ। যাৰ যি মুখত আহে সেই নামকে দি মাতে।

: নহয় সমৰহঁতে যে নতুনকৈ কিবা এটা নাম দিছে? সেই চৰাইজনীৰ নামেই নহয় জানো?

: অঁ ফেৰেংগাদাও।

নামটো উচ্চাৰণ কৰাৰ লগে লগে এটা দীঘল হুমুনিয়াহ তাৰ অন্তৰ উগাৰি ওলাই আহিল। নামেই সাৰ হৈছে তাৰ। ক'ত হব সি ফেহুচৰাই! নিতউ পুৱাতে নিদ্রিত জনক জগোৱা, সক সক নিশকতীয়াবোৰক শক্তিমানৰ নৃশংস অত্যাচাৰৰ পৰা ৰক্ষা কৰা— ক'ত পাৰিব সি ফেহুচৰাইৰ দৰে ইমান কঠিন দায়িত্ব পালন কৰিবৰ্লৈ!

সি পুব পিনে ফেহুজনীলৈ.ক চালে আৰু ঘোষলৈ চাই সেমেকা হাঁহি এটা মাৰি কলে—

: জাৰৰ বেলি, ওলাওতে বৰ দেখি হয়।

ঘোষে যেন তাৰ মনৰ কথাটো বুজি পালে তেনেদৰে কলে—

: ফেহুজনীয়ে কিমান সময়ৰ পৰা যে চিঞৰি আছে! পুবৰ আকাশখনে মৰহা জবাফুলৰ ৰং ধৰিছে। আপুনি শিকোৱা সেই প্রভাতী গানটোৰ সময় হৈছে।

: অঁ, সেই যে হবে' চাৰ্জাহা চ'ৰাং জাবাই··· দাওঁচা দাওলা ইফু' ইন্লা···

: সেই গানটো আজিকালি মানুহে নোগোৱাই হ'ল।

: বিপ্লৱৰ উষ্মা নাই যে তাত। এই 'যুজিগৌন যুজিগৌন'' গানটোৱে যদি "আমাৰ মৃত্যুলৈকে যুজিম" বুলি নকৈ "আমি যুঁজি যুঁজি মৰিম" বুলি ৰচিলোঁহেঁতেন বকৰা কমৰেডে গোৱাটোকেই বন্ধ কৰি দিলেহেঁতেন। আচলতে মই আগতে 'যুঁজি যুঁজি মৰিম" বুলিয়ে লিখিছিলোঁ। তেখেতে শুনি কলে যে নহব। মৰিবলৈকে আমি যুঁজিম কেলেই? আমি মৃত্যু পৰ্য্যন্ত যুঁজি যাম জিকিবৰ কাৰণেহে। পিক্যুলিয়াৰ মানুহ!

: মোৰতো ভয়েই লাগে তেখেতৰ কথা শুনিলে।

বকৰা খিহে চিৰিয়াচ, ভয় নকৰিও নোৱাৰি। কিন্তু বহুতে তেওঁক ভয় কৰে, তেওঁৰ জ্ঞানৰ বাবে। দলৰ প্ৰায়বোৰেই তেওঁ আকৌ শ্ৰদ্ধাৰ পাত্ৰ অগাধ পাণ্ডিত্যৰ গুণত। তাৰ অৱশ্যে ভয় তেওঁৰ চিৰিয়াচনেছৰ বাবে। তাৰ মনত পৰিছিল চিলাপাহাৰৰ নামনিৰ গাওঁখনৰ সেই কাহিনীটো। জ্যোতিপ্ৰসাদৰ গান গোৱালৈ তেওঁযে তাক কঠোৰ সমালোচনা কৰিছিল আৰু সতৰ্ক কৰি দিছিল।

জংঘলৰ মাজৰ নৈখনৰ কলাফুল চুৱা পানীত মুখ-চকু ধুই লৈ দিনটোৰ বাবে জংঘলতে সোমাই থকাৰ কথা ভাবিলে। তাৰ অৱশ্যে দিনটো কেনেকৈ' কটাব চিন্তাও হ'ল। বকৰা লগত থকাহেঁতেন কথা নাছিল। কথা পাতি

শাস্তি দিনটো কটাই দিব পৰা গ'লহেতেন স্বচ্ছন্দে। ঘোষে জানে; কিন্তু মস্কিল হ'ল, কথা নকয়।

সি কান্ধৰ পৰা মোনাখন নমাই এজোপা গছৰ তলত কমকৈ নিয়ঁৰ পৰা ঠাই এডোখৰত বহি ললে; আৰু চাধাপান্তৰ টুকুৰা কেইটামান লৈ হাতৰ তলুৱাত মোহাৰি মোহাৰি ঘোষৰ সতে গোটেই দিনটো যে কি কৰি কটাব তাকে চিন্তা কৰিলে!

অলপ পাচত ঘোষ তাৰ ওচৰতে বহিলহি আৰু বলে যে, তেওঁ অলপ আগবাঢ়ি চাই আহিছিল; সিঁহত আচলতে এখন ডাঙৰ পথাৰৰ কাষৰ হাবি এডৰাত বহি আছে। গাঁৱলৈ বেচ দূৰ আছে।

সি তেওঁৰ কথাৰ উত্তৰত কলে যে, আৰু অলপ আগতে অহা হলে আহিনাহঁতৰ গাঁৱত একেবাৰে পুৱাতে সোমাব পাৰিলেগৈহেতেন। সেইখন গাঁৱলৈ আৰু চাৰি মাইল বাট। এতিয়া গলে মানুহে দেখিব সিহঁতক; কিয়নো ধুলিয়া-ধানৰ মাটি চহাবলৈ এতিয়ামানে গাঁৱৰ মানুহ নিজ নিজ পথাৰত নামিলেই।

গধুলি যেতিয়া আহিনাহঁতৰ পদূলিমুখ পালেহি আহিনাৰ ঘৈণীয়েকে দেখিও মুখখন ঘূৰাই উভতি গ'ল। ভাইৰ ভমক দেখি তাৰ মনে মনে হাঁহি উঠি গৈছিল। ঘোষে অৱশ্যে প্ৰমাদ গনিছিল। অৱশ্যে সি নিঃসংকোচে ভিতৰলৈ সোমাই যোৱা দেখি তেৱোঁ পিচে পিচে গৈ আছিল। চোতালত ঘৈণীয়েকক দেখি সি হাঁহি হাঁহি সুধিছিল আহিনা ঘৰত আছে নে নাই বুলি। উত্তৰত তাই হুটামাতেৰে 'নাই' বুলি কৈ মুখৰ ভিতৰতে কিবা ভোৰভোৰাই উঠিল। আহিনাই বোধকৰোঁ বেৰৰ জোলোঙাৰে সিহঁতৰ গতি গোত্ৰ ইমান পৰে লক্ষ্য কৰি আছিল। ঘৈণীয়েকে নাই বুলি কোৱা শুনি সি নিজেই দুৱাৰমুখলৈ ওলাই আহি সিহঁতক ভিতৰলৈ মাতি লৈ গ'ল। ঘৰৰ মানুহজনীয়ে খঙতে ভোৰভোৰাই আঁতৰি যোৱা দেখি আহিনাই কিবা এষাৰ কব খোজোতেই সি চাকি এটা আনিবলৈ কলে।

ভিতৰৰ আন্ধাৰত দুয়োকে থৈ আহিনা কোনোবা পিনে চাকি বিচাৰি গ'ল। চাকি নেপাই বাহৰ চটি এডালকে লৈ তুঁহৰ জুইকুৰা ফুৱাই জ্বলাবলৈ যত্ন কৰিলে; আৰু ফুৱাই থকাৰ মাজতে তাৰ কুশলবাৰ্ত্তা সুধিলে। কুশলবাৰ্ত্তা সুধিলে সি অৱশ্যে আমোদ পায়। পৰিয়াল-পৰিজন কেৰে নোহোৱা মানুহ এজনৰ আকৌ কুশলবাৰ্ত্তা! সি ভালে ভালে তেওঁৰ ঘৰ পালেহি, তাত বেলেগ কুশলবাৰ্ত্তা জনাবলগীয়া কি থাকিব পাৰে ভাবি সি কৌতুক বোধ

কৰিলে।

তেওঁৰ ফুঁ লাগি ৰঙা পৰি এই জ্বলে এই জ্বলে হোৱা তুহৰ জুইৰ পোহৰত তেজাল দেখা আহিনাৰ মুখখনলৈ চাই সি কলে —

: মোৰ আকৌ কি খবৰ থাকিব? ৰাতি ভকতপাৰাৰ পৰা আহি এই তোৰ ঘৰ পালোঁহি—সেয়ে খবৰ। লগত কমৰেড্ তালুকদাৰকতো দেখিছই। এতিয়া তোৰহে খবৰ লাগে।

তেওঁৰ আকৌ কি খবৰ! তেওঁৰ নিজাকেতো একো খবৰ নাই পুলিচৰ হাতত ধৰা নপৰাকৈ পলাই ফুৰাত বাদে। তাৰ যিটো খবৰ সেইটোৱেই এই অঞ্চলৰ খবৰ। আহিনা ৰাভাই ভাবিলে।

: জমিদাৰৰ হাতত চৰেই পৰাজয় স্বীকাৰ কৰিছে আতা! মানুহবোৰে পুলিচৰ অত্যাচাৰৰ ভয়ত জমিদাৰক আকৌ ধান দিয়া আৰম্ভ কৰিছে। মই যেনিবা পলাই ফুৰিছোঁ৷ আজি অ'ত কালি ত'ত কৰি চিকাৰীৰ ভয়ত চোং সলোৱা হৰিণা পহুৰ দৰে। জমিদাৰেও নিজৰ বিজয় ঘোষণা কৰি খেতিয়ক-ৰায়তৰ গাঁৱত পতা ইমানদিনৰ ভঁৰালবোৰ তুলি নি দূৰত নিজৰ সম্বন্ধীয় মানুহ থকা গাঁওত পাতিছেগৈ। এতিয়া ৰায়তে নিজৰ খৰচত খাজানাৰ ধান নি সেই ভঁৰালবোৰত দিবলগীয়াত পৰিছে। মানে লওঁ বুলি প্ৰতিশোধ লৈছে প্ৰকাশ্য ভাৱে আৰু প্ৰকাৰান্তৰে দেশৰ আইনৰ সহায় লৈ।

: কিন্তু স্বাধীনতাৰ আগতেতো জমিদাৰে মাত্ৰ খাজানাহে লৈছিল! সেই কথাটো মানুহক বুজাই দিয়া হোৱানাই কেলেই?

: এশবাৰ দিয়া হৈছে। সিহঁতে নিজেও জানে। কিন্তু জমিদাৰ এতিয়া সৰ্বশক্তিমান। আৰু আমিবোৰ হলোঁ নিৰ্বীৰ্য সহায়হীন।

: সেই গতিকেইতো কমৰেড্ বৰুৱাই কয়—ইয়ে আজাদী ঝুথা হ্যেয়। চীফ চাম্‌ড়াকা বদল্।

ঘোষৰ কথাবাৰ শুনি আহিনাই তেওঁৰ মুখলৈ চাই খন্তেক থমকি ৰ'ল। ইতিমধ্যে চটিডালেৰে চাকি এটা বিচাৰি আনি জ্বলাই লোৱা হৈছিল। মাটিৰ কেঁচা মজিয়া আৰু হাঁপানি ৰোগীৰ কামীহাড়ৰ দৰে কামীবোৰ ওলাই থকা কেঁচা মাটি লিপা বেৰবোৰে চাকিৰ পোহৰটো দুখলগা ভাৱে ম্লান কৰি তুলিছিল। ঘোষে আহিনাৰ চকুলৈ চোৱাত তেওঁ দৃষ্টি ঘূৰাই তলমুৰ কৰি বিনম্ৰভাৱে কলে—

: তালুকদাৰ কমৰেড্, মই আকৌ বৰুৱা কমৰেডৰ কথাবাৰো মানিলবলৈ

টান পাওঁ। অৱশ্যে মই বেছি লেখা পঢ়া নজনা মূর্খ মানুহ। মোৰ ভুলো হ'ব পাৰে। কিন্তু মই ভাবোঁ, আমি নোৱাৰিলেও আমাৰ সন্তি-সন্ততিসকলে ইয়াৰ প্ৰতিকাৰ কৰিব। আমি সেই সুখৰ দিন চাবলৈ জীয়াই নাথাকিব পাৰোঁ; কিন্তু চাব কমৰেড্! এদিন নহয় এদিন সেই সুদিন আহিবই। ইয়াৰ বাবে মোৰ বোধেৰে স্বাধীনতা লাভ এটা লেখত লবলগীয়া ঘটনা। এই স্বাধীনতা লাভৰ বাবেই আমাৰ ল'ৰাছোৱালীবোৰে মুক্তভাৱে ভাবিবলৈ শিকিব পাৰিব।

আহিনাৰ কথাখিনি শুনাৰ লগে লগে মনৰ কোঠাৰ বিভিন্ন অৰ্গল হঠাৎ মুক্ত হৈ পৰা যেন বোধ হ'ল তাৰ। কথাখিনি যুক্তিৰে উৰাই দিয়াটো তাৰ বাবে কোনো কথাই নাছিল। কিন্তু আহিনাৰ কথাখিনিৰ অন্তৰালত নিহিত থকা প্ৰতিটো অনুভৱকে তাৰ শ্ৰদ্ধা কৰিবৰ মন গ'ল। সি মাথোন আহিনাৰ দুবাহুত ধৰি জোকাৰি জোকাৰি ক'লে—

: চাব্বাচ নাতি, কিন্তু ধান পকোতে যে এতিয়া টুনীৰ মৰণ হয়!

: আতা, এই ধানৰ পক ধৰালৈকে এটা দুটা কিয়, টুনীৰ হয়তো সমগ্ৰ এটা পুৰুষ নিশ্চিহ্ন হৈ যাব পাৰে। তয়েতো কৈছিলি আমাৰ ইয়াত প্ৰথম মিটিং কৰাৰ দিনা, যে আমি চৰমতম ত্যাগৰ বাবে সাজু হব লাগিব। তাৰ সুফল আজি কিয়, আমাৰ জীৱনতো নহব পাৰে, হয়তো উঠি অহা এই পুৰুষটোৱেই তাৰ ফল নেদেখিব পাৰে। কিন্তু এদিন যে ফল লাভ কৰিম আৱশ্যম্ভাৱী কথা।

উত্তেজনাত কথাকিটা শেষ কৰিয়ে তেওঁ সচেতন হৈ পৰিছিল। ঘৰৰ মানুহজনীয়ে ইতিমধ্যে সিহঁতৰ কাষত থৈ যোৱা লাওপানীৰ সক কলহটো নিজৰ কাষলৈ টানি আনি তেওঁ অপৰাধীৰ দৰে কৈছিল—

: মইও এটা বলিয়া! নিজৰবোৰহে বলকি গৈছোঁ। তহঁতৰ কথালৈ মনেই কৰা নাই। ল, ইয়াকে খা। ৰাতি টোপনি খতি, দিনটো লঘোন, হাবিয়ে বননিয়ে নিশাচৰ জন্তুৰ দৰে ঘূৰা, বেচ চলিছে আমাৰ সংগ্ৰাম!

: বাদ দে সেইবোৰ। এতিয়া ক' তোৰ কি প্লান?

: একো নাই। হাইকমাণ্ডৰ মতে গা-ঢকা দি থকা কিছুদিনৰ বাবে।

: গুলী মাৰ তোৰ হাইকমাণ্ড! কলিকতাত বহি মধ্যবিত্ত স্বপ্নত বিভোৰ হৈ সিহঁতে সৰ্বহাৰাৰ সংগ্ৰাম চলায়! বোকা-পানীৰ সতে সম্পৰ্ক নথকা সেইমখাই কৃষক-বনুৱা সংগ্ৰামৰ কথা কি বুজি পাব! তই গা-ঢকা দে,

কিন্তু বঙা খাটাত খাম উঠিলেই যেতিয়া বেফিকিৰ কামত নামি পৰ্‌।
আচ্চা চন্দ্ৰ ক'ত আছে বাৰু?

: মই ঘ'ত আছোঁ। মাটিৰ তলত। অৰ্থাৎ আন্দাৰগ্ৰাউণ্ড্‌। তাৰতো অৱস্থা মোতকৈও বেয়া। ভঁৰালকে ভঁৰাল ধান গৰু ছাগলীয়ে খাই নষ্ট কৰিছে। ঘৰৰ বাচন-বৰ্ত্তন, বাকচ-পেৰা— সিহঁতৰতো আগৰ অৱস্থাপন্ন ঘৰ— চব কোবাই, দলিয়াই নষ্ট কৰিছে পুলিচবোৰে মানুহ বিচাৰি নোপোৱা খঙত। ঘৰৰ ল'ৰা-তিৰোতা কোন ক'ত আছে পাত্তাই নাই। ভায়েক থানুটো হেনো ভকতপাৰাৰ পিনে ক'ৰবাত লুকাই আছেগৈ।

চন্দ্ৰহঁতৰ খবৰ শুনাৰ লগে লগে তাৰ মনত পৰিছিল সি যিদিনা প্ৰথম চন্দ্ৰহঁতৰ তালৈ আহিছিল সেই দিনটোৰ বিশেষ দৃশ্য কেইটামান। তেতিয়া আন্দোলন সিমান জোৰদাৰ হৈ উঠা নাছিল। কিন্তু ইতিমধ্যে কৃষকৰ বিশেষকৈ জমিদাৰী খাতৰ ৰায়তৰ গাওঁবোৰ'ত তলে তলে জাগৰণ আহি পৰিছিল। সি চন্দ্ৰহঁতৰ ঘৰলৈ বুলি তেওঁলোকৰ পথাৰৰ মাজেদি যাওঁতেই সেই জাগৰণৰ লক্ষণ দেখিছিল। চন্দ্ৰহঁতে সেইসময়ত পথাৰত মাটি মৈয়াই আছিল। চন্দ্ৰ আছিল সন্মুখৰ মৈথনত টুল এখনত বহি। পিচত আছিল ঘৰৰ কামকৰা ল'ৰা দুটা। সিহঁতো চন্দ্ৰৰ দৰেই মৈত লগোৱা টুলত বহি মাটি মৈয়াই গৈ আছিল। পিন্ধনত গিৰিহঁতৰ দৰেই খাকী পেণ্ট আৰু গেঞ্জি। অপূৰ্ব এক দৃশ্য।

তাক দেখি চন্দ্ৰই মৈথন খুলি দি ঘৰলৈ আহিছিল। আৰু আবেলি চন্দ্ৰই নিজে সজা বাগীখনত উঠি ৰাইজে খোৱা জমিদাৰী খাতৰ মাটিবোৰ আৰু জমিদাৰৰ ভঁৰালবোৰ সি চাই আহিছিল।

তাৰ আজিও মনত পৰে, চন্দ্ৰই কিদৰে উত্তাপহীনভাৱে কাহিনীবোৰ তাৰ আগত বৰ্ণাই গৈছিল বাগীত উঠি গৈ থাকোতে। ইমান নিষ্ঠুৰতাৰ কাহিনীবোৰ যে কোনোবাই এনে নিৰুত্তাপ কথাৰে মুখ চকুৰ অকণো বিকৃতি নঘটাকৈ বৰ্ণাব পাৰে চন্দ্ৰৰ সেইদিনাৰ কথাবোৰ সি নিজে নুশুনাহেতেন হয়তো সি বিশ্বাসেই নকৰিলেহেঁতেন।

কথাবোৰ মনত পৰাত সি তলে তলে অকণ উত্তেজনা অনুভৱ কৰিলে আৰু আহিনাৰ পিঠিত হাত দি কলে—

: তহঁত দুয়ো কিন্তু ৰাইজৰ স্পিৰিটটো জীয়াই ৰাখিব লাগিব।

: হাইকমাণ্ডে কলেও মই এনেয়ে বহি থকা নাই। অঞ্চলৰ ধনীবোৰৰ

মাজত অনবৰত এটা ভীতিৰ ভাব সৃষ্টি কৰি অহা হৈছে।

: কিন্তু চাবি আকৌ, দুষ্টবোৰে সুবিধা লব পাৰে।

: লব পাৰে মানে? লবলৈ জানো বাকী থৈছে? আমাৰ এই অঞ্চলত এতিয়া উপর্যুপৰি ডকাইতি হৈছে। হয়তো পুলিচেই কৰাইছে সিহঁতৰ এজেণ্টৰ দ্বাৰা। তাত সিহঁতৰো লাভ হৈছে, আনহাতে আমাকো ডকাইতৰ লিষ্টত ভৰাই ৰাইজৰ ওচৰত হেয় কৰাইছে।

: তাৰ প্ৰতিকাৰ কিবা···

সি ঘোষৰ কথাবাৰ মাজতে বন্ধ কৰি দি বলে—

: নহয়নে তালুকদাৰ কমৰেড্! প্ৰতিকাৰৰতো ব্যৱস্থা লোৱা হৈছেই। তলে তলে ডকাইত-প্ৰতিৰোধী অভিযান এটা চলোৱা হৈছে। কাম নিদিয়া নহয় দিছে, কিন্তু আশা কৰা মতে হোৱানাই। সিহঁতৰ লগত পুলিচ যোগ আছেতো! আমাৰ প্ৰতিৰোধ দুৰ্বল হৈ পৰাটো স্বাভাবিক।

সি প্ৰত্যুত্তৰত কিবা এষাৰ কব খুজিছিল, এনেতে আহিনাৰ পৰিয়ালে খাবৰ বাবে একোথাল ভাত লৈ আহিছিল। সি এনেয়ে ধেমালিৰ ছলেৰে সুধিলে মানুহজনীক—

: না প্ৰান্ দোং না আবৈ ?

আহিনাৰ পৰিবাৰে উত্তৰ কলে—

: আমি কিবা কছাৰী নেকি, কছাৰী মাত যে মাতিছ ?।

: আমাক তই খুব খং খাইছ নহয় ?

: খামতো। তহঁতে আহি জমিদাৰৰ লগত আমাৰ মানুহবোৰক লগাই দিলিহি। এতিয়া আমাৰ কি সুখ হ'ল? মৰিছোঁ আমিহে, তহঁতৰ বা জমিদাৰৰতো একো হোৱানাই!

: হেই বা অ, এইজনী। কিবা খং উঠিব লাগিলে চৰত দুয়োপাৰি দাঁত সৰুৱাই দিম। আমি মৰিছোঁ কিহৰ দাহত; তাই আকৌ একো এডাল নজনাকৈ কেপ্‌কেপাই মৰিবলৈ আহিছে।

ভয়তে নিশ্চয় মানুহজনী নীৰৱে আঁতৰি গৈছিল। আহিনাৰ তেতিয়াহে হুচ হ'ল যে দুগৰাকী আলহী বিশেষকৈ ঘোষৰ দৰে নতুন আলহীএজনৰ সাক্ষাততে ঘৰৰ মানুহজনীক এনেদৰে গালি পাৰিলে—

: চ'ৰী দেই তালুকদাৰ কমৰেড, বেয়া নাপাব। এই চৰক তেনেদৰে শাসন নকৰিলে বৰ লাই পাই যায়। চ'কচোন, জগতত যেন তাইৰ ঘৰখনহে

দুৰ্গতি হৈছে। আৰু সাহসটো চ'কচোন, আতাৰ মুখে মুখে কথা কয়! চালা, কালবো কাল বিষম কাল, হৰিণাই চেলেকে বাঘৰ গাল!
সি তেওঁক উত্তেজিত হৈ পৰা দেখি আশ্বাস দিয়াৰ সুৰত কলে—
: হেৰ' সেইবুলি তই তাইক তেনেকে কবিনে? তাই কিবা তাইৰ কাৰণে কৈছেনে? তোৰ দুখ দেখিহে কৈছে। আৰু মোৰ মুখে মুখে কলেই বা তাতেইনো কি জগৰ লাগিল! মই ঘৰৰ মানুহ, মোৰ আগতে যদি তাই দুখৰ সুখৰ কথা নকয়, তেনেহলে কব কাৰ আগত!
: মই বুজিছোঁ। আবৌ, কিন্তু তাই আমাৰ মাজত মাত মাতিবলৈ আহে কেলেই?
: মাজত মাত মতানাই নহয়? মোৰ কথাৰহে উত্তৰ দিছে তাই! আৰু তোৰ দুখ দেখি সহ্য কৰিব নোৱাৰিহে কৈছে তেনেকে।
তাৰ কথা শুনি আহিনা একেবাৰে নীৰৱ হৈ পৰিল। বোধকৰোঁ নিকত্তৰে প্ৰতিৰোধবিহীনভাৱে সহি যাবলগীয়া হোৱা বিভিন্ন লাঞ্ছনাৰ কথাবোৰ মনত কৰিছিল। সি এনেতে বহাৰ পৰা উঠিল আৰু গাঁৱৰ কেইজনমানক লগ ধৰাৰ বাবে চিন্তা কৰিলে -
: আহিনা, কাৰোবাক খেদাই দেচোন, কাক কাক মাতিলে ভাল হয় মতাই আনিবলৈ। মই অলপ কথা হওঁ।
নিৰ্দেশষাৰ শুনি আহিনা এইবাৰ আৰু বেচি চিন্তিত হৈ পৰিল। কাক কাক মাতিলে ভাল হব মানে! তেনেহলেতো গোটেই গাওঁখনকেই মাতিব লাগিব। গাওঁখনৰ শেষ সাহসকণ পৰ্য্যন্ত চেপি শেষ কৰি দিছে জমিদাৰ আৰু সিহঁতৰ আজ্ঞাবহ ভৃত্য পুলিচহঁতে। ইয়াত আৰু কোন বাকী আছে যাক সাহস দিয়াৰ প্ৰয়োজন নাই। নিৰ্ভয় দিয়াৰ আৱশ্যক নহয়।
বীৰেণ, শৰৎ, ফাগুনা, মহীধৰ, নৱেশ্বৰ — এনেদৰে এসময়ৰ আপোচহীন বিপ্লবী যুৱক আটাইবোৰৰে মুখবোৰ আহিনাৰ মনত পৰি গ'ল একালৰ পৰা। তেওঁ তত্তাতৈয়াকৈ ভতিজাকটোক পঠাই দিলে মানুহবোৰক খবৰ দিবৰ বাবে।
আহিনাৰ ভাতিজাকটো ওলাই যোৱাৰ পাচত সি আকৌ নতুন চিন্তাৰ পাকঘূৰণিত সোমাই পৰিল। মানুহবোৰ হয়তো চৰেই আহিব সি মতা বুলি জানে যদি। কিন্তু মানুহবোৰ আহিলে সি বাৰু কি কব? কি কৈ তাহাঁতৰ

মনোবল ঘূৰাই আনিব? যি দুজন লোকে সিহঁতৰ ইমানদিনে নেতৃত্ব দি আহিছিল, মহীৰুহৰ দৰে আপদে বিপদে সিহঁতক আশ্ৰয় দিছিল, যি দুজনৰ ওপৰত নিৰ্ভৰ কৰি আহিছিল আশা ভাৰসাৰ একমাত্ৰ স্থল স্বৰূপে, সেই দুজনাৰে অৱস্থা সম্প্ৰতি যি ধৰণৰ নিৰুপায় নিঃসহায় হৈ পৰিছে; তেনেস্থলত আন মানুহবোৰক আশ্বাস দিয়াৰ, সিহঁতৰ মনোবল ঘূৰাই অনাৰ অৱকাশেই বা ক'ত?

হয়তো ঘোষেও ঠিক তাৰদৰেই ভাবিছিল; অৱশ্যে তেওঁ নিৰ্ভৰ কৰি আছিল তাৰ ওপৰত।

আহিনাই সেই বিষয়ে একোকে ভৰা নাছিল। মাথোন উৎকৰ্ণ হৈ ৰৈ আছিল কোনোবা আহে নেকি তাৰ বাবে। নঙলা খোলাৰ শব্দ শুনে নেকি তাৰ বাবে।





এনেদৰে হঠাৎ যে দুয়ো দুৰ্যোগৰ টোপনিত পৰিব, সিহঁতৰ একনেও আশংকা কৰা নাছিল। দুয়ো অৱশ্যে ভীষণ ক্লান্ত হৈ পৰিছিল। শত্ৰুপক্ষৰ দৃষ্টি এৰাবৰ বাবে সিহঁতে দুয়ো ভিতৰুৱা গাঁওৰ মাজে মাজে খোজ কাঢ়ি আহিছিল।

সি আহিছিল বাহিৰে বাহিৰে আহিনাহঁতৰ অঞ্চলৰ পৰা পোণে পোণে

পশ্চিমৰ পিনে। গোবেশ্বৰ, তামোলপুৰ এনেদৰে অহাৰ বাটত পৰা সকসক জনপদকো সি এৰাই আহিছিল। পগলাদিয়া নদীখন পাৰ হৈ গোৱালবিল, গড়ভিতৰ এনেকে আহি ধমধমা–বৰমা আলিবাটৰ কাষত এঘৰ মানুহৰ তাতে পুৱা সি খন্তেক জিৰাই লৈছিল।

লোকনাথ বৰুৱা আহিছিল মণিকৰ্ণেশ্বৰৰ সেইপিনে ব্ৰহ্মপুত্ৰ পাৰ হৈ একেবাৰে বোন্দাৰ পৰা। ঘগ্ৰাপাৰৰ পৰা পাইকান হৈ বালিতাৰা গাঁওপাই ৰাতি দুঘণ্টামানৰ বাবে এঘৰৰ বাটচ'ৰাত জিৰাই লৈ পুৱাতে ধমধমা-বৰমাৰ আলিবাটৰ চকটোত উপস্থিত হ'ল।

তাৰ পৰা বৰমা অভিমুখে দুয়ো গৈ থাকিল। সেইখিনি পাওতে বোধকৰোঁ দিনৰ একমান বাজিছিল। গাঁৱৰ চহকী মানুহ এঘৰৰ নঙলামুখত থকা আহত এজোপাৰ শীতল ছাঁত দুয়ো থিয় হ'লহি। আলিটোৰ সোকালৰ বহল পথাৰখনত এজনী বগলীও দেখা নাছিল সিহঁতে। ৰ'দৰ প্ৰখৰতা অসহ্য হোৱাত মানুহৰ দৰেই প্ৰাণীবোৰেও ছাঁত আশ্ৰয় লৈছিল।

ছাঁ ডোখৰত আলিৰ দাঁতিত ফলা তামোল গছেৰে সজা বেঞ্চিৰ দৰে দুখন চাংপতা আছিল। মন সামৰিব নোৱাৰি দুয়ো চাং দুখনত হাত-ভৰিকিটা পোনাই লবলৈ বুলি বাগৰ দিলে। বহল পথাৰ খনেদি সঁজাল ধৰা ধানৰ আগবোৰ জোকাৰি গুৰিৰ পানীবোৰ চুই কৰবাৰ পৰা অহা দুই এচাটি বতাহে ছাঁ ডোখৰ শীতল কৰি ৰাখিছিল। ক্লান্তিৰ হেঁচাত আৰু শীতলতাৰ আমেজত কৰ নোৱাৰাকৈয়ে দুয়ো দুৰ্ঘোৰ টোপনিত পৰিছিল।

দুপৰীয়া খোৱাৰ পাচত পথাৰলৈ যোৱাৰ আগতে গাঁৱৰ মানুহবোৰে যেতিয়া অকণ জুৰ লবৰ বাবে সচৰাচৰ অহাৰ দৰে চাটি মহাজনৰ নঙলামুখৰ সেই আহত জোপাৰ তললৈ আহিছিল, তেতিয়া তেওঁলোকৰ কোঢ়ালতহে দুয়োৰে টোপনি ভাগিছিল। অৱশ্যে চটাতে কি কৰাটো ভাল হব ঠাৱৰ কৰিব নোৱাৰি পৰিস্থিতিৰ ওপৰতে চৰ এৰি দি কাণ-জগা চকু-মুদা অৱস্থাত দুয়ো লৰচৰ নকৰাকৈ পৰি আছিল টোপনিত অচেতন মানুহৰ দৰে।

সি নেদেখাকৈ শব্দতে ঠাৱৰ কৰিছিল যে অলপ আঁতৰত কিবাকিবি অশ্লীল কথাৰ ফোৰণ লগাই মহলা মাৰি থকা জুনৰ পৰা এজন ডেকা সিহঁতৰ ওচৰ চাপি আহি দুয়োকে ভালদৰে চাই মন্তব্য দিছিল—

: অ' এই দুটাচোন মাক ( অশ্লীল ) ফৰিঙৰ ধোৰ! এটা মস্ত ডাঙৰ গাই-গাড়িয়ে আৰু-ইটোচোন খাগৰি এভালৰ দৰে ঠেলা মাৰিলেই বাগৰি পৰা!

ডেকাজনৰ কথাবাৰ শুনি আটায়ে গিৰ্জনি মাৰি হাঁহিছিল। অলপ পাচত চহকী মানুহঘৰৰ পৰা কোনোবা এজন ওলাই আহি সুধিছিল কাকো বিশেষভাৱে উদ্দেশ্য নকৰি

: কি হ'ল ঐ চেঙেৰাহঁত! কিহৰনো ইমান হাঁহিবলগীয়া কথা হ'ল।

: ঐ মহাজন। তহঁতৰ আলহী আহিছে দুজন। চাহিচোন কি আৰামত শুই আছেহি।

সি গম পাইছিল মহাজন বোলা মানুহটোৱে একেবাৰে তাৰ কাষত থিয় হৈ তাক নিৰিখি নিৰিখি চাইছিলহি।

: কৰবাত দেখা দেখ। যেন লাগে মানুহজনক!

মানুহজনে স্বগতোক্তি কৰাৰ দৰে কথাষাৰ কৈ অলপ পৰ টলকা মাৰি আছিল; তাৰ পাচত পুনৰ কলে; যেন মনেদি ইমানসময়ে ভাবি থকা ভাৱটোৱে হঠাৎ মুখেদি কথা হৈ ওলাই আহিল—

: এইটো বাৰু আমাৰ আবৌ নহয়নে?

: কোন আবৌ!

আৰু কেইটামান মানুহ তাৰ কাষ চাপি অহা সি গম পাইছিল। তাৰে এজনে সুধিছিল মহাজনক। মহাজনে তাৰ উত্তৰত কলে—

: কিয় আমাৰ ফেৰেংগাদাও আবৌ!

নামটো শুনাৰ লগে লগেই আটায়ে কাষ চাপি আহি সি শুই থকা বেঞ্চিখন ঘেৰি ধৰিলেহি। হয়, ফেৰেংগাদাও আবৌৱেই হয়। ধমধমাৰ সদৌ অসম কছাৰী সন্মিলনত তেওঁলোকে তাৰ ইমান মৰমলগা বক্তৃতা শুনিছিল। সেয়া একে ঢউ উঠা চুলি, গালৰ উঠঙা হাৰৰ আঁৰত লুকাভাকু খেলা চকু, আগজোঙা বহল নাক আৰু ঠাৰাইলাই শুষ্ঠে অৰ্থাৎ জবাপাতৰ দৰে ওঠ। হয় সিয়েই হয়। সি নহৈ আন কোনো হবই নোৱাৰে।

নিজৰ নিজৰ মনৰ ভাবেৰে তেওঁলোকৰ সন্মুখত পৰি থকা মানুহজনৰ চিনাকি সাব্যস্ত কৰোতে গোলমালৰ সৃষ্টি হোৱা দেখি মহাজনে ধমক দি উঠিল

: ৰহ, তহঁতে হাই নকৰিবিহঁকচোন। কিমান বা ভাগৰত আহি শুইছেহি! তহঁতে মনে মনে থাক। শুই ল'ক। সাৰ পালেই ঘৰলৈ লৈ যাম।

: এইটোহে কোন হ'ল আকৌ!

আন এজনৰ কৌতুহলসূচক প্ৰশ্নত মহাজনে বকৰাৰ ওচৰ চাপি কলে—

: মইও চিনা নাই। আবোৰে কোনোবা বন্ধু চাগে'। তহঁতে হাই নকৰিবি, শোৱক।

সিহঁতক দিছিল শুবলৈ। কিন্তু সিহঁতে শান্তিৰে শোৱাৰ বাবে মহাজনে প্ৰকাশ কৰা আন্তৰিক উদ্বেগৰ আতিশয্য দেখি মুদি থকা চকুবোৰো ডাঙৰ ডাঙৰকৈ মেলি মহাজনক আৰু তেওঁৰ লগৰবোৰক চাবৰ মন গ'ল। সি যেন এইমাত্ৰ সৰ পালে এনেদৰে চকুহুটা মোহাৰি এঙামুৰি দি উঠিল। তাৰ চাৰিওপিনে থিয় হৈ মানুহবোৰে উদগ্ৰীৱ নিৰৱতাৰে তালৈ চাই থকা দেখি সি সেমেকা হাঁহি এটা মাৰি কলে—

: কি হ'ল ঐ চেঙেৰাহঁত?

তাৰ প্ৰশ্নযাৰে যেন ইমানপৰে তাৰ আৰু মানুহবোৰৰ মাজত থিয় হৈ থকা হুৰ্ভেদ্য প্ৰাচীৰ এখন হঠাতে নোহোৱা কৰি দিলে এনেদৰে মহাজন প্ৰমুখ্যে আটাইবোৰেই আহি তাৰ ভৰি চুই প্ৰণাম কৰিলেহি।

: কিখন নো কৰ অ' তহঁতে! নাপায় নহয় মানুহক মানুহে প্ৰণাম কৰিবলৈ।

: ইহ্! তই জানো আমাৰ আবৌ নহৱ!

: আবৌ বাৰু হলোঁৱেই; কিন্তু ভৰি চুই প্ৰণাম কৰ কিয়?

: আমাৰ সিটো কছাৰী নিয়ম।

মহাজনে কথাষাৰ কৈয়ে ঘৰলৈ দৌৰি সোমাই গ'ল। আৰু পানী তুৰটি আনি বাটৰ ভৰি ধোৱা কাঠচলাৰ কাষতে থৈ সিহঁতক মাতিলে—

: আবৌ আহ, তোৰ বন্ধুকো মাত। আজি বাছা কেকোঁৰা পোৰাৰে ভাত খাব লাগিব আহ। তহঁতকনো কোনে ইমান পলমকৈ আহিবলৈ দিলে!

মহাজনৰ সাদৰ অভ্যৰ্থনাই তাৰ মন মুহূৰ্ত্তৰ বাবে স্মৃতিকাতৰতাৰে ব্যাকুল কৰি তুলিছিল। তাৰ মনলৈ আহিছিল ঢাকাৰ ঝালোপাৰাৰ সেই আইতাজনীৰ কথা। যিজনী আইতাই তেওঁৰ ঘৰলৈ গলেই ·মিঠা মিঠা গালিৰে সিহঁতক মূৰতেই লব নে কোচতেই লব কৰিছিল। এনেতে তাৰ মধুৰ মুহূৰ্ত্তত আউল লগাই দি লোকনাথ বৰুৱাই ·সুধিছিল মহাজনক —

: আপোনাৰ নামটো কি?

: চাটি মহাজন।

মহাজনৰ নাম কোৱা ঢঙটো দেখি সি ৰব নোৱাৰিলে—

: আং, নিজেই মহাজন বুলি কৈ লব নে ?

: এহ্ মানুহে কোৱাটোহে কৈছোঁ মই।

মহাজনৰ নিৰ্বিকাৰ বেপৰোৱা ভাবটো দেখি ভুয়োৰে হাঁহি উঠি গ'ল। মহাজনে উৎসাহ বোধ কৰি কলে—

: মোৰ নাম চাটি ৰাম ব্ৰহ্ম। নামটো মই ললোঁহে, কোনো মানুহেই মোক সেই নামদি নামাতে। চবেই চাটি মহাজন বুলিহে কয়। চবেই কয় যেতিয়া মই কলেনো কি জগৰ লাগিব !

বকৰাই মহাজনে আহত অনুভৱ কৰিব পাৰে বুলি প্ৰসংগান্তৰলৈ গ'ল। তেওঁ সুধিলে—

: খাবলৈ যে মাতিছে, ভাত জানো আছে চকত ?

মহাজনে উত্তৰ দিয়াৰ আগতেই সি কলে—

: কমৰেড্ ইমান জোখা কৰি কামবোৰ কৰিব জ-া হলে এওঁলোকৰ অৱস্থা এইদৰে নাথাকিলেইহেঁতেন। ঘৰত যদি খাওঁতা বাৰজন, ভাত ৰান্ধিব এটা সকলুৰা ভোজৰ।

অলপ পাচতে সিহঁতৰ খোৱা বোৱা হৈ গ'ল। সি পৰম তৃপ্তিৰে খালে। বকৰাই সচৰাচৰ দৰে কাঁহীত দিয়া ভাত-আঞ্জা লিৰিকি-বিদাৰি উঠিল। সি আহি বাহিৰৰ চোতালত ঘৰৰ ছাঁত বহি বৈ থকা মানুহজাচৰ মাজতে বহি ললেহি। বকৰাই গাঁওখন এপাক চাই অহাৰ মনেৰে ওলাই গ'ল। কঠালবাৰী গাঁৱলৈ এয়ে প্ৰথম সিহঁত আহিছে।

গাঁওখনত মাত্ৰ পচিশ ঘৰহে মানুহ আছিল। গতিকে গাঁওখন চাই উভতি আহোতে বকৰাৰ অকণমানহে সময় লাগিছিল। বকৰাই আহিয়েই তাক সুধিলে—

: কমৰেড্, ইয়ালৈ আগতে আহিছিল নেকি আপুনি ?

: কি দুখত মৰিবলৈ আহিম ইয়ালৈ ?

: আপুনি পিচে ইয়াৰ ঘৰ, ইয়াৰ মানুহ—এইবোৰক যেন বহুত দিন আগৰ পৰাই জানে·····  ··

: মোৰ জন্ম জন্মান্তৰৰ চিনাকি ইহঁত। হয়নে নহয় অ' ?

তাৰ ধমকত ইমানপৰে অবাক হৈ তাৰ পিনে চাই থকা মানুহবোৰে চক খাই কলে—

: হয় আৰো !

: কি হয় ?

: তই কোৱাটো আৰৌ।

: মইনো কি কলোঁ ?

: জানো! তই কি কলি তইহে জান। আমি আকৌ কেনেকে' জানিম! মহাজনৰ কথা শেষ হোৱাৰ লগে লগে তাৰ প্ৰচণ্ড হাঁহিটো শুনি গাঁৱৰ মানুহবোৰে স্বৰগ পৰা মানুহৰ দৰে নিৰ্বাক নিস্পন্দ হৈ ৰ'ল। হাঁহিটো সামৰি হঠাৎ বিমৰ্ষ হৈ সি কলে—

: কমৰেড্, এইবোৰেই আমাৰ মানুহ। ইহঁতকে আগবঢ়াই নিবলৈ আমি সংগ্ৰামত নামিছোঁ। অনুভৱ কৰিব পাৰিছেনে কি অসম্ভৱক আমি সম্ভৱ কৰি তুলিব লাগিব? এইবোৰেই আমাৰ গ'নাই গ'চনি হালোৱা নংগ্ৰা চেংগ'ৰা— স্বাধীনচিতীয়া হালোৱা, ডেকা বণুৱা।

বৰুৱাই হা না একোকে নকলে। ইমান দিনে তাৰ মুখত শুনি অহা বড়ো গীতটোৰ প্ৰথম শাৰীটোৰ অৰ্থ এনে কিবা এটাই যে হব তেওঁ প্ৰথম শুনাৰ দিনাই অনুমান কৰিছিল। তেৰোঁ স্বাধীনচিতীয়া হালোৱা ডেকা বণুৱা কেইজনৰ নিৰ্ভাবনাৰে অনুজ্জ্বল হৈ পৰা মুখবোৰলৈ চাই তাৰ দৰেই হতাশ হ'ল। হতাশা প্ৰকাশ নকৰি তেওঁ মাথোন কলে—

: আমাৰ ষ্ট্ৰেটেজিত ক'ৰবাত নিশ্চয় গলদ আছে। আমি আচলতে সমস্যাৰ সামগ্ৰিক উপলব্ধিত ব্যৰ্থ হৈছোঁ। উই আৰ চিম্প্লি ৰিএক্টিং টু চাৰ্টেন চাৰ্কামষ্টেঞ্চেচ। সেইটো সুদূৰ প্ৰসাৰী কৌশল নহয়। সেয়া হ'ল শ্বৰ্ট টাৰ্ম লজিষ্টিক্চ্ টু মিট এক্সিজেঞ্চিচ্।

বৰুৱাৰ কথা শুনি তাৰ মনত পৰিছিল আহিনাহঁতৰ গাঁৱত সেইদিনা ৰাতি লগপোৱা ডেকা কেইজনৰ ক্ৰোধান্বিত মুখকেইখন। এজন ডেকাইতো ঘোষৰ কথা এবাৰৰ প্ৰত্যুত্তৰত উত্তেজিত হৈ গোৰগোৰাই উঠিছিল—

: বীৰভূম থিছিচ্, বীৰভূম থিছিচ্! সেইটো গলাই পগাই খোৱা বস্তু নেকি? নে ডিঙিত অলংকাৰ কৰি পিন্ধিব লাগিব! বীৰভূমত চাওঁতাল কৃষকসকল চিৰস্থায়ী বন্দোবস্তিৰ অধীনৰ ৰায়ত। তেওঁলোকৰ আৰু আমাৰ সমস্যাৰ মাজত আকাশ-পাতাল প্ৰভেদ। তাৰ উদ্বাস্তুসকলৰ বহুতেই আমাৰ অসম আৰু বংগৰ চাহবাগানৰ বনুৱা হৈ আহিছিল আমি বাম কলৈ?

: কিন্তু বীৰভূম থিছিচেতো বীৰভূমৰ সমস্যাকে কেৱল সাৰৰি লোৱানাই? ঘোষেও সমান উত্তেজনাৰেই জবাব দিছিল। ডেকা ল'ৰাজনে ঘোষৰ উমা

দেখি অলপ সৈমান হোৱা যেন দেখুৱালে। নিকজৰ কিন্তু হোৱা নাছিল। স্বগতোক্তি কৰাৰ দৰে ডেকাজনে কৈছিল—

: লোৱানাই সঁচা, কিন্তু আমাৰ অসমৰ বিভিন্ন সমস্যাবোৰেও তাত ঠাই পোৱা যেন নালাগে। "সমাজতান্ত্রিক বিপ্লব আজই নয় কেন?" কথাষাৰ শুনাতে বৰ আশাব্যঞ্জক।

সি কথাৰ সোঁত বেগতিকে যোৱা দেখি বেলেগ প্রসংগৰ অৱতাৰণা কৰিছিল যদিও তাৰ মনৰ পৰা ডেকাইঁতৰ কথাৰ মাজেদি প্রকাশ পোৱা গভীৰ নৈৰাশ্যৰ ছাপ মচি পেলাব পৰা নাছিল। দলৰ ষ্ট্রেটেজি সম্পর্কে তাৰ মনো সঁচাকে সংশয়মুক্ত নহয়।

আহিনাইঁতৰ ঘৰত সেইদিনা ৰাতি আলোচনাৰ অন্তত যদিও ডেকাইঁতে প্রতিশ্রুতি দিছিল যে, জমিদাৰক তেওঁলোকে প্রতিৰোধ কৰিব, তথাপি সি উপলব্ধি নকৰাকৈ থকা নাছিল যে, সি তেওঁলোকৰ মন সংশয়মুক্ত কৰি তোলাত শোচনীয়ভাৱে ব্যর্থ হৈছিল। সি জানিছিল, ঘূৰি ঘূৰি আকৌ সকলো কথাকে প্রথমৰ পৰাই আৰম্ভ কৰিবলগীয়া হব। জমিদাৰৰ কার্য্যত প্রতিৰোধ কৰিলে আকৌ পুলিচ, আকৌ ধৰ-পাকৰ, অত্যাচাৰ, নির্য্যাতন, আকৌ মন ভঙাভঙি বিশৃংখলা।

কথাবোৰ মনৰ পৰা আঁতৰাই পঠোৱাৰ ইচ্ছাৰে বৰুৱাৰ পিনে চাই পাতল হাঁহি এটা মাৰি কলে—

: কমৰেড, আপুনি যিমানেই অপচন্দ নকৰক লাগিলে, শেষ বিচাৰত কিন্তু জ্যোতি ককাইদেউৰ সেই গীতটোৰেই আটাইতকৈ সঁচা গীত। সেই যে "আমি আগে বাঢ়ি ডিঙি পাতি পাতি"— সেই গীতটোৰেই একেবাৰে নির্ভেজাল সঁচা কথা কৈছে। এই মানুহবোৰৰ, আমাৰ অৱস্থা সেইটোৰেই হৈ আছে আৰু হৈও থাকিব। বৰুৱাই তাৰ কথাখিনি শুনাৰ পাচত নির্লিপ্তভাৱে কলে—

: বাৰু কমৰেড, টুপুলিয়া বোলা সেই ভিতৰুৱা গাঁওখনৰ কিবা মেল্‌কী নামৰ সেই মানুহজনক আপোনাৰ মনত পৰেনে?

: মনত পৰে মানে? তেওঁতো মোৰ আশ্রয়দাতা আছিল। মোৰ পৰম সুহৃদ।

: তেখেতৰ ঘৰত লুকাই থকাৰ সময়ত তাৰে এজন মানুহে আপোনাক পুলিচৰ হাতত গটাই দিব খোজাত তেখেতে কি কৈছিল মনত আছে নহয়?

: আছে কমৰেড, কেনেকৈ পাহৰিব পাৰোঁ মেল্‌কীৰ সেই কথাকিটা।

আৰু সেইবাবেইতো দিন নাই ৰাতি নাই এইদৰে টলৌ টলৌ কৰে আজি অ'ত কালি ত'ত কৰি বলিয়াৰ দৰে ঘুৰি ফুৰিছোঁ। ইহঁতে মোৰ ওপৰত ইমান আশা নৰখা হ'লে, ইমান আস্থা আৰোপ নকৰা হলে মই কেতিয়াবাই মজা কৰি ক'ৰবাত হেৰাই থাকিলোঁহেঁতেন।

কথাষাৰ শেষ কৰি মানুহবোৰৰ নিৰীহ বোবা মুখকেইখনলৈ একালৰ পৰা চাই গ'ল। হঠাৎ চকু দুটা সেমেকি উঠিল। জোৰেৰে হাঁহি এটা মাৰি কলে—

: যা এতিয়া, তহঁতে পথাৰলৈ যাগৈ ; আমিও যাওঁ। আমাৰ মুখলৈ চাই থাকিলেই তহঁতৰ পেট নভৰে নহয়!

অব্যক্ত বেদনাত তাৰ মাতটো ভাগি গৈছিল। মানুহবোৰে কিন্তু তাৰ নিৰ্দেশ শুনিও একে ঠাইতে আগৰ দৰেই বহি থাকিল। তৰ্কাতীত কিবা এক সম্মোহনে যেন তেওঁলোকক নিৰ্জীৱ নিথৰ কৰি তুলিছিল। সি অৱশ্যে বুজিছিল যে, তেওঁলোকৰ কিবা বক্তব্য আছে। এইবোৰ মানুহৰ এক সহজাত ন্যায়বোধ আছে। তেওঁলোকে কিবা এবাৰ কলে আনক অসুবিধাত পেলাব পাৰে অথবা আঘাত কৰিব পাৰে বুলি ভয়তে বহুত ক্ষেত্ৰতে কবলগীয়া কথাও নকয়। কিন্তু কবলগীয়া থাকিলে তেওঁলোকৰ দুৰ্বাৰ আগ্ৰহ প্ৰকাশ কৰে এনেদৰেই নীৰব-বোবা চাহনিৰে।

সি পাতল হাঁহি এটাৰে সুধিব খোজোঁতেই পোন্ধৰ ষোল্ল বছৰীয়া ডেকা ল'ৰা এটাই মৰ সাহস কৰি যেন কলে—

: আবৌ, আপোনালোক আজি আমাৰ ইয়াতে থাকক। ৰাইজে আপোনাৰ গীত শুনিব খুজিছে।

ল'ৰাজনে আড়ষ্টতাৰ বান্ধ ভাঙি দিয়াৰ লগে লগে ইমান পৰে আঁতৰত বৈ থকা গাভৰু ছোৱালীৰ জাকটো কাষ চাপি আহিল আৰু তাহাঁতৰ মাজৰ পৰাও ইজনীৰ পিঠিত সিজনীয়ে মুখখন আঁৰ কৰি কেবাজনীয়েও সেই একেষাৰ অনুৰোধকেই কৰিলে। সি হাঁহি হাঁহি লোকনাথ বৰুৱাৰ পিনে চালে। বৰুৱাই কলে--

: আমি আকৌ আহিম। আজি কিন্তু আপোনাসকলে আমাক থাকিবলৈ নধৰিব। আজি এঠাইলৈ নগলেই নহয়।

: তেনেহলে এটা গীত গাই যাওক আবৌৰে।

সি গাইছিল হাৰ্মোনিয়মটো কোলাত লৈ চকু দুটা মুদি হৃদয় আৰু কণ্ঠৰ সমস্ত সুধাভাণ্ড উজাৰ কৰি—

দাগি দাগি দাগি
থুহু থুহু থুহু চিগাডাও থুহু
গিনৌ নাঙা গিনৌ নাঙা······
ঝ'ংগা মাগা ফৈগৌ হনৈ
বে অ'ৰ আংনাইখৌ ফৌজ্ঞংদৌ
আংছাব হৗদৌ

ভয় নকৰ ভয় নকৰ, ব'ল ব'ল আগবাঢ়ি ব'ল
ভয় নাই, ভয়ৰ কাৰণ নাই—
আহিছে আহক আমাক আক্রমণ কৰিবলৈ —
সংগ্রাম আমি কৰি যাম
ব'ল আগবাঢ়ি ব'ল··

কঠালবাৰী গাঁও এৰি আহি বাটে বাটে দুয়ো গন্তব্যস্থললৈ আহি থাকোতে একজনেও এষাৰ কথা কোৱা নাছিল। বকৰাই ভাবি আহিছিল তাৰ গীতৰ সুৰে সুৰে বলিয়াৰ দৰে নচা ডেকা ল'ৰা, গাভৰু ছোৱালী জাকৰ কথা। তেওঁ ভাবিছিল আৰু আগে আগে তলমূৰ কৰি গৈ থকা প্ৰকাণ্ড হোলোংগোজ মানুহটোৰ ভৰিৰ পৰা মূৰলৈ লক্ষ্য কৰিছিল।
সিও ওৰে বাটটো ভাবিছিল তেওঁলোকৰ কথাকে। ইমান আস্থাৰ মূল্য সি জানো পৰিশোধ কৰিব পাৰিব কাহানিবা! সি ভাবিছিল আৰু ভয়ত তলে তলে ভীষণ অস্থিৰ হৈ পৰিছিল।
বৰমাৰ ওচৰত যিঘৰ মানুহৰ তাত দোভাগ ৰাতি নোহোৱালৈকে অপেক্ষা কৰাৰ কথা, সেই মানুহঘৰৰ নঙলামুখ পাওতে গধূলি নিগৰি গৈছিল! নঙলা খোলাৰ শব্দত ঘৰৰ ভতুৱা কুকুৰকেইটাই ভুকভুকাই খেদি আহিছিল। সি কৈছিল বকৰাক আশ্বাস দিয়াৰ ছলেৰে—
: খেদি অহা কুকুৰৰ আগত যিমানে ভয়হীন বেপৰোৱা হৈ দেখুৱাব, সিমানে সিহঁত কাবু হৈ পৰিব।
বকৰাই তাৰ কথা শুনি তাৰ পিচে পিচে নিৰ্ভয়ে আগবাঢ়ি গৈছিল। লগে লগে কুকুৰবোৰেও লেজ জোকাৰি জোকাৰি শান্ত নীৰৱ হৈ পৰিছিল। ঘৰৰ গিৰিহঁতে হাতত লৈ অহা লেমটো সিহঁতক দেখিয়েই মুমাই দিছিল। এন্ধাৰতে ঘৰখনত উঠুলি মুঠুলি লাগি পৰিছিল।

---



সোভাগ ৰাতি হলেও ৰৰমাৰ মাজেদি যোৱাটো তাৰ বাবে নিৰাপদ নহব বুলি ভাবিলে। কিয়নো সেই বাটে গ'ল থানাৰ সম্মুখেদি যাব লাগিব। বকৱাক অৱশ্যে গোপী নামৰ কৰ্মীজনৰ লগত সেই বাটেদিয়ে পঠাই দিলে। বকৱা সেই অঞ্চললৈ নতুনকৈ আহিছে যেতিয়া চিন্তাৰ কাৰণ নাই।

সি গ'ল সুবাদি নামৰ ৰৰমাৰ দক্ষিণপিনে থকা গাঁওখনৰ কাষেদি। পথাৰে পথাৰে। দল, হাড়কটা বনৰ জাহনি ওপঙি থকা পানীবোৰ ভাঙি ভাঙি। লগত আছিল স্থানীয় কৰ্মী ৰতি ৰ্ধগিয়াৰীৰ ভায়েক তিথি।

সি তিথিৰ পিছে পিছে নিশ্চিন্ত মনে গৈ আছিল। তিথি অৱশ্যে পৰিছিল ঘোৰ দুশ্চিন্তাত। ভৰ বাৰিষাৰ ভৰা নৈ আগত। কেনে কোটোকাৰে ওকন্দি থকা মৰা পাগলদিয়াখনৰ সেইপিনে থকা সাকোঁডাল এতিয়াও জানো আছে? আছে যদিতো ভালেই; যদিহে নাই তেতিয়া হয়তো পুঁৱতি নিশা ৰৰমাৰ মাজেদি যোৱাটোকে কৰিবলগীয়া হব। নিৰাপদ জানো হব? প্ৰশ্নবোৰে মূৰ্ত্তিমান কিছুমান আশংকাৰ ৰূপ ধৰি তেওঁৰ চকুৰ আগত ভাহি উঠিল।

সি আকৌ ভাবিছিল সম্পূৰ্ণ অন্য কথা। সিহঁতৰ আগে আগে পথাৰৰ

চলচলীয়া পানীবোৰত ওপৰৰ এক্কাৰ আকাশখন তৰাবে সৈতে নামি অহা দেখিছিল সি। কিন্তু যিমানে সিহঁত আগ বাঢ়িছিল সিহঁতে তোলা ঢৌৰ কোবত আকাশখন তৰাবে সৈতে কঁপি কঁপি এসময়ত নিশ্চিহ্ন হৈ পৰিছিল। দৃশ্যটো চাই চাই কিবা এটা বুজাব নোৱাৰা কাৰণত সি তৰাবোৰৰ সতে নিজকে একাত্ম বোধ কৰিছিল।

পথাৰৰ বোকা পানী পাৰ হৈ নদীৰ পাৰৰ ওখ ঠাইখিনিত তিথি হতাশ হৈ ৰৈ গৈছিল। তেওঁৰ গাত খুন্দা খোৱাতহে তাৰ হুচ হ'ল।

: কি হ'ল বুলি যে ?

: কেনেকে পাৰ হয় এতিয়া নদীখন ? সাঁকোডাল উটাই লৈ গ'ল।

: অ' সেই কথা! আহ মোৰ লগত।

তিথিয়ে প্ৰতিবাদ কৰিবলৈ পোৱাৰ আগতেই তেওঁক হোৰহোৰাই টানি লৈ সি নদীত নামি পৰিল। তাৰ লগত কিদৰে যে পানীত তল নোযোৱাকৈ ওপঙি আহি ইপাৰত উঠিলহি তিথিয়ে ভাবি বিচুৰ্ঙি খালে। পাৰ হৈয়ে তেওঁ নদীখনলৈ উভতি চাই এক অবিশ্বাস্য বিস্ময়ত হতবাক হৈ গ'ল।

: ব'ল আকৌ বুলি কেলেই ?

লগৰ প্ৰকাণ্ড মানুহজনৰ প্ৰতি ভয়ত, শ্ৰদ্ধাত ৰহুত কবলগীয়া কথাও তিথিয়ে কব পৰা নাছিল। তাৰ প্ৰশ্নত তেওঁ মাথোন হঠাৎ টোপনিৰ পৰা সাৰ পাই উঠা মানুহৰ দৰে খকমকাই আপবাঢ়ি গৈ গাঁৱৰ আলিত উঠিছিল।

আলিবাটত গোপী আৰু বকৰু ৰৈ আছিল। সি আৰু তিথিয়ে গম পোৱা ঠাইবোৰত খেপিয়াই খেপিয়াই থু সানি জোকবোৰ একেৰাই দলিয়াই দি বকৰুহঁতৰ পিচে পিচে গৈ থাকিল।

এক্কাক গুজৰি গুমৰি অহা বৰষুণৰ আগে আগে দীঘেলী গাঁৱৰ চমীকদ্দিন আহমদ মাষ্টৰৰ ঘৰত সোমাইছিলহি সিহঁত। তাক আৰু বকৰুক মাষ্টৰৰ পদূলিতে এৰি থৈ তিথি আৰু গোপী গৈছিল নিজ নিজ ঘৰলৈ বুলি।

ঘৰৰ গিৰিহঁত তেতিয়া টোপনিত। সিহঁতৰ মাতত মাষ্টৰে সাৰ পাই ওলাই আহিল, আৰু তাক দেখিয়েই দুয়োকে আথে বেথে ভিতৰলৈ মাতি লৈ গ'ল।

পাচদিনা ৰাতিপুৱা কিনকিনীয়া বৰষুণৰ মাজতে ৰতি স্বৰ্গীয়াৰী ওলাইছিলহি। চুটি আঠুমূৰীয়া ধুতি, গাত ধুতিখনৰ দৰেই ধৰধৰীয়া মোটা সূতাৰ হাত চুটি কুৰ্ত্তা। মূৰত আছিল এটা জাপি। মানুহজনৰ পৰিচ্ছন্ন দাঁতকেইটাবে

মুখত লাগি থকা হাঁহিটোৱে অবয়বৰ স্থূলতা সম্পৰ্কে মানুহক পাহৰাই ৰাখে।

তেওঁ প্ৰথমে বৰুৱাক দেখি তেওঁকেই সুধিলে—

: কমৰেড্ কালি বহুত ৰাতি হ'ল বোলে ?

ওলাই আহিয়েই পৰিচ্ছন্ন মানুহজনক দেখি বৰুৱাই থত্মত্ খাইছিল। প্ৰশ্ন-ষাৰত চিনাকি চিনাকি যেন সুৰটো শুনি একেবাৰে হতভম্ব হৈ পৰিল। স্বৰ্গিয়াৰীক তেওঁ ধৰিব পৰা নাছিল। তথাপি তেওঁ আহত হব পাৰে বুলি বৰুৱাই কলে—

: জানো বাৰমান বাজিছিল নকি ? এখেত সকলক টোপনিৰ পৰা জগাইছোঁহি।

: আৰৌ নাই নেকি ?

স্বৰ্গিয়াৰীয়ে মাতটো সৰু কৰি সুধিলে। পিচে সি শুনিলেই। মাষ্টৰৰ পৰা বিদায় লৈ ওলাই আহিলেই ইতিমধ্যে। স্বৰ্গিয়াৰীক দেখি হাঁহি হাঁহি আড়ম্বৰেৰে ক'লে—

: কি হে কমৰেড্ স্বৰ্গিয়াৰী ? হুলিয়াজাৰি হৈছে নেকি আমাৰ ওপৰত ? খবৰ কি ?

: ৰণত নামিলোঁৱেই আৰৌ ! সেনাপতিৰ অপেক্ষাত আছিলোঁ।

: আৰু আমি পালোঁহি, এয়েতো ?

: ঠিকেই কৈছে।

: বাকী খবৰবোৰ কোৱাচোন। ব'লা তোমাৰ তালৈকে গৈ থাকোঁ।

স্বৰ্গিয়াৰীয়ে বাটে বাটে কৈ গৈছিল সমস্ত কাহিনী। দীঘেলীৰ সেই বিৰাট কৃষক সভাখনৰ কথা। য'ত দূৰ দূৰণিৰ পৰা বহু হেজাৰ কৃষক আহি যোগ দিছিলহি; আৰু যাৰ নেতৃত্ব লৈছিল আই এন এ কেপ্টেইন উমেশ চৌধুৰী আৰু বেলশৰৰ কৃষক পঞ্চায়ত নেতা নবীন মেধিয়ে। হৰেশ্বৰ গোস্বামী আৰু শংকৰ বৰুৱাৰো অহাৰ কথা আছিল; কিন্তু সময় মূৰকত কিবা কাৰণত নাহিল। মেধিয়েই সভাত সভাপতিত্ব কৰিছিল ৰাইজৰ অনুৰোধক্ৰমে।

বৰ্ণনাৰ শেষত মন্তব্য দিয়াৰ দৰে স্বৰ্গিয়াৰীয়ে কলে—

: বাপ্ ৰে বাপ্ মেধি কমৰেডে যে কি গৰম লেক্চাৰ দিয়ে ! একেবাৰে ৰাচিয়াত-চীনত কেনেকে কৃষক-বনুৱাৰ ৰাজ হ'ল একালৰ পৰা বুজাই গৈছিল। আমাৰ মানুহবোৰে সেই সভাতে প্ৰথম শুনিছে চীন-ৰুচৰ কথা। কেইটামান

জমিদাৰ আছিল সভাত। চৰ লাহে লাহে উঠি গ'ল লেক্‌চাৰ গৰম হৈ যোৱা দেখি ভয়তে।

: মিটিঙত পিচে সিদ্ধান্ত কি হ'ল ?

: আমি ধান নিদিওঁ জমিদাৰক।

এনেতে বকৰাই সুধিলে—নবীন মেধি কোন বুলি।

সি মেধিৰ পৰিচয়ৰ ছলতে কৈ গ'ল বেলশৰ বোলা ঠাইখনৰ বৈপ্লৱিক ঐতিহ্যৰ বিভিন্ন ৰোমাঞ্চকৰ কাহিনী। কিদৰে উনৈচ শ বিশ চনত অসমত কংগ্ৰেছৰ প্ৰথম জন্মলগ্নত সেইকালৰ অসমৰ অবিসম্বাদী নেতা নবীন চন্দ্ৰ বৰদলৈয়ে এই বেলশৰতে প্ৰথম মিটিং কৰি গ্ৰামাঞ্চলত অসহযোগ আন্দোলনৰ পাতনি মেলিছিল।

উনৈচ শ একৈশ চনত তৰুণৰাম ফুকনেও ইয়াৰে বিশ্বেশ্বৰ দেৱালয়ৰ সন্মুখৰ আহত গছজোপাৰ তলতে বস্ত্ৰযজ্ঞ পাতিছিল। য'ত বিদেশী কাপোৰৰ জুই ইমান ডাঙৰকৈ জ্বলিছিল যে, আহতৰ ওখ ডাল এটা এতিয়াও পোৰা অৱস্থাত আছে।

১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা এই বেলশৰতে আকৌ একেবাৰে অভাৱনীয় ঘটনা এটা ঘটিছিল। "ইয়ে আজাদী জুথা হ্যায়, চীফ চামড়াকা বদল" বুলি ধ্বনি তুলি হাতত ক'লা পতাকা লৈ হেজাৰ হেজাৰ জনতাই শোভাযাত্ৰা কৰিছিল। দৰাচলতে সেয়ে আছিল সিহঁতৰ সংগ্ৰামৰ প্ৰথম সূচনা। মেধি হ'ল সেই ঐতিহ্যমণ্ডিত বেলশৰৰেই মানুহ।

তাৰ কথাত হয়ভৰ দি ৰতি স্বৰ্গিয়াৰীয়ে কলে—

: সঁচাকৈ বৰ জনা মানুহ তেওঁ। লেক্‌চাৰ দি সেইদিনা আমাৰ মানুহবোৰক মুগ্ধ কৰি পেলালে।

: মাওৰ বৰণীয়া ওখ খীণকৈ নহয় জানো মানুহজন ?

? অঁ তেনেকুৱাই দেখি।

তেনেদৰে কলে যদিও মনতে বকৰাৰ বৰ্ণনাটো মানুহজনৰ সতে ঠিক মিলি পৰা যেন নালাগিল। নিজেও অৱশ্যে সঠিক বৰ্ণনা এটা ভাবি পোৱা নাছিল।

স্বৰ্গিয়াৰীৰ ঘৰ ইতিমধ্যে অঞ্চলৰ মানুহেৰে ভৰি পৰিছিল। আকাশত মেঘে ওন্দোলাই আছিল। অৱশ্যে বৰষুণ অলপ আগতে এৰিছিল। মানুহবোৰৰ মনবোৰ পিচে সিঁহত আহি পৰাৰ লগে লগেই উত্ৰাৱল হৈ

পৰিল। স্বৰ্গীয়াবীয়ে যোৱাৰ আগতে নিশ্চয় দিহা পৰামৰ্শ দি গৈছিল। সিহঁতৰ কাৰণে ৰহিবলৈ বুলি চকী-মেজ যতনাই থোৱা আছিল।

: কমৰেড্‌, তুমি যে এইবোৰ বাহুল্য কৰিছা, হঠাৎ যদি পুলিচ আহি পৰে? মানুহবোৰৰ অৱস্থা কি হব বাৰু?

: আবো আমি আপোনাৰহে নাতি। চব ব্যৱস্থা কৰি থোৱা আছে। পুলিচ আহিলে গাঁও পাবলৈ দুমাইলমান থাকোতেই আমি খবৰ পাই যাম। সিহঁত আহি পায়মানে মিটিংখন খেৰাই পূজা হৈ যাব। থাম, জথা চব আছে। দৌদিনী ওলাব। শিজো সোৱা আছেই। আৰু সিহঁত এনে বতৰত নাহেও। তদুপৰি আমি অলপতে হাজোতৰ পৰা আহিলোঁহে। আয়োজনৰ কথা শুনি দুয়ো চমৎকৃত হ'ল। সভা আৰম্ভ হ'ল বৰুৱাক সভাপতি হিচাপে লৈ। সি হ'ল নিৰ্দিষ্ট বক্তা।

সেই একে পুনৰাবৃত্তি আছিল তাৰ বক্তৃতাবোৰ। তথাপি কথাবোৰ কৈ থাকোতে মানুহবোৰৰ উদগ্ৰীৱ মুখবোৰলৈ চাই সি অনুভৱ কৰিছিল এক নতুন উন্মাদনা। বক্তৃতা শেষ কৰিও সি ক্ষান্ত নহ'ল। স্বতঃস্ফূৰ্ত্তভাৱে তাৰ কণ্ঠ নিগৰি ভূমিষ্ঠ হ'ল দেহ-মন উন্মাদ কৰি তোলা এটা গীত—

ধনী মহাজন-জমিদাৰ, হুচিয়াৰ! হুচিয়াৰ!
শেষ যুদ্ধৰ আমি ৰণুৱা, পৃথিবীৰ হালোৱা বনুৱা;
হ'ম বিজয়ী আমি দুখীয়া।
ক'ত ৰবি ধনী এইবাৰ?
হুচিয়াৰ! হুচিয়াৰ!
ধনী মহাজন-জমিদাৰ, হুচিয়াৰ! হুচিয়াৰ!

ধনী মহাজন-জমিদাৰ, হুচিয়াৰ! হুচিয়াৰ! কি যে হৈ গ'ল মানুহবোৰৰ! এই অস্থায়ীবাৰকে গাই গাই মুষ্টিবদ্ধ হাত তুলি তেওঁলোকে শূন্যৰ উদ্দেশ্যে প্ৰত্যাহ্বান জনালে। বৰুৱাই তবধ মানিলে তাৰ কাণ্ড কাৰখানা দেখি। পাচদিনাখন গোটেই দিনটো নেকনেক কৰে বৰষুণ। সি ইঘৰ সিঘৰ কৰি বৰষুণৰ মাজতে গাঁওখন টহলিলে। অনুৰোধ এৰাব নোৱাৰি কেবাঘৰতো মদ খালে। বৰুৱা কলৈকো নোলাল। ঘৰতে শুই শুই লগত লৈ অহা কিতাপবোৰ শেষ কৰাত লাগিল। গধূলিৰ আগে আগে স্বৰ্গীয়াবীহঁতক লৈ অঞ্চলৰ কৰ্ম্মসূচী যুগুতাই ল'লে। দীঘেলীৰ পৰা আৰম্ভ কৰি মহখুলি শিয়ালমাৰী এই গাঁওবোৰ ধৰি একেবাৰে ৰাবেণ ব্ৰহ্ম নামৰ মুখীয়াল

ব্যক্তি এজনৰ দিহিবা বোলা গাঁওখনলৈকে প্ৰতিটো চুবুৰী সামৰি কৰ্মসূচী যুগুতোৱা হ'ল।

ৰতি স্বৰ্গিয়াৰীয়ে অৱশ্যে সঁকিয়াই দিলে যে, দিহিৰাৰ সেইপিনে মছলপুৰ আদি ঠাইত ইতিমধ্যে কৃষ্ণহৰি ডেকাহঁতে কাম কৰি গৈছে। দুৰ্বল হলেও অন্ততঃ সংগঠন এটা কৰি থৈ গৈছে। কিন্তু উত্তৰকুছি-সুৱনখাটা অঞ্চলতহে একেবাৰে কাম হোৱা নাই। তথাপি দিহিৰাৰ পিনেও সংগঠন ব্যাপক আৰু নিবিড় কৰি তুলিব লাগিব।

সি ৰতিৰ কথাখিনি ভালদৰে শুনা নাছিল। সি ভবিছিল আৰু ক'ৰবাত গাঁও বাদ পৰি গ'ল নেকি সেই বিষয়েহে। বহুত পৰ নীৰৱতাৰ পাচত সি সুধিলে—

: সেই ঝাৰখনৰ নাম কি আছিল?

বৰুৱাই পঢ়াৰ মাজে মাজে সিহঁতলৈ মন কৰি আছিল। ঝাৰৰ নাম শুনি তেওঁ কলে—

: জাৰণি আকৌ কেলেই? আমি জাৰণিত গৈ কি কৰিম?

: জাৰণি নহয় কমৰেড্। এসময়ত হয়তো আছিল। এতিয়া কিন্তু লোকাৰণ্য। পাচত কিন্তু মানুহে নামৰ পিচত উপাধি লগাই লোৱাৰ দৰে 'ঝাৰ' উপাধি লগাই লৈছে। এই দীঘেলীৰ ওচৰতে বৰঝাৰ, কছিঝাৰ, আলাকঝাৰ, হেৰেমঝাৰ এনেকে গোটেইখন ঝাৰেই চাৰিওপিনে।

: অ' কমৰেড্ মোৰ মনত পৰিছে নামটো; কুপ্তিঝাৰ।

: হা, সেই কুপ্তিঝাৰতো এখন মিটিং দিয়া।

: আৰেহঁতক আজি আকৌ কুপ্তিৰ মাংসকে খুওৱা হব।

: কুপ্তি মানে?

বৰুৱাৰ প্ৰশ্নত সি ৰতি স্বৰ্গিয়াৰীৰ পিনে চালে। স্বৰ্গিয়াৰী পিচে ইতিমধ্যে উঠি ভিতৰলৈ গৈছিল গতিকে সিয়েই কলে—

: কুপ্তি মানে কপৌ চৰাই। কামৰূপত কুপ্তি, অৰ্থাৎ কপোতী।

তাৰ হাঁহিৰ শব্দ শুনি স্বৰ্গিয়াৰীয়ে লৰালৰিকৈ সিহঁতৰ ঘৰটোত সোমাইছিলহি।

: কি হ'ল আৰৌ?

: এই কমৰেড্ বৰুৱাই কুপ্তিৰ মানে সুধিছে।

: আপুনি বাৰু কেনেকে যোগাৰ কৰিলে কপৌ চৰাই কমৰেড্?

: মই যোগাৰ কৰা নাই ; বহুৱে যোগাৰ কৰিছে। বাতি শিল পৰিছিলতো। আমাৰ কোটোহা বাঁহ চোবাৰ তলতে ডুজনী মৰি পৰি আছিল। আজি চেপাতো ভাল মাছ নাই। ইপিনে আবৌৱে ডঁৰিকণা মাছবো কাঁইট বাছি খায়। গতিকে আজি কপোতীকে ভজা হৈছে।

কথাখিনি কোৱাৰ লগে লগে তেওঁ তাৰ পিনেই চাইছিল। কৌতুক অনুভৱ কৰিছিল। মানুহটো হ'ল সৰ্বভক্ষ হুতাশন ; কিন্তু মেঠোন বা মহৰ মাংস দেখিলেই মৰিব খোজে ঘৃণাত। ইপিনে আকৌ টেঙা-তিতা ভাতৰ পাতত দেখিলেও মনে মনে বিৰক্ত হয়। কেকোঁৰা কুচিয়া একোকে বাদ নিদিয়ে, অথচ ডিভিত কিবা লাগে বুলি ভয় কৰি মৰে। ডঁৰিকণা মাছবো কাঁইট বাছে।

: ডঁৰিকণা মাছৰ কাঁইট বাছি খোৱা মানুহ হিচাপে মোৰ প্লানবোৰ শেষ খুতিনাতি পৰ্যন্ত নিখুঁত হব লাগিছিল। কিন্তু ক'তা? চৰতে চোন সুৰুঙা বৈ যায়।

তাৰ কথা শুনি স্বৰ্গিয়াৰীয়ে কলে—

: আজি পিচে গাঁওবোৰ আবৌৱে ডঁৰিকণা মাছৰ কাঁইট বছাৰ দৰেই কৰিছে। এখনো বাদ যোৱা নাই।

খাই বই উঠি বিছনাত বাগৰি সি সেই আঁচনিটোকে পুনৰ চিন্তা কৰিছিল। গাঁওবোৰ বাদ দিয়া বা নিদিয়াটো একো ডাঙৰ কথা নহয়। ডাঙৰ কথা হ'ল মানুহ বাদ নিদিয়াটো। বিপ্লবৰ একমাত্ৰ হাতিয়াৰ হ'ল মানুহহে। দক্ষিণ কামৰূপৰ ঘাটিবোৰ একেবাৰে নিছিদ্ৰ কৰি ভাঙি দিব পাৰিলেই শত্ৰুপক্ষই উত্তৰ পাৰে ব্যাপক অভিযান চলাব। তাৰ আগতেই সিহঁতৰ অভিযান যদি নিবিড় আৰু ব্যাপক কৰি তুলিব পৰা হয়, তেনেহলে প্ৰয়োজন হলে শত্ৰুপক্ষক সমুচিত শিক্ষা দিব পৰা হব।

বাহিৰত বৰষুণ পৰি আছিল। লেমটো মুমাই দিয়াৰ লগে লগে খিটমিটীয়া এন্ধাৰে ঘৰটো ভৰাই দিছিল। লগে লগে তাৰ মনৰ চকুত স্পষ্ট হৈ পৰিছিল অগপ আগতে নাম লেখি অটোৱা গাঁওবোৰ, গাঁওৰ পদূলিবোৰ। মনেদি সি বাট বুলি আহিছিল এপিনৰ পৰা গাঁৱৰ পিচত গাঁও পাৰ হৈ। পদূলিয়ে পদূলিয়ে বৈ থকা অজস্ৰ অপেক্ষমান মুখবোৰ চাই চাই। যিমানে সেই ঠিকনাবিহীন নিৰ্বিবোধ মুখবোৰ সি চাই গৈছিল সিমানে ভয়ত তাৰ অণ্ঠ কণ্ঠ শুকাই গৈছিল।

বকৰা ওচৰতে শুই আছিল। অলৰ অচৰ এটা মৃতদেহৰ দৰে। সি হঠাৎ বৰ অকলশৰীয়া অনুভৱ কৰিলে। বকৰাৰ অৱস্থিতি সি ইমান পৰে পাহৰিয়ে আছিল। খেৰৰ বিছনাখনত কোনো শব্দ নুঠা দেখি সি ভাবিলে বকৰা হয়তো নিদ্ৰাত মগ্ন হৈ পৰিছে। তথাপি সি ইতস্ততঃ কৰি মাত দিলে—

: কমৰেড্ ?

: কি হ'ল ?

: পাৰিমতো ? আমাৰ জয় হবতো ?

: চূড়ান্ত জয় আমিয়েই যে আনিব লাগিব, তেনে কোনো কথা নাই।

: মোৰ পিচে ভয় লাগিছে।

: সেয়া শুভ লক্ষণ। প্ৰিমনিটাচ প্ৰি মউনিটাচ। প্ৰাক্সতৰ্কতা মানে প্ৰাক্সুৰক্ষিত হোৱা।

বকৰাৰ বুজনিত সি অৱশ্যে আশ্বাস পোৱা নাছিল। বিশ্লেষণাতীত কাৰণত সি হঠাৎ অসহ্য ক্লান্তি বোধ কৰিছিল। অলপ পাচতে সি কব নোৱাৰা হৈ টোপনিত পৰিছিল।

ৰাতিপুৱা জলমল ৰ'দজাক দেখি দুয়ো তলে তলে শংকিত হ'ল। চমীৰ মাইৰৰ ঘৰটোও আঁতৰ হ'ল। যোৰাটো নিৰাপদ নহব বুলি বিবেচনা কৰিলে। শেষত ৰতি স্বৰ্গিয়াৰীক লগত লৈ সি আৰু বকৰাই বাৰীৰ মাজে মাজে গৈ এটা বাট পথহীন চুবুৰীত উঠিলগৈ। আৰু অভিযান আৰম্ভ কৰাৰ আগলৈকে অৰ্থাৎ গধূলি নোহোৱালৈকে তাৰে এঘৰত থিতাপি ল'লে।

দুয়ো আশ্বস্ত হ'ল অন্ততঃ গাঁৱৰ আন মানুহে খবৰ পোৱা নাই যেতিয়া দিনটো শান্তিৰে চিন্তা কৰিব পৰা হব। কিন্তু তাত থিতাপি লোৱাৰ এঘণ্টামানৰ পাচতে সিহঁতৰ ভুল ভাগিছিল। যেতিয়া দীঘেলীৰ পৰা হাঁহি খিকিন্দালি কৰি এজাক গাভৰু সেই ঘৰটোৰ পদূলিত বৈছিলহি। আৰু পদূলি পোৱাৰ লগে লগেই যেতিয়া তেওঁলোক নীৰৱ হৈ পৰিছিল।

---



এয়া মূৰৰ খোলাটো লোৱা
এইবোৰ কবৰীবন্ধ, নোটবুক
আৰু এইয়া কলাৰ।
সূৰ্য্যোৰে পূৰ হৈ থকা এই মুখবোৰ হ'লে
গুলীৰ আঘাতত বিদীৰ্ণ হোৱা নাই।
চূৰ্ণ হোৱা নাই লাঠিৰ প্ৰহাৰত।
শুনাওঁ কিদৰে বাৰু ঈশ্বৰৰ কৃপাৰ বাণী ?
দেখা নাই জানো চৌদিশে ঘেৰি থকা
জাক জাক সশস্ত্ৰ কাকতি কৰিঙ !

( মধ্য প্ৰাচ্যৰ এক অখ্যাত কবি )

জাঁইজনীয়ে বোন্দাৰ ভয়ত পোৱালিবোৰ আজি ত'ত কালি ত'ত কৰি লৈ ফুৰাৰ দৰে ৰতি স্বৰ্গিয়াৰীয়ে সিহঁতক শেষত লৈ আহিছিল মহলপুৰৰ এখন পামলৈ। তাৰ ওচৰতে এটা বাজহুৱা নামঘৰত সি বাইজক বুজাই আছিল

ধৰ্মৰ বিষয়ে। পামলৈ আহি পোৱাৰ পাচদিনাই।
সি কৈছিল কিদৰে নামঘৰত গধুৰ ভোৰতাল দাঙি, নেগাৰা বজাই, হাত চাপৰি মাৰি দুখীয়া ৰাইজে নাম ধৰে। অথচ মাহ-প্ৰসাদৰ বৰ বৰ ভাগবোৰ যায় বৰ বৰ মানুহৰ ঘৰলৈ, যিবোৰ মানুহে নামঘৰত সাধাৰণ ৰাইজৰ শাৰীত বহি নাম ধৰাটো সন্মান হানিকৰ কথা বুলি ভাবে।
বকৰাই কলে, সমাজৰ স্তৰীকৰণত মাধৱদেৱেই আগৰণুৱা আছিল। মদাহী কোচে শাস্ত্ৰ লেখা দেখি তেওঁ তিৰস্কাৰ কৰি বাধা দিছিল। সি বকৰাৰ বক্তৃতা শুনি কৌতুকেৰে তেওঁৰ মুখলৈ চাইছিল। সি জানিছিল যে, সেই কাহিনীটো চৰিত পুথিতে আছে। কাহিনীটো যে প্ৰক্ষিপ্ত তাক জানিবৰ বাবেও বিশেষ অধ্যয়নৰ প্ৰয়োজন নাই। কিয়নো শংকৰ-মাধৱৰ দিনত কোচৰ সৃষ্টি হৈছিল যদিও মদাহী কোচৰ সৃষ্টি হোৱা নাছিল।
বকৰাৰ বক্তৃতাৰ শেষত যেতিয়া তাৰ ওচৰত বহিছিল তেতিয়া সি সেই কথাটোকে কৈছিল বকৰাক। বকৰাই তাৰ কথা শুনি নিৰ্লিপ্তভাৱে কলে যে তাৰ ভুল হৈছে। ভুল কৰা অপবাদ শুনাৰ লগে লগে সি তলে তলে উত্তেজিত হৈ পৰিল। আৰু কোনোমতে নিজক সংযত কৰি সুধিলে—

: ক'ত ভুল পালে মোৰ?

: "মদাহী কোচ" এইটো আপুনি এটা সংজ্ঞা হিচাপে লৈ ভুল কৰিছে।

: মানে?

: মানে মাধৱে কৈছিল নীতি নিয়ম নামানি সুৰাপায়ী এগৰাকী কোচক। হয়তো "মদাহী কোচ" নামৰ জাতিটোৰ সংজ্ঞা এই কাহিনীৰ পৰাও উদ্ভূত হব পাৰে। এই লৈ আৰু কিছু হয়তো বাকবিতণ্ডা হ'লহেঁতেন। কিন্তু হঠাৎ অন্য এক পৰিস্থিতিৰ উদ্ভৱ হ'ল। খবৰ আহিল যে, পুলিচৰ দল এটা সেই পিনে আহি আছে। কাজেই মিটিং হঠাৎ ভাগি পৰিল। মানুহবোৰ দিহাদিহি গ'ল। পুনৰ বতি স্বৰ্গিয়াৰীয়ে সিহঁত দুয়োকে লৈ যাত্ৰা আৰম্ভ কৰিলে।
নীৰৱে স্বৰ্গিয়াৰীৰ পিচে পিচে গৈ থাকোতে মনত পৰিছিল তাৰ বহুত পুৰণি কথা। দেখা-অদেখা অজস্ৰ পুৰণি ঘটনাৰ স্মৃতিয়ে তাৰ মন ভাৰাক্ৰান্ত কৰি তুলিছিলহি।
তাৰ মনলৈ আহিছিল বহুদিন বহুতৰ মুখত শুনি শুনি নিজে দেখা যেন লগা তাৰ মাকৰ জন্মৰো বহুদিন আগৰ এটা দৃশ্য। ওদালগুৰি বোলা ঠাই এখনৰ উত্তৰে ভোটান পাহাৰৰ নামনিত ইষ্টাৰ্ণ ক্ৰিষ্টিয়ান মাইকলচৰ চাউনিত যেতিয়া

তাৰ আইতাক মৰিছিল, তাৰ পিতাক গোপাল তেতিয়া নিচেই পানী কেচুৱা। গতিকে তাৰ ককাক ইষ্টাৰ্ণ ফ্ৰন্টিয়াৰ ৰাইফলচৰ হাবিলদাৰ শণিৰাম মছাহাৰিয়ে অনন্যোপায় হৈ সহায় লবলগীয়াত পৰিছিল তেজপুৰত থকা তেওঁৰ অভিন্নহৃদয় বন্ধু পুলিচ ইন্স্পেক্টৰ চান্দবৰ ৰাভাৰ ওচৰত। আৰ্মিৰ ঘোঁৰাত তুলি তিনিটা জোৱান লগত লৈ কেচুৱা গোপালক লৈ আহিছিল চান্দবৰ ৰাভাৰ হাতত গটাই দিবলৈ।

গোপালক গটাই দিয়াৰ পাচত শণিৰামে আৰু উভতি চোৱা নাছিল। ঘোঁৰাই যিপিনেই লৈ গৈছিল, সেইপিনেই নিৰ্বিবাদে, নিৰুত্তৰে গৈ আছিল। তাৰ পাচত তেওঁ সঁচাকে এদিন হেৰাই গৈছিল।

কথাটো মনত পৰাৰ লগে লগেই আনদিনাৰ দৰেই অজস্ৰ ঘোঁৰাৰ খুৰাৰ শব্দ শুনা যেন অনুভৱ হ'ল। মনলৈ আহিছিল শব্দৰ মাজতে পিতাকৰ মৃত্যুৰ পাহৰিব নোৱাৰা সেই দৃশ্যটো।

সি ইমান তন্ময় হৈ পৰিছিল যে, ঘৰলৈ উভতি অহা এপাল গৰুৰ মাজত সিহঁত তিনিও সোমাই পৰা কথাটো সি মনেই কৰা নাছিল। যুঁজত পৃষ্ঠভংগ দিয়া গৰু এটা তাৰ গাত গা লগাই দৌৰি যোৱাতহে সি সচেতন হৈ পৰিবেশটো বুজিবৰ চেষ্টা কৰিলে।

সিহঁত তেতিয়া ডুমুনী নামৰ চাহ বাগিছা এখনলৈ যোৱা আলিবাটটোৰে গৈ আছিল। গৰু পাল এৰাবলৈ বুলি সিহঁত তিনিও আলিৰ দাঁতিত থিয় হ'ল। পালটোৰ একেবাৰে শেষত গৰখীয়াৰ লগে লগে আহি আছিল কান্ধত ধানৰ ডাঙৰিৰ ভাৰ লৈ ডুজনমান মানুহ। ধানৰ ভৰত কুঁজা হৈ কুকুৰ লৰত তেওঁলোক পাৰ হৈ গৈছিল সিহঁতৰ কাষেদি। খোজেপতি ধানৰ শীহৰ শব্দবোৰ শুনি তাৰ আকৌ মনলৈ আহিছিল বাজাপানীচন্দা গাঁৱৰ কথা। য'ত তাৰ ককাক শণিৰাম মছাহাৰিৰ জন্ম হৈছিল, আৰু য'ৰ পৰা কোনোদিন উভতি নহাৰ প্ৰতিজ্ঞাৰে তেওঁ মনৰ দুখত এদিন পলাই আহিছিল। কিন্তু স্মৃতিৰ গভীৰত সোমোৱাৰ আগতেই বৰুৱাই প্ৰশ্ন কৰিলে—

: সিদিনা আমি লুকাই থকা ঠাইলৈ আপোনাক চাবলৈ অহা ছোৱালী কেইজনীক আপুনি কি বুলি জোকাইছিল?

: ক'ত বাৰু? জীৱনততো বহু ঠাইত বহু ছোৱালী জোকালোঁ!

: এই কমৰেডহঁতৰ ঘৰৰ পৰা ওলাই গৈ দীঘলীৰ পশ্চিমে বাট পথ নথকা সেই চুবুৰীটোত যে?

: অ' সেইটো ?

ঐ বৈৰাথী ল'লিয়া
ঐ বৈৰাথী ল'লিয়া
নীংনি থিবু এলো এলো
গয় খাওনাইখৌ
জংলাই জালিয়া।

এইটো নহয় জানো ?

: মানে কি বাৰু গীতটোৰ ?

: কমৰেড্ মানেটো শুনিলে আপুনি হয়তো খং কৰিব। আমাৰ বিপ্লৱৰ সতে তাৰ সম্বন্ধ নাই। এয়া হ'ল বড়োসকলৰ বিয়াত গোৱা ধেমালিৰ গীত। বৈৰাথী মানে হ'ল বৰাইথী।' অৰ্থাৎ যি গৰাকী মহিলাই বৰযাত্ৰীসকলক কইনাৰ ঘৰত আদৰে। বৈৰাথীয়ে আদৰে আকৌ খনিয়া তামোলেৰে। বৰযাত্ৰীয়ে বৈৰাথীক জোকায় এই গীতটোৰে। তাৰ মানে হ'ল—ঐ নিশকতীয়া বৈৰাথী ! যিহে টিকাত হাত মচি মচি লেতেৰা হাতেৰে তামোল কাটিছ, আমি নাখাওঁ সেইবোৰ তামোল।

বকৰাৰ মনত পৰিছিল, গীতটো গাই গাই গাভৰুজাকৰ যাকে ওচৰত পাইছিল তাইৰে টিকাত চপৰিয়াইছিল সি। গাভৰুজাকেও কিৰিলি পাৰি হাঁহি উঠিছিল তাৰ প্ৰতিটো চাপৰৰ লগে লগে। দৃশ্যটো মনৰ পৰা জোকাৰি পেলাবলৈকেই বকৰাই কলে—

: আপোনাক কমৰেড, নবাবৰ দিনত হোৱাহেঁতেন ৰাকি আহনবীচ পাতিলে-হেঁতেন নবাবৰ।

: মইও ততালিকে আমাৰ এই সংগ্ৰামৰ এখন তাৰিখ ফৎ ই অছাম লিপিবদ্ধ কৰিলোহেঁতেন মীৰ মোহাম্মদ চৈয়দ অফ্ আৰ্দিস্তান্ খান খানানৰ ৰাকি আহনবীচ ইবন্ মোহাম্মদ ওৱালিৰ দৰে।

ছুয়ো ডাঙৰকৈ হাঁহি দিলে। ৰতি স্বৰ্গিয়াৰীয়ে নিঃসহায় দৃষ্টিৰে ছুয়োলৈকে ঘূৰি চালে। বকৰাই টপৰাই কলে—

: অকণ ৰগৰ কৰিলোঁ কমৰেড্ ৰাভাৰ লগত। বেয়া নাপাব কমৰেড্।

: নাই নাই ; সেইটো আকৌ কি কথা ? কামো কৰিব লাগিব ; হাঁহিবও লাগিব। 'কামৰ সময়ত কাম, তেহে সময়ত পাম।

সি স্বৰ্গিয়াৰীৰ কথাটো শুনিয়েই বকৰাৰ মুখলৈ চালে। বকৰাই স্মৃতি ৰোমন্থন

কৰাৰ দৰে কলে মাও চে টুঙে কিদৰে উনৈছ শ সাতাইশ চনত প্ৰথম শ্লোগানটো ৰচনা কৰিছিল, তাৰ কথা—

যেতিয়া শত্ৰু আগবাঢ়ে আমি পিছুৱাওঁ
যেতিয়া পলায় আমি হাৰাশাস্তি কৰোঁ ;
যেতিয়া সি পিছুৱায় আমি খেদি যাওঁ ।
যেতিয়া সি ক্লান্ত হৈ পৰে আমি আক্ৰমণ কৰোঁ ।

এই শ্লোগানটোৰ লগত তেওঁ স্বৰ্গিয়াৰীৰ পৰা এইমাত্ৰ শুনা ফকৰাটোও আওৰাই চালে । তাৰ তাৎপৰ্য সহজ-সৰল মানুহবোৰে কিদৰে হৃদয়ংগম কৰিব তাৰ সম্ভাব্য-দিশবোৰ তেওঁ মনতে চিন্তা কৰি চালে । গাঁৱৰ মানুহৰ বাবে মুখৰ বক্তৃতাতকৈ অথবা উপদেশ বাণীতকৈ বহুত বেচি কাৰ্যকৰী হ'ল ফকৰা-যোজনাবোৰ । তেওঁ স্বৰ্গিয়াৰীৰ পিনে চাই কলে—

ঃ কমৰেড, মোক ইয়াৰ লোকাল ফকৰা কিছুমান শিকাই দিবচোন দেইৰ' ।

ঃ শিকাম বাৰু । এনেয়ে মনত নপৰেই নহয় সেইবোৰ ; হঠাৎ কেতিয়াবা কথাৰ লাচতেহে আহি যায় ।

ই দুজনৰ কথোপকথনত সি ভাগ লোৱা নাছিল । তাৰ তেতিয়া চিন্তা আছিল অইনত । সি সিমানে মহলপুৰৰ পৰা আঁতৰি গৈছে সিমানে ব্যগ্ৰ হৈ পৰিছে তাৰ এঘৰত লগ পোৱা এজনী বিশেষ গাভৰুক পুনৰ এবাৰ লগ পোৱাৰ বাবে । সি তাইক শেষবাৰৰ বাবে লগ পাইছিল দুমাহমানৰ আগতে এই মহলপুৰতে । তাৰ পাচতো এবাৰ নে দুবাৰ একেবাৰে ওচৰলৈ আহিও সি তাইক লগ পাব পৰা নাই । কিবা নহয় কিবা এটা অজুহাতত তাই আঁতৰি পৰিছে । অৱশ্যে সি এইপিনে আহোতে মনে মনে আশা কৰিছিল যে তাইক নিশ্চয় সি লগ পাবই । ছোৱালীজনী গুৱাহাটীৰ উইভিংত পঢ়ে বুলি সি জানে । আৰু এতিয়া তাই ঘৰতে থকাৰ কথা, যেহেতু গৰমৰ দীঘলীয়া বন্ধ সম্প্ৰতি চলি আছে । সি কিন্তু স্বৰ্গিয়াৰীক পোনপটীকৈ তাইৰ কথা নুসুধিলে । মাথোন সুধিলে—

ঃ হেৰি নহয় কমৰেড ! নাৰী মুক্তি সংঘত আমাৰ এইপিনৰ ছোৱালীয়ে যোগ দিছেনে নাই বাৰু ?

ঃ কেলেই ? আমাৰ ৰাজনী, নলনী, মোহিনী, ইলাইশ্ৰী এনেদৰে ভালেমান আমাৰ এইপিনৰ ছোৱালীয়ে যোগ দিছে । ৰৰমাত অধিৱেশন হোৱাৰ কথা আছে অলপতে ।

বকৰাই সিহঁতৰ কথাৰ মাজত সোমাই সুধিলে—

: নেতৃত্ব কোনে দিছে বাৰু ?

: কমলা বৰ্মণ, কনকলতা মেধি এওঁলোক দুয়ো বাই ভনীয়ে। আমাৰ নবীন মেধিৰ ছোৱালী। উজনিৰ পৰা সাবিত্ৰী, কণমাই, ধনদা, হেমলতা এনেকে কেবাগৰাকীও অহাৰ কথা বৰমাৰ অধিবেশনলৈ।

ধনদাৰ নাম শুনাৰ লগে লগে বুকুখন তাৰ চিৰিং কৰে উঠিল। উজনিৰ অচলা পথাৰত এদিন গধূলি ধনদাই অকলে তাক লৈ গৈছিল এখন বিচিত্ৰা-মুষ্ঠানলৈ জংঘলাকীৰ্ণ বাটেদি মনে মনে পলুৱাই নিয়াৰ দৰে। যোৱাৰ পথৰ কেইটামান নিবিড় মুহূৰ্ত্তৰ অভিজ্ঞতা আজিও সজীৱ হৈ আছে তাৰ চেতনাত।

: ধনদাহঁত সেইবাৰ তোমালোকৰ দীঘেলীলৈকে যোৱা বুলিও শুনিছিলোঁ।।

: হয়। মোৰ তাত্তে কেবাদিনো আছিল। বৰ ফৰৱাৰ্ড ছোৱালীকেইজনী। বিশেষকৈ' ধনদা বোলাজনী। কথায় কথায় আবোৰ কথা কয়। আমাৰ এই পিনৰ মোহিনীও পিচে কম নহয়! বৰ সাহস ছোৱালীজনীৰ। এই গৰমৰ বন্ধতে তাই বেচ কাম কৰিছে। বাঘমাৰাত নহলেও শিলবাৰীত আমি তাইক লগ পাই যাবই পাৰোঁ।

খবৰটো শুনি সি তলে তলে উদ্বেলিত হৈ উঠিছিল। কিন্তু খবৰটোত গুৰুত্ব নিদিয়াটো দেখুৱাবলৈ সি উলিয়ালে বেলেগ এটা বিষয়ৰ কথা।

: নাৰী মুক্তি সংঘটো এটা ফ্ৰণ্ট অৰ্গেনাইজেশ্বন হিচাপে গঠন কৰিব পাৰিলে বেয়া নহব যেন পাওঁ।

: ভালোতো নহব ? চীনৰ সংগ্ৰামৰ ষ্ট্ৰেটেজি হুবহু গ্ৰহণ কৰাটো মই হলে সমীচীন হব বুলি নাভাবোঁ।।

: অৰ্থাৎ ?

প্ৰশ্নৰাৰ সোধাৰ লগে লগে মনত পৰিছিল তাৰ ধনদা, মোহিনীহঁতৰ হাঁহি উজ্জ্বল মুখবোৰ। গুলী বেয়নেটৰ আঘাতত অসহ্য যন্ত্ৰনাত সেই মুখবোৰ বিকৃত বিবৰ্ণ হৈ গ'লে কেনে দেখা হব সি মনে মনে কল্পনা কৰিবৰ চেষ্টা কৰি আতংকত চঞ্চল হৈ পৰিল।

বকৰাই অৱশ্যে সহজভাৱেই কলে—

: আৱাৰ হোল ষ্ট্ৰেটেজি। আপুনিও এবাৰ মোৰ আগতেই কৈছিল যে আমাৰ ষ্ট্ৰেটেজিৰ কোনোবাখিনিত গলদ আছে।

: হুঁ, নিশ্চয় কৈছিলোঁ। আৰু মই অনুভৱ কৰি কৈছিলোঁ।

: মোৰ আকৌ এতিয়া অনুভৱেই নহয়। আই থিংক্ আই ক্যান স্পেল আউট। আই ক্যান আইডেন্টিফাই।

: বাক কওঁকচোন।

: মাওৱে এসময়ত কৈছিল যে, যি প্ৰতিৰোধ সংগ্ৰাম তেওঁলোকে কৰিছে সেয়া আছিল প্ৰকৃততে কৃষক সংগ্ৰাম। তেওঁ কৈছিল—"Everything we use in resistance, everything we live on is really given to us by the peasants." অৱশ্যে তেওঁ নেশ্যনেল বুৰ্জোৱা অৰ্থাৎ উচ্চ মধ্যবিত্ত শ্ৰেণীটোৰো সংগ্ৰামী গুণ থকাৰ কথা স্বীকাৰ কৰিছে। কিন্তু তেওঁলোকৰ আন এটা সহজাত গুণ আছে; সেইটো হ'ল বিশ্বাসঘাতকতা। তেওঁ বিশ্বাস কৰিছিল যে, গাঁও-ভুঁইবোৰে এদিন নগৰ-চহৰবোৰক পৰাজিত কৰিব। গতিকে তেওঁ নিউ ডেম'ক্ৰেচীত সংগ্ৰামৰ সমস্ত আঁচনিটোকে দুটা স্তৰত ভাগ কৰিছিল। ফিউডেল সমাজৰ পৰা সমাজবাদলৈ উত্তৰণৰ ক্ষেত্ৰত তেওঁ ভাবিছিল, জনসাধাৰণৰ সংগ্ৰাম এটা অন্তৰ্বৰ্তীস্তৰৰ মাজেদি আগবঢ়াই দিবলগীয়া হব। পৰিস্থিতিৰ বাস্তৱ মূল্যায়ণৰ পৰা তেওঁ সেই উপলব্ধি লাভ কৰিছিল। গতিকে তেওঁ বিশ্বাসঘাতকসকলক ক্ৰমে এঘৰীয়া কৰি যোৱাৰ মতলবেৰে শ্ৰমিক, বুদ্ধিজীৱি আৰু পেটি বুৰ্জোৱাসকলক লগত লোৱাৰ কথা কৈছিল। গতিকে আমাৰ ইয়াতো নিম্ন মধ্যবিত্ত মানুহখিনিক আমাৰ ফলীয়া কৰি লবই লাগিব যাতে বিশ্বাসঘাতক উচ্চ মধ্যবিত্তৰ দলটো এঘৰীয়া হৈ পৰে।

: তেনেহলে আপুনি আকৌ চীনৰ ষ্ট্ৰেটেজিকে গ্ৰহণ কৰিব!

: হুবহু নহয়।

: যিয়েই নহওক লাগিলে, মোৰ বোধেৰে ইয়াতো এটা গলদ আছে। কৃষক সকলক ভালদৰে সংগঠিত কৰি লোৱাৰ আগতে সেইটো কৰিলে বিপদ আছে। কৰ্তৃত্ব তেতিয়া কৃষকৰ হাতৰ পৰা গুচি যাব। যিটো পৰিস্থিতিয়ে সম্প্ৰতি দেশৰ সকলো অনৰ্থৰ হেতু হৈ পৰিছে। শত্ৰুপক্ষই যি অভিসন্ধি কৰি আছিছে, তাত ইন্ধন যোগোৱাহে হব যদিহে কৃষকৰ সংগঠন কৰ্তৃত্বহীন হৈ পৰে। আনহাতে আমাৰ ইয়াত সমাজখনৰ গাঁথনিটোত বিভিন্ন শ্ৰেণীৰ মানুহবোৰ এনেদৰে গ্ৰন্থিবদ্ধ যে সেইবোৰ ভাগ ভাগ কৰি লোৱাটোও এটা জটিল কাম হৈ পৰিব।

কথাবোৰ আলোচনা কৰি থকা অৱস্থাতেই সিহঁত শিলবাৰীত সোমাইছিলহি।

সি তেতিয়া উত্তেজনাৰে কৈছিল কিদৰে অসমৰ ৰাজনীতিত নেতৃত্ব লোৱা প্ৰায় বাৰেই হয় উকীল, নহয় চাহ বাগিছাৰ সতে সম্পৰ্ক থকা লোক, নতুবা জমিদাৰ বা ধনীৰ দালাল। কৃষক-বনুৱাক শোষণ কৰি তেওঁলোকে যি প্ৰতিষ্ঠা লাভ কৰি আহিছে, সেই প্ৰতিষ্ঠা তেওঁলোকে কায়েম কৰিব বিচাৰিছে শাসকৰ ৰূপত। গতিকে তেওঁলোকৰ একমাত্ৰ লক্ষ্য এতিয়া এম এল এ বা মন্ত্ৰী হোৱা, তাৰ বাবে যি কোনো অন্যায়কে কৰিবলৈ তেওঁলোকে সংকোচ বোধ নকৰে। কিয়নো তেওঁলোকে এটা কথা ভালদৰে জানে যে এবাৰ এম এল এ বা মন্ত্ৰী হৈ ল'লে, পাঁচ বছৰলৈ আৰু কোনে পায়।

: আমি পাতিবহে পাৰোঁ, ভাঙিবতো নোৱাৰোঁ।

ৰতি স্বৰ্গিয়াৰীৰ মন্তব্যষাৰ শুনি এইবাৰ মাত দিলে বকুৱাই :

: কমৰেডে ঠিকেই কৈছে, আমি ৰজা পাতিবহে পাৰোঁ; কিন্তু ভঙাৰ অধিকাৰ হ'লে আমাৰ নাই। লাগে আমাৰ ৰজাই পাচত গৈ মানুহ খোৱা বাঘ এটাতে পৰিণত হওক।

সিহঁতে এঘৰ মানুহৰ চোতালত ৰতি স্বৰ্গিয়াৰীৰ পিচে পিচে গৈ যেতিয়া উপস্থিত হ'ল, তেতিয়াহে অনুভৱ কৰিলে যে, ব্যৱস্থাবোৰ আগতেই স্বৰ্গিয়াৰীয়ে কৰি ৰাখিছে। কিয়নো ঘৰ এটাৰ ভিতৰত ইতিমধ্যে গাঁৱৰ কেবাজনো লোকে সিহঁতৰ বাবে বাট চাই আছিল। সিহঁত দুয়ো আগৰে পৰাই পাৰি থোৱা ডাঙৰ ঢাৰিখনত বহিল আৰু কোনো ভাবান্তৰ প্ৰকাশ নকৰি আগৰ আলোচনাতে ব্যস্ত হৈ ৰ'ল। সি শেষত তাৰ সেই আগৰ মতকে দোহাৰি কলে যে, কৃষকসকলক আগতে সুসংগঠিক নকৰাকৈ নতুন কিবা এটা কৰিবলৈ গ'লে সিহঁতৰ সমগ্ৰ প্ৰচেষ্টা ব্যৰ্থতাত পৰ্যবসিত হ'ব।

সেই মুহূৰ্ত্তত তাৰ কথাত বোধকৰোঁ ৰোষতকৈও বেছি প্ৰকাশ্য হৈ পৰিছিল বেদনা। দুয়ো নীৰৱ হৈ পৰাৰ পাচত মানুহবোৰেও নীৰৱে তলমূৰ কৰি বহি থাকিল। শোকপ্ৰস্তাৱ গ্ৰহণ কৰা সভাৰ সমবেতসকলৰ দৰে।

ঠিক তেনে এটা গহীন মুহূৰ্ত্তত ৰতি স্বৰ্গিয়াৰীয়ে আটাইতকৈ পাতল কথা এষাৰ মনত পেলাই দিয়াত হঠাৎ সি আহত হৈছিল যদিও সেয়া আছিল খন্তেকৰ বাবেহে। পাচ মুহূৰ্ত্ততে তাৰ চকুৰ আগত ভাহি উঠিছিল কমৰেড্ টেৰণ নামৰ সিহঁতৰ আটাইতকৈ হোজা যেন দেখা অথচ আটাইতকৈ সচেতন অভিজ্ঞ কৰ্মীজনৰ নাটকীয় দৃশ্য এটাৰ কথা।

ৰতি স্বৰ্গিয়াৰী যে সমবেতসকলৰ মাজৰ পৰা ইতিমধ্যে উঠি গৈছিল সি

জনাই নাছিল। তেওঁ কৰবাৰ পৰা এখন চিঠি লৈ আহি তাৰ আগত পেলাই দি কৈছিল বসন্তমালতীৰ পৰা অহা বুলি। বসন্তমালতী শব্দটো শুনাৰ লগে লগেই তাৰ মনত পৰিছিল সেই নাটকীয় দৃশ্যটোৰ কথা।
সি তেতিয়া আছিল ঘগ্ৰাপাৰৰ ছত্ৰা বুলি এখন গাঁৱত। সেই সময়ত তাত কলেৰাই দেখা দিছিল মহানাৰী ৰূপত। সি লগত চাল্‌ফাগুইনিদিন টেবলেট্‌ আৰু নিমখ লৈ ঘৰে ঘৰে ৰোগীৰ শুশ্ৰূষা কৰি ফুৰিছে। সেইদিনা যোৱা থোৱা অৱস্থাৰ ডেকা ল'ৰা এজনক পুৱঁতি নিশাৰে পৰা নিমখ পানী খুৱাই, টেবলেট চাৰিটামান একেলগে খুৱাই দি অলপ ভাল কৰি তুলিছিল। গিৰিহঁতৰ ভায়েকক ডাক্তৰ আনিবলৈ পঠাই দি গাঁৱৰ মহাজনৰ ঘৰৰ ল'ৰা এটা বেমাৰত পৰা বুলি শুনি দৌৰা দৌৰিকৈ মহাজনৰ ঘৰৰ পিনে গৈছিল সি। বাটত কোনোবা এজনক চাইকেলত আহি থকা সি দেখিছিল। চাইকেল আৰোহীজন পিচফালে আহি থকা দেখি সি ভাবিছিল, নিশ্চয় মহাজনৰ ঘৰৰ মহগুৱালটোৱেই হ'ব। তাক সমীহ কৰি পাৰ হৈ যোৱা নাই।
মহাজনৰ ঘৰত সোমোৱাৰ লগে লগেই চাইকেল আৰোহীজনো তাৰ গাৰ কাষতে নামিলেহি। ঘূৰি চাই দেখিলে কমৰেড্‌ টেৰণ। সি অবাক হৈ গ'ল টেৰণক তেনেদৰে অভাৱনীয় এটা পৰিস্থিতিত লগ পাই। সুধিলে —
: খবৰ কি ?
তেওঁ টপৰাই উত্তৰ দিলে —
: বসন্তমালতী।
কেৱল উত্তৰেই নহয়, 'লালনিচান' দুকপি, এজাপ চিঠি আৰু এটা বটলো উত্তৰৰ লগে লগে তালৈ আগবঢ়াই দিলে। এক ৰহস্যময় ভংগীৰে।
দৃশ্যটো মনত পৰাত পৰিবেশৰ গভীৰতা তাৰ মনৰ পৰা অন্তৰ্হিত হ'ল। অনুপমাই পঠোৱা সেই বসন্তমালতীৰ বটলটো হাতত লৈয়ে সিদিনা তাইৰ প্ৰতি গভীৰ কৃতজ্ঞতাৰে তাৰ অন্তৰ উদ্বেলিত হৈ পৰিছিল। এই মুহূৰ্ত্তত পিচে তাৰ মন কমৰেড্‌ টেৰণ, অনুপমাৰ স্মৃতি পাৰ হৈ বৈ গৈছিল আৰু এক আশা পূৰণৰ অপেক্ষাত।
চিঠিখন সি লাহেকৈ খুলি ললে লেমটোৰ ওচৰত। দক্ষিণ গোৱালপাৰাৰ কিছুমান গতানুগতিক খবৰ আছিল তাত। ছত্ৰাগাঁৱৰ মহাজনৰ ঘৰত সেই বসন্তমালতীৰ বটল লৈ যোৱাৰ দিন ধৰি টেৰণে তুমাহমানৰ কাৰণে মহগুৱাল হৈয়ে থিতাপি লৈছিল ; আৰু তাৰ পৰাই বাহিৰে বাহিৰে তেওঁ দক্ষিণ

গোৱালপাৰাত আছেহি পাৰ্টিৰ নিৰ্দেশক্ৰমে। চিঠিত লিখিছিল, তেওঁ বেকাৰ হৈ সেই অঞ্চলত সোমাই আছে। কমৰেড্ শৰতে ধূপধৰ অঞ্চলত কাম কৰি আছে। প্ৰয়োজন হ'লে ডাক পৰিলেই তেওঁ তাৰ ওচৰলৈ আহিবৰ বাবে প্ৰস্তুত হৈ আছে।

চিঠিৰ শব্দবোৰৰ গতানুগতিক অৰ্থখিনি এসময়ত তাৰ ওচৰত একেবাৰে অৰ্থহীনেই নহয় বিৰক্তিকৰো হৈ পৰিল। মনৰ মাজত তোলপাৰ লগাই থকা প্ৰগাঢ় বাসনাটোৱে আকৌ তাক তলে তলে চঞ্চল কৰি তুলিলে। সি মানুহজনৰ মাজলৈ দৃষ্টি দি সুধিলে—

: দ্বাৰেণ বাবু ক'ত?

: তেখেত অহাৰ কথা আছে, হেইৰা, যোৱাচোন দ্বাৰেণ বাবুক আবৌৰে এতিয়াই মতা বুলি কোৱাগৈ।

স্বৰ্গিয়াৰীয়ে কোনোবা এজনক কলে। আন সময়ত হোৱাহেঁতেন সি হয়তো মানা কৰিলেহেঁতেন আন এজনক পঠাই দিয়া কথাটোত। কিয়নো অহাৰ কথা আছেই যেতিয়া, আকৌ মাতিবলৈ পঠোৱাৰ সকাম কি। কিন্তু তাৰ মনৰ উদ্বেগ আছিল আন এটা বিষয়ক কেন্দ্ৰ কৰিহে।

দ্বাৰেণ বাবু আছিল সেই অঞ্চলৰ এগৰাকী শ্ৰদ্ধাভাজন শিল্পী। তেখেত আহিলেই অলপ নাচগানৰ আযোজন কৰিবলৈ দিয়া হব। আৰু তেতিয়া, সি আশা কৰা মতে হয়তো ঘটনাবোৰ ঘটি যাব পাৰে কিন্তু হঠাৎ কথা এটা মনত পৰাত তাৰ চিন্তাত আউল লাগি গ'ল আৰু সি স্বৰ্গিয়াৰীক ওচৰলৈ মাতি আনি সুধিলে—দ্বাৰেণ বাবুক তেওঁলোকে ইয়াত ক'ত পাব! তেখেতৰ ঘৰতো মছলপুৰৰ ওচৰতহে। যি মছলপুৰৰ পৰা পুলিচৰ ভয়ত স্বৰ্গিয়াৰীয়ে সিহঁতক পলুৱাই লৈ আহিছে!

ৰতি স্বৰ্গিয়াৰীয়ে ৰহস্যপূৰ্ণ হাঁহি এটা মাৰি কলে—

: আবৌ, আপোনাৰ লগে লগে মছলপুৰখনো আহি আছে। দ্বাৰেণ বাবু, শীতল, মোহিনী চব ইয়াৰ ওচৰতে আছেহি। কিবা এখন কৃষ্টিসভা আছে কালিলৈ। ইয়াৰ ওচৰৰে এখন স্কুলত। আপোনাক একেবাৰে উদ্দেশ্য বিহীন ভাৱে ইয়ালৈ অনা হোৱানাই নহয়!

দ্বাৰেণ বাবু আহি পালেহি। সি কিবা এষাৰ কবলৈ পোৱাৰ আগতেই দ্বাৰেণ বাবুৱে খেদ কৰি কলে যে, সেই অঞ্চলত লীডাৰ দুই এজনে কাম কৰি আছে যদিও সংগঠন ভাল হোৱা নাই। সিহঁত দুয়ো আহি পাইছে যেতিয়া ডেকা·

গাভৰুহঁতে কিছু কথা শুনিব খোজে। কিয়নো অঞ্চলত সংগঠন কৰিবলৈ হলে তেওঁলোকৰ সক্ৰিয় সহযোগ নহলেই নহব।

দ্বাৰেণ বাবুৰ কথা শুনি লোকনাথ বৰুৱাই যেন ইমান পৰে বিচাৰি থকা সুযোগটোকে পালে এনেদৰে এক মুহূৰ্ত্তও বিলম্ব নকৰি বহাৰ পৰা উঠিল আৰু কলে—

: বলক, ক'ত আছে তেওঁবিলাক?

সিহঁত বহি থকা ঘৰটোৰ পিচফালেই যে এনে এটা আয়োজন ইমান সংগোপনে হৈ থাকিব পাৰে, সি দেখিয়েই বিচুৰ্তি খালে। প্ৰকাণ্ড চোতালখনত খেৰ পাৰি থোৱা আছিল ইমূৰ-সিমূৰ জুৰি। সন্মুখৰ কিছু ঠাই এৰি ডেকা আৰু গাভৰুৰ জাক বহি আছিল সিহঁতৰ অপেক্ষাত। গাভৰু অৱশ্যে সংখ্যাত ডেকাতকৈ যথেষ্ট কম আছিল।

এখন আনুষ্ঠানিক সভাৰ দৰেই হ'ল। বৰুৱা, দ্বাৰেণ ব্ৰহ্মই কোৱাৰ পাচত একেবাৰে শেষত সি কবলৈ আৰম্ভ কৰিছিল। কিন্তু কথাবোৰ কৈ আগৰ দৰে অন্তৰখন তাৰ মুকলি মুকলি নালাগিল। আঞ্চলিক ক্ষমতা দখল কৰিলেই যেনিবা, তাৰ পাচত? আকৌ সেই একে সংশয়—একেই পুৰণি আশংকা। কথা শেষ কৰি সি বৰুৱাৰ কাষতে বহি ললেহি; আৰু গোপনীয় বিশ্বাসৰ কথা এষাৰ কোৱাৰ দৰে অনুচ্চ কণ্ঠেৰে কলে -

: বুজিছে কমৰেড্! মোৰো ৰামতুলাবীৰ দৰেহে সুধিবলৈ মন যায়।

মাজত থোৱা লেমটোৰ চাৰিওপিনে ডেকাহঁতে নাচিছিল ঘূৰি ঘূৰি চিফুঙৰ মিঠা সুৰৰ ছন্দে ছন্দে। কথাৰ অন্তত নাচ বা চিফুঙৰ সুৰে তাক আকৃষ্ট কৰিব পৰা নাছিল। তাৰ মনত পৰিছিল বেশ্যা ৰামতুলাবীৰ কথা এষাৰ। যিষাৰ কথাই এগৰাকী বাগবিদগ্ধ নেতাক হতবাক কৰি দিছিল।

তাৰ কথাষাৰ নুবুজি বৰুৱাই সুধিলে—

: কোন ৰামতুলাবী বাৰু?

: সেই যে বেশ্যা গৰাকী।

: অ' আচ্ছা! কি সুধিছিল বাৰু তেওঁ?

: এগৰাকী স্বনামধন্য দেশ নেতাই গুৱাহাটীৰ বেশ্যাসকলৰ এখন সভা পাতি তাত স্বদেশীৰ বিষয়ে লেক্‌চাৰ দিছিল। লেক্‌চাৰৰ অন্তত তাই হেনো সুধিছিল: ঠিক আছে, আমি বাৰু আপোনাৰ কথামতে বিদেশী বস্ত্ৰ বাদ দি স্বদেশী বস্ত্ৰ ব্যৱহাৰ কৰিলোঁ। কিন্তু তাৰ পাচত?

তাৰ কথাবাৰ শুনি বৰুৱা নীৰৱ হৈ পৰা দেখি সি আকৌ কলে—

: মইও সুধিব খুজিছোঁ—আমি বাৰু কৃষক-বনুৱাৰ শক্তিৰ দ্বাৰা ক্ষমতা দখল কৰিলোঁ বুলিয়েই যেনিবা। তাৰ পাচত?

সি হুপি হুপি বিস্বাদ লগা চিগাৰেটৰ বাকী টুকুৰাটো খেৰ নথকা জেগা এডোখৰলৈ দলিয়াই দি নীৰৱ হৈ বহি থাকিল। বৰুৱাই তাৰ কথাৰ উত্তৰত ৰাজনৈতিক আৰু অৰ্থনৈতিক ক্ষেত্ৰত দেশত কৃষক-বনুৱাৰ নেতৃত্ব কায়েম হলে মানব সভ্যতাৰ ইতিহাসত যি এক নতুন যুগৰ সৃষ্টি হব সেই বিষয়ে কৈছিল। সি বৰুৱাৰ মুখৰ পিনে চাই মুখৰ ভিতৰতে শব্দ এটা কৰি হাঁহি মাৰিলে। তেওঁৰ কথা সমৰ্থনেই কৰিলে, নে নিৰৰ্থক বুলিয়েই ধৰি ললে তাৰ মুখ দেখি বৰুৱাৰ বুজাৰ উপায় নাছিল। কিয়নো পাচ মুহূৰ্ত্ততে সি একেবাৰে পাৰ্থিব কথা এটা লৈ ৰতি স্বৰ্গিয়াৰীৰ সতে ব্যস্ত হৈ পৰিছিল।

ছোৱালীজনী নাচি নাচি সিহঁতৰ সন্মুখেদি পাৰ হৈ গৈছিল। ধমধমাৰ সদৌ কছাৰী সন্মিলনত দেখাতকৈও বেছি ধুনীয়া হৈ পৰা যেন লাগিল তাইক। সি হতবাক হৈ নৃত্যৰ ছন্দে ছন্দে দোলায়িত তাইৰ দেহটোলৈকেই নিৰ্নিমেষ দৃষ্টিৰে চাই থাকিল। ব্ৰীড়াবনত মুখৰ তলতে তাইৰ দেহৰ উদ্ধত বাঙ্ময়তাত সি অভিভূত হৈ পৰিল।

বৰুৱা হতাশ হ'ল। স্বৰ্গিয়াৰীক ইংগিতেৰে ওচৰলৈ মাতি সুধিলে কোন সেই ছোৱালীজনী। তেওঁ কাণৰ কাষলৈ মুখখন আনি বৰুৱাক কলে—

: মোহিনী সেইজনী।

বৰুৱাই নামটো শুনিয়েই সমস্ত জলাঞ্জলি দিয়াৰ ভংগী এটা দিলে কান্ধ দুখন জোকাৰি। স্বৰ্গিয়াৰীয়ে কলে—

: শিল্পী মানুহতো, আপুনি অকণ লাইচেঞ্চ দিবই লাগিব।

: কমৰেড্। লাইচেঞ্চ কিবা কৰিবৰ বাবেহে দিব পাৰি। কিন্তু একো এটা নকৰাৰ বাবে লাইচেঞ্চ!

স্বৰ্গিয়াৰীয়ে বৰুৱাৰ কথাবাৰ বুজা-নুবুজাৰ মাজতে কলে—

: জুইত চগাবোৰ আপোনাআপুনি পৰেহি। জুয়েতো বিচাৰি নানে। আপুনি লগত আছে বুলিহে! নহলেতো ইয়াতেই ঘেৰি ধৰিলেহেঁতেন। কথাবাৰ কোৱাৰ লগে লগেই স্বৰ্গিয়াৰী অন্যমনস্ক হৈ পৰিল। চকুৰ আগত ভাহি উঠিছিল কত বিভিন্ন দিনৰ বিভিন্ন স্মৃতি।

এবাৰ তেওঁলোকৰ দীঘেলীতেই। বহুদিন খবৰ নোপোৱাত গুৱাহাটীৰ পৰা

অনুপমা নিজেই আহি গৈছিল উদ্বাউল হৈ। ঠিক সেইদিনা সি আকৌ দীঘেলীত নাছিল। আছিল দূৰৰ এখন গাঁৱত। অনুপমাই তাক এবাৰ চাই যোৱাৰ আশাৰে দীঘেলীত তেওঁৰ ঘৰতেই প্ৰায় এমাহ কাল বাট চাই আছিল। এমাহ হবলৈ এদিন নে দুদিন থাকোঁতে তাক বিচাৰি মহুলপুৰৰ পিনৰ পৰা আহিছিল এদল ছোৱালী। তাৰ মাজত এই মোহিনীজনীও আছিল।

মোহিনীহঁতে তাক নাপাই গুচি যোৱাৰ পাচত তাইৰ কথালৈ অনুপমাই বিভিন্ন কৌতুহল প্ৰকাশ কৰিছিল। আৰু পাচদিনা তাক লগ নোপোৱাকৈয়ে হঠাৎ অনুপমা উভতি গৈছিল। কেইদিনমানৰ পাচত দীঘেলীলৈ আহি এই কথাবোৰ সি এখন কাণেদি শুনি আনখন কাণেদি উৰুৱাই দিছিল।

স্বৰ্গিয়াৰীয়ে কোনোদিন নাপাহৰে সেইদিনা সি উভতি অহাৰ দৃশ্যটো। মলিয়ন চোলা-কাপোৰেৰে মানুহজনৰ ৰুক্ষ চুলি, ধূলিয়ৰি হাত-ভৰিবোৰ দেখিয়েই বুজিব পাৰিছিল তেওঁ, যে সি সেইদিনা কৰবাৰ দূৰৰ পৰা খোজকাঢ়ি আহিছিল। আৰু বোধকৰোঁ কৰবাত কিবা গোপন সভাত বহুদিন জুৰি আলোচনাৰ অন্তত মাজৰাতি সভা ভাঙি দিহাদিহি কৰ্মীবোৰৰ লগতে সিও আঁতৰি আহিছিল।

ঘৰত সোমোৱাৰ লগে লগে স্বৰ্গিয়াৰীয়ে আদৰিবলৈ আহি তাৰ মুখত যি প্ৰশান্তিৰ ভাব লক্ষ্য কৰিলে তাত ক্লান্তিৰ লেশমানো আভাস নেদেখি তেওঁ হতবাক হৈ গ'ল। সি হাঁহি হাঁহি সুধিলে—

: কি খবৰ কমৰেড্? ভালনে?

: আপোনাৰ মুখখন দেখি এনেহে লাগিছে আৰে, আপুনি যেন অলপ আগতে আমাৰ তিথিহঁতৰ খবৰ লৈ উভতি আহিল!

: তিথিহঁতৰ কিবা হৈছে নেকি?

হঠাৎ সি শংকিত হৈ উঠিল। ৰতি স্বৰ্গিয়াৰীয়ে তাৰ আশংকা দেখি হাঁহি হাঁহি কলে—

: নহয় অ' আৰৌ, মই কথাৰ মাতটোহে কৈছোঁ। আপোনাৰ মুখখন দেখি ইমান যে দূৰৰ পৰা আহিছে ধৰিবই নোৱাৰি।

: অঁউ! কালি ৰাতি মিটিং শেষ হ'ল। তাৰ পৰা ৰাতি ৰাতি খাওাই খাওাই আহি আছোঁ।

তেওঁ ঠাইখনৰ কথালৈ স্পষ্ট কাৰণতেই কৌতুহল প্ৰকাশ নকৰিলে। অৱশ্যে পাচত তেওঁ জানিছিল পাগলাদিয়াৰ পাৰৰ সেই দূৰৰ গাঁওখনৰ কথা। যিখন

গাঁও দীঘেলীৰ পৰা কুৰি মাইলতকৈ কম দূৰত নাছিল।

তাক সেইদিনা জো অকণ যোগাৰ কৰি দি তেওঁ অনুপমা-মোহিনীহঁতৰ খবৰ দিছিল। সি উত্তৰত একোকে নকৈ জেপত হাত ভৰাই কিবা বিচৰাৰ ভংগী এটা দি শেষত নিৰুপায় হোৱাৰ দৰে কলে—

: কমৰেড্ একপেকেট পাৰ্ছিংশ্বো অনোৱাহে। পইচা পাচত দিম।

স্বৰ্গিয়াৰীৰ তাৰ এই চিৰাচৰিত অজুহাতটোৰ সতে বহুদিনৰ পৰিচয় আছে। বপুৰাৰ জেপত এটা ফুটাকড়িও নাথাকে। পাৰ্টিৰ পইচা আহিলেও নিজে নাৰাখি কৰ্মীৰ মাজত বিলাই দি শেষ কৰে। তেওঁ কিন্তু তাৰ কথা সৰ্বান্তঃকৰণে বিশ্বাস কৰাৰ দৰে ল'ৰা এটাক ততাতৈয়াকৈ দোকানলৈ পঠাই দিছিল।

কত আছে তেওঁৰ তেনে অভিজ্ঞতা! কেৱল তেঁৱেই নহয়, কৰ্মীসকলৰ বহুতেই জানে তাৰ এই ফোপোলা আমিৰী চালটোৰ কথা। কিন্তু যেতিয়াই নোখোজক লাগিলে কিবা এপদ বস্তু অনাই দিবলৈ, সাধ্য আছে কাৰোবাৰ তাক প্ৰত্যাখ্যান কৰিব! বৰঞ্চ অনাই দি তেওঁলোকে নিজেই কৃতাৰ্থ বোধ কৰে। তেওঁ নিজেই দেখিছে কৰ্মীৰ মাজত তাক চিগাৰেট অনাই দিয়াৰ বাবে প্ৰতিযোগিতা হোৱা।

তেওঁৰতো কথাই বেলেগ। সি কি খাই ভাল পায়, কি কলে তলে তলে আমনি পায়—চব জানে। আনৰ পৰা কি পালে তাৰ হিচাব নৰখাকৈয়ে অন্তৰ উজাৰি সৰ্বস্ব দি দিবলৈ সি সততে প্ৰস্তুত। বুদ্ধিমান সি, কিন্তু ধূৰ্ত নহয়। অল্পভাৱে ভাল পায়, কিন্তু বঞ্চিত হলেও হিংস্ৰ নহয়।

তাৰ কথাকে ভাবি ভাবি ৰতি স্বৰ্গিয়াৰী ইমান অন্যমনস্ক হৈ পৰিছিল যে, ঘৰৰ মালিক নবীনৰ ফুচ ফুচাই কোৱা কথাবোৰ সি শুনাই নাছিল। গাত ঢকা এটা দিয়াতহে তেওঁ নবীনলৈ ঘূৰি চালে।

: ভিতৰত লৈ আহ না অলপ খোৱাৰ আগে আগে। ভাল বস্তু এটা থৈ দিছো।

: এখেত আমাৰ বৰুৱা কমৰেডে নাখাব হবলা। বাক যাচোন তই যোগাৰ কৰগৈ। মই লৈ গৈ আছো।

বৰুৱাই হামিয়াই-হিকটিয়াই বহি আছিল। গীতবোৰ মুবুজা দেখি আমনি পাইছিল। স্বৰ্গিয়াৰী আৰু নবীনৰ কথা শুনি ভালেই পালে। মোহিনীহঁতৰ নাচ কেতিয়াবাই শেষ হৈ গৈছিল। কাজেই সিও স্বৰ্গিয়াৰীৰ কথাত আপত্তি নজনালে।

ভিতৰৰ জুহালত মদৰ বাতিটো সন্মুখলৈ লৈ সি কিন্তু যি আষাৰ কথাৰে পাতনি মেলিলে, বৰুৱাই শুনি বিস্ময়ত হতবাক হৈ গ'ল। সন্মুখত বহি নিৰ্বিকাৰ ভাৱে বাতিৰ পাচত বাতি শেষ কৰি যোৱা বোমভোলানাথ মানুহজনৰ বিষয়ে বৰুৱাই আকৌ নতুনকৈ ভাবিবলগীয়াত পৰিল।



সেই অঞ্চলত যে এনে ব্যাপক আৰু নিবিড় সংগঠন এটা হৈ উঠিব পাৰে বৰুৱাইও ভবাই নাছিল। ডাঃ দাসগুপ্ত, অনিল ৰায়চৌধুৰী, পৰিমল সোম, কুমাৰ, পান্নালাল দাশগুপ্ত আটায়ে একোবাৰ আহি গ'লহি দীঘেলী অঞ্চলত। ইয়াৰ অভুতপূৰ্ব সংগঠন দেখি তেওঁলোকেও বিস্ময় মানি গৈছে।

দৰাচলতে আকৌ গণ্ডগোল হ'ল সেইখিনিতে। মানুহবোৰ বেপৰোৱা হৈ পৰিল। তাতে কেইজনমান ডেকাই উত্তেজিত হৈ ওচৰৰে চাৰ্কোল অফিচ

এটাকে জুই জ্বলাই দিলে। পিচে জ্বলাই দিবলৈহে পালে অঞ্চলটোত বিৰাট হুলস্থূল লাগি পৰিল। পুলিচ মিলিটাৰীৰে ভৰি পৰিল। এইবাৰ চৰকাৰী ব্যৱস্থা হ'ল অত্যন্ত কঠোৰ আৰু বাস্তৱমুখী। সেইবাবে সিহঁতেও কৌশল বদলাব লগীয়াত পৰিছিল।

সেই বিষয়েই সি কৈ আছিল সতীশ ৰামচিয়াৰী, ধৰ্ম স্বৰ্গিয়াৰী, উমেশ, নবীন, বীৰেণ, তিথি প্ৰমুখ্যে অঞ্চলৰ যুৱকৰ দলটোক। গাঁওবোৰত যাতে কোনো নতুন অচিনাকি মানুহ সোমাব নোৱাৰে সেইমৰ্মে ডেকা ল'ৰাবোৰক বিশেষভাৱে সাবধান কৰি দিবলৈ তেওঁলোকক কৈ দিয়া হ'ল।

ৰতি স্বৰ্গিয়াৰী, তেওঁৰ দেউতাক আৰু দীঘেলী অঞ্চলৰ বহুতো মানুহক পুলিচে গ্ৰেপ্তাৰ কৰিছে। তাৰ নামতো দহ হেজাৰ টকাৰ পুৰস্কাৰ সহ হুলিয়াজাৰি কৰা হৈছে। মুঠতে শত্ৰুপক্ষ যথেষ্ট সক্ৰিয় হৈ পৰিছে। এনেস্থলত সিহঁত সাৱধান নহলে শত্ৰুপক্ষই সমস্ত বানচাল কৰি দিব পাৰে।

বকৰাই অৱশ্যে ইতিমধ্যে সাজু হৈছিল গুৱাহাটীলৈ ঘূৰি অহাৰ বাবে। কথাবোৰত গুৰুত্ব নিদিয়া যেন দেখুৱাই তেওঁ কলে—

: চাৰ কমৰেড্ অচলাপথাৰৰ ঠগীৰাম বকৰাৰ দৰে নহয় যাতে।

সিও বকৰাৰ আগকটা কথা গ্ৰাহ্য নকৰি ডেকাহঁতক উদ্দেশ্য কৰি কৈ গ'ল—

: গাঁওত অচিনাকি মানুহ সোমালেই এৰিব নালাগে। বাহিৰা মানুহ সোমালেই ধৰিবি। এতিয়া আমিও সিহঁতৰ সমানেই কঠোৰ হব লাগিব।

অৱশ্যে ঠগীৰামৰ সেই কাহিনীটো মনত পেলোৱাত চিন্তাবোৰত তাৰ আউল লাগিব যেন কৰিছিল। তাৰ চকুৰ আগত ভাহি উঠিছিল সেইদিনা গভীৰ ৰাতি হাতত ক'লাছাইৰ মাজেদি ম্লান পোহৰ কোনোমতে সৰকি পৰা লেম এটা হাতত লৈ তাৰ অচলাপথাৰৰ কেম্পৰ পিনে অকলশৰে ভয় ভয় কৰি কোনোবা এজন আহি থকাৰ সেই দৃশ্যটো। প্ৰথমে সি ভাবিছিল নিশ্চয় কাৰোবাৰ ঘৰত বেমাৰ। নিৰুপায় হৈ তাৰ ওচৰলৈ আহিছে। ইমান ৰাতি তাক কষ্ট দিবলৈ হয়তো মনো যোৱা নাই, ইপিনে বেমাৰীৰ বিষয়ে কিবা এটা সোনকালে নকৰিলেও নহয়।

ঠগীৰাম বকৰা বুলি চিনি পোৱাৰ পাচতো সি কিন্তু উদ্দেশ্যটো তেনে বুলিয়েই ধৰি লৈছিল। কিন্তু যেতিয়া ইতস্ততঃ কৈ তাৰ ওচৰ চাপি আদহীয়া মানুহজনে তেওঁৰ জীৱন ৰক্ষাৰ বাবে কাকুতি কৰি তাৰ ভৰিত

দীঘল দি পৰিছিল হৎভম্ব হোৱাত বাদে তাৰ আৰু উপায় নাছিল। পাচত যেতিয়া জানিছিল যে, অসতৰ্ক মুহূৰ্ত্তত ওলোৱা এষাৰ নগণ্য কথাৰ পৰাই এই ঘটনাৰ সূত্ৰপাত হ'ল, সি হাঁহিবই নে কান্দিবই এনে এটা অৱস্থাত পৰিছিল।

দুদিনৰ আগতে এখন গোপন বৈঠকত এটা খবৰ পাইছিল যে, ঠগীৰাম বৰুৱাই দলৰ বিপক্ষে য'তে ত'তে যিহকে তিহকে কৈ ফুৰিছে। সি শুনি কথাটোত যে চিন্তা কৰিবলগীয়া একোটোৱে নাই তাকে বুজাবলৈ বুলি কৈছিল— "গুলীমাৰা সেইবোৰ, কোনে পৰোৱা কৰে!" শতমুখ বিকৃত হৈ কথা যেতিয়া ঠগীৰামৰ কাণত পৰিল ভয়ত সন্ত্ৰস্ত হৈ তাৰ ওচৰত কৃপা ভিক্ষা কৰিছিলহি সেইদিনা ৰাতি।

ঠগীৰাম যোৱাৰ পাচত সেইদিনা সি অকলে অকলে হাঁহিছিল। আজি অৱশ্যে সি তেনে কোনো দ্বাৰ্থবোধক কথা কব নোখোজে। আৰু তেনে এটা সম্ভাৱনা চপাই লৈ ভবিষ্যতে ৰগৰ কৰাৰ সুযোগ ৰখাৰ অৱকাশো আজি নাই। সি বৰুৱাৰ কথালৈ ভ্ৰুক্ষেপ নকৰি গহীনভাৱে কৰ্মী কেইজনক যাৱতীয় নিৰ্দেশ দি দিহাদিহি পঠাই দিলে।

আন কিজনৰ লগতে তিখিও ওলাই গৈছিল। তাক পিচতে সি মাতিলে।

: তুমি ক'ত আছা?

: বাবুচাহেৱ নেপালীৰ ঘৰত।

: তুমি এই মুহূৰ্ত্তে মোৰ ইয়ালৈ আহি যোৱা।

সি আঁচনিটো বদলোৱাৰ সিদ্ধান্ত ল'লে। বৰুৱা হাজোৰ পিনেদি গুৱাহাটীলৈ উভতিব। কিছুমান কথাৰ স্পষ্টীকৰণ বিচাৰিছে হেনো হাইকমাণ্ডৰ পৰা। নগ'লেই নহয়। তিখিক সি ৰাতিয়েই পঠাই দিব সুৱনখাটা অভিমুখে। সি পুৱাৰ লগে-লগেই যাব। তাৰ অনুমানমতে পুলিচ আহিলেও ৰাতিপুৱাৰ আগতে সেইখিনি কোনোমতেই পাব নোৱাৰে।

তাৰ উদ্দেশ্য আছিল পুলিচৰ শক্তি বিক্ষিপ্ত কৰি দিয়া। আৰু তাৰ লগে লগে কিছু আঁতৰত প্ৰতিৰোধৰ এটা অদৃশ্য সীমাৰেখা গঢ়ি তোলা। কৰ্মীসকলক সেইবাবে সি বিভিন্ন দিশলৈ পঠাই দিছিল আৰু সি নিজেই পাচদিনা পুৱাতে সুৱনখাটা অভিমুখে যোৱাটো থিৰ কৰি নিশা কেইটামান ঘণ্টাৰ বাবে এঘৰৰ খেৰৰ পুঁজি এটাৰ আশ্ৰয় ল'লে।

ৰাতিপুৱা ওলায়েই ভাবিছিল যে, সি অন্ততঃ পুলিচ আহি পোৱাৰ আগতেই

গাঁৱৰ পিচফালৰ পথাৰখন পাৰ হৈ বেলেগ গাঁৱত সোমাব পাৰিব। কিন্তু গাঁৱৰ পিচপিনে ওলাই পথাৰত ভৰি দিয়েই দেখিলে, সি যিটোলৈ ভয় কৰিছিল সেইটোৱেই ঘটিল। তাৰ মনটো পুনৰ নবীনহঁতৰ ঘৰত এদিন নিশা জুহালত প্ৰকাশ কৰা ভয়টোৱে আচ্ছন্ন কৰি তুলিলে। যিটো ভয়ৰ কথা প্ৰকাশ কৰোতে বৰুৱা বিস্ময়ত হতবাক হৈ তাৰ মুখৰ পিনে ভেবা লাগি চাই আছিল।

বৰুৱা বিস্মিত হৈছিল তাৰ ভয়ৰ কাৰণে নহয়, তেওঁ বিস্মিত হৈছিল তাৰ সমন্ধে তেওঁ কৰা ধাৰণাৰ ভুলটো হঠাৎ ধৰা পৰাত। সেইদিনা মোহিনীহঁতৰ নাচত মছগুল হৈ সি বৰুৱাৰ কৃষক-বনুৱা ৰাজৰ ভবিতব্যতা সম্বন্ধে কোৱা কথাবোৰ মন নকৰা বুলি ভাবিছিল আৰু মনে মনে হতাশ হৈ পৰিছিল বৰুৱা। কিন্তু জুহালত দুই তিনি ৰাতি মান জুৰ খাই মনটো স্থিৰ কৰি লৈ যেতিয়া সি বৰুৱাৰ ব্যাখ্যাৰ সূত্ৰ ধৰি তাৰ নিজৰ আশংকা আৰু সন্দেহৰ কথা প্ৰকাশ কৰিছিল, বৰুৱাই বিমূঢ়ৰ দৰে তাৰ মুখৰ পিনে একেথৰে চাই আছিল।

সেই বিঘিনি আৰু প্ৰতিৰোধৰ কথা ভাবিয়েতো শত্ৰুপক্ষই ঢুকি পাব নোৱাৰা এটা স্থানৰ পৰা সংগ্ৰাম পৰিচালনা কৰাৰ কথা সিহঁতে চিন্তা কৰিছে। কিন্তু তাতো বাধাৰ অন্ত নাই। যেনে এই মুহূৰ্ত্তত সি আকৌ বিশেষ সতৰ্কতা অৱলম্বন কৰিবলগীয়াত পৰিছে। পুলিচকেইটা সি যোৱা পথৰুৱা বাটটোৰেই বিপৰীত পিনৰ পৰা আহি আছে। এনেবোৰ ক্ষেত্ৰত প্ৰতিপক্ষই নাভাবিব বুলি ভবা কথাটোকেই প্ৰতিপক্ষই ভাবে।

সি খোজ ঢিলাই দিলে। পিঠিৰ পিনে বান্ধি কান্ধেদি পেলাই লোৱা জালখনৰ খোপত ভৰাই অহা গুলীভৰা বিভলভালটোৰ গধুৰতা এতিয়াহে সি অনুভৱ কৰিলে। গাত তাৰ চোলা নাছিল। পিন্ধনত সৰু আঠুহতীয়া এখন মলিয়ন মাৰ্কিন কাপোৰ। মূৰত পাৰচকুৱা ফুলাম ফালিৰ পাগ। আৰু মুখত পুৱাৰ লঘোন ভঙাৰ গোন্ধ।

পুলিচ দেখি সি ঢলং পলং খোজত আগবাঢ়ি গৈ থাকিল। মুখেদি কিবাকিবি গানৰ কলি অসংযতভাৱে গাই গৈছিল। পুলিচ আহি কাষ পালত তাক সুধিলে—

: এই! তই বিষ্ণু ৰাভা নামৰ মানুহ এজনক এইপিনে অহা দেখিছ?

: ৰাভা? আমাৰ ইয়াত চব বড়ো মানুহ। ৰাভা মানুহ নাই দেই আমাৰ গাঁৱত।

কথাষাৰ কৈয়ে হঠাৎ নিজৰ ক্ৰটী মনত পৰাৰ দৰে উচপ খাই উঠিল আৰু মাটিত বাগৰি পুলিচ এটাৰ ভৰিতে ধৰি লৈ কাবে কাকুতি কৰিবলৈ লাগিল তাক যেন নিচা কৰা বাবে দায় নধৰে সেই উদ্দেশ্যে। সি মাছ মাৰিবলৈ বুলি জেঠৈবীয়েকহঁতৰ তাৰ পৰা ঘন জালখন খুজি লৈ আহিছে। তাতে মৰম কৰি অকণ সাজপানী উলিয়ালে। সিহঁতে যেন তাৰ দায়-দোষ মৰিষণ কৰে! পুলিচকেইজনে তাৰ বলিয়ালিত ধমক দি উঠিল। যাৰ ভৰিত ধৰিছিল সেই জনে কলে—

: তাকনো সুধি কি লাভ? নিজেই কব নোৱাৰে সি ক'ত আছে! বলক তাৰাতাৰি গাঁৱলৈকেই যাওঁ।

আন এজনে তথাপি শেষ চেষ্টা দিয়াৰ মনেৰে কলে—

: অই, তোৰ নিচিনাই ডাঙৰ-দীঘল, ৰাভা—বিষ্ণু ৰাভা নামৰ মানুহ এজন, গান-চান গায় যে, তই দেখিছিলি নেকি ক'ৰবাত?

: গনাই গ'চনি হালোৱা, নংগ্ৰা চেংগ'ৰা···

ঘূৰি ঘূৰি ঢলং পলংকৰে নাচৰ মুদ্ৰা দি সি গীতটো গাই হতাশ হৈ তাক এৰি যোৱা পুলিচকেইটাৰ পিনে চাই আহত হোৱাৰ দৰে দেখুৱাই কলে যে অকল ৰাভাৰে গান নাই। বড়ো মানুহবো গান আছে। ৰাভাৰ কি গান!

বড়োসকলৰ যি ধুনীয়া ধুনীয়া গান আছে!

তাৰ হাঁহিও উঠিছিল, দুখো লাগিছিল পুলিচকেইটাৰ দুৰ্গতি দেখি। সেই সাধাৰণ পুলিচকেইটা! দৰমহানো দিয়ে কিমান সিহঁতক! অথচ নিজৰ জীৱনটো হাতৰ মুঠিত লৈ দিন ৰাতি সমান কৰি সিহঁতে খাটিবলগীয়াত পৰে। এই মুহূৰ্ত্তভে সি নহৈ আন যিকোনো এজন হোৱাহেঁতেনেই জালৰ খোপত লুকাই থোৱা বিভলভাৰটো গৰ্জি উঠিলেহেঁতেন। হয় সি নহয় সিহঁত শেষ হ'লহেঁতেন। আৰু যদি সিহঁত শেষ হ'লহেতেন, তেনেহলে সিহঁতৰ ল'ৰা-ছোৱালী, তিৰোতাকেইজনী, আৰু যাৰ আছে বৃদ্ধ মাক-বাপেক চব ছিন্নমূলৰ দৰে উটি ভাঁহি গ'লহেঁতেন। ক্ষমতাৰ শিখৰত বহি জনপ্ৰিয়তাৰ আঁৰত স্বাৰ্থ পূৰণৰ খেলত মগ্ন তথাকথিত নেতাবোৰৰ তাহাঁতলৈ উভতি চোৱাৰ ফুৰসতেই নহ'লহেঁতেন।

চাইকেল দুখন যোগাৰ কৰি দূৰৰ চুবুৰী এটাৰ জংঘলাকীৰ্ণ বাট এটাত আগৰ বন্দোবস্ত মতে বৈ থকা ধৰ্মক দেখিও তাৰ মনটো পুলিচকেইজনৰ

চিন্তাৰ পৰা আঁতৰা নাছিল। বাটে বাটে ধৰ্মই লগত লৈ অনা ভিজা বুটৰ টোপোলাটোৰ পৰা ছুঁয়া বুট গলিয়াই গৈ আছিল। আৰু এসময়ত গৈ গৈ সিহঁত এখন অটব্য অৰণ্যত সোমাই পৰিল। আৰু তেতিয়াহে পুলিচৰ চিন্তা বাদ দি সি নিজৰ কামৰ বিষয়ে সচেতন হৈ পৰিছিল।

কিন্তু যেতিয়া দেখিলে অলপ দূৰ যোৱাৰ পাচতে অৰণ্যৰ গভীৰতা পাতাল আহিল তাৰ মনটো পুনৰ অস্থিৰ হৈ পৰিল। বিৰক্তিতে তাৰ ভৰা কথাখিনিয়ে মুখেদি ওলাই আহিল—

: অসমত ইমান মানুহ হ'ল, এখনো ভাল জংঘল নোহোৱা হ'ল!

ধৰ্ম'ই তাৰ কথা শুনি ঘূৰি চালে আৰু কলে—

: ইখন কিন্তু বেয়া জংঘল নহয়। হৰিণা, ম'ৰা চৰাই ভৰি আছে ইয়াত।

: আমাৰ কাৰণে কিন্তু ভাল নহয়। কিনো পালেঁাহি আমি বাৰু?

: এই জংঘলখনৰ নাম নাজানো হলে; সিখন কিন্তু উত্তৰ কুছি। সেই পাহাৰখন যে, তাৰ নামনিতে সুবনখাটা।

সিহঁতৰ সম্মুখেদি ফানখন মাটিত চুচৰি যোৱা যেন কৈ ধূলিয়ৰি বাটটো পাৰ হৈ উৰি গৈছিল এটা মতা ম'ৰা চৰাই। সি সন্মুখত দেখিছিল উলু-বৰতাই বতাহত ঢৌখেলি থকা এখন বিস্তীৰ্ণ তৃণভূমি। ভূটান পাহাৰৰ গছ গছনি-বোৰে গাঢ় কজলা হৈ ধৰা দিছিল তাৰ দৃষ্টিত। হাবিৰ গহন নিস্তব্ধতাক মায়াময় কৰি তোলা ম'ৰা চৰাই আৰু হুঁয়কলি চৰাইৰ কোঢ়াল শুনি শুনি হঠাৎ এসময়ত সি অন্যমনস্ক হৈ পৰিছিল। ঠিক সেই মুহূৰ্ত্তে ধৰ্ম'ই দূৰৰ পৰা বিশাল ৰক্তাক্ত ক্ষতৰ দৰে দেখা ভূটান পাহাৰৰ ৰঙা মাটি এডোখৰলৈ তাৰ দৃষ্টি আকৰ্ষণ কৰি কৈছিল—

: আবো, সউ যে ৰঙা ৰঙা মাটি দেখিছে, সেয়ে পাগলাদিয়া নদীৰ গুৰি। তাৰ পৰ'ই পাগলাদিয়া ওলাইছে।

খবৰটো তাৰ বাবে বৰ দৰকাৰী যদিও সি ধৰ্মৰ আগত কোনোধৰণৰ উৎসাহ প্ৰকাশ নকৰি মাথোন কলে—

: ইয়াত ম'ৰা চৰাই বৰ আছে দেখিছোঁ।

: ম'ৰা, হুঁয়কলি, ডঁৰিক, বন কুকুৰা, তিতৰ, উলুম'ৰা যি বিচাৰে তাকেই পাব ইয়াত।

: এবাহে, ম'ৰা চৰাইৰ মাংস খায়ে পোৱা নাই।

: বৰ পৰিষ্কাৰ আবো। ইমান পৰিষ্কাৰ মাংস কোনো পখীৰে নহয়।

গাওঁবুঢ়াৰ খাজিমৰা বন্দুক এটা আছে ; চিকাৰ কৰিব খুজিলে সুবিধা আছে।

: আমি বাৰু ক'ত উঠিম গৈ ?

: গাওঁবুঢ়াৰ তালৈকেই খবৰ পঠাইছোঁ।

কথাষাৰ শুনি তলে তলে সি বিস্মিত হ'ল। খবৰ যে তেওঁলোকে আগধৰি কেনেকে পঠায় সেইটো আজিও তাৰ বাবে এটা দুৰ্ভেদ্য ৰহস্য। সেইদিনা ৰতি স্বৰ্গীয়াৰীয়েও খবৰ পঠাইছিল মছলপুৰৰ পামলৈ আৰু শিলবাৰীৰ নবীনহঁতৰ তালৈ। কৌশলটো অৱশ্যে সিয়েই প্ৰথমে ভাবি উলিয়াইছিল ; কিন্তু তাৰ প্ৰয়োগ যে ইমান কাৰ্যকৰী হব পাৰে সি প্ৰথমতে ভবাই নাছিল। এতিয়া নিজকে তাৰ ভুক্তভোগী হিচাপে মানি লবলৈকেই তাৰ আচহুৱা আচহুৱা অনুভৱ হয়। ইখন গাঁৱৰ পৰা সিখন গাঁৱলৈ খবৰটোৱে বগাই যাওতে ডেকা কৰ্মীবোৰে যি দক্ষতা দেখুৱায়, ভাবি প্ৰতিবাৰেই সি বিস্ময়ত হতবাক হৈ পৰে।

গাঁওবুঢ়াৰ ঘৰ পাওঁতে মুখ এন্ধাৰ লাগি গৈছিল। ইতিমধ্যে দুই এজন মানুহ আহি গাঁওবুঢ়াৰ ঘৰৰ চোতালত বহি অপেক্ষা কৰি আছিল সি আহি পোৱাৰ বাবে। আহি পোৱাৰ লগে লগেই বাকী মানুহবোৰো এজন দুজনকৈ আহি চাওতে চাওতেই চোতাল ভৰি পৰিলহি। খৈৰাগছৰ খুটাৰে সজোৱা খেৰৰ চালেৰে গাঁওবুঢ়াৰ দুমহলীয়া পকাঘৰটোৰ ওপৰ মহলৰ বাৰান্দাত গাঁৱৰ মহিলা কেইগৰাকীমান গাঁওবুঢ়ানীৰ সতে বহি সিহঁতৰ কথা কাণ্ডবোৰ চাই আছিল। কথা কওতে কওতে ভালেখিনি ৰাতি নিগৰি গৈছিল। সমগ্ৰ অসম, বংগ, ভূটান, নেপাল আদি ঠাইত ভ্ৰমি ভ্ৰমি সঞ্চয় কৰা অভিজ্ঞতাৰ থুপুপাক সি মেলি ধৰিছিল গঞ্জা ৰাইজৰ আগত। গঞ্জা ৰাইজে তাৰ ৰহস্যঘেৰা কাহিনীবোৰ শুনোতে শুনোতে পাহৰি গৈছিল সময়ৰ কথা, ভোক-পিয়াহৰ কথা।

ভালেখিনি ৰাতি হোৱাত সি নিজেই উঠিছিল আৰু ৰাইজক ঘৰাঘৰি যাবলৈ দিছিল মানুহবোৰ দিগদিহি গৈ শেষ হোৱাৰ পাচত সি গিৰিহঁতক কলে হাতী এটা যোগাৰ কৰিবলৈ। গাঁওবুঢ়াই তাৰ অনুৰোধ শুনি আচৰিত হৈ সুধিলে—

: হাতী ? এতিয়া ? এই ৰাতি হাতী কোনে দিব ?

: কিয়, শুকলাল মহাজনৰ হাতীটো ? মাউতটো তহঁতৰ গাঁৱৰে চোন হবলা ?

ধৰ্মই গাঁওবুঢ়াক মনত পেলাই দিলে। গাঁওবুঢ়াই অৱশ্যে পাহৰা নাছিল, কিন্তু

এই ৰাতি ! হয়তো হাতী টোপনিত শুই আছে। গাঁওবুঢ়াই ইতস্ততঃ কৰা দেখি সৰু ভতিজা পুতেকটোক লগত লৈ ধৰ্ম নিজেই ওলাই গ'ল। গাঁওবুঢ়াই সেই অৱসৰতে সুধিলে তাক—

: আৰৌ, এতিয়া হাতীৰে কি কৰিব ? আৰু মাউত জানো আহিব ? যিহে আৰামী সিহঁত !

: চিকাৰ। তোমাৰ বন্দুকটো দিবা। মাউত নহ'লে আমি নিজে লৈ যাম। ধৰ্ম'ই সঁচাকে অলপ পাচতে হাতী লৈ হাজিৰ হ'লহি। ভড়ুৱা মাউতটোৰে সন্ধিয়া তাক চাই আহিছিল গাঁওবুঢ়াৰ ঘৰত। তাৰ কথা শুনি আগ্ৰহেৰে হাতী সাজু কৰি লৈ আহিল। আঢ়ৈ ঘণ্টামানৰ পাচতে চিকাৰৰ পৰা সিহঁত উভতি আহিছিল। ধৰ্ম' তলে তলে বিৰক্ত হৈছিল ; কিয়নো চিকাৰ হাতলৈ পোৱা সত্বেও চিকাৰীয়ে কিবা কাৰণত বন্দুক তোলা নাছিল। সিহঁত কিন্তু গৈ গৈ পাগ্‌লাদিয়াৰ গুৰি পাইছিলগৈ। তাৰ আশে পাশে কেইপাকমান ঘূৰি সিহঁত এসময়ত ঘৰমুৱা হৈছিল। বাটত উভতি আহোতে পাগ্‌লাদিয়াৰ সুঁতী এটা পাৰ হৈ মাজৰ মাজুলী যেন এডোখৰত চিচু গছৰ জাহনিৰ দাঁতিত শৰ আৰু ভেলেঙী এহালক ঘাঁহ খাই থকা দেখিছিল। টৰ্চ লাইটৰ পোহৰত সিহঁতৰ চকুবোৰ জোনাকী পৰুৱাৰ দৰে জ্বলি উঠিছিল। ধৰ্মই উত্তেজনাত ৰব নোৱাৰি তাক মাৰিবলৈ কৈছিল। সি কিন্তু ধৰ্ম'ৰ দৃষ্টি আকৰ্ষণ কৰিছিল আন এপিনেহে। "এইফালে চাচোন" বুলি কোৱাৰ লগে লগেই ধৰ্মই চকু ঘূৰাই দেখে যে বিৰাট হাতীৰ চাহান এটা সিহঁতৰ অলপতি দূৰেদি নইৰ পানীত খেলি খেলি পাৰ হৈ গৈছে। আৰু পাৰৰ ওখত এজোপা জোপোহা গছত দীঘল ফানখন ওলোমাই মতা ম'ৰা চৰাই এটাই সিহঁতৰ লাইটৰ পোহৰলৈ ভেবা লাগি চাই আছে।

হাতীজাকৰ ভয়তে ধৰ্ম' মনে মনে থাকিল। নইৰ সুঁতীটো পাৰ হৈ আহিহে তেওঁৰ মাত ওলাইছিল। তেতিয়াহে তেওঁ অনুযোগ কৰি কৈছিল—

: আৰৌৱে ইমান মস্ত শৰ পহুটো হাতত পাইও নামাৰিলে !

নামাৰি পিচে ভালেই কৰিলে ; মানুহৰ গম পালে হাতীৰ চাহানৰ পৰা মখনাই খেদা মাৰি আহিলহেঁতেন।

সি অৱশ্যে একো নকলে। অৰণ্যৰ গহীনতাখিনি শীৰ্ণ নইখনৰ প্ৰচণ্ড কল্লোলে আৰু বেচি নিজম কৰি তুলিছিল। তাৰ মনটোও কিবা এক বিশ্লেষণাতীত নিৰবচ্ছিন্ন নিঃসংগতাই আচ্ছন্ন কৰা যেন অনুভৱ হৈছিল।

ঘৰ পায়েই সি শুই পৰিছিল। তৃণ শয্যাত। অৰ্থাৎ ধানখেৰ পাৰি মূৰত ডুখৰি পীৰা গাক কৰি গাত খেৰকে জাপি লৈ সি শুই পৰিছিল গাঁওবুঢ়াৰ ঘৰৰ তলৰ তলাত। খেৰবোৰ বাগৰি যোৱাৰ ভয়তে সি সাৰে থকা সময়কণ চিং হৈ লৰচৰ নকৰাকৈ শুই আছিল। তেনেকৈয়ে দুৰ্ঘোৰ টোপনিত পৰিছিল মুহূৰ্ত্তৰ পাচতে।

ৰাতিপুৱা সাৰ পাইছিল বিভিন্ন শব্দৰ জঞ্জালত। গাৰ পৰা খেৰবোৰ সাবধানে গুচাই সি বিছনাৰ পৰা উঠি আহিছিল খয়নি অকণ মুখত সুমাই লৈ। চোতালত দহ্ দহ্ কৰে জ্বলি থকা জুইকুৰাৰ কাষৰ পৰা গাঁওবুঢ়ানীয়ে তাক দেখি আঁতৰি গৈছিল। ঘৰৰ চাৰিওপিনে ডাঠ কুঁৱলীয়ে আবৰি ৰাখিছিল। নঙলামুখৰ বিস্তীৰ্ণ বৰভানিডৰাত অসীম আকাশ এখন নামি অহা যেন লাগিছিল। অৱশ্যে বিভিন্ন চৰাই কলৰৱে বাৰে বাৰে তাক মনত পেলাই দিছিল কুঁৱলীয়ে লুকাই ৰখা জংঘলখনৰ অস্তিত্বক।

সি কৰনোৱাৰাকৈয়ে হঠাৎ তাৰ বহুদিন পাহৰি থকা দুখৰ কাহিনী এটা মনত পৰিছিল। সিদিনাও এনেদৰেই ডাঠ কুঁৱলীয়ে তাৰ মনৰ অবচেতনাক কন্ধ, আচ্ছন্ন কৰি পেলাইছিল। সেইবোৰ অৱশ্যে মনৰ কুঁৱলী আছিল।

তাৰ তেতিয়া বয়স আছিল মাত্ৰ সোতৰ নে ওঠৰ বছৰ। সি এখন ঘৰত গান শিকাইছিল। আৰু এসময়ত নিজৰ বিবেকে বহুবাৰ নিষেধ কৰা সত্বেও ঘৰখনৰ ছোৱালীজনীক প্ৰাণভৰি সি ভাল পাবলৈ লৈছিল। দুয়ো গৈ গৈ এনে এটা সন্ধিত উপনীত হৈছিল যে, এজনবো উভতি যোৱাৰ বাট নাছিল। দুয়ো মনে প্ৰাণে বিশ্বাস কৰিছিল যে সিহঁতৰ ভালপোৱাই এদিন স্বাভাবিক পৰিণতি লাভ নকৰি নোৱাৰে।

কিন্তু হঠাৎ যিদিনা তাৰ ক্ষমতাৰ বহিৰ্ভূত এটা কাৰণত সি প্ৰত্যাখ্যাত হ'ল আৰু ছোৱালীজনীক অভিভাবকে আনৰ সতে বিয়া দি দিলে সেইদিনা সি সঁচাকে চকুৰে যিপিনেই চায় সেইপিনেই এনেদৰে ডাঠ কুঁৱলীয়ে ঘেৰি ৰখা অতল তলিৰ আতংক অনুভব কৰিছিল।

জুহালত বহি লৈ স্মৃতিৰ মণিকোঠাৰ পৰা খহি পৰা দুখৰ বোজাৰ দুখ ভোগ কৰিবলৈ সি বেচি সময় নাপালে। নিয়ঁৰত তিতি তিতি বুকুত হাড়কিটা সাবটি লৈ উদং দেহেৰে গাঁৱৰ মানুহবোৰ আহি জুইকুৰা ঘেৰি তাৰ আশে পাশে বহি লোৱাত সি পৰিবেশৰ প্ৰতি সচেতন হবলৈ বাধ্য হ'ল। সি তেতিয়াহে ঘৰৰ গিৰিহঁত আৰু গাঁৱৰ মানুহবোৰক দিনৰ পোহৰত ভালদৰে লক্ষ্য

কৰিলে।

: গাঁওবুঢ়াৰ নামটো কালিৰ পৰা সোধাই নাই। মা নাম বা, নংথাংনি? কি নাম বা আপোনাৰ?

: হেই, একবাৰ বোলে "তুমি", একবাৰ বোলে "আপুনি"! মোৰ নাম মহেন্দ্ৰ, মহেন্দ্ৰ গাবুৰা।

: কিমান মানুহ আছে গাঁৱত?

: উঁহ্! কোনেনো তাকে লেখি আছে! হ'ব তিনিকুৰি চাৰিকুৰি ঘৰমান। নহ'ব নে অ' চেঙেৰাহঁত?

: হ'ব। চাৰিকুৰিতকৈ' বেচিহে হ'ব।

: বহুৰ' বড় মাখি না? চব বড়ো মানুহ নে?

: অঁ চব বড়ো। মাত্ৰ পাহাৰৰ কাষত কেইঘৰমান নেপালী মানুহ আছে। আৰু পাগ্লাদিয়া পাৰ হৈ গংগাৰ গাঁও এখন আছে। এই ইহঁতৰ গাঁও। চাৰ্পেহঁতৰ।

সি মনেই কৰা নাছিল, মানুহবোৰৰ মাজত যে নেপালী আৰু ভূটীয়া মানুহো আছিল। কুঁৱলীৰ মাজেদি অহাত সি ভালদৰে লক্ষ্যও কৰা নাছিল। ভূটীয়া ভাষাতে সি তেওঁলোকৰ কুশল বাৰ্ত্তা সোধা দেখি বড়ো আদহীয়া মানুহ জন-দিয়েকে হাঁহিত উত্ৰাৱল হৈ কৈছিল—

: বীয়ো গংগাৰ ভাষাবো মিথিয়ো (অশ্লীল)।

সি দেখোন ভূটীয়া ভাষাও জানে? বড়ো, অসমীয়া, নেপালী এইবোৰতো পাৰেই! তাহঁতৰ মানত সি সকলুৰা এক বিস্ময়ে হৈ পৰিল।

পুৱাতে সাজপানীৰ পৰ্ব এটা শেষ হ'ল। তাৰ পাচত চলিল ধপাতৰ পৰ্ব। ভূটীয়া লোক কেইজনৰ সতে কিবাকিবি সাত ভাবন্তৰ কথা পতাৰ পাচত সি মনে মনে এটা সিদ্ধান্তলৈ আহিল যে, সিহঁতৰ এই অভিযান ফলৱতী নহ'ব। সি আহিছিল এটা নতুন আঁচনি লৈ। সংগ্ৰামৰ মুখ্য পৰিচালনা কাৰ্যালয় অসমৰ আইন-প্ৰশাসনে স্পৰ্শ কৰিব নোৱাৰা এটা এলেকাত প্ৰতিষ্ঠা কৰাৰ কথা চিন্তা কৰি। কিন্তু এই অঞ্চলত বিভিন্ন মানুহৰ ইমান যাতায়াত আছে যে, সময়ত হয়তো সমস্ত গোপনতা ব্যক্ত হৈ পৰিব আৰু স্বাভাৱিকতেই অসম চৰকাৰে ভূটান চৰকাৰৰ সহায় বিচাৰিব।

মানুহবোৰৰ লগত কথা পাতিবলৈ তাৰ মন নোযোৱা হৈছিল। মনে মনে সি অপ্ৰকৃতিস্থ হৈ পৰিছিল। এনেতে সেমেনা সেমেনিকৈ ডেকা ল'ৰা তুটাৱানে

শুচৰলৈ আহি অনুযোগ কৰিলে—

: আবৌ, আজি আমাক গান শুনাব লাগিব।

: ধেৎ মই বুঢ়াটোৱে আকৌ কি গান গাম? তহঁতে চেংৰা চিখ্‌লা বিলাকেহে গাব লাগে।

: আমিও গাম লগে লগে।

সেইদিনা গোটেই দিনটো সি ক'লৈকো নগ'ল। গাঁওবুঢ়াৰ ঘৰৰ কাষতে থকা নতুনকৈ সজোৱা সজা স্কুল ঘৰটোৰ দুৱাৰ খিৰিকী বন্ধ কৰি চাৰিটা মদৰ বটল লগত লৈ সোমাই থাকিল। অকলে বহি বহি বহুত কথা চিন্তা কৰিবৰ সি চেষ্টা কৰিলে। বিচাৰি পোৱাৰ বাবে যত্ন কৰিলে সি বিভিন্ন জ্বলন্ত সমস্যাৰ সমাধান।

উনৈচ শ পঞ্চল্লিচ চনৰ সেই আপদীয়া আবেলিটোৰ পৰা বিগত ছটা বছৰৰ খতিয়নখনত মনেৰে বিচাৰি বিচাৰি উল্লেখযোগ্য সি একোকে নাপালে। প্ৰশংসা পালে, শ্ৰদ্ধা স্নেহ পালে অজস্ৰ জনৰ। বিশ্বাস, অবিচল আন্তৰিকতা দিলে অজস্ৰজনে। কিন্তু তাৰ বিনিময়ত সিতো এই মুহূৰ্ত্ত পৰ্য্যন্ত কাকো কিঞ্চিত মূল্যও দিব পৰা নাই! সি দুহাত ভৰাই আনৰ পৰা লৈছেহে; কিন্তু তাৰ মূল্য কাৰোবাক যদি দিবলৈ সমৰ্থ হ'লহেঁতেন! এটা যদি স্থায়ী সবল সংগঠনৰো জন্ম দিব পাৰিলেহেঁতেন! কৰবাত, সামান্য এটা অঞ্চলত।

কিছুমান মানুহক আদৰ্শৰ কথা কৈ উত্তেজিত কৰি তোলা, সুদূৰপৰাহত এটা স্বপ্নৰ কথা কৈ উদ্বেলিত কৰি তোলাৰ নাম চব হব পাৰে, কিন্তু সংগঠন নহয়। যোৱা ছবছৰৰ অভিজ্ঞতাৰ পৰা সি যি দেখিলে ভাৰতবৰ্ষত কৃষকৰ সংগঠন হ'ল বালিৰ ভেটাৰ দৰে। একালে ভেটিলে আনপিনেদি পানী সৰকি সৰ্বাক ধুহাই দিয়ে। এই লক্ষণটো আকৌ ইমান স্বাভাৱিক যে, তাৰ নিবাকৰণৰ উপায় বিচৰা মানে পৰ্বতত কাছকণী বিচৰাৰ দৰে।

সি ৰাতিকে ৰাতি ফটিকাখিনি শেষ কৰি গৈছিল; কৰিবলৈ একো এটা নোহোৱাত সেই মুহূৰ্ত্তত সেইটোৱে যেন তাৰ একমাত্ৰ কাম আছিল। ফটিকাৰ পৰিমাণ বেছি হোৱাত এসময়ত তাৰ মনটোৱে অজস্ৰ দুশ্চিন্তাৰ শিকলিবোৰ ছিঙি ছিঙি মুক্ত হৈ পৰিছিল। আৰু তাৰ কাষত থকা চিৰলগৰী মোনাখনৰ পৰা সৰু মাৰোৱাৰী খাতাৰ দৰে বৰ খাতাখন উলিয়াই লৈ কলমডাল হাতত লৈ উবুৰি হৈ বহি লৈছিল।

আবেলি ডেকাল'বাহঁতে স্কুল ঘৰৰ ত্বৰাৰ মেল খোৱাৰ লগে লগেই সোমাই পৰিছিল। আৰু সি অলপ আগতে লেখি শেষ কৰা "ন পৃথিবীৰ নতুন যুগ" নামৰ গীতি আলেখ্যখন লৈ থপিয়াথপি লগাই দিছিল। তাৰ পাচত চলিছিল বিৰতিহীন আখৰা। গাঁৱৰ ডেকাগাভৰুজাকে গীতি আলেখ্যখন মঞ্চস্থ কৰিবলৈ বদ্ধপৰিকৰ হ'ল। স্কুল ঘৰটোৰ চৌদিশ বহু নিশালৈকে নিশাচৰী মনৰ পথাৰত পৰিণত হ'ল।

চিথাং যাখাং মোনজ্ঞাৰীউ
মাই হুৰা দং গৈজ্ঞাৰীঙৈ
বিবু বিথা আলৌজানাই
হাওৰিয়াফ্ৰা
মাও মুলুকনি মঁজাং হাবা
জুলাৰায় সংসাৰ···

ৰাতি অৰণ্য পৰিণদ্ধ থানথনৰ প্ৰাংগনত সমবেত হোৱা দৰ্শক ৰাইজৰ মনবোৰ এই আৰম্ভণী গীতটোৱেই বিষণ্ণ কৰি তুলিলে। নীৰৱ উদ্‌গ্ৰীৱ দৃষ্টিৰে পৃথিবীৰ হাওৰিয়া ফ্ৰাৰ অৰ্থাৎ সৰ্বহাৰাৰ এই প্ৰতিনিধিসকলে অপেক্ষা কৰিলে "ন পৃথিবীৰ নতুন যুগ"ৰ উন্মেষৰ বাবে। গীতটোৰ বিষণ্ণতাই গধুৰ কৰি তোলা মনবোৰ মঞ্চত চিত্ৰ বিচিত্ৰ সাজপাৰেৰে. হাঁহিয়ে নধৰা মুখবোৰেৰে ভাৱৰীয়া ডেকাগাভৰুজাকৰ মাজত তাক সোমাই অহা দেখাৰ লগে লগেই চঞ্চল হৈ পৰিল। হঠাৎ সেমেকি উঠা চকু দুটা মোহাৰি সি আৰম্ভ কৰিছিল 'ন পৃথিবীৰ নতুন যুগ'ৰ মঞ্চ-পৰিচিতি।

অঞ্চলটোৰ উৎসৱ মুখৰতা শেষ হবলৈ পুৰা দুদিন লাগিছিল। সেই দুদিনৰ ভিতৰতে ধৰ্ম আৰু গাঁওবুঢ়াক লগত লৈ অঞ্চলটোৰ সংগঠন সি সম্পূৰ্ণ কৰিছিল। মানুহবোৰ. বিশেষকৈ ডেকাচাম, পুৱা দৌৰৰ কাৰণে উলিয়াই অনা আৰবী ঘোঁৰাৰ দৰে উদ্দাম হৈ পৰিছিল। সিহঁত যিমানে উদ্দাম হৈ পৰিছিল সিমানে কিবা এক বিশ্লেষণাতীত ভয়ত মন তাৰ হৈ পৰিছিল জঠৰ।

সেইদিনা অঞ্চলৰ ডেকাবোৰক লগত লৈ ধৰ্মই দূৰৰ গাঁওবোৰত সংগঠন কৰি ঘূৰি ফুৰিছিল। বিশেষকৈ নতুনকৈ জংঘল ভাঙি বহা গাঁওবোৰৰ মাজত ক্ৰীতদাসৰ দৰে কৃষকসকলে চৰকাৰক খাটি দিবলগীয়া ব্যৱস্থাটোৰ বিৰুদ্ধে কৃষকক সচেতন কৰি তুলিছিল।

তাক গাঁওবুঢ়াই লৈ গৈছিল চিকাৰলৈ। ইচ্ছাৰ বিৰুদ্ধেও যাবলগীয়াত পৰিছিল হোজা সহজ সৰল মানুহজনৰ আন্তৰিক অনুৰোধ এৰাব নোৱাৰি। তলে তলে অৱশ্যে প্ৰচ্ছন্ন এটা মতলবো আছিল তাৰ। গাঁওবুঢ়াই যেতিয়া মাউতক সেইদিনা ৰাতি সিহঁতে যিপিনে গৈছিল তাৰ ওলোটা পিনে হাতীটো খেদাবলৈ কলে সি মনে মনে ভালেই পালে। সি অলপতে গাঁওৰ মানুহৰ লগত মেল মাৰোতে জানিব পাৰিছিল উত্তৰ কুছিৰ জাৰণিৰ মাজে মাজে নিকাচি ৰিজাৰ্ভ পাৰ পৰালৈকে এটা বাট আছে। সেই বাটেদি গৈ গৈ একেবাৰে শিলবাৰীৰ উত্তৰেদি একেবাৰে বিজনী ওলাবগৈ পাৰি মানাস অৰণ্যৰ দাঁতিয়ে দাঁতিয়ে।

হাতীৰ দোলায়িত গদীত বহি সেই বাটটো কৰবাত দেখে নেকি চাই চাই সি অন্যমনস্ক হৈ পৰিছিল, এনেতে গাঁওবুঢ়াই তাৰ গাত ঠেলা দি কলে—

: আবৌ, আপুনি বন্দুকটো লওক। আপুনি মাৰিব। এই লুঙলুঙীয়া বাটটো যে দেখিছে, সেই পিনেদি জাকে জাকে পহুৱে পানী খাবলৈ যাব নদীলৈ।

: কোন নদীলৈ বাৰু?

গাঁওবুঢ়াই তাক পৰীক্ষা কৰি চাব খোজা যেন অনুমান হ'ল কথাৰ সুৰৰ পৰা। সি বন্দুকটো হাতত লৈ এনেয়ে সুধিলে, যদিও নদীখনৰ সবিশেষ জনাৰ আগ্ৰহ তাৰ একেবাৰেই নাছিল। গাঁওবুঢ়াই কিন্তু সৰু ল'ৰাক সতৰ্ক বাপেকে ভূগোলৰ জ্ঞান দিয়াৰ দৰে কলে—

: এই পাগ্‌লাদিয়া নদীত, আৰু ক'ত হব! এই লুঙলুঙীয়া বাটটোৱে আমাৰ ইয়াৰ জানোৱাৰ আৰু মানুহৰ প্ৰধান আলিবাট। নদী পাৰ হৈ বাটে বাটে গৈ থাকিলে বাঘমাৰাৰ উত্তৰেদি মানাসৰ কাষে কাষে একেবাৰে বিজনী উঠিবগৈ।

গাঁওবুঢ়াৰ কথা শুনি তাৰ স্তিমিত আগ্ৰহ হঠাৎ দপ্‌কৰে জ্বলি উঠিল। সি ওপৰলৈ চালে কৰবাৰ গছৰ চন্দ্ৰাতপত অথবা ডালৰ কিবা এটা অস্বাভাবিকতাত ভৱিষ্যতৰ বাবে চিন এটা ৰাখি যোৱাৰ আশাৰে। গৈ গৈ সিহঁতে নদীৰ একেবাৰে কাষ পাইছিল। শিলৰ কঠিন স্পৰ্শৰ কষ্টকৰ পথখিনি পাৰ হৈ আহি নদীখন সেইখিনি মাটিৰ শীতল স্পৰ্শত শান্ত সুস্থিৰ হৈ পৰিছিল।

নদীত পানী খাই একুৰ পানী ভৰাই লৈ হাতীটোৱে যেতিয়া সিহঁতক

ঘৰৰ পিনে ওভোতাই আনিছিল, গাঁওবুঢ়াই মাউতক পোনে পোনে বৰতানিৰ মাজেদি বাট চমুৱাই দিবলৈ কৈছিল। বৰতানিৰ মাজেদি যাওতে এডোখৰ মুকলি যেন ঠাইত হৰিণ এটাই চক খাই বিস্বাশৰদে লৰি গৈছিল। সি চকুৰ পচাৰতে বন্দুকটো তুলি গুলী কৰিছিল!

: আৰৌৰ হাতখন হাত দেই।

হৰিণটো হাতীৰ পদীত বান্ধি বান্ধি গাঁওবুঢ়াই তাৰ লক্ষ্যৰ তাৰিফ কৰি কৈছিল। সি কথাষাৰ পাতল কৰি দি কৈছিল—

: তোমাৰ হাতখন ভৰি নেকি? মোৰ হাতখনেহে হাত যে?

গাঁওবুঢ়াই আৰু একো কোৱা নাছিল। মাত্র তালৈ বহুপৰ অবাক বিমুগ্ধ দৃষ্টিৰে চাই আছিল। দূৰৰ পৰাই দুয়ো দেখিলে গাঁওবুঢ়াৰ ঘৰৰ পিৰালিত কোনোবা ভদ্রলোক দুজন বহি থকা। সিহঁত সতর্ক হ'ল। আৰু গছৰ জাহনিৰ মাজে মাজে ঘৰৰ কাষ চাপিল। অলপ দূৰ কাষ চাপিয়েই সি অৱশ্যে দুয়োকে চিনি পালে। আৰু অকণ বিস্মিতও হ'ল।

হাতীৰ পৰা নামিয়েই বৰুৱা আৰু কলিতাৰ ওচৰতে সি বহি ললেহি।

: কি হ'ল কমৰেড বৰুৱা? কিবা নতুন খবৰ?

: নতুন খবৰ একো নাই। নতুন নির্দেশহে আছে। পিচে চিকাৰত কিবা লাভ হ'ল নে নাই?

: আধা আধি। কলিতাৰ খবৰ কি?

: ভালেই।

: তেওঁ কিছুদিন আপোনাৰ লগতে থাকিব।

বৰুৱাৰ কথাত সি আহ্লাদিত হৈ কলে—

: বৰ সন্তোষৰ কথা।

প্রথমতে সি অৱশ্যে সন্তোষেই পাইছিল হৰেণ কলিতাই তাৰ লগত কিছুদিন থাকি সংগঠনত সহায় কৰিব বুলি জনাৰ লগে লগে। কিন্তু ৰাতি সিহঁতৰ কথোপকথনত সি সন্দেহ কৰাৰ বাবে যথেষ্ট হেতু বিচাৰি পালে। লোকনাথ বৰুৱাই তাৰ হাতত পার্টিৰ নির্দেশসম্বলিত কাগজ এখন আৰু টকা কেইটামান দি পুৱাতে নলবাৰী-সুৱনখাটাৰ বাটত উভতি আহিছিল।

পার্টিৰ নির্দেশটো পঢ়ি তাৰ হাঁহি উঠিল। গৰিলা প্রশিক্ষণ শিবিৰ পতাৰ দৰে ঠাই এডোখৰ বিচাৰি উলিয়াবলৈ তাক নতুনকৈ নির্দেশ দিবলগীয়া একো নাই। সি নিজেই যেনে এডোখৰ বিচাৰি বিচাৰি হায়ৰাণ। উত্তৰ কুছি অভিমুখে

চাপলি মেলাৰ প্ৰকৃত উদ্দেশ্যও আছিল সেয়ে। দক্ষিণ কামৰূপৰ সেই দুৰ্ভেদ্য পাহাৰী ঠাইবোৰেই যেতিয়া পুলিচ-মিলিটাৰীৰ বাবে সুগম হৈ পৰিছে তেনেস্থলত এইপিনে সেই শনাহীহঁতে বিচাৰি নোপোৱা জেগা এডোখৰ বিচাৰি উলিয়াবলগীয়া হলে ভোটানত বাদে গত্যন্তৰ নাই। সি মনে মনে স্থিৰ কৰিলে লুঙলুঙীয়া বাটটোৰে যাত্ৰা আৰম্ভ কৰাৰ বাবে।

তাক কিন্তু সুস্থিৰভাৱে চিন্তা কৰিবলৈ অৱকাশ দিয়া নাছিল হৰেণ কলিতাই। চিকাৰ, বড়ো জাতিৰ ঐতিহ্য, বৈষ্ণৱ সংস্কৃতিৰ আলোচনা এইবোৰ হ'ল সংগ্ৰামী আদৰ্শৰ পৰিপন্থী কিছুমান কথা। যিবোৰত সময় অপব্যয় কৰি সি দলৰ অৰ্থ আৰু ভৱিতব্যতা অপচিত কৰিছে। হৰেণ কলিতাৰ অভিযোগবোৰ শুনি সি প্ৰথমে একো নকলে।

অভিযোগবোৰৰ স্পষ্টতাই তাক মনে মনে যিমান অশান্ত কৰি তুলিছিল, সিমানে হৰেণ কলিতাৰ প্ৰতি সি এক প্ৰচণ্ড আকৰ্ষণো অনুভৱ কৰিছিল। কমৰেড্ বৰুৱাৰ বাদে কেৱল এই কলিতাইহে তাক এনেদৰে পোনপটীয়া আক্ৰমণ কৰিছিল। তেওঁৰ সহজ সৰল সমালোচনাবোৰ শুনি শুনি এসময়ত তাৰ মন অজস্ৰ অকাট্য উত্তৰে ভৰি কৰি তুলিছিল। সি বৰ জোৰেৰে নীৰৱ নিৰুত্তৰ হৈ সমস্ত শুনি গৈছিল।

উত্তৰকুছি এৰি যোৱাৰ দিনা সি বাটতে এটা সুযোগ লোৱাৰ কথা ভাবিলে। কলিতা তাৰ ছাঁটোৰ দৰে পিচে পিচে গৈ আছিল হাবিতলীয়া লুঙলুঙীয়া বাটটোৰে। নদীখন পাৰ হৈ নিকাচি নামৰ বিজাৰ্ভখন পোৱাৰ আগতে ডিক নামৰ এখন পাহাৰী নিজৰাৰ পাৰত ধৰ্ম গৈ আগতে অপেক্ষা কৰি আছিল আগৰে পৰা—

: আৰো, এই চুবুৰীৰ নামঘৰত এখন মিটিং আছে।

: মিটিং ?

কৌতুকপূৰ্ণ দৃষ্টিৰে সি ধৰ্মৰ মুখলৈ চাই আৰু কিবা এৰাৰ কৰ খোজোতেই গাঁওৰ বুঢ়া মানুহ চাৰিজনমান আহি সিহঁত তিনিওকে মাতি নি নামঘৰ পোৱালেগৈ। শংকৰদেৱৰ তিথি নে তেনে কিবা পৰ্ব এটা আছিল। আবেলি মাত্ৰ আধাঘণ্টামানৰ বাবে সভাত যোগ দি ৰাইজৰ অনুৰোধক্ৰমে শংকৰদেৱৰ ধৰ্মৰ বিষয়ে বক্তৃতা দি গঞাৰ ওচৰৰ পৰা সিহঁতে বিদায় লৈছিল।

গাঁও এৰি বহুদূৰ যোৱাৰ পাচতো হৰেণ কলিতাৰ পৰা প্ৰকাশ্য কোনো

সহাৰি নাপাই সি সুধিলে—

: কি হ'ল কমৰেড্? আপুনি দেখোন একেবাৰে নিমাত নিস্তব্ধ?

: অকণ ৰবফ গলা যেন অনুভৱ কৰিছোঁ।

: কাৰ ৰবফ?

: মোৰ মনৰ ৰবফ।

: অঁ সেই কথা। আচলতে শংকৰদেৱেই হওক অথবা নৰকাসুৰেই হওক আমাৰ ঐতিহ্যক আমি এই দৃষ্টিৰেই চাব লাগিব। ইতিহাসৰ এই ঘটনাবোৰ আমি বিপ্লৱৰ হাতিয়াৰ স্বৰূপে প্ৰয়োগ কৰিব লাগিব।

সি সুযোগ পায়েই তুলি ধৰিলে তাৰ প্ৰত্যয়ৰ এক সুদীৰ্ঘ দলিল। লেনিনৰ সেই বিবৃতিৰ গইনা লৈ—

"Marxism won its world-historic significance as the ideology of the revolutionary proletariat, because it did not reject out and out the most valuable achievements of the bourgeois epoch, but on the contrary made its own and worked over anew all that was of value in the more than two thousand years of human thought."

আজি সিহঁতে দেশৰ অচলায়তন ঔপনিবেশিক সমাজৰ ধ্বংশাৱশেষৰ ওপৰত নতুন কৃষক-বনুৱাৰ প্ৰগতিশীল শাসন ব্যৱস্থা প্ৰবৰ্ত্তন কৰাৰ বাবে এক সংগ্ৰাম কৰিছে। এয়া সিহঁতৰ এক ঐতিহাসিক দায়িত্ব। এই দায়িত্ব পালন কৰিবলৈ যাওঁতে সিহঁতে পাহৰিব নালাগিব সিহঁতৰ পূৰ্বসুৰীসকলৰ ঐতিহাসিক ভূমিকাৰ কথা। যিসকল মনস্বীয়ে উচ্চকোটিৰ সাধনাৰে সেই যুগত জীৱনৰ জয়গান গাবলৈ সমৰ্থ হৈছিল, সামাজিক কুসংস্কাৰ আৰু অন্ধ ধৰ্মমোহৰ ঘোৰ তমিস্ৰাৰ বিৰুদ্ধে নিজৰ জীৱন, যশস্যা বিপন্ন কৰিও আজীৱন সংগ্ৰাম কৰিছিল, সেইসকলৰ মহত্ব, সেইসকলৰ গৌৰৱ আজিৰ এই সংগ্ৰামী পুৰুষৰ উত্তৰাধিকাৰ। সেই কালত তাৰ যি ঐতিহাসিক গুৰুত্ব আছিল সেয়া হয়তো সাম্প্ৰতিক প্ৰয়োজনৰ পৰিপ্ৰেক্ষিতত নিতান্ত অৰ্থহীন হব পাৰে; কিন্তু সেই ঐতিহ্য স্বীকাৰ নকৰি আজি আৰু সিহঁতৰ উপায় নাই।

উনৈচ শ একত্ৰিশ চনত আচাৰ্য প্ৰফুল্ল চন্দ্ৰ ৰায়ৰ মতামতৰ বিৰুদ্ধে কাপ

তুলি লৈ সি যেতিয়া অসমৰ জনগণৰ স্বাৰ্থৰ হকে যুঁজ দিছিল তেতিয়া তাৰ বঙালী বন্ধু জনদিয়েকে তাৰ "বিভিজনিষ্ট" বুলি আখ্যা দিছিল. সমালোচনা কৰিছিল। কিন্তু তেওঁলোকে পাহৰি গৈছিল, অথবা নেপাহৰিলেও প্ৰকাশ্যে স্বীকাৰ কৰিবলৈ টান পাইছিল যে, সেই প্ৰচেষ্টা আছিল গণতান্ত্ৰিক, সাম্ৰাজ্যবিৰোধী জাতীয় চেতনা বিকাশৰ এক অপৰিহাৰ্য পদক্ষেপ। বংগত সেই চেতনাৰ বিকাশ অনুৰূপ অৱলম্বনৰ জৰিয়তেই হৈছিল। সি যি কৰিছিল সেইটোও আছিল অসমৰ সেই যুগৰ পৰিপ্ৰেক্ষিতত জনগণৰ এক ঐতিহাসিক দায়িত্ব।

বড়োসকলৰ বিশাল ঐতিহ্যৰ প্ৰতি সাম্প্ৰতিক কালৰ মানুহৰ মন সচেতন কৰি তোলাৰ অন্তৰালত আছে বিপ্লৱী দলৰ এক অৱশ্য কৰণীয় কৰ্ত্তব্য। জনগণৰ অন্তৰত স্বাধিকাৰৰ চেতনা জগাই তোলা প্ৰতিজন সংগ্ৰামী কৰ্মীৰে প্ৰাথমিক দায়িত্ব। বিপ্লৱৰ সেইবোৰেই হ'ল প্ৰধান হাতিয়াৰ। সময়ত সংগ্ৰামীসকলে কিছুমান ক্ষেত্ৰত আপোচ কৰাটো আৱশ্যকীয় হৈ পৰে। কিন্তু প্ৰতিটো ক্ষেত্ৰতে আপোচৰ দ্বাৰা এটা দায়িত্ব সম্পাদিত হবই লাগিব। সেই দায়িত্ব হ'ল কৃষক-বনুৱা জনসাধাৰণৰ মনত প্ৰত্যয়ৰ ভাব জগাই তোলা।

কলিতাই ইমান পৰে অখণ্ড মনযোগেৰে শুনি গৈছিল তাৰ কথাবোৰ। অকণ সুকুণ্ডা পাই সুধিলে তেওঁ —

: বাক কমৰেড্ বাভা, এই একে সূত্ৰতে জ্যোতিপ্ৰসাদৰ সৃষ্টিবোৰ আমি মানি লোৱাত কি বাধা আছে যে, লোকনাথ বৰুৱাই প্ৰতিবাদ কৰে ?

: কাৰণ বৰুৱাই জানে, ইতিহাসে একে পৰিবেশত দুটা পৰস্পৰ বিৰোধী মতবাদকে সত্য বুলি স্থান দিব নোখোজে।

: ইয়াত কোনটো মতবাদ সত্য কোনে কব ?

: আপোনাৰ ঐতিহাসিক চেতনাই কব। আপোনাৰ সংগ্ৰামী প্ৰত্যয়ে কব।

কলিতা মনে মনে ৰ'ল। বোধকৰোঁ দিকভ্ৰান্তৰ দৰে খন্তেক থমকি শুদ্ধ দিশটো উলিয়াবৰ বাবেই চিন্তা কৰিলে। তাৰ পাচত তাৰ হাতত ধৰি কলে—

: বুজিছো কমৰেড্ বাভা, আপুনি যে এইবোৰ কথা এনেদৰে উপলব্ধি কৰিব পাৰে মোৰ ধাৰণাই নাছিল। মই যে একেবাৰে সন্দেহমুক্ত হৈছোঁ, তেনে নহয়। কিন্তু মই সঁচাকৈ নিৰুত্তৰ হৈ পৰিছোঁ। আপোনাৰ যুক্তি আৰু

ধাৰণাৰ বিৰুদ্ধে প্ৰতিবাদ কৰাৰ বাবে মই একোকে বিচাৰি পোৱা নাই। বিবেকে মোক বাৰে বাৰে পৰাজয় স্বীকাৰ কৰিবৰ বাবে কৈ আছে; কিন্তু মনেহে মানি লব খোজা নাই।

: মোৰ কথাখিনি কাৰো প্ৰতি নিৰ্দেশ বা উপদেশ বুলি ধৰি ল'লে ভুল কৰা হব। এয়া মোৰ প্ৰত্যয়ৰ এখন নিৰ্ভেজাল দলিল মাত্ৰ।

হুৰেণ কলিতাই তাৰ মুখলৈ চাই নিৰ্ভৰ বিচাৰি কোৱাৰ দৰে কলে —

: প্ৰত্যয়ৰ মৃত্যু সঁচাকৈয়ে বৰ যন্ত্ৰণাদায়ক। আপোনাৰ কথাবোৰ শুনাৰ পাচত মোৰ মনটোৱেই কিবা লাগি গ'ল।

: আমাৰ কামবোৰ তথ্যসাৰ হোৱাতকৈ পূৰ্ব অভিজ্ঞতাৰে পৰিচালিত হোৱাটো বেছি বাঞ্ছনীয় বুলি মই ভাবোঁ।

বেলিটো তেতিয়া আকাশত সিহঁতে দেখা পোৱাত নাছিল। পশ্চিমৰ আকাশখন তেজ ৰঙা হৈ পৰিছিল। সিহঁতৰ সোপিনে পাহাৰৰ দাঁতিত বিশাল কাঠনি এখনৰ কাষ চপাৰ লগে লগে সচকিত হোৱাৰ দৰে ইমান পৰে নীৰৱে আহি থকা ধৰ্মৰ পিনে চাই কলিতাই কলে -

: কমৰেড্ স্বৰ্গাৰী, ওচৰত পিচে লোকালয় আছে নে নাই? চকা পাটত বহে হে এতিয়া।

: আছে আহক লোকালয়। আমাৰ বাওহাতে আমি সোৱা শিলবাৰী গাঁও পেলাই থৈ আহিলোঁ। আৰু অলপ গৈয়ে আমি আমাৰ বাঘমাৰা গাঁও পাম।

ধৰ্মই দেখুৱাৰ পিনে চাই কতো গাঁও থকা যেন নেদেখি কলিতাই হাঁহি হাঁহি কলে—

: মই হ'লে কতো গাঁও দেখা নাই। চব দেখোন জংঘল।

: আমি চব বনবাসীতো! গাঁওবোৰ জংঘলতে লুকাই থাকে।

সি তেওঁলোকৰ কথালৈ কৰ্ণপাত নকৰি দহমাইলমান দূৰৰ ওচৰতে যেন লগা ভূটান পাহাৰখনলৈ চাই গৈ আছিল। মনতে বিভিন্ন সম্ভাব্য স্থানৰ এটা ৰূপ ভাবি লৈ পাহাৰখনৰ দাঁতিয়েদি দৃষ্টি বুলাই লৈ গৈছিল।

কিছুদূৰ যোৱাৰ পাচতে সেন্দূৰ বুলীয়া পশ্চিম আকাশখনত কোনোবাই কাজল লেপি দিয়াৰ দৰে দেখা গ'ল। পাহাৰখন তেতিয়া গাঢ় কজলা আৰু স্পষ্ট হৈ পৰিছিল। সি পাহাৰৰ এটা বিন্দুলৈ আঙুলিয়াই ধৰ্মক সুধিছিল—

: সেই ৰঙচুৱা মাটি যেন দেখি যে, তাৰ কাষত পশ্চিমে যে বগা বগা কিবা দেখা গৈছে সেইয়া কি বাৰু?

: ভুটীয়া গাঁও থাইচুংজোৰা। সেই বগা বগাবোৰ এখন জুৰি। গছে আঁৰ নকৰা জুৰিৰ অংশবোৰ বগা বগা দেখিছে। তাৰ পাৰতে পশ্চিমে সেয়া থাইছুং জোৰা গাঁও। তাৰ অলপ ভিতৰ যালৈ আৰু এখন বৰ ডাঙৰ গাঁও আছে। নববু নাম সেই গাঁওখনৰ।

গাঁও কেইখনৰ নাম শুনাৰ লগে লগে পাহৰি থকা কথা এটা মনত পৰাৰ দৰে কলিতাৰ পিনে চাই সি কলে—

: কমৰেড কলিতা, চৌধুৰী টুপৰ সেইটো তাতে আছে জানো এতিয়াও ?

: ক'ত থাকিব ? বেলশৰত পুলিচৰ অভিযান জোৰদাৰ হোৱাৰ লগে লগে সেইটো তুলি আনি দক্ষিণ বাস্কাৰ টিহু নদীৰ পাৰত বালাৰটাৰিত পতা হৈছিলতো ! ৰভা ৰামচিয়াৰী কমৰেডৰ চাৰ্জত আছিল সেই কেম্পটো।

বালাৰটাৰিৰ নাম শুনাৰ লগে লগে তাৰ মনত পৰিছিল কেইমাহমানৰ আগৰ এটা আবেলিৰ কথা। সেইদিনা তাৰ এখন সভাত তাৰ গীতৰ সুৰে সুৰে সমবেত সকলোৱেই বলিয়াৰ দৰে উত্তাৱল হৈ নাচিছিল। সেইদিনা নিজকে তাৰ পাইদ্ পাইপাৰ অফ হেমলিনৰ দৰে লাগিছিল। আৰু পৰা পক্ষত সেইদিনাৰ পৰা জনসভাত গীত গোৱাটো এৰাই যাবলৈ সি চেষ্টা কৰিছিল। চাৰিওপিনে শত্ৰুপক্ষৰ যিহে জোৰ অভিযান চলিছে বালাৰটাৰিতো নিশ্চয় প্ৰশিক্ষণ শিবিৰটো আৰু এতিয়ালৈকে থকা নাই। সি ভাবিলে, আৰু মনতে অৱশ্যে এটা স্থিৰ সিদ্ধান্ত লৈ পেলালে ইতিমধ্যে—

: কমৰেড্ কলিতা, দলৰ নিৰ্দেশমতে তুই এদিনতে কাম হব। চিন্তাৰ প্ৰয়োজন নাই।

: মই-কালিলৈ গুৱাহটীলৈ যামেই নহয় ! কমৰেড্ দাশগুপ্তও আছে গুৱাহাটীতে। শুনি নিশ্চয় সুখী হব।

: আপুনি যাব মানে ?

: মই উভতি যাম আকৌ। মিছন মোৰ শেষ হ'লেই নহয়। আপোনাৰ বিষয়ে সকলো সন্দেহৰ নিৰসন হ'লেই যেতিয়া, মোৰ এতিয়া ছুটী।

প্ৰত্যুত্তৰত তাৰ কবলগীয়া হয়তো বহুত আছিল। কিন্তু সি একোকে নকলে। সন্মুখৰ পিনে ধৰ্মইতৰ গাঁওৰ ওপৰত থমকি ৰোৱা ধোঁৱাৰ দীঘল নদী যেন চমকাটোলৈ সি নিৰ্নিমেষ দৃষ্টিৰে খন্তেক চাই থাকিল। তাৰ পাচত এটা দীৰ্ঘশ্বাস এৰি আকৌ যাবলৈ ধৰিলে।

তাৰ মানত লোকৰ সন্দেহে কৰিব পৰা ক্ষতিৰ মূল্য নগণ্য। কলিতাৰ কথাত হৰ্ষ বা বিষাদৰ কোনো উপযুক্ত হেতু সি বিচাৰি নাপালে। তাৰ মন তেতিয়া আচ্ছন্ন হৈ পৰিছিল সম্পূৰ্ণ অন্য এক চিন্তাৰে। যিহৰ ওপৰত নিৰ্ভৰ কৰিছে সিহঁতৰ সমস্ত সংগ্ৰামৰ সাফল্য।





য'তে বাঘৰ ভয়, ত'তে ৰাতি হয়। এনেকুৱা এটা সময়ত যে সি বিপদত পৰিব পাৰে, একেবাৰেই আশংকা কৰা নাছিল।

মুৰত কিন্ কিন্ বৰষুণ লৈ এখন দুৰ্ভেদ্য কাঠনিৰ মাজৰ বনবিভাগে বন্ধা আলিটোৰেদি সিহঁত আহি আছিল। ৰতি ৰ্গিয়াৰী, শীতল ব্ৰহ্ম আৰু সি। লগত তিনিগন চাইকেল।- বুঢ়া অথৰ্ব পিতৃৰ দৰে। মাজে মাজে চলে। মাজে মাজে যেতিয়া অচল হৈ পৰে, তেতিয়া আনিবও পৰা

নেথায়, এৰি থৈ আহিবও পৰা নেথায় এনে এটা সমস্যা হৈ পৰে। তথাপি সিহঁতে কতো বোৱা নাছিল। আহোতে আহোতে বাটৰ আলতীয়া মাটি লাগি চকাবোৰ অচল হৈ পৰিলে দাঁতিৰ পানীৰ ডোঙাত চাইকেলথন জুবুৰিয়াই ধুই লৈ আকৌ যাত্ৰা আৰম্ভ কৰিছিল।

ইতিমধ্যে পুলিচে তাক বিচাৰি নেপাই হতাশাত ক্ষিপ্ত হৈ উঠিছে। আৰু সি মূৰত দহহেজাৰ টকীয়া পুৰস্কাৰৰ বোজাটো লৈ আজি অ'ত কালি ত'ত কৰি মতা বাঘৰ ভয়ত ঘনাই চোং সলাই ফুৰা পোঁৱাতী বাঘিনীজনীৰ দৰে ঘূৰি ফুৰিবলগীয়াত পৰিছে।

ৰতি স্বৰ্গিয়াৰী মাত্ৰ কেইদিনমানৰ আগতে জেলহাজোতৰ পৰা মুকলি পাই আহিছে। তেওঁ বাটে বাটে শীতলকে তাকে সেই খবৰবোৰকে দি আহিছিল। দীঘেলীৰ মেদাৰামে হেনো ভিডিত চিপজৰী লগাই মৰিল খুলশালিয়েকক উলিয়াই দিব ল'গে বুলি পুলিচে যেতিয়া অবৰ্ণনীয় অত্যাচাৰ কৰিলে। এতিয়া হেনো চহৰত আৰু সিহঁতে সংগঠন কৰি এৰি থৈ অহা গাঁওবোৰত সৰু সৰু নিৰীহ শিশুৱেও যদি নিৰ্দোষ খেমালিতে কৰবাত কেতিয়াবা তাৰ নামটো লিখে, ঘৰৰ আটায়ে হেনো আতংকত শিহৰিত হৈ নামটো পুৰি নিশ্চিহ্ন কৰি পেলায়। তাৰ গান কোনোবাই ভুলতে কেতিয়াবা গালেও শ্ৰোতাই ভয়ত গায়কৰ কণ্ঠ চেপি ধৰেহি। মানুহে তাৰ নাম শুনিলেই হেনো ঘৃণাত নাক কোচাই দিয়ে; তাৰ সংসৰ্গৰ কথা জানিলেই মানুহ আতংকত বিমূঢ় হৈ পৰে। মুঠতে সি হৈ পৰিছে এটা দুৰ্দান্ত দুৰ্দ্ধৰ্ষ ডকাইতৰ দৰে ভয়ংকৰ আৰু ঘৃণাৰ পাত্ৰ।

সি বাটে বাটে ৰতি স্বৰ্গিয়াৰীৰ কথাবোৰ শুনি আহিছিল আৰু মনতে নিজকে-ৰিজাই চাইছিল ৰাজেন-হৰেণহঁতৰ পিতাক সাধি ভকতৰ লগত। ৰাজেন কলিতা মৰাৰ সময়ত কোনেও সাধি ভকতৰ ঘৰখনক এষাৰ সহানুভূতি জনাবলৈ আগবাঢ়ি অহা নাছিল। ছুৱাবোগ্য সংক্ৰামক ব্যাধি সংক্ৰমিত এখন ঘৰৰ দৰে মানুহে সেই ঘৰখনক পৰিহাৰ কৰিছিল; ভয়ত ঘৃণাত কোনেও সেইখন ঘৰৰ ল'ৰা-ছোৱালীৰ নামটো পৰ্যন্ত মুখেৰে উচ্চাৰণ কৰা নাছিল। কিন্তু সাধি ভকত আছিল নিৰ্বিকাৰ-বেপৰোৱা। তেওঁ হেনো এইবোৰ কথা ওলালেই দাৰ্শনিকৰ দৰে মন্তব্য দি কৈছিল—

: কৰক দে অ' ঘিণ। বোকাকতো মানুহে ঘিণেই কৰে। কিন্তু আইৰ পূজাৰ পদুম ফুলাবৰ বাবে আমাৰ দৰে বোকাবোৰ নহলেনো পূজা চলিব

কিদৰে ?

এইবোৰ কথা শুনিলে তাৰো কেতিয়াবা চিঞৰি চিঞৰি গোটেই পৃথিবীখনকে শুনাই দিবৰ মন যায় যে, সিহঁতে এতিয়া তাক ঘৃণা কৰিছে, কিন্তু এদিন সিহঁতে পস্তাব লাগিব। এদিন সিহঁতে অনুতাপ কৰিব সিহঁতৰ কৃতকৰ্মৰ বাবে। এদিন সিহঁতে খেদ কৰি ৰব. তাক ঘৃণা কৰি, তাৰ সতে সহযোগ নকৰি সিহঁতে কি মাৰাত্মক ভুল কৰিলে।

: আৰৌ, সিদিনা কিন্তু ইহঁতে ফৰেষ্টাৰজনক হেৰি ৰবাটো বৰ বেয়া কৰিলে।

: কোনটো ? কি কৰিলে বাৰু ফৰেষ্টাৰক ?

: একেবাৰে শেষেই কৰিলে মানুহটোক।

: হঁা! ক'ত! কেনেকে ? মইতো শুনা নাই ? মোক কোৱা নাই কিয় ?

: আপোনাক ভয়তে কোৱা নাই। মাৰো বুলি মাৰা নাই সিহঁতেও। ডেকা ল'ৰা! এই বিটায়াৰ্ড ফৰেষ্টাৰটোৱে মনে মনে শত্ৰুপক্ষৰ লগত হুলি গলি কৰা দেখিলে। এনেতে কোনোবাই উলিয়াই দিলে যে, সি আপোনাক পুলিচত ধৰাই দি টকা দহহেজাৰ লোৱাৰ পাং পাতিছে। ডেকা ল'ৰামখাই গৈ তাৰ ঘৰতে ধৰিলেগৈ। বয়সস্থ মানুহ কোনো নাছিলতো, চব কথা ল'ৰাই ল'ৰাই হ'ল।

ৰতি স্বৰ্গিয়াৰীৰ কথাৰ উত্তৰত সুধিবলগীয়া তাৰ বহুত আছিল। লাচটো কি কৰিলে. কোনোবাই থানাত খবৰ দিলে নেকি— ইত্যাদি বহুত কথাই সুধিবলগীয়া আছিল। সি কিন্তু হঠাৎ প্ৰচণ্ড আঘাতে বাকৰুদ্ধ কৰি পেলোৱা জনৰ দৰে নীৰৱ-নিমাত হৈ পৰিল। মনে মনে অদ্ভুত ক্লান্তিও অনুভৱ কৰিলে সি। বুজাব নোৱাৰা কাৰণত মনটো তাৰ অচল হৈ পৰা যেন লাগিছিল।

কিনকিনীয়া বৰষুণৰ টোপালবোৰ ডাঙৰ হৈ আহিছিল এটা মুহূৰ্ত্তত। অকণ সুস্থিৰ হৈ চিন্তা কৰাৰ বাবে কৰবাত ক্ষন্তেক ৰবলৈ বুলি ইফালে সিফালে চাওঁতেই খাকী পোছাক পিন্ধা আৰু পুলিচৰ দৰে বেল্ট লগোৱা মানুহ চাৰিটা জংঘলৰ মাজৰ পৰা ওলাই আলিবাটটোত থিয় হোৱা শীতলৰ চকুত পৰিল। তেওঁ লগৰ দুজনৰ দৃষ্টি আকৰ্ষণ কৰি কাষৰ ডাঙৰ গছ এজোপাৰ আঁৰত বৈ থাকিল। সি দূৰৰ পৰাই মানুহকেইটাক দেখি বুজিলে যে বন বিভাগৰ মানুহ। লগৰ দুজনকো সেইমতে আশ্বাস দি গছজোপাৰ আশ্ৰয় লৈ বৈ থাকিল।

তেতিয়াহে সি কথাবোৰ গুৰিৰ পৰা নতুনকৈ ভাবিবৰ চেষ্টা কৰিলে। আচলতে সংগ্ৰাম যিমানে ব্যাপক হৈ উঠিছে সিমানে তাৰ নিবিড়তা ক্ৰমে নষ্ট হৈ গৈছে। যিমানে জোৰদাৰ হৈ গৈছে সিমানে তাৰ ভিত্তিমূলৰ সবলতা ধ্বংসপ্ৰাপ্ত হৈছে।

ডেকা কৰ্মীসকলৰ আতিশয্যজনিত ভুলবোৰৰ পৰিণতি ভোগ কৰাৰ উপৰিও বিভিন্ন কাৰণত দলে ক্ষতি স্বীকাৰ কৰিবলগীয়াত পৰিছে। পুলিচৰ অত্যাচাৰত গাঁওৰ ল'ৰা তিৰোতাই জংঘলত আশ্ৰয় লবলগীয়াত পৰিছে। কতই কোৰত ঘূৰ্ণীয়া হৈছে।

জংঘলেই বা ক'ত নিৰ্ভৰযোগ্য আশ্ৰয়! মাত্ৰ কিছুদিনৰ আগতে মানাহ অৰণ্য আৰু ভূটানৰ সীমাত নতুনকৈ পতা সিহঁতৰ কাৰ্যালয়ৰ পৰা উভতি আহোতে গড়ৰ আক্ৰমণত হৰেণ বড়োৰ দৰে উদীয়মান কৰ্মী এজনে প্ৰাণ হেৰুৱাবলগীয়াত পৰিল। আন এগৰাকী নিষ্ঠাবান কৰ্মী ঘনকান্ত বড়ো গুৰুতৰভাৱে আহত হৈ এতিয়াও শয্যাশায়ী।

বিপদ আহিলেতো অকলে নাহে। বৰমাত সম্মিলনখন হৈ যোৱালৈকে নাৰী মুক্তি সংঘৰ ওপৰত শত্ৰুৰ শনাহী চকু পৰা নাছিল। আগদিনা শুনি আহিছে যে, কনকলতা, ৰাজনী, নলিনী, ইলাইশ্ৰী এনেকে কেবাজনীৰো ওপৰত হেনো গ্ৰেপ্তাৰী পৰোৱানা বাহিৰ হৈছে।

উত্তৰ গোৱালপাৰালৈ আহিছে যদিও এই অঞ্চলটোও শান্ত নিৰিবিলি হৈ থকা নাই। বিপিন, কৰেণ, প্ৰসেন, সমৰ ইহঁতে ইটো সিটো কৰি উগ্মাটো জীয়াই ৰাখিছে যদিও ইয়াতো শনাহীহঁতৰ চকু পৰিছে। ইয়াতো যে সুস্থিৰে সি কিবা এটা কৰিব পাৰিব, সি একেবাৰেই আশা কৰিব পৰা নাই।

সি সন্তৰ্পনে আন দুজনৰ মুখ দুখন লক্ষ্য কৰিলে। তেওঁলোকে আজিৰ দাঁতিত কিবাকিবি কৰি বৈ থকা বন বিভাগৰ মানুহ কেইজনৰ আলেখলেখ চাই আছিল। অৱশ্যে মুখত ভয় বা হতাশাৰ ছাপ নাছিল, আছিল আশ্বাস আৰু আশাৰ উজ্জ্বল আলোক। তেওঁলোকৰ মুখকিখনলৈ চাই প্ৰকাশ কৰিব নোৱাৰা বেদনাত মনটোৱে তাৰ হাঁহাকাৰ কৰি উঠিছিল।

ওচৰত পেলাই থোৱা চাইকেলখন সি তুলি ললে। যেন চাইকেলখনত মনযোগ দিলেই সকলো চিন্তাৰ ওৰ পৰিব এনেদৰে চাইকেলখন থিয় কৰাই লৈ পৰি থকা গছৰ ঠানি এড়ালেৰে চকা আৰু মাড্‌গাৰ্ডৰ মাজত

সোমাই থকা বোকাবোৰ খুচৰি খুচৰি উলিয়াবলৈ লাগিল। স্বৰ্গিয়াৰীয়ে তাক চাইকেলখন তুলি লোৱা দেখি যাবলৈ সাজু হোৱা যেন পালে আৰু কলে—

: কমৰেড্‌, আমি বিজনী সোমালোৱেই! তহ্‌প গলেই আচ্‌বাবাৰী পামগৈ। বৰষুণ অলপ পাতলক। আমি ঠিক সময়তে পাম, গাঁও।

সি একো উত্তৰ নিদিলে। স্বৰ্গিয়াৰীয়ে অন্তৰত কিবা এক বুজাব নোৱাৰা পুলক অনুভৱ কৰিছিল। তেওঁক তাৰ নীৰৱতাই নিৰুৎসাহ নকৰিলে। তেওঁ পুনৰ সুধিলে—

: কমৰেড্‌, আমি অলপ আগতে মানাহ নই পাৰ হৈ আহিলোঁ; আৰু কি পাৰ হৈ আহিলোঁ, জানে?

: কি বাৰু?

সি সুধিলে। স্বৰ্গিয়াৰীয়ে হতাশ হোৱাৰ ভয়তে।

: শাল গছ আৰু পাহাৰৰ দেশ।

: তাৰ মানে?

: আপুনি ইয়াত বাৰু শাল গছ আৰু পাহাৰ দেখিছেনে?

: নাইতো!

কথাবাৰ পৰথ কৰিবৰ চেষ্টা নকৰাকৈয়ে সি তেনেদৰে হয়ভৰ দিয়া দেখি ৰতি স্বৰ্গিয়াৰীয়ে তলে তলে ক্ষিপ্ত হৈ উঠিল। আৰু এইবাৰ প্ৰত্যাহ্বান জনোৱাৰ দৰে কলে—

: এয়ে বিজনী অঞ্চলৰ বিশেষত্ব। ইয়াৰ একাষে মানাহ আৰু আনকাষে আই নদী। দুয়োখন নৈয়ে মাজৰ অলংঘ্য পাহাৰবোৰ আৰু দুৰ্ভেদ্য জাৰণিবোৰ হেনো খেদি খেদি পাৰ কৰি পঠাই দিছে। মাজত মিলনৰ বাবে যাতে কোনো বাধা নাথাকে সেই উদ্দেশ্যে।

: বৰ ভাল কথা কমৰেড্‌! মানাহ আৰু অ'ইদেবীয়ে আমাৰ পথৰ বাধাবোৰহে এতিয়া আঁতৰায় নে নাঁতৰায়?

: হব কমৰেড্‌—চব হব। চাব-- আমি এদিন জয়ী হমেই হ'ম।

সিওতো ভাবিছিল তেনেদৰে এসময়ত। যদিও কোনোদিন কাকো মিছা আশ্বাস দিয়া নাছিল, তথাপি অন্তৰৰ অন্তঃস্থলত সি এটা গোপন আশা পোষণ কৰিছিল যে, তাৰ জীৱনতে, তাৰ আৰু তাৰ সহকৰ্মীসকলৰ সংগ্ৰামৰ ফলশ্ৰুতিস্বৰূপেই দেশৰ অন্ততঃ পূৰ্বাংশৰ সৰ্বহাৰাসকলে যুগ যুগ জোৰা শোষণৰ

পৰা মুক্ত হব। জনসাধাৰণৰ মাজত উৎসাহ উদ্দীপনাৰ অভাবো সি পোৱা নাই। য'লৈকে সি গৈছে তাতেই লক্ষ্য কৰিছে জনসাধাৰণৰ মাজত অভূতপূৰ্ব আলোড়ন। কিন্তু হঠাৎ কি যে হৈ গ'ল! উপৰ্যুপৰি দুৰতিক্ৰম্য বাধাবোৰ আহি পৰিল!

: কি কয় কমৰেড্? মোৰ কথা সিহঁতে কি বুলি কয়?

: একো বুলি নকয়। মাত্ৰ সিহঁতে ভয় কৰে।

: তেন্তে সিহঁতে সকলোৱে লগ লাগি মোক ধৰি দিলেইতো হয়!

: তাকো কৰিবলৈকো সিহঁতে ভয় কৰে।

স্বৰ্গিয়াৰীৰ কথাত তিনিও একেলগে উদ্বাউল হৈ হাঁহি দিছিল। স্বৰ্গিয়াৰীয়ে হাঁহিটো সামৰি মনক প্ৰবোধ দিয়াৰ দৰে কলে—

: সিহঁতেই অসমৰ জনসাধাৰণ নহয় নহয়!

: কিন্তু সিহঁতৰ হাতত ক্ষমতা আছে। প্ৰচাৰ যন্ত্ৰ আছে। অৰ্থ আছে। সিহঁতৰ এজনেই হাজাৰজন। তোমাৰ ইয়াত হাজাৰজনক দিন দুপৰতে হত্যা কৰি থৈ গ'লেও তেওঁলোকৰ হৈ মাত মাতিবলৈ কোনো আগবাঢ়ি নাহে! কিন্তু সিহঁতৰ এজনক কোনোবাই সামান্য আঘাত কৰকচোন। সিহঁতে সিহঁতৰ প্ৰচাৰ যন্ত্ৰেৰে এনে এটা পৰিস্থিতিৰ সৃষ্টি কৰি দিব, সমগ্ৰ দেশেই তাৰ প্ৰতিবাদত মুখৰ হৈ উঠিব। তোমালোকেতো নিজেই পাইছা, শান্তি শৃংখলা ৰক্ষাৰ নামত, পুলিচ অপাৰেচনৰ নামত হাজাৰ হাজাৰ কৃষক-বনুৱাৰ পৰিয়ালত পুলিচৰ কি নৃশংস নিৰ্যাতন চলিছে! তাৰ বাবে কোনোবাই কৰবাত এষাৰো প্ৰতিবাদ কৰা অথবা অকণ দুখ প্ৰকাশ কৰা দেখিছানে?

: সিহঁততো তেনেকুৱাই। গোৱালা সাপৰ দৰে। কোনপিনে মুখ, কোনপিনে নেগুৰ ধৰাই টান। এপিনে মাটিৰ মালিক হৈ সৰ্বসাধাৰণ প্ৰজাৰ ওপৰত অত্যাচাৰ চলাব, আনপিনে আকৌ দেশভক্ত নেতা হৈ প্ৰজাৰ দুখত চকুপানী পেলাব।

সি ৰতি স্বৰ্গিয়াৰীৰ উত্তেজিত মুখখনলৈ চাই কলে আশ্বাসৰ সুৰত—

: এদিন পিচে আমাৰো দিন আহিব কমৰেড্! এই সাম্ৰাজ্যবাদীৰ দালাল, মুখা পিন্ধা দেশভক্ত কেইটাৰ বুকুত বৰপীৰা পাৰি বহিবলৈ আমি এদিন নহয় এদিন সমৰ্থ হমেই।

কথাখিনি পৰম উচ্ছ্বাসেৰে কবলৈ সি যত্ন কৰিছিল। আৰু বোধকৰোঁ৷ কবও পাৰিছিল। ৰতিৰ খন্তেক আগতে উত্তেজনাত ৰঙা হৈ পৰা মুখখন গৰ্বৰ

স্পর্শই গহীন প্ৰশান্ত কৰি তুলিছিল। শীতলৰ নিৰ্লিপ্ত মুখখনো উত্তেজিত হৈ পৰিছিল আৰু চকুৰ দৃষ্টি হৈ পৰিছিল অস্থিৰ অশান্ত।

সিহঁতে গছজোপাৰ তলৰ পৰা আকৌ আৰম্ভ কৰিছিল নিৰুদ্দিষ্ট যাত্ৰা। চান্থাইবাৰী, আচ্‌ৰাবাৰী য'তেই সুবিধা হয় তাতেই অন্ততঃ এটা দিন সুস্থিৰে থকাৰ মন কৰি। কিছুদূৰ গৈছিলেই। পিচপেনে ডাঙৰ গছজোপা এটা কেঁকুৰি পোৱাৰ লগে লগে সিহঁতৰ দৃষ্টিপথৰ পৰা হেৰাই গৈছিল। ঠিক সেই মুহূৰ্ত্ততে ঘটিছিল ঘটনাটো।

খাকী পোছাক পিন্ধা আৰু বেল্ট লগোৱা মানুহ চাৰিজন সিহঁতৰ সন্মুখত আলিবাটটো একৰকম আগুৰি বৈ গ'ল। শীতল আৰু ৰতি স্বৰ্গিয়াৰী ঘপ্‌কৰে বৈ গ'ল; সি কিন্তু কিবা এটা চিন্তাত বিভোৰ হৈ গৈ থকাত হঠাৎ যেন সন্মুখত পৰা মানুহজনৰ গাত চাইকেলখন উঠি যাব এনেদৰে মানুহজনৰ কান্ধত হাত দি বৈ গ'ল। তাৰ হাতৰ ভৰত মানুহটোৱে প্ৰথমে থৰক বৰক কৰি সেমেকা হাঁহি এটা মাৰি থিৰ হৈ থাকিল। চাইকেলৰ পৰা নমাকৈয়ে সি সুধিলে—

: কি হ'ল মিষ্টাৰ? বাট আগচা আগচি আকৌ কিয়?

সি জানিছিল সিহঁতে ইমানপৰে সিহঁতৰ আলেখলেখকে চাই আছিল। সন্দেহ এবাৰ মনত সোমাল যেতিয়া তাক সতৰাই নিৰসন কৰা টান। তাৰ প্ৰশ্ন শুনি দলপতি যেন লগা খীন মানুহজনে তাৰ সমুখলৈ আহি অকণ ভেঙুচালি কৰাৰ সুৰত সুধিলে—

: কোনপিনে যোৱা হৈছিল বা মালিকসকলৰ?

সি মানুহজনৰ প্ৰশ্নবাৰ অৱজ্ঞা কৰি স্বৰ্গিয়াৰী আৰু ব্ৰহ্মক বলে আগ বাঢ়িবলৈ। আৰু সিও চাইকেলৰ পেডেলত ভৰি দি যাবলৈ সাজু হ'ল। এইবাৰ দলপতিজনে তাৰ চাইকেলখনৰ হেন্দেলত ধৰি থিয় দি তাক আগচি ধৰি কিবা এষাৰ কব খোজোতেই তাৰ হাতত এটা বিভলভাৰে গৰ্জি উঠিল।

মানুহ চাৰিওটা ভয়ত পেপুৱা লাগি হাবিৰ পিনে দৌৰিব ধৰোতেই সি প্ৰচণ্ড ধমক দি ৰবলৈ কলে। সিহঁত বজ্ৰাহতৰ দৰে য'তে আছিল ত'তে থৰ হৈ থমকি ৰ'ল। সি নাটকীয় সুৰত স্বৰ্গিয়াৰী আৰু শীতলক উদ্দেশ্য কৰি কলে—

: তোমালোকেতো জানাই মই নেউল দেখিলেই সহ্য কৰিব নোৱাৰোঁ। তাৰো মৰণ চোৱা! সিনো মোৰ সন্মুখেদিহে আলিটো পাৰ হব লাগেনে?

স্বৰ্গিয়াৰী আৰু শীতলেও তাৰ কথাবাৰ প্ৰথমে ধৰিব পৰা নাছিল। বিভলভাৰৰ গৰ্জনে তেওঁলোককো বন বিভাগৰ মানুহকেইজনৰ সমানেই সংত্ৰস্ত কৰি তুলিছিল। কিন্তু ৰাষ্টাৰ আনটো পাৰে তেজেৰে লুতুৰি পুতুৰি হৈ বুকুৰ এডোখৰ এৰাই গৈ পৰি থকা নেউলটো দেখিহে তেওঁলোকে কথাটো বুজিলে ; আৰু মুহূৰ্ত্তৰ আগৰ আড়ষ্ট মনটো মুকলি হৈ পৰা যেন অনুভৱ কৰিলে। দুয়ো তাৰ ওচৰ চাপি আহিল আৰু হাঁহি হাঁহি ভীত মানুহকেইজনৰ পিনে চাই কৌতুকেৰে স্বৰ্গিয়াৰীয়ে কলে—

: বন বিভাগৰ মানুহে বন্দুক ভয় কৰিলে কেনেকে হব ? আপোনালোকক মাৰিব খোজা নাই নহয় আৰৌবে।

স্বৰ্গিয়াৰীৰ কথাষাৰে সিহঁতৰ মনত আশ্বাস জন্মাবলৈ নিশ্চয় সমৰ্থ নহ'ল ; সিহঁত আগৰ দৰেই জড়সড় হৈ থিয় হৈ থাকিল। সি এইবাৰহে হাঁহি হাঁহি চাইকেলৰ পৰা নামিল আৰু ৰিভলভাৰটো খাকী পেণ্টটোৰ জেপত ভৰাই লৈ মানুহকেইজনৰ নেতা যেন লগা খীনজনৰ মুখলৈ চাই কলে—

: আমি কালিলৈ আহিম যদিহে বতৰটো দাঙে। কুপ এটা লোৱাৰ কথা ভাবিছোঁ। এইবাৰহে সিহঁত চাৰিও আশ্বস্ত হ'ল, যদিও তাৰ কথাষাৰ সৰ্বান্তঃকৰণে বিশ্বাস কৰা যেন নালাগিল। সিহঁতে তাৰ ওচৰ চাপি আহিল আৰু কলে যে, কুপ চাবলৈ হলে সিহঁতৰ ৰেঞ্জলৈ প্ৰথমে গ'লে ভাল হব। আৰু বেচি আলোচনা নহ'ল। দুয়ো দল দিহাদিহি আঁতৰিল। কিবা কাৰণত বন বিভাগৰ দলটোৱে অস্বাভাবিকভাৱে খৰধৰ কৰা যেন তাৰ সন্দেহ হ'ল। জংঘলৰ মাজেদি থকা গৰুৰ গাড়ীৰ লিকে লিকে গৈ দলটো জংঘলৰ আঁৰ হ'ল। সিহঁতেও বাটে বাটে আচৱাবাৰীৰ পিনে গৈ থাকিল।

বতি স্বৰ্গিয়াৰী আৰু শীতল ব্ৰহ্মই মনৰ আনন্দত গাই গৈছিল তাৰ ৰচিত বড়ো জাগৰণৰ গীত—মাও মুলুকনি ম'জাং হাবা দুলাবায় সংসাৰ……। সি কিন্তু সোমাই পৰিছিল মনৰ গহনত। বিশেষকৈ বন বিভাগৰ সাধাৰণ চাকৰিয়াল কেইজনৰ আগত নাটকীয় দৃশ্যটো ঘটাই তাৰ মনটো একেবাৰেই মুক্ত যেন লগা নাছিল। বাৰে বাৰে চকুৰ আগত ভাঁহি উঠিছিল সিহঁতৰ ভয় বিহ্বল মুখ কেইখন। আৰু মনটো সহানুভূতিত গধুৰ হৈ পৰিছিল।

বতি স্বৰ্গিয়াবীৰ কথাষাৰ সি মনেই কৰা নাছিল ইমান পৰে। মেঘৰ প্ৰচণ্ড গাজনিতহে সি সচেতন হ'ল আৰু বাকী দুজনলৈ চালে। স্বৰ্গিয়াৰীয়ে পশ্চিমৰ পৰা উঠি অহা গাঢ় ক'লা মেঘ ভৰালৈ দেখুৱাই কলে—

: আৰৌ, বৰষুণজাক অহাৰ আগতে গাঁও লবগৈ পাৰিলে ভাল হ'ব। সি কোনো উত্তৰ নিদি চাইকেলৰ গতিবেগ বঢ়াই দিলে। মনৰ গহনত কিন্তু ইতিমধ্যে জাকে জাকে ধুমুহা-বৰষুণ নামিছিল।

---



"নির্বিচাৰে নৰ-নাৰী ছাত্ৰ-ছাত্ৰী হত্যা
এই যদি হয় শিশুৰাষ্ট্ৰেৰ আইন নিৰাপত্তা
তবে আমি সভাৰ মাঝে উচ্চ কণ্ঠে কহি
পাঁচশো হাজাৰ অসংখ্যবাৰ আমি ৰাজদ্ৰোহী"

সেইদিনা বতাহ-বৰষুণজাকৰ হাত সাৰিব পৰা নাছিল সিহঁতে। ওচৰৰ গাঁওখন পাবলৈ পোৱা মাইলমান থাকোতেই বতাহ-বৰষুণজাক আহি পৰিছিল। চাপৰ চাপৰ উলুবনিৰ গছ গছনি নথকা মুকলি বাকৰি এখনত আছিল সিহঁত। গতিকে বতাহ-বৰষুণ একোকে নগণি আহি থকাত বাদে সিহঁতৰ উপায় নাছিল।

গোটেই ৰাতিটো আৰু পাচদিনাখনৰ গোটেই দিনটো প্ৰচণ্ড বৰষুণৰ কাৰণে সিহঁত বাহিৰলৈ ওলোৱা নাছিল। তৃতীয় দিনৰ দিনা বতৰটো অকণ মুকলি হোৱাত সি ঘৰৰ গিৰিহঁতৰ লগত স্বৰ্গিয়াৰীক গাঁৱৰ মানুহবোৰক লগ ধৰিবলৈ পঠাই দিয়াৰ বাবে মনে মনে স্থিৰ কৰিছিল। শীতলে পুৱাতে আন এটা অঞ্চললৈ সংগঠনৰ বাবে গৈছিল।

বহুদিনৰ বিৰতিৰ পাচত অঞ্চলটোলৈ আহি সি তলে তলে বেচ উৎসাহ বোধ কৰিছিল। আৰু পুৰণি চিনাকি কাক কাক লগ পাব লাগিব স্বৰ্গিয়াৰীৰ সতে আলোচনা কৰি লৈছিল। এনেতে সেই অতি দুখ লগা খবৰটো দিছিলহি এজন ক'ৰিয়াৰে।

দিনৰ প্ৰথম খবৰটোতেই সি বিচলিত হৈ পৰিল। নাৰী মুক্তি সংঘৰ ৰাজনী নামৰ ছোৱালীজনী হেনো পুলিচৰ হেফাজতত মৰিল। তাইৰ বিয়া হোৱা এবছৰো হোৱা নাছিল। আৰু তাই আছিল অন্তঃসত্ত্বা। উত্তৰ কামৰূপৰ সমগ্ৰ অঞ্চলটোতে হেনো সন্ত্ৰাসৰ ৰাজত্ব চলিছে।-ক'ৰিয়াৰজনে কলে। বেলশৰৰ ৰাইজে বৃষক পঞ্চায়তত যোগ দিয়াৰ অপৰাধত পুলিচ বিষয়াই আনকি ৰাইজক প্ৰকাশ্য ভাৱে অপমান কৰিবলৈকো কুণ্ঠাবোধ কৰা নাই। তাৰ ডেকা ল'ৰাবোৰক ধৰি ধৰি অশেষ নিৰ্যাতন আৰম্ভ কৰিছে। আজেৰ আলি, সমীন মেধি দুয়োজন হেনো পুলিচৰ মাৰত গুৰুতৰভাৱে আহত।

ক'ৰিয়াৰজনে একে উশাহে কোৱাৰ দৰে খবৰবোৰ কৈ শেষ কৰিছিল। তাৰ পাচত মোনাখনৰ লামলাবটুৰ মাজৰ পৰা চিঠি এখন উলিয়াই তাৰ হাতত দিছিল। সি খুলি পঢ়ি চালে। এইমাত্ৰ শুনা খবৰবোৰে চিঠিখনৰ কথাখিনিত মনযোগ দিয়াত বাৰে বাৰে তাক বাধা দিলে। সি কিছুপৰ পঢ়াৰ পাচত আখৰবোৰ যেন তাৰ চকুত লাগি ৰ'ল, এনেদৰে সি চিঠিখনতে দৃষ্টি নিবদ্ধ কৰি অন্যমনস্ক হৈ পৰিল।

: অতি সোনকালে চিফ্‌ট্ নকৰিলে দিগ্‌দাৰ আছে।

ক'ৰিয়াৰজনে মনেৰে ভবা কথাষাৰেই যেন হঠাৎ মুখেৰে ওলাই আহিল এনে নৈৰ্ব্যক্তিক শুনা গ'ল কথাষাৰ। সি অৱশেষে কথাষাৰত উচপ খাই উঠাৰ দৰে কৰি কলে—

: হয়? অঁ তুমি যোৱা। মই বাকী ব্যৱস্থা কৰিম। নহলে তুমি ধৰ্ম স্বৰ্গিয়াৰীক কৈয়ে দিবা লৈ ভাগিবলৈ। তেওঁৰ আৰু কিবা কবলগীয়া

আছিল হয়তো। তাক চিন্তিত হৈ পৰা দেখি ইতস্ততঃ কৰি ৰতি স্বৰ্গিয়াৰীক ইংগিতেৰে মাতি আঁতৰি গৈছিল।

ক'ৰিয়াৰঞ্জনৰ কথাবাৰ শুনাৰ লগে লগে তাৰ মনত পৰিছিল ৰাজনীৰ মুখখন; অত্যাচাৰৰ যন্ত্ৰণাত নিশ্চয় 'তাইৰ সকলো সময়তে লাগি থকা মুখৰ হাঁহিটো মাৰ গৈ মুখখন বিকৃত হৈ পৰিছিল। ভাবি ভাবি মনতে সি অস্থিৰ হৈ পৰিছিল চিঠিখনত থকা খবৰটোৰ কথা চিন্তা কৰি। নিজকে একেবাৰে অকলশৰীয়া নিঃসহায় যেন লাগিছিল হঠাৎ। ৰতি স্বৰ্গিয়াৰীক ওচৰত নেদেখি সি মাতিলে—

: কমৰেড্, ক'ত গলাহে তুমি ?

ৰতি স্বৰ্গিয়াৰী ব্যস্ত হৈ সোমাই আহিছিল তাৰ ঘৰটোৰ ভিতৰলৈ—

: আবৌ, মোক বিচাৰিছে ?

: অঁ, এইখন চোৱাচোন। ইয়াত জানো সুবিধা হব ?

ৰতিয়ে ক'ৰিয়াৰঞ্জনৰ মুখে ইতিমধ্যে সকলো সম্ভেদ পাইছিল। তেওঁ টপৰাই উত্তৰ দিলে আশ্বাসৰ সুৰত--

: কিয় নহব ?

সি কিন্তু যুক্তিত কোনোমতে পৰাজয় স্বীকাৰ কৰিব নোখোজা এজনে প্ৰতিপক্ষৰ সবল যুক্তিৰ আগত তিষ্ঠিব নোৱাৰি একেবাৰ যুক্তিকে খামোচ মাৰি পেঘেনিয়াই থকাৰ দৰে কলে—

: গিৰিহঁতে বা আকৌ কি কয় ? আমি নিজেই আশ্ৰিত। তাতে···

: গিৰিহঁতৰ আপত্তি থাকিলেও আমি গ্ৰাহ্য নকৰোঁ। নাৰী মুক্তি সংঘৰ কাম ইয়াতো হব বুলিতো আপুনি নিজেই কৈছে। শত্ৰুৰ ভয়তকৈও আমাৰ সংগ্ৰামৰ প্ৰয়োজনতেই আমাৰ মহিলা কৰ্মীৰ দলটো ইয়ালৈ স্থানান্তৰিত কৰিব লাগিব। এইখন ঘৰত আশ্ৰয় নাপালে, আৰু ক'ত ঘৰ আছে গাঁওত।

: জানো, তুমি যি কৰা কৰিবা। মই সেই বিষয়ে নাভাবোঁ।

: ঠিক আছে আবৌ। আপুনি চিন্তা নকৰিব।

: তুমি চিঠিখন আকৌ এবাৰ পঢ়ি চোৱাচোন।

আচলতে চিঠিখনেও তাক দোমোজাত পেলাইছিল। স্বৰ্গিয়াৰীয়ে গোটেই বিষয়টো ইমান সহজ ভাবে ললেও তাৰ মানত বিষয়টো ইমান সহজ নাছিল। প্ৰথমতে নাৰী মুক্তি সংঘৰ কৰ্মীয়ে এইদৰে তাৰ পৰ্যায়ৰ নেতাৰ সতে

পোণপটীয়া অথবা ব্যক্তিগত যোগাযোগ কৰাটো বাধা নিষিদ্ধ। আৰু লিখিত ভাৱে যোগাযোগ কৰাটো ঘোৰ বিপজ্জনক। দ্বিতীয়তে এই বিষয়টো ইমানবোৰ থকা সত্বেও কনকলতাই কিয় লিখিবলগীয়া হ'ল। তেওঁৰ স্থানীয় সহকৰ্মী মোহিনীয়ে দ্বাৰেণ বাবুৰ হতুৱাইও খবৰটো পঠাব পাৰিলেহেঁতেন অগত্যা যদি নেলেখিলেই নহয়। আচলতে পাৰ্টিৰ নিৰ্দেশ আছে যেতিয়া আৰু যেহেতু ক'ৰিয়াৰ আহিছেই এই চিঠিখনৰ প্ৰয়োজন একেবাৰেই নাছিল। প্ৰয়োজন বোধ কৰিলেও অন্ততঃ মোহিনীয়ে লিখিব পাৰিলেহেঁতেন। কিয়নো তাৰ ওচৰত কৰ্মীদলৰ ভিতৰত তায়েই বেচি ঘনিষ্ঠ।

কনকলতাই লিখিলেও হঠাৎ 'গুৰুদেৱ', 'সেৱিকা' এনেবোৰ শব্দৰ প্ৰয়োগ তাৰ মনত কিবা অসঁজা অসঁজা লাগিছে। বিষয়টোৱে তাৰ মনত বিভিন্ন জটিল প্ৰশ্নৰ অৱতাৰণা কৰিলে। মনে মনে কৌতুহলো নোহোৱাকৈ থকা নাছিল আৰু সেইবাবেই প্ৰকাশ্যে সি বিশেষ আগ্ৰহ দেখুৱা নাছিল বিষয়টোৰ প্ৰতি।

ৰাত স্বৰ্গিয়াৰীয়ে চিঠিখন তাক ঘূৰাই দি কলে—

: ইয়াতে থাকিব পাৰিব। ছোৱালী পাঁচজনীহে। মোৰ কোঠাটোকে এৰি দিম। মই কৰবাত থাকিম গাঁৱত।

সি কোনো সঁহাৰি নিদিয়াত ৰতিয়ে আকৌ চিঠিখনৰ কথাকে ভাবিলে; তাৰ চিন্তাৰ কাৰণটো তেওঁৰ মনত লাহে লাহে আৰু বেচি অস্পষ্ট হৈ পৰিল। কিছুপৰৰ পাচত একো এটা নভবাকৈয়ে স্বগতোক্তি কৰাৰ দৰে কলে তেওঁ—

: কনকলতা ছোৱালীজনী বেচ চিৰিয়াচ। আনৰ দৰে চঞ্চল নহয়। নবীন মেথিৰহে ছোৱালী! তেওঁ আহিলে ইয়াত সংগঠনত বৰ সহায় হব।

স্বৰ্গিয়াৰীৰ কথাষাৰে তাৰ মনৰ কাষ পোৱা দেখি সি অকণ লৰি চৰি বহিল। কিবা এষাৰ কবও খুজিছিল হয়তো এনেতে ঘৰৰ গিৰিহঁত মন্দেশ্বৰ গয়াৰী সোমাই আহিল। আহি তাৰ খেৰৰ বিছনাখনত তাৰ কাষতে বহি দিয়াৰ লগে লগে সক ঘৰটোত ভুঁইকঁপ হোৱাৰ দৰে লাগি গ'ল হুয়োৰে।

: কি হ'ল কমৰেড্! ব'লক ক'ত যাব লাগে।

সি অকণ কুণ্ঠাজড়িত কণ্ঠেৰে কলে—

: আপোনাৰ আৰু আলহী বাঢ়িব এতিয়া।

: ক'ত?

: ইয়াতে। কেইগৰাকীমান মাইকী মানুহ আছিব।

: মাইকী? মোক আৰু মাইকী নালাগে কমৰেড্। এতিয়া থকা কেইজনীকে চম্ভালিব পাৰা নাই।

গয়াৰীৰ ৰগৰত তেওঁ নিজেই আটাইকে চেৰ পেলাই সশব্দে হাঁহিলে। ধেমালিতে কলেও কথাষাৰ মিছা নাছিল একেবাৰে। তেওঁৰ স্ত্ৰী আছিল পাঁচ গৰাকী। হাঁহি হাঁহিয়েই গয়াৰীয়ে কলে—

: কোনো চিন্তা নাই। মোৰ খাব নে কিবা? ৰাইজৰ আশীৰ্বাদত আই বসুমতীয়ে দিছে চাইটা ভাই বন্ধুক খুৱাবলৈ। খাব, থাকিব। আমি যি খাওঁ তাকেই খাব। আমি যিদৰে থাকোঁ তেনেকেই থাকিব।

সি গয়াৰীৰ প্ৰকাণ্ড দেহটো ঢাকি ৰখা প্ৰশস্ত বুকুখনলৈ চালে। অন্তৰখনো বুকুখনৰ দৰেই প্ৰশস্ত, উদাৰ যেন লাগিল। ল'ৰাই লুৰীয়ে ঘৰখনত এখন সৰু সুৰা বালিভোজ হৈ থকা যেন লাগে নিতৌ। মালিকৰ উদাৰতা মাজে মাজে একেবাৰে উদাসীনতাত পৰ্যবসিত হয়। গয়াৰীলৈ চাই থাকোতে হঠাৎ এটা মুহূৰ্ত্তত এক বিশ্লেষণাতীত সহানুভূতি অনুভব কৰিলে সি। তেৰোঁ তাৰ দেহটোৰ পিনে চাই নিজকে ৰিজাই চোৱাৰ দৰে নিজৰ সো বাউসীৰে ক্ৰমে তললৈ দৃষ্টি নমাই নিলে আৰু হঠাৎ মনত পৰাৰ দৰে কলে—

: আপুনি কমৰেড্ এদিন কিন্তু আমাক বলখেলা দেখুৱাব লাগিব। আপুনি বোলে এসময়ত চমৎকাৰ বল খেলিছিলে!

: কোনে কলে আপোনাক?

: আপোনাৰ কথা আকৌ কোনে কব লাগে? ডালৰ পখীটোৱেও আপোনাৰ কথা জানে।

আকৌ সশব্দে হাঁহিলে গয়াৰীয়ে। সি তেওঁক নিৰস্ত কৰাৰ মনেৰেই বোধকৰোঁ কলে—

: হব বাৰু পিচে পৰেও। আগেয়ে আমাৰ কামবোৰ হওক।

: সেইটোতো ঠিকেই। অ' স্বৰ্গিয়াৰী কমৰেড, বলক আমি গৈ আহোঁ। ভূঁয়োটা চুবাকে ঘূৰি আহোঁ বলক।

তেওঁ বহাৰ পৰা অনায়াসে উঠিল। ইমান প্ৰকাণ্ড মানুহটো বহাৰ পৰা অনায়াসে উঠা দেখি সি প্ৰশংস দৃষ্টিৰে তেওঁলৈ চালে। গয়াৰীয়ে অৱশ্যে কোনোপিনে নোচোৱাকৈ ধুমুহাৰ দৰেই স্বৰ্গিয়াৰীক লগত লৈ ওলাই গ'ল।

সি অকলশৰীয়া হৈ পৰাৰ লগে লগে ৰতি স্বৰ্গীয়াৰীয়ে অলপ আগতে কোৱা ক্লাবৰ মিটিংখনৰ কথা তাৰ মনত পৰিল। তেওঁৰ মতে তাতেই অঞ্চলৰ সমস্ত ডেকা-গাভৰুক লগ পোৱা যাব। সি অৱশ্যে যাবই সেই মিটিঙলৈ।

অকণ বাহিৰলৈ ওলাই যোৱাৰ কথা চিন্তা কৰি সি বিছনাৰ পৰা উঠিল। লগে লগে তাৰ কোচত কৰবাত পৰি থকা কনকলতাৰ চিঠিখন তাৰ সন্মুখত মাটিত পৰা সি দেখিলে। চিঠিখন বুটলি লৈ সি আকৌ এবাৰ মেলি ল'লে তাৰ চকুৰ আগত।

কনকলতা তাৰ একেবাৰে অচিনাকি নহয়। মাজে সময়ে কথাও পাতিছে তাৰ লগত। নলবাৰীত, দীঘেলীত, বাঘমাৰাত এনেদৰে বহুত ঠাইত সি তাইক লগো পাইছে। তাইৰ পিতাক নবীন মেধি হ'ল আপোচবিহীন সংগ্ৰামী। তেওঁ আৰু এক দুৰ্লভ গুণৰ অধিকাৰী। মানচিত্ৰ অঁকাত দলত তেওঁৰ সমকক্ষ কোনো নাছিল। মানচিত্ৰবোৰ আঁকি তেওঁ নিৰ্দিষ্ট জেগাত লুকাই থৈ আহে। আৰু দলৰ কৰ্মীৰ স্থানীয় কাৰো লগত যোগাযোগ নকৰাকৈয়ে কাৰ বাৰীৰ চুকেদি কাৰ ঘৰৰ নঙলা চমু হয়, অঞ্চলৰ এনেবোৰ খুতিনাতি সমস্ত নখদৰ্পণত হৈ পৰে।

কনকলতাৰো এটা দুৰ্লভ গুণ আছে। সেইটো হ'ল তাইৰ নিজকে মিলাই দিব পৰা ক্ষমতা। যিকোনো পৰিস্থিতিতে নিজক সহজে তাই মিলাই দিব পাৰে। নাৰী মুক্তি সংঘৰ সংগঠনত হেমলতা, ধনদা, ইলাইশ্ৰী, নলিনীহঁতৰ লগতে কনকলতাহঁতৰ দুই বায়েক ভনীয়েকৰ নামো এতে উশাহেই লবলগীয়াত পৰে নেতৃবৰ্গই। সংগঠনৰ ক্ষেত্ৰত তাই দলৰ এক মহাৰ্ঘ সম্পদ।

তাইৰ চিঠিখনৰ আখৰবোৰ পিচে সুশৃংখল নাছিল। গুৰিৰ পৰা আগলৈকে লেখাখিনিত সি মন বা শৰীৰৰ বলৰ পৰিচয় নাপালে। তাত সি অনুভৱ কৰিছিল মাত্ৰ এক গভীৰ উচ্ছ্বাসৰ অস্তিত্ব।

চিঠিখন আগত লৈ সেইবোৰকে ভাবি থাকোতে তাৰ চকুৰ আগত ক্ৰমে স্পষ্টতৰ হৈ উঠিছিল লজ্জানম্ৰ চকুযুৰিৰে মোহিনীৰ মুখখন। ধমধমাৰ কছাৰী সন্মিলনত মাত্ৰ তিনিটা বছৰৰ আগতে তাক তায়ে মাল্যবৰণ কৰিছিল কৃষ্টিসভাৰ সভাপতি স্বৰূপে। বিজনীৰ খুৰ্চাকাটিৰ ট্ৰাইবেল সংঘৰ সভাতো তাক আটাইতকৈ বেছি আকৰ্ষণ কৰিছিল তাইৰ সেই চকুযুৰিয়ে

আৰু মিঠা মাতটোৰে।

তাতেই তাই তাৰ ওচৰত প্ৰতিশ্ৰুতি দিছিল যে, সি তাইক যেতিয়াই য'লৈকেই মাতিব, তাই যাবই। তাৰ পাচত এদিন সি তাইক মাতি পঠাইছিল। গুৱাহাটীলৈ। সি তেতিয়া আছিল আই পি টি এৰ সভাপতি। তাইক মাতি পঠোৱা হৈছিল আই পি টি এৰ অনুষ্ঠানলৈ মাহীয়েক ৰাইশ্ৰীৰ লগত। মাহীয়েক গৈছিলো। তাই কিন্তু যোৱা নাছিল। যাব লাগিছিল তাই; গ'ল মাহীয়েক। এই মুহূৰ্ত্ততো যিদৰে হ'ব লাগিছিল তাইৰ চিঠি; হ'ল আকৌ কনকলতাৰহে।

মন্দেশ্বৰ গয়াৰীয়ে তাক ধেমালিৰ ছলতে এদিন কৈছিল যে, এই বিজনী অঞ্চলত হেনো চব খোলা, চব উন্মুক্ত। বাধা-প্ৰতিবন্ধক ইয়াত একো নাই। ইয়াৰ ফুকালে দুখন নৈ। আই আৰু মানাহ। দুয়োখনে নিজৰ সমস্ত শক্তিৰে বাধাৰ পাহাৰবোৰ, প্ৰতিবন্ধৰ শালৰ জাৰণিবোৰ আঁতৰাই ৰাখিছে। ৰতি স্বৰ্গিয়াৰীয়েও একেষাৰ কথাকে কৈছিল বৰযুগত তিতি তিতি ইয়ালৈ অহাৰ দিনা।

সি কিন্তু বিজনীত থাকিও মোহিনী আৰু তাৰ মাজত অনুভৱ কৰিছে বাধাৰ দুৰ্ভেদ্য অৰণ্য আৰু অলংঘ্য পাহাৰৰ অস্তিত্ব।

কথাবোৰ ভাবি ভাবি সি তন্ময় হৈ পৰিছিল এনেতে এচাটি ধুমুহাৰ দৰে কমৰেড্ কমলেশ্বৰ ব্ৰহ্ম সোমাই আহিছিল।

: আৰে ব'লক।

: কলৈ ?

: কিয় স্বৰ্গাৰী কমৰেডে কোৱা নাই ?

: তেওঁতো মোক চৈধ্যভুবনলৈ যাবলৈ কয় এইবাৰ বা কোনখন ভুবনলৈ যাব লাগিব ?

: আমাৰ ক্লাবলৈ।

: অউ। ৰংগিলা আফাং ?

: হয়। ব'লক, মানুহবোৰ বৈ আছে।

: ব'লা। চাওঁ চিগাৰেট এটা আছে যদি ; মোৰ এইমাত্ৰ শেষ হ'ল হে।

ব্ৰহ্ম হঠাৎ উচপ খাই উঠাৰ দৰে খপ্‌জপকৈ বিচাৰি চোলাৰ জেপৰ পৰা হেঁচাত চেপেটা পৰা পেকেট এটা উলিয়াই সংকোচেৰে তাৰ পিনে আগবঢ়াই দিলে আৰু কলে--

ঃ আনিবলৈ পঠাইছোঁ। এতিয়া ইয়াকে খাওঁক। চেপেটা হৈ গ'ল কেনেবাকে। নিজে নাখাওঁতো! মনতে নাথাকে।

সি একো নকলে। চিগাৰেটটো হুপি হুপি কমলেশ্বৰৰ পিচে পিচে গৈ থাকিল তিনিফালে বেৰ থকা এটা খেৰী ঘৰৰ সন্মুখত বহল ঘাঁহনিখনত হাঁহি খিকিন্দালি কৰি থকা ডেকা গাভৰুজাক সিহঁত ওচৰ চপাৰ লগে লগে হঠাৎ শান্ত হৈ পৰিছিল। খোলা পিনে ঘৰৰ মূধচত আঁৰি থোৱা চাইনবোৰ্ড এখনত আউঁজা হাতেৰে লিখি থোৱা ক্লাবৰ নামটো প্ৰথমেই তাৰ চকুত পৰিল। ঘাঁহনিখন পোৱাৰ লগে লগেই ডেকা গাভৰুজাকে তালৈ প্ৰণাম জনালে। ৰঙ বিৰঙৰ সাজপাৰেৰে গাভৰুজাকক তাৰ এজাক পখিলা যেনেই লাগিল।

সি বহাৰ লগে লগেই ক'ৰ পৰা জানো ইমানবোৰ মানুহ আহি পালেহি, মুহূৰ্ত্তৰ ভিতৰতে গোটেই ঘাঁহনিডৰা ভৰি ও চুযোকাষৰ আলিবাটত বিৰ দি বাট নোহোৱা অৱস্থা হ'ল মানুহৰ বাবে। মানুহবোৰৰ উদগ্ৰীব নিৰীহ মুখবোৰলৈ চাওঁতে হঠাৎ ৰাজনী, আজেৰ আলি, সমীন মেধিহঁতৰ মুখ কেইখন মনত পৰিল। সি বিমূঢ়ৰ দৰে মানুহবোৰৰ পিনে চায়ে থাকিল অন্যমনস্ক হৈ। তুচকুৰ পৰা সি কব নোৱাৰাকৈয়ে অবাধে চকুপানী ওলাই আহিল। সি হঠাৎ সচেতন হ'ল আৰু গাৰ চাদৰখনেৰে চকু দুটা মচি ল'লে।

ঃ আৰৌ, চকুত কিবা হৈছে নেকি?

ঃ অঁ অ', চকুতচোন কিবা পানী ওলাই থাকে আজিকালি।

ঃ মই বাৰু মউ অলপ যোগাৰ কৰি দিম। মউৰ টোপাল পেলাই দিলেই ভাল হৈ যাব।

ইমান দুখতো তাৰ মনে মনে হাঁহি উঠিছিল। ব্ৰহ্মৰ নিদানশাৰ শুনি। চকুপানীৰ নিদানতো মৌৱেই। কিন্তু তাৰ চকুপানীৰ অন্ত পেলাবলৈ ক'তনো আছে ইমান মউৰ বহঘৰা। চকুপানীতো কেৱল তাৰেই অন্ত পেলালে নহব। হাজাৰ হাজাৰ ব্যথিত চকুৰ অবিৰল ধাৰাৰ যে অন্ত পেলাব লাগিব!

সি থিয় হৈ লাহে লাহে কলে—

ঃ মোৰ কলিজাৰ তেজৰ টোপাল, হিয়াৰ আমঠু, আদৰৰ, চেনেহৰ জীউলাউহঁত! তোমালোকৰ আগত আজি মোৰ একোকে কবলৈ মন যোৱা নাই। মোৰ মনত আজি বহুত দুখ বাহ লৈছে। অলপ আগতে

আজি মই বৰ দুখৰ এটা খবৰ পালোঁ। ৰাজনী নামৰ মৰম লগা ছোৱালী এজনীক পুলিচে মাৰি পেলোৱা বুলি এইমাত্ৰ এজন কৰ্মীয়ে কলেহি। তাই বেচেৰী আছিল ফুলৰ দৰে নিষ্পাপ। তাই আমাৰ দললৈ আহিছিল দুখৰ অন্ত পৰিব বুলি আশা কৰি; সুখৰ মুখ দেখাৰ কামনা কৰি। তাইৰ জীৱনটো যে কিমান দুখৰ আছিল। বাপেক-মাক সৰুতে মৰিছিল। মোমায়েকে ডাঙৰ দীঘল কৰি তাইক বিয়া দিছিল তাইৰ দৰেই এটা নিঠৰুৱাৰ লগত। সি লৈছিল মহাজনৰ পৰা তিনি হালিচা মাটি চুকানি বন্দোবস্তত। তাতে দুয়ো দিনৰ দিনটো মূৰৰ ঘাম মাটিত পেলাই শ্ৰম কৰে। খেতি চপাই যিখিনি পায়, তাৰ সৰহভাগ যায় মহাজনৰ ঘৰলৈ। খেতিৰ ভাতে জোৰে টানি মানি সাতটা মাহ। বাকী পাঁচ মাহ দুয়ো লোকৰ ঘৰত কনো কাটি পেট প্ৰবৰ্ত্তাব লগীয়াত পৰে। তথাপি চলে সিহঁতৰ সংসাৰ, আন দহজনৰ দৰেই দুখী দুখী ভাৱে।

সি প্ৰকৃততে বক্তৃতা দিয়া নাছিল। সি আচলতে দিছিল অন্তৰৰ বেদনাৰ সম্ভেদ। সি কৰিছিল হৃদয় বিনিময়। সেইবাবে কথাবোৰ কৈ যাওতে সি সচেতন হব পৰা নাছিল। আবেগৰ দাসত্ব স্বীকাৰ কৰি সি যেন নিজকে অৰ্পি দিছিল এটা শাসন বহিৰ্ভূত কাহিনীৰ হাতত। সি আবেগসিক্ত স্বৰত কৈ গৈছিল কিদৰে হঠাৎ এদিন ধুমুহাৰ দৰে সিহঁত আহি পৰিছিল। হিলদল ভাঙি সিহঁতৰ কৰ্মী দলে দলে আহি সৰ্বহাৰা কৃষক ৰাইজক কলেহি মহাজনক ধান নিদিবলৈ। মহাজনক ৰাইজে যদি দিয়ে খাজানা দিব; ধান কিয় দিব? আৰু খেতিৰ মাটি যিয়ে খেতি কৰে তাৰহে হব লাগে; খেতি নকৰা মানুহক আকৌ খেতিৰ মাটি কিয়?

গাঁৱৰ সৰ্বহাৰা খেতিয়ক ৰাইজৰ মনত কথাটো লাগিল। ৰাজনীয়ে ঘৰৰ মানুহজনক কলে মহাজনক কথাটো কৈ দিবলৈ যে, সিহঁতে খাজানাহে দিব মাটি খোৱাৰ বাবে, ধান নিদিয়ে। সি গাঁৱৰ আন মানুহৰ লগতে ভয়ে ভয়ে মহাজনক কলেগৈ কথাষাৰ। মহাজন জাঙুৰ খাই উঠিল আৰু কলে যে তাৰ মাটিত আৰু ৰাইজে খেতি কৰিবলৈ নাপায়; নিজে চাকৰ ৰাখি খেতি কৰিব। ৰাইজৰতো মহাজনে মাটি নিদিলে খাবলৈ নেপাই শুকাই শুকাই মৰাৰ অৱস্থা হব। গতিকে আৰম্ভ হ'ল যুদ্ধ। সৰ্বহাৰাৰ জীয়াই থকাৰ সংগ্ৰাম। ৰাইজে মনে মনে প্ৰতিজ্ঞা কৰিলে, মাটি সিহঁতে মৰি গ'লেও এৰি নিদিয়ে। সিহঁত এনেয়েও মৰা তেনেয়েও মৰা। মাটিৰ দখল এৰি নিদিয়ে, তাৰ বাবে সিহঁত

যি কোনো বিপদৰ বাবেই প্ৰস্তুত।

মহাজনৰ টকা আছে। আইন তাৰ হাতৰ মুঠিত। যাদুকৰৰ কাঠিৰ স্পৰ্শত নিষ্প্ৰাণ পদাৰ্থও প্ৰাণ পাই নাচি উঠাৰ দৰে মহাজনৰ ধন ৰূপ যাদু কাঠিৰ স্পৰ্শ পাই দেশৰ আইন-নিৰাপত্তাৰ ৰখীয়াসকল মত্তলীয়া হৈ উঠিল। দুখীয়া খেতিয়কৰ ঘৰবোৰত সিহঁতে আৰম্ভ কৰিলে নৃশংস অভিযান। ল'ৰা-তিৰোতা আনকি আলৰ বুঢ়াজনেও সিহঁতৰ অত্যাচাৰৰ হাত সাৰিব নোৱাৰিলে।

ৰাজনীয়ে ইতিমধ্যে আমাৰ নাৰী মুক্তি সংঘত যোগ দিছে। গাঁৱে গাঁৱে নাৰীৰ মুক্তিৰ বিষয়ে প্ৰচাৰ কৰাৰ লগতে আমাৰ দলৰ কথাও প্ৰচাৰ কৰি ফুৰিছে। অৱশ্যে তাইও পুলিচৰ নজৰত পৰিছিল কিন্তু সংঘৰ আন সদস্যাসকলে তাইক ইমান দিনে লুকাই ৰখিছিল। সাধাৰণ পুলিচৰ মাজত আমাৰ বন্ধু বহুত আছে। তেওঁলোকেও তাইক সহায় কৰিছিল।

বোধকৰোঁ শত্ৰুপক্ষই কেনেবাকে গম পালে। গতিকে এইবাৰ পঠালে নিষ্ঠুৰ অচিনাকি বেলেগ ৰাজ্যৰ এপাল সশস্ত্ৰ পুলিচ। সিহঁতে এইবাৰ সৰ্বহাৰা কৃষকৰ ঘৰবোৰ, গাঁওবোৰ এপিনৰ পৰা চন কৰি গ'ল। গাঁৱৰ ল'ৰা-তিৰোতা, বুঢ়া-মেথা কাকো সিহঁতে বাদ নিদিলে। হয় সিহঁতে ঘৰৰ ভতুৱা কুকুৰক ল'ৰাই খেমালিতে কোবোৱাৰ দৰে কোবালে, নহয় ফালেঙীয়ে গৰুৰ পাল খেদি নিয়াৰ দৰে কোবাই ঢকিয়াই মানুহবোৰক খেদি লৈ গ'ল জেলত ভৰাই থবৰ বাবে। শেষত ৰাজনীও এদিন সিহঁতৰ হাতত ধৰা পৰিল।

ৰাজনী সেইদিনা নিজৰ ঘৰতে আছিল। তাই গৰ্ভৱতী আছিল; ভাবিছিল গা খালাচ নোহোৱা পৰ্যন্ত কিবাকিবি কৰি গাঁৱতেই লুকাই থাকিব। কিন্তু সেইদিনা পুঁৱতি নিশাতে পুলিচে গাঁও ঘেৰাও কৰিলে। তাইৰ পেটত আগদিনাখনৰ পৰাই খুদকণ এটাও পৰা নাই, ইপিনে গা ভৰা মানুহ। দৌৰি পলাব খোজোতেই পুলিচৰ হাতত ধৰা পৰিল।

থানালৈ ইমানদূৰ বাট। পুলিচৰ দণ্ডিত গৈ গৈ ভাগৰত তাই দেহৰ সমস্ত শক্তি হেৰুৱাই পেলালে। ভৰি একোপধ্যে নচলা হোৱাত বাটতে তাই বহি পৰিল। পুলিচে তাইক কিছুদূৰ টানি চোচোৰাই লৈ গ'ল। তথাপি তাই নুঠা দেখি খঙতে পুলিচ কেইজনমানে জোতাৰে জধে মধে গুৰিয়ালে। তাই কিবা এষাৰ কবৰ বাবে, বা বাধা দিবৰ বাবে তাইৰ শক্তিয়ে নাছিল। তাই তাতেই মৰি থাকিল।

কথাবোৰ কৈ কৈ দুখতে তাৰ মাতটো ভাগি গৈছিল। খন্তেক বৈ মনৰ বিক্ষিপ্ত

শক্তিবোৰ খুপাই লৈ যেন সি আকৌ কবলৈ ধৰিলে—

: বাছাহঁত ! তোমালোকৰ ফুলৰ দৰে নিষ্পাপ মুখবোৰ দেখি , আজি মোৰ বাৰে বাৰে ৰাজনীলৈ মনত পৰিছে। বাৰে বাৰে মোৰ মনত প্ৰশ্ন উঠিছে— কিয় বাৰু ৰাজনী তেনেদৰে মৰিবলগীয়া হ'ল। কি অপৰাধ কৰিছিল তাই ! তাইক যে বাটৰ বলিয়া কুকুৰৰ দৰে মৰিয়াই মৰিয়াই মাৰি পেলালে সিহঁতে। তাইৰ পেটৰ সন্তানটোৱে কাৰ বাৰু কি অন্যায় কৰিছিল যে, তাক পৃথিবীৰ মুখ দেখাৰ পৰা বঞ্চিত কৰা হ'ল ! তোমালোকৰ মুখলৈ চাই মোৰ যে ইমান ভয় লাগিছে ! সেইদিন যে কেতিয়া আহিব যিদিনা তোমালোকৰ মুখৰ হাঁহি হৰি নিবলৈ কোনেও সাহস নকৰিব ! তোমালোকক অত্যাচাৰ কৰিবলৈ ভবাৰ আগতে সিহঁতৰ মৃত্যু হব।

সেইদিন আমি কিন্তু আনিমেই। কেতিয়া আনিম আমি সঠিককৈ কব নোৱাৰোঁ; কিন্তু এদিন যে আনিম, সেইটো পুৱা বেলিটো ওলোৱাৰ দৰেই সত্য। পৃথিবীত কোটি কোটি সৰ্বহাৰা আছেহক।

আজি সিহঁতে এজনী ৰাজনীক হত্যা কৰিছে। মাত্ৰ এজনী ৰাজনী। কালিলৈ তাৰ ঠাইত আৰু অজস্ৰ ৰাজনী ওলাব। সিহঁতক আমি পৰাস্ত কৰিমেই। শত্ৰুক আমি নিৰ্মূল কৰিমেই। গৰীব সৰ্বহাৰাৰ কৃষক-পঞ্চায়ত ৰাজ আমি পাতিমেই পাতিম। কথাবোৰ কলে যদিও নিজৰ মনতে অসঁজা অসঁজা যেন লাগিল তাৰ। চকুৰ পানীৰে সেমেকি উঠা চকুহাল মচি সি বহি পৰিল। বহুত পৰলৈ মানুহবোৰ শ্মশানৰ মৃতদেহৰ কাষত প্ৰাৰ্থনাৰত মানুহৰ দৰে নিৰৱ নিস্পন্দ হৈ ৰ'ল। এনেতে তাৰ কাণত পৰিছিল দুই এটা চেপা উচুপনিৰ শব্দ। সি হঠাৎ কাকো একো নোকোৱাকৈ সভাথলীৰ পৰা আঁতৰি আহিছিল। অভিভূত মানুহবোৰে তাক কিবা এটা অনুৰোধেৰে নিৰস্ত কৰিবলৈকো উৱাদিহ পোৱা নাছিল।

---



স্বৰ্গিয়াৰীৰ কথা শুনি সি উৎসাহো বোধ নকৰিলে, হতাশ হোৱাৰো কোনো কাৰণ বিচাৰি নাপালে।

গয়াৰীহঁতৰ তাৰ পৰা সাতমাইলমান দূৰৰ এখন গাঁৱত সি আৰু স্বৰ্গিয়াৰী আছিলহি। এদিন গধূলি সিহঁত আশ্ৰয় লোৱা চুবুৰীটোৰ পৰা দুয়ো গৈ আছিল আন এটা চুবুৰীত এঘৰ মানুহৰ তাত পতা এটা গোপন আলোচনাত যোগ দিবলৈ। বাটতে স্বৰ্গিয়াৰীয়ে তাৰ আগত কৈ গৈছিল কেইদিনমানৰ আগতে সি হঠাৎ এৰি অহা ৰঙিলা আফাতৰ সভাখনৰ কথা।

সি উঠি অহাৰ পাচত হেনো ডেকা ল'ৰাজাকে শপত খাইছিল এনে অন্যায়-অবিচাৰৰ কিবা এটা প্ৰতিবিধান কৰিবলৈ। আৰু সেই অত্যাচাৰী শত্ৰুক নিপাত কৰিবলৈ। সেইদিনা তাতেই হেনো বহুতে কৃষক-পঞ্চায়তৰ সভ্য হৈছিল। কিন্তু এটা সমস্যা হৈছিল। স্বৰ্গিয়াৰীয়ে সমস্যাটোৰ কথা উত্থাপন কৰি কলে যে, পইচা দি চবেই সভ্য হ'ল স'চা, কিন্তু তাৰ বেচি ভাগেই আকৌ ট্ৰাইবেল লীগৰ দৰে প্ৰতিক্ৰিয়াশীল অনুষ্ঠান এটাৰো সদস্য। ইপিনে ইয়াত মহাজনী মাটিও তেনেকৈ নাই। ইয়াত হ'ল জমিদাৰৰ মাটি। খাজানা লয় প্ৰজাৰ পৰা।

সি উদাসভাৱে সুধিলে—

: তেনেহলে মানুহবোৰ আমাৰ দলটৈ আহিল কেলেই ?

: আপোনাৰ কথাত মুগ্ধ হৈ।

তেওঁৰ মুখত সি লক্ষ্য কৰিলে এক কপট হাঁহিৰ আভাস। হঠাৎ ৰতি স্বৰ্গিয়াৰী তাৰ মনত দুৰ্বোধ্য হৈ পৰিল। সিতো জানেই এইবোৰৰ শেষ পৰিণতি ক'ত। যুগ যুগ ধৰি অৰ্থনৈতিক শোষণে সিহঁতৰ মন, চেতনাক খুন্দিয়াই চেপি নিতত নিষ্প্ৰাণ কৰি পেলাইছে। সিহঁতে নিজে গমেই নেপায় যে সিহঁত শোষিত। সিহঁতৰ অনুভৱেই নহয় যে সিহঁত নিষ্পেষিত। নেতৃত্বৰো দোষ নোহোৱা নহয়। আদৰ্শ আৰু ষ্ট্ৰেটেজী দুটা সম্পূৰ্ণ পৃথক্ বস্তু। ট্ৰাইবেল লীগক ধনীৰ দল বুলি আঁতৰাই থৈ আদৰ্শৰ নিৰ্ভেজাল গুণকীৰ্ত্তন কৰা আৰু দলৰ আদৰ্শক আগবঢ়াই নিবলৈকে ষ্ট্ৰেটেজীৰ স্বাৰ্থত সাময়িকভাৱে লীগৰ লগত হাত মিলোৱাৰ মাজত পাৰ্থক্যটো বুজি পোৱা হব লাগিব।

চাৰিওপিনে সি যেন এন্ধাৰকে দেখিছে। অৰ্থনৈতিক শোষণৰ ফলত গাঁৱৰ যাউতিযুগীয়া সংগঠনবোৰ এপিনৰ পৰা নিঃশেষ হৈ গৈছে। নিচলা মানুহবোৰে উপায়ান্তৰ হৈ গাঁও ভাঙি দিহিঙে দিপাঙে সিচঁৰতি হৈ পৰিছে। শেষত নিৰ্ভৰৰ শেষ আশ্ৰয় স্থল মাটিডোখৰৰ পৰাও বঞ্চিত হৈ সিহঁত আজি হৈ পৰিছে পৰমুখাপেক্ষী। এনে আত্মপ্ৰত্যয়হীন পৰমুখাপেক্ষী এদল মানুহক লৈ সংগঠনৰ ৰচিদ বহী অন্ত কৰিলেই বা, তাতে লাভ কি? সেইদিনা ৰংগিলা আফাতৰ সভাতো সি বহুত কথাই কৈছিল! কিন্তু সেইকথাবোৰ সি নিজেই জানো সৰ্বান্তঃকৰণে মানি লব পাৰিছিল!

সি স্বৰ্গিয়াৰীৰ কথাত আনন্দ অথবা উদ্বেগৰ কোনো কাৰণ বিচাৰি নাপালে। তেওঁ হয়তো তাৰ মনৰ গতি আন্দাজ কৰিব পাৰিছিল। সহজভাৱে তেওঁ কলে যদিও কথাবোৰ প্ৰত্যাহ্বানৰ দৰে শুনা গ'ল—

: হ'লেইবা হব কি টো! কত দেখিলোঁ এই জীৱনটোতে! এনাৰ্কিষ্ট, ৰেডিকেল, কৃষক-পঞ্চায়ত আৰু হয়তো কত কি ওলাব! ইপিনে আমাৰ সাধাৰণ মানুহৰ অৱস্থা ভাল হব ছাৰি দিনক দিনে বেয়াহে হৈ আহিছে!

দিনে ৰাতি সি কিছুদিনৰ পৰা সেই কথাবোৰকে ভাবি আছে। দলৰ পন্থা হ'ল সশস্ত্ৰ প্ৰতিৰোধ। লক্ষ্য হ'ল কৃষক-বনুৱা ৰাজ। ইপিনে আকো চৰকাৰৰ কৰ্ণধাৰে দিনে নিশাই ৰাইজক বুজাব লাগিছে যে, সিহঁতে হেনো

জনসাধাৰণৰ স্বাধীনতা অপহৰণ কৰি ষ্টেনগান ইত্যাদিৰ সহায়ত বাইজক দাসত্বৰ শিকলিৰে বান্ধি ৰাখিব খোজে। সিহঁত হেনো বিপৰ্যয়কামী সমাজ বিৰোধী শক্তি। হিংসা, নৰহত্যা আৰু লুটপাতৰ ফলত সিহঁতৰ দলটোক চৰকাৰে হেনো বেআইনী বুলি ঘোষণা কৰিবলৈ বাধ্য হৈছে।

সৌমেন ঠাকুৰে সিপিনে আকৌ চিঞৰি আছে Marxism shorn of its revolutionary content has become the fashion of the day..... the Indian bourgeoisie through its sympathetic consideration of Marxism, tries to vulgarise Marxism and turn it into a respectable evolutionary theory.

মুঠতে জনসাধাৰণেই কেৱল নহয়, জননেতাসকলো বিমূঢ়, দিকভ্ৰান্ত হৈ পৰিছে। মুখেৰে বহু কথাই কব পৰা যায়; কিন্তু তাৰ দৃঢ় বিশ্বাস, সৌমেন ঠাকুৰ প্ৰমুখ্যে সিহঁতৰ সকলোৰেই তেনে উত্তাপহীন, শান্তিপ্ৰিয়, তত্বমাত্ৰসাৰ বিপ্লৱৰ সমৰ্থক। তাৰ নিজৰ ওপৰতে কেতিয়াবা ঘোৰ সন্দেহ হৈ পৰে। তাকো হয়তো সংগঠনৰ অন্তৰালত থকা গোপন শক্তিয়ে শিখণ্ডীৰ দৰেই ব্যৱহাৰ কৰি আছে!

: আৰৌ!

: হুঁ।

: আজি কিছুদিনৰ পৰা মোৰ এটা সন্দেহ হৈ আছে।

: কি?

: এই অন্দোলনটো আমাৰ এইপিনে প্ৰায় ট্ৰাইবেল এলেকা বিলাকতহে হৈছে। উজ্জনিত হৈছে ট্ৰাইবেল আৰু আহোম এলেকাবোৰত। কিয় বাৰু? আনত স্নিমান মাটিবাৰীৰ সমস্যা নাই নেকি?

: আছে। গাঁৱৰ কৃষক সকলোৰে সমস্যা একেই। কিন্তু জনজাতীয় আৰু আহোম এলেকাবোৰত সংগ্ৰামৰ যিটো সম্ভাৱনা আছে আনত তেনে সম্ভাৱনা নাই।

: মই কথাটো ভালদৰে বুজা নাই।

ৰতি স্বৰ্গিয়াৰীৰ মুখলৈ এইবাৰহে সি পূৰ্ণ দৃষ্টিৰে চালে। স্নেহভৰা কণ্ঠেৰে কলে এটা দীৰ্ঘশ্বাস কাঢ়ি—

: বুজিবলৈ টান নহয়। দেশৰ প্ৰশাসনৰ পৰা জনসাধাৰণৰ যিটো অংশ বিচ্ছিন্ন হৈ থাকে, যিসকল প্ৰশাসনত অংশ গ্ৰহণৰ পৰা বঞ্চিত আৰু যিসকলৰ

কথা প্ৰশাসনত নৰজে, বিপ্লৱৰ সম্ভাৱনা সেইসকলৰ মাজত থৈচি থাকে স্বাভাৱিক কাৰণতেই।

: কিন্তু আমাৰ এই ট্ৰাইবেল চাইবেলবোৰৰ চোন মুখৰ মাতেই নাই। অথচ আনবোৰৰ কথাত কি গৰম উত্তেজনা যেন, এইমাত্ৰ বিপ্লৱত জপিয়াই পৰিব!

: আমি যিবোৰক লৈ এই সংগ্ৰামত নামিছোহঁক, তেওঁলোক হ'ল শুকান কাঠৰ একোটাহঁত স্তুপৰ দৰে। আৰু আনবোৰ হ'ল জুই নুমোৱা ছাইৰ দৰে। উত্তাপ আছে, কিন্তু জ্বলি উঠাৰ সম্ভাৱনা নাই।

: কিন্তু আৰৌ, আমাৰ শুকান কাঠৰ স্তুপবোৰত যে উঁয়ে মাটি তুলি এফালৰ পৰা খাই গৈছে। মানুহৰ মনোবল এনেদৰে ভাগি পৰিছে যে মইতো মাজে মাজে হতাশেই হৈ পৰোঁ। কি যে কৰা যায়।

: গাঁৱৰ ল'ৰা গাঁৱে গাঁৱে বস্তি জ্বলাই যাওক; আৰু জুই সুৰীয়া গান গাই জুই ফুৰাই বহি থাকক গৈ আৰামচে।

লোকনাথ বৰুৱাৰ মাত শুনি দুয়ো উচপ খাই উঠিল। বেৰৰ বাহিৰত মানুহজনক দেখা নাছিল যদিও মাতষাৰতে চিনিছিল।

: কমৰেড্ যে! একেবাৰে অপ্ৰত্যাশিতভাৱে! আহক ভিতৰলৈ।

: কুমাণ্ডনৰ নৰখাদকবোৰ এৰি দিছে গাঁৱে গাঁৱে আমাৰ জনদৰদী নেতা-সকলে। উৰ্জনি একেবাৰে স্মেচ্ড্। আন্দোলন খতম্। খবৰ লবলগীয়া সেইপিনে একোটোৱে নাই। গতিকে মই এইপিনেই আহিলোঁ আপোনাৰ দুৰ্গতি চাবলৈ। মই দলৰ ক্ৰনিক্লাৰতো! ৰেকৰ্ড ৰাখিব লাগিব। মোৰ অৱশ্যে ধাৰণা শেষলৈ আপুনিয়েই তিষ্ঠিব।

: তিষ্ঠিবনো কেনেকৈ! কেতিয়াবা কেতিয়াবা মই নিজেইচোন মনৰ সবলতা হেৰুৱাই পেলাওঁ।

: স্বাভাৱিক। এইটোও এটা ঐতিহাসিক পৰিণতিয়েই। নেতাৰ শ্ৰেণী চৰিত্ৰ সলনি নহ'লে বিপ্লৱৰ পৰিণতি এনেকুৱাই হয়। আমাৰ দেশৰ মাটিত এনেধৰণৰ দুৰ্ঘটনা ঘটিয়ে থাকিব। চাবচোন এইখন দেশত এদিন ভুৱা বিপ্লৱীৰ উৎপাতত থাকিব নোৱাৰা অৱস্থা হব।

: তেন্তে উপায় কমৰেড্?

: উপায় হ'ল বিপ্লৱ কৰি যোৱা।

তেওঁ খন্তেক ৰৈ পুনৰ কলে খবৰ দিয়াৰ ছলেৰে। চন্দ্ৰ ডেকা, আহিনা ৰাভাই

আত্ম সমৰ্পণ কৰিলে শেষত নিৰুপায় হৈ। কানু গাঁওবুঢ়া, মঞ্জু দৈমাৰী, থানু চবেই ধৰা পৰিছে। বৰবৰুৱা, হৰি বৰুৱা, বুদ্ধ বৰুৱা, হাজৰিকা আৰু শইকীয়া চব জেলত।

: অৰ্থাৎ জোৰ পুৰি হাত পালেহি।

বৰুৱাৰ খবৰবোৰ শুনাৰ পাচত এটা দীঘল হুমুনিয়াহ কাঢ়ি সি মন্তব্য দিলে। আৰু লগে লগে বৰুৱাক প্ৰশ্ন কৰিলে—

: বিপ্লৱতো কৰি যাবলৈ কলে, কিন্তু কৰোঁ কাক লৈ?

: যদি তোৰ ডাক শুনে কেউ না আসে তবে⋯ ⋯

: কিন্তু সঁচাকে ইমান যে অকলশৰীয়া অনুভব কৰিছো।

: উপায়তো নাই কমৰেড্। এই সংগ্ৰামৰ নেতৃত্ব প্ৰকৃত কৃষক বন্ধুৱাৰ হাতত যেতিয়ালৈকে নপৰিব তেতিয়ালৈকে ইয়াৰ পৰিণতি এনেকুৱাই হব। কৃষক বন্ধুৱাই সেই সচেতনতা, সেই যোগ্যতা লাভ কৰালৈকে সংগ্ৰাম কিন্তু এনেদৰেই চলাই যাব লাগিব। ইয়াক যিকোনো প্ৰকাৰে জীয়াই ৰাখিবই লাগিব। ইয়াৰ গত্যন্তৰ নাই।

সি প্ৰত্যুত্তৰত কিবা এবাৰ কব খোজোতেই শুক্ৰাচাৰ্য ব্ৰহ্ম আৰু এজন ডেকা ল'ৰা ধুমুহাৰ দৰে সোমাই আহিছিল। সপ্ৰশ্ন দৃষ্টিৰে চালে তিনিও জনে। তেওঁলোকে ফুচ ফুচাই ক'লে যে পুলিচৰ দল এটা গাঁৱত সোমাইছেহি।

: আমাৰ বন্ধুবৰ্গই এই ভিতৰুৱা ঠাইখনৰ খবৰ পালে কেনেকৈ?

: সিহঁত সহস্ৰলোচন কমৰেড্। অৰ্থ প্ৰতিপত্তি যাৰ, সহস্ৰলোচন তাৰ।

: পিচে বলক, বন্ধুগণ আহি পায়হিহে লাগে।

: আপোনালোক গুচি যাওক। মই নেযাওঁ কলৈকো। যি হয় হব।

: মানে এনকাউণ্টাৰ হব।

তাৰ মুৰত সেই পুৰণি তেজৰ সোঁতটো উথলি উঠিল মুখখন ভাবলেশহীন শিলৰ মূৰ্ত্তিৰ দৰে হৈ গ'ল। স্বৰ্গিয়াৰীয়ে কলে—

: বলক আবৌ, একে যুক্তিৰ কাৰৈ মাছ। এটা গ'লে যুক্তিয়েই যাম।

সি একো নকলে। তাৰ মুখৰ ৰেখাবোৰ হঠাৎ কঠিন আৰু স্পষ্ট হৈ উঠিল। উৎকৰ্ণ হৈ ক্ৰমে ডাঙৰ হৈ অহা জোতাৰ গধুৰ শব্দবোৰ শুনি সি ৰৈ থাকিল। শব্দবোৰ আহি হঠাৎ ঘৰটোৰ দুৱাৰমুখত স্তব্ধ হৈ গ'ল।

---



ৰাতিপুৱাতে তাক নির্দিষ্ট ঘৰটোৰ পৰা ওলাই অহা দেখি গয়াৰীৰ মুখৰ মাত হেৰাই গৈছিল বিস্ময়ত। মুখ কুলি কৰিবলৈ মুখত ভৰাই লোৱা পানী মুখৰ ভিতৰতে থাকিল আৰু তাৰেই উঁউঁৱাই কিবা এষাৰ সুধিলে। সি তেওঁৰ প্রশ্নষাৰৰ যথাযথ উত্তৰ দি কলে যে, সিহঁত যোৱা নিশা দুইমান বজাত পালেহি।

: ক'তা, কুকুৰৰ ভুকনি এটাও নুশুনিলোঁ। আমাকতো জগাবও পাৰিলেহেঁতেন। খোৱা বোৱাতো পাহৰিলেই চাগে'?

গয়াৰীয়ে আহতৰ দৰে কলে অনুযোগৰ সুৰত। সি সকলোকে আপোন কৰি দিয়া হাঁহিটো মাৰি কলে—

: ইমান ৰাতি পালোঁহি। টোপনিৰ কোবত খোৱা বোৱাৰ কথা ভাবিবৰে নহ'ল।

গয়াৰী আৰু তাৰ কথাবতৰা শুনি ওচৰ পাজৰৰ মানুহবোৰ দুই এজনকৈ উঠি আহিছিল। আৰু তাক দেখি আটায়ে আচৰিত হৈছিল। শেষত ধর্মও সাৰ পাই উঠি আহিল। তাৰ কাষলৈ আহি কলেহি—

: আবৌ, মই লৈ আহিলোঁ।

: অঁ, কেতিয়া পালাহি ?

: পাঁচদিন হৈ গ'ল।

: ক'ত ৰাখিছা তেওঁলোকক ?

: সেইটো ঘৰত। বিধবা এজনীৰ ঘৰ। তাতে বথা হৈছে।

: মোহিনীও আহিছে নেকি ?

: তাই আকৌ কেনেকে আহে! তাইতো উইভিং পঢ়ি আছে গুৱাহাটীত।

সি হুঁ বুলি শলাগি থলে। একো নকলে। মনটো হঠাৎ তাৰ অতিষ্ঠ হৈ উঠিল। মনৰ বিৰক্তিখিনি কোনোমতে চেপি ৰাখি ধৰ্মক মুখ চুখ ধুই আহিবলৈ কলে। ইপিনে সি অহা দেখি গয়াৰীয়ে ঘৰত উতুলি মুতুলি লগাই দিছিল। ইমান দিনৰ মূৰত সি উভতি অহা পৰ্বটো পালন কৰিবলৈ বুলি বৰা চাউলৰ জোঁ এটা যোগাৰ কৰি ভিতৰৰ ঘৰত তাৰ বাবে বাট চাই আছিল। জলপাইগুৰিৰ পৰা কিনি অনা চাকৰণী এজনীয়ে খবৰটো দি যোৱাৰ লগে লগে তাৰ মনটো অলপ পাতলি আহিছিল।

যাবলৈ ওলাই সি ধপাতৰ টেমাটো বিচাৰি হায়ৰাণ হৈছিল। ৰাতি এন্ধাৰত বিচনাৰ খেৰৰ মাজত ক'ত সোমাল বিচাৰি পোৱা নাছিল। কাৰোবাক বিচাৰি লৈ যাবলৈ কবৰ বাবে বাহিৰলৈ ওলাই চাওঁতেই ছোৱালী কেইজনীক দুৱাৰমুখতে দেখি সি থমকি ৰ'ল। ছোৱালী কেইজনীও ইজনীয়ে সিজনীক আগলৈ ঠেলি মুখখন লুকুৱাবৰ চেষ্টা কৰি য'তে সি দেখিছিল তাতেই ৰৈ গ'ল। হঠাৎ তাহাঁতৰ মাজৰ পৰা কনকলতা ওলাই আহিল আৰু তাক প্ৰণাম কৰিলেহি। সি তলে তলে বিৰক্ত হ'ল আৰু গহীন হৈ কলে—

: প্ৰণাম্ আমাৰ নীতি বিৰুদ্ধ।

: কিন্তু প্ৰণাম নকৰিলে যে মই মোৰ অন্তৰৰ বিৰুদ্ধে যোৱা হব। যিটো আকৌ মোৰ মানত নীতি বিৰুদ্ধ।

ছোৱালীজনীৰ সাহস আৰু চমৎকাৰ বচনভংগীত সি মনে মনে বিস্মিত হ'ল। অৱশ্যে বিস্ময়ৰ ভাবটো প্ৰকাশ নকৰি কলে—

: আমাৰ দলৰ নীতি ব্যক্তিগত নীতিৰ উৰ্দ্ধত।

: মোৰ ভুল হৈছিল।

: ভুল স্বীকাৰ কৰিলেই ভুলৰ প্ৰতিক্ৰিয়া নোহোৱা হৈ নেযায় নহয় !

: তেনেহলে মোক শাস্তি দিয়ক।

সৰ সৰ কৰে ব'গৰি পৰা চকুপানী বন্ধ কৰিবৰ বাবে কনকলতাই ওঠ কামুৰি ধৰি তলমূৰ কৰি থিয় হৈ থাকিল। সি কিন্তু বিমুগ্ধ দৃষ্টিৰে কনকৰ মুখলৈ চায়ে থাকিল। কনকে তাৰ পৰা কোনো প্ৰকাশ্য সঁহাৰি নোপোৱাত চকুপানী মচি প্ৰকৃতিস্থ হবৰ চেষ্টা কৰি কলে—

: মই আগতেই কৈছিলোঁ। লগৰবোৰক, যি হয় হব, আমি তাতেই থাকিম। বাকীবোৰে পুলচৰ হাতত নিৰ্যাতন ভোগ কৰিব, আৰু আমি পলাই সাৰিম। কিন্তু দলৰ অন্যথা নিৰ্দেশৰ বাবেই নিৰুপায় হৈ আহিবলগীয়াত পৰিল।

কনকৰ কথাবোৰ ক্ৰুটি ব্যাখ্যাৰ দৰে শুনা গৈছিল। সি কিন্তু সেইবোৰ একোকে ভৱা নাছিল। সি ভাবিছিল সম্পূৰ্ণ ভিন্ন এটা কথা। কনকৰ তাত সি আবিষ্কাৰ কৰিছিল এক বিশাল সম্ভাবনাৰ অস্তিত্ব। আগৰ দৰে গহীন মুখভাবেৰেই সি অৱশেষে কলে·

: দলৰ অনুশাসন ভংগৰ শাস্তি কি ভীষণ হব পাৰে জানা?

: জানো।

: তুমি শাস্তি মূৰ পাতি লবাতো?

: নিশ্চয় লম।

কনকলতাৰ চকুযুৰি কিবা এটা মনৰ উত্তাপত তেতিয়া শুকান হৈ পৰিছিল। দৃষ্টিক মনৰ দৃঢ়তাই অচঞ্চল কৰি তুলিছিল। সি কলে—

: মূৰটো আগবঢ়াই দিয়া।

হঠাৎ স্পৰ্শচেতনা ৰহিত হৈ পৰিছিল তেওঁৰ দেহ। সমগ্ৰ সত্তাত অনুভৱ কৰিছিল এক অবিশ্লেষণীয় জঠৰতা। নিস্কম্প খোজত তেওঁ আগবাঢ়ি আহিল আৰু তাৰ কথামতে দ্বিধাহীনভাবে মূৰটো তাৰ পিনে আগবঢ়াই দি তলমূৰকৈ থিয় দি ৰ'ল। সি আলফুল কৰে মূৰটো হাতৰ মাজত লৈ টপ্‌কৰে চুমা এটা খাই কলে—

: এয়ে তোমাৰ শাস্তি। মোৰ অন্তৰৰ সমস্ত পবিত্ৰতাৰে মই তোমাক শুভেচ্ছা জনাইছোঁ। তোমাৰ জয় জয়কাৰ হওক।

কনকৰ চকুহাল পুনৰ চকুপানীৰে উপচি পৰিল। হঠাৎ মূৰটো ঘূৰি যোৱা যেন লাগিল তেওঁৰ। সি বাউসী দুটাত ধৰি কনকক জোকাৰি দি কলে—

: মুষ্টিবদ্ধ হাত তোলা আৰু কোৱা বিপ্লৱ দীৰ্ঘজীৱি হওক!

কনকে আড়ষ্টতাৰে কথাষাৰ কৈয়েই দৌৰি গৈ হতবাক, অপেক্ষমান ছোৱালী জাকৰ মাজত অদৃশ্য হৈ পৰিছিল।

সি হঠাতে ইমান পুলকিত হৈ পৰিছিল যে, গয়াৰীৰ কথাষাৰ পাহৰিয়ে

আছিল। গয়াৰীৰ চিঞৰত তাৰ সপোন ভাগিল। সি লৰালৰিকৈ আকৌ ধপাতৰ টেমাটো বিচৰাৰ মনেৰে বিছনাৰ থেৰত হাত দিলে। আৰু আচৰিত কথা, এইবাৰ প্ৰথমে টেমাটোতেই তাৰ হাত পৰিল।

বৰা চাউলৰ জৌখিনি বেচ মিঠা আছিল। দুই বাতিমানৰ পাচতে গোলাপী নিচা আৰম্ভ হৈছিল। কনকৰ কথাকে ভাবিছিল সি। তেওঁৰ ক্ৰন্দিত মুখখনো চকুৰ আগত ভাঁহি উঠিছিল। ওখ পাখ অথচ গা পাতল লাহীকৈ ছোৱালীজনী। চকুমুখত মনৰ দৃঢ়তা বিদ্যমান। কিন্তু কিবা এটা মোহলগা বিষণ্ণ বিষণ্ণ ভাবে মুখখন দৃঢ়তাই কঠিন কৰিব নোৱাৰাকৈ ঢাকি ৰাখিছে।

সি মনে মনে মুখৰ হৈ পৰিছিল যদিও মুখেৰে একো কোৱা নাছিল। গয়াৰী কিন্তু ইতিমধ্যে প্ৰকাশ্যভাবেই মুখৰ হৈ পৰিছিল। সি অৱশ্যে গয়াৰীৰ এষাৰ কথালৈও মন দিব পৰা নাছিল। এনেতে এবাৰ গয়াৰীয়ে তাৰ আঠুটোত জোৰেৰে থাপৰ এটা মাৰি কলে—

: কমৰেড্, আপোনাৰ কিন্তু বিয়া কৰাবৰ হ'ল দেই। এতিয়া আপোনাৰ বয়স কিমান হ'ল বাৰু?

: দুকুৰি পাৰেই হ'ল।

: সঁচা?

: সঁচা আকৌ।

: তেনেহলেতো বয়স মোৰ সমানেই। মই পাঁচ জনীকে বিয়া কৰালোঁ। অথচ আপুনি এজনীও কৰা নাই। এইটোতো বৰ অন্যায় হৈছে।

: কাৰ অন্যায় হৈছে? আপোনাৰ নে মোৰ?

: আপোনাৰ আকৌ। কাৰ হব?

: মই তেনেহলে কি কৰিব লাগিব?

: বিয়া কৰাব লাগিব। আপুনি ছোৱালী দেখুৱাই দিয়ক; আমি লৈ আহিম।

সি নীৰৱ হৈ শুনি যোৱাকে শ্ৰেয় বুলি ভাবি মনে মনে থাকিল। জৌটো কিন্তু বৰ ভাল লাগিছিল তাৰ। লগত স্বাগীৰাণ্ অৰ্থাৎ শুকান মাছ পোৰাবে বৰ উপাদেয় হৈ পৰিছিল। তাৰ মনত পৰিছিল পাহাৰৰ কেম্পত মেথোনৰ শুকান মঙহ জুইত পুৰি লৈ টেৰাও আৰু কামেশ্বৰ শৰ্মাহঁতে ব্ৰেকফাষ্ট কৰা সেই দিনবোৰৰ কথা। শৰ্মাই অৱশ্যে পচন্দ কৰিছিল মেথোনৰ কলিজাৰ মঙহ। টেৰাওক আকৌ মঙহ হলেই হ'ল। মেথোন, ম'হ, হৰিণ, গাহৰি,

ছাগলী, যিকোনো এবিধ হলেই হ'ল। তাৰ মতে আকৌ জোৰ লগত জুতি হয় শুকান গাহৰিৰ মঙহ বা মাছ পোৰাবেহে।

: অ'মা বেদং দোং না ?

সি ভবা কথাষাৰকে সুধি দিলে গয়াৰীক? গয়াৰীয়ে উত্তাল হাঁহিত থৰ পৰি গ'ল। হাঁহিৰ মাজতে কলে যে, তেওঁ উলিয়ালে বিয়াৰ কথা সি আকৌ সোধে গাহৰিৰ মঙহ আছে নে নাই। তেওঁ পাতে মহাদেৱৰ কথা, সি আকৌ পাতে ঢেঁকীথোৰাৰ কথা। অলপ পাচত গয়াৰীয়ে শান্ত হৈ কলে—

: আপোনাৰ লগত আৰু নোৱাৰি বম্‌ৰেড। মই কলোঁ ছোৱালী চোৱাৰ কথা। আপুনি উলিয়ালে আকৌ গাহৰিৰ মঙহৰ কথা। গাহৰিৰ মঙহ এতিয়া নাই। কিন্তু ছোৱালী হ'লে গাঁৱতে যিমানজনী লাগে, সিমানজনী দিব পৰা হৈ আছে। আমাৰ বৰজনীক লৈ আজিয়ে গাওজাওৰ ভনীয়েকজনী চাই আহিম বুলি ভাবিছোঁ।

: কোন গাওজাওৰ ভনীয়েক ?

: আছে। দেখিবই নহয়, কি সুন্দৰ ছোৱালী !

গয়াৰীয়ে ক'ৰবাত গাওজাওৰ ভনীয়েকজনীৰ ৰূপ আৰু গুণৰ ফিৰিস্তি দাঙি ধৰাত ব্যস্ত হৈ পৰিল। তাৰ আকৌ মদৰ ৰাগী যিমানে নিবিড় হৈ পৰিছিল সিমানে মন ভাৱাক্রান্ত হৈ পৰিছিল এনেবোৰ বিষয়ৰ বহু আঁতৰৰ বিভিন্ন দুশ্চিন্তাবে। সি দিনৰ পাচত দিনে খবৰবোৰ পায়ে আছিল। কামেশ্বৰ শৰ্মা, টেৰাইত ধৰা পৰিছে। গড়চুকত থকা সিহঁতৰ কেম্পটোৰ পৰা পুলিচে উদ্ধাৰ কৰিছে এটা ব্ৰেনগান, বহুত ৰাইফল আৰু পাঁচশটা লাইভ কাৰ্টিজ ! উত্তৰ কামৰূপতো চাৰিজন বিশিষ্ট কৰ্মী ধৰা পৰিছে। আৰু ৰাজ্যৰ তথাকথিত বুদ্ধিজীৱিয়ে আহ্লাদত আত্মহাৰা হৈ কব লাগিছে যে, এই কৰ্মীবোৰ ধৰা পৰাৰ লগে লগে, অস্ত্ৰশস্ত্ৰবোৰ পুলিচৰ হস্তগত হোৱাৰ লগে লগে ৰাজ্যত ডকাইতি, হত্যাকাণ্ড, লুটপাত একেবাৰে কমি গৈছে।

পয়ত্ৰিশজন অফিচাৰৰ অধীনত আঠটা প্লেটুনে হেনো সমগ্ৰ অসম জুৰি জোৰ অভিযান চলাইছে। ইপিনে আকৌ চৰকাৰৰ সহায়ধন্য বাতৰি কাকতে লিখিছে, ট্ৰেজাৰীৰ চুৰি হোৱা মাল হেনো পুলিচ বিজাৰ্ভত পোৱা গৈছে। বিজাৰ্ভত হেনো সশস্ত্ৰ ডকাইতিৰ নতুন তালিমো চলিছে

গোপনে গোপনে।

আচলতে পুলিচেই সাপ হৈ খুটিছে আৰু বেজ হৈ জাৰিছে। এতিয়া ৰাজ্যৰ বাহিৰৰ পৰা সশস্ত্ৰ বাহিনী আহি পৰাত নিৰুপায় হৈ চৰকাৰৰ দালাল, ভুৱা বুদ্ধিজীৱি দলৰ আশ্ৰয় লবলগীয়াত পৰিছে সিহঁতে নিজৰ গা বচাবৰ বাবে। ভুৱা বুদ্ধিজীৱি দলেও সমাজৰ দুৰ্দ্ধৰ্ষ ডকাইতবোৰৰ পে ৰোলত থকা হেতু পুলিচৰ সতে বন্ধুত্ব পাতিবলৈ বাধ্য হৈছে। এনে এটা পৰিস্থিতিত আটাইতকৈ মজা লুটিছে সমাজৰ দুৰ্দ্ধৰ্ষ ডকাইত দলে।

গয়াৰীয়ে তাৰ বিয়া পতালে কিবা কিবি বিভিন্ন আয়োজনৰ কথা কৈছিল। আৰু সি মনে মনে ভাবি উলিয়াবলৈ চেষ্টা কৰিছিল সমগ্ৰ বিবাদমান বিষয়টোৰ ভেনে এটা যুক্তি যুক্ত ব্যাখ্যা। এটা সময়ত গয়াৰীয়ে কোনো আড়ম্বৰ নকৰাকৈ বৰ ঘৈণীয়েকক বিচাৰি থৰক বৰক খোজেৰে জহালৰ কাষৰ পৰা আঁতৰি গ'ল। তাৰ অলপ পাচতে কলহটোৰ শেষ মধুকণ অন্ত কৰি সিও ওলাই আহিল আৰু তাৰ ঘৰত সোমাই দুৱাৰখন জপাই দিলে।

মনত ইমানপৰে তোলপাৰ লগাই থকা চিন্তাবোৰৰ হাত সাৰিবলৈ বুলি সি এখন ছবিকে অঁকাৰ ঠিক কৰিলে। সি ভাত-পানী খাবলৈকেই পাহৰি গ'ল ছবিখনত লাগি থাকোতে। সৰ্বহাৰাৰ মুক্তি সংগ্ৰামৰ ওপৰত ছবি এখন অঁকাৰ কথা সি কিছুদিনৰ পৰা চিন্তা কৰি আছিল। সি দুৱাৰ বন্ধ কৰি ছবিখন শেষ কৰা কথাকে স্থিৰ কৰিলে। ছবিখন শেষ হোৱাৰ আগতেই পুনৰ তাৰ মনটো বিক্ষিপ্ত হৈ পৰিল। চিন্তাৰ বা-মাৰলিত নিজকে তাৰ বৰ অকলশৰীয়া যেন অনুভব হ'ল। ঘৰৰ ভিতৰৰ নিঃসংগতাখিনি তাৰ বাবে অসহ্য হৈ পৰিল হঠাৎ। বাহিৰলৈ ওলাবলৈ বুলি দুৱাৰখন মেলি দিয়েই সি দেখিলে নঙলামুখৰ অ'ত ত'ত ভালেমান অপেক্ষাৰত মানুহ। তেওঁলোকে জুম বান্ধি থকা নাছিল। প্ৰত্যেকে নিজৰ নিজৰ কামত ব্যস্ত হৈ থকা যেন দেখা গৈছিল। সি ঘৰৰ ভিতৰৰ পৰাই চাৰিওপিনে দৃষ্টি দিলে। ৰতি স্বৰ্গিয়াৰীক কতো নেদেখি ঘৰৰ পৰা ওলাই পাচফালে চোতাললৈ যাব খোজোতেই ধৰ্মক দেখি থমকি ৰ'ল খন্তেক।

ধৰ্মই ইংগিতটো বুজি তাৰ পিচে পিচে গ'ল।

চাওতে চাওতে কেইটামান মুহূৰ্ত্তৰ ভিতৰতে গয়াৰীৰ ভামোলনিৰ মাজত থকা পানীৰ খালটোৰ চাৰিওপিনে গাঁৱৰ ডেকা গাভৰুৰে ভৰি প'ল।

এসময়ত ৰতি স্বৰ্গিয়াৰীও আহি তাৰ কাষতে বহি ললেহি। লোকনাথ বৰুৱাই যে পুনৰ কিদৰে স্বৰ্গিয়াৰীৰ লগত জুটিছিলহি, সি ভাবি আচৰিত হ'ল। কিয়নো তেৱেঁ৷ স্বৰ্গিয়াৰীৰ লগে লগে আহি খালটোৰ আনটো পাৰে ডেকা ল'ৰা এজুমৰ মাজত বহি লৈছিল। ৰতি স্বৰ্গিয়াৰীৰ সনিৰ্ব্বন্ধ অনুৰোধ প্ৰত্যাখ্যান কৰি তেওঁ তাতেই বহি থাকিল ; তাৰ ওচৰলৈ নগ'ল।

সি পিচে ধৰ্মৰ খবৰবোৰ শুনাতহে মনোনিবেশ কৰিলে। বৰুৱাও বাদে আনবোৰকো উদগ্ৰীৱ হৈ শুনা দেখা গ'ল। ধৰ্মই কোনো আড়ম্বৰ নকৰাকৈ খবৰবোৰ কৈ গৈছিল।

মানাহত বনৰীয়া গড়ৰ আক্ৰমণত আহত হোৱা অস্থাইবাৰীৰ কৰ্মী ঘনকান্ত বড়োৱে কিছু আৰাম পাইছে। ঘাবোৰ শুকাইছে। কেম্পটো এতিয়াও শত্ৰুৰ হাতত পৰা নাই। পিচে মানুহৰহে মন-চনবোৰ ভাগি গৈছে। গাঁৱত তাকেই এঘৰীয়াৰ দৰে কৰি পেলাইছে।

মানুহ এইবাৰ পুলিচৰ হাতত নমৰিলেও খাবলৈ নাপায়ে মৰিব। পুলিচ মিলিটাৰীৰ অত্যাচাৰত মানুহে খেতি পথাৰকেই বাদ দিছে। গাঁৱৰ যুৱক সংগঠনবোৰো ভাঙি গ'ল। আকৌ তাৰে কোনোবাটো হয়তো জেলত, কোনোবাটোৱে পুলিচৰ মাৰ খাই পলাইছে। গাঁৱত মতা মানুহ নায়েই বুলিব লাগে।

: আৰু বহু ধৰণৰ জঘণ্য ঘটনা ঘটি আছে।

: কি জঘণ্য ঘটনা ?

সি মনে মনে সঠিক আন্দাজেই কৰিছিল আৰু বৰুৱাৰ মনযোগ আকৰ্ষণ কৰাৰ উদ্দেশ্যেই ধৰ্মক প্ৰশ্নবাৰ কৰিছিল। ধৰ্মই কওঁ নকওঁকৈ কলে--

: আমাৰ পাৰ্টিৰে চবেইতো ভাল মানুহ নহয়। আমাৰ দুই এজন কৰ্মীয়ে শত্ৰুপক্ষৰ লগত তলে তলে হাত মিলাইছে। আৰু সক সুৰা চুবুৰীত মিছা উৰাবাতৰি প্ৰচাৰ কৰি মতা মানুহবোৰক পলুৱাই খেদাই দিছে আৰু গাঁৱৰ অৰক্ষিতা গাভৰুবোৰৰ ওপৰত শত্ৰুপক্ষৰ সতে লগ লাগি যথেচ্ছা কৰি ফুৰিছে। মানুহৰ মন সেইবাবেই ভাগি পৰিছে বেছিকৈ।

ধৰ্মৰ কথাত আটায়ে তবধ মানিলে। বজ্ৰাহতৰ দৰে মানুহবোৰ অলৰ অচৰ হৈ বহি থাকিল। সি কি বুলি আশ্বাস দিব কথাকে বিচাৰি নাপালে। মাথোন দীৰ্ঘশ্বাস এটা কাঢ়ি ক্লান্ত কণ্ঠে বৰুৱাক উদ্দেশ্য কৰি কলে--

: কমৰেড ক্ৰান্তিক্লাব, এইবোৰ কথাও থাকিব নহয় আপোনাৰ বিপ্লৱৰ

।দিনপঞ্জীত ?

: আলবৎ থাকিব। এইটোতো এটা স্বাভাৱিক ঘটনা। পানীলগা কাহৰ দৰে ইয়াৰ প্ৰতিকাৰো নাই।

কমলেশ্বৰ ব্ৰহ্ম ওচৰতে বহি আছিল। তেওঁ দৃঢ়ভাৱে প্ৰতিবাদ জনালে—

: আপুনি তেনেহলে এনে কাৰ্য সমৰ্থন কৰে নেকি ?

: নকৰোঁ।

: তেনেহলে কিয় তেনেকে কৈছে ?

: সঁচা বাবে। আমাৰ কমৰেড্ ৰাভাই বাৰে বাৰে আপোনালোকক সতৰ্ক কৰি দি আহিছে,..এই সংগ্ৰামৰ মুল্য হিচাপে আপোনালোকে একোকেই আশা নকৰিব, বৰঞ্চ এই সংগ্ৰামত যোগ দি আপোনালোকে বহুত হেৰুৱাবলৈ প্ৰস্তুত হব লাগিব। মান, মৰ্যদা, সম্পত্তি, জীৱন, পৰিজন সৰ্বস্ব হেৰুৱাবলৈ আপোনালোক প্ৰস্তুত হৈ আহিব লাগিব।

সি বৰুৱাৰ কথালৈ মন কৰা নাছিল। তাৰ মনত পৰিছিল মঙ্গলপুৰৰ লামিডাৰা নামৰ গাঁও এখনত ঘটা এটা সৰু ঘটনাৰ কথা। তেতিয়া সি সেই অঞ্চলত নাছিল। তাৰ পৰিবৰ্ত্তে তাত আছিল কমৰেড্ ডেকা। তেৱেঁই নগাঁৱৰ পৰা দুজন কৰ্মীক মাতি পঠাইছিল তালৈ। লামিডাৰা গাৱঁত যুবক সংঘই এই অচিনাকি ডেকা দুজনক পাই আটক কৰি থলে। সিদ্ধান্ত হ'ল দুয়োকে ৰাতি হত্যা কৰি পুতি থৈ দিয়াৰ। কিয়নো তেওঁলোকৰ 'আবৌ'ৰ নিৰ্দেশ আছিল, অচিনাকি লোক গাৱঁত সোমালেই শেষ কৰি দিবলৈ।

ভাগ্য ভাল, ধৰ্ম সেইদিনা তাতেই আছিল। সি ঘটনাটো গম পাই যুবক সংঘৰ দুজনক ডেকাৰ তালৈ পঠাই দিলে। আৰু তেওঁলোক উভতি অহাৰ আগতে আটক কৰা ডেকা দুজনক নিৰাপদে ৰাখিবলৈ পৰামৰ্শ দিলে। ডেকাদুজন তেনেদৰেহে কথমপি ৰক্ষা পৰিল।

সেই যুবক সংঘবোৰ ভাগি যোৱা শুনি, ডেকা ল'ৰাবোৰ নিৰ্বীৰ্য, ভয়াতুৰ হৈ পৰা শুনি সি এক বোবা যন্ত্ৰণাৰ তীব্ৰ দহন অনুভৱ কৰিলে।

বহুত পৰৰ নীৰৱতা ভংগ কৰি সি ধৰ্মক সুধিলে উত্তৰ কুছিৰ কথা। ভুটান সীমান্তৰ শান্ত নিৰূপদ্ৰৱ পৰিবেশৰ সাধুকথাৰ পুৰী যেন লগা সেই উত্তৰ কুছিৰ কথা।

: তাৰ জংঘলবোৰ আছেনে আগৰ দৰেই ?

তাৰ অদ্ভুত প্ৰশ্নবাৰ শুনি বৰুৱাই হাঁহিলে আৰু কলে—

: কমৰেড্ জংঘলৰ লগতে জংঘলী মানুহবোৰৰ কথাও সোধক আকৌ ! ধৰ্মই বকৰাৰ তীৰ্যক কথাষাৰ নুশুনা ভাও জুৰি কলে—

: আ ছে আৰৌ। গাঁৱৰ মানুহবোৰে কৈয়ে থাকে আপুনি তাত চিকাৰ কৰাৰ কথা। আৰু পাঠশালা স্কুলটোত যে একে বহাতে চাৰিটা বটল শেষ কৰি "ন পৃথিবীৰ নতুন যুগ" লিখি পেলাইছিল, মানুহৰ মুখস্থ হৈ গৈছে কথাবোৰ।

: বাদ দেচোন বাহ্নিৰা কথাবোৰ। গাঁওবুঢ়াৰ খবৰ কি ?

: গাঁওবুঢ়াৰ কিবা বেমাৰ হৈ আছে। ভতিজা ল'ৰাটো যে আছিল, সিও অলপতে গছৰ পৰা পৰি উঠিব নোৱাৰা হৈ আছে। থিতাতে হগা, থিতাতে মুতা অৱস্থা।

: ডাক্তৰ চাক্তৰক দেখুৱাইছে নে নাই ?

: ডাক্তৰ ক'ত পাব সেইবোৰ জাগাত। কমৰেড্ থাপাই এজন নেপালী বৈদ্য লগাই দিছে। তেঁৱে জৰা ফুঁকা কৰি আছে।

: আকৌ পুলিচ তুলিচে দৌৰাত্ম্য কৰিছে নেকি ?

ধৰ্মই হঠাৎ হাঁহি দিলে পুলিচৰ কথা উল্লেখ কৰাৰ লগে লগে ঘটনা এটালৈ মনত পৰাত। সি গোমোঠা মুখেৰে তেওঁৰ পিনে চোৱাত হাঁহিটো সামৰি তেওঁ স্বাভাৱিক হৈ পৰিল। সি অৱশ্যে ধৰ্মৰ হাঁহিৰ কাৰণটো বুজিছিল, যদিও কাহিনীটো মনত পেলাবলৈ তাৰ মন একেবাৰেই প্ৰস্তুত নাছিল।

এবছৰমানৰ আগতে এদিন নিকাচি ৰিজাৰ্ভৰ মাজেদি উত্তৰ কুছি অভিমুখে গৈ থাকোঁতে সি আৰু ধৰ্ম দুয়ো পুলিচৰ দল এটাৰ মুখে মুখে পৰিছিল। সি তৎক্ষণাৎ মুখখন বিকৃত কৰি কুষ্ঠৰোগীৰ ভাও ধৰি খোৰাই খোৰাই যোৱা আৰম্ভ কৰি দিছিল। পুলিচবোৰ পাৰ হৈ গৈছিল। বোধকৰোঁ দলটোৰ দায়িত্বত থকা বিষয়াজনৰ মনৰ অৱচেতনাত অকণ সন্দেহে টুকুৰিয়াই আছিল। কিন্তু যেতিয়া ঘূৰি চাই দেখিলে প্ৰকাণ্ড হোলোংগোজ মানুহজন লেকেচিয়ায়ে গৈ আছে, তেওঁৰ সন্দেহ ভঞ্জন হৈছিল আৰু দলটো লৈ ততাতৈয়াকৈ আঁতৰি গৈছিল।

সিহঁতে গৈ গৈ ডিক নামৰ সৰু জুৰি এখনৰ পাৰত ছায়াঘন গছ এজোপাৰ শীতলতাত বহি লৈ কাষৰ গাঁৱৰ গা ধুবলৈ অহা ডেকাজাকক লৈ আড্ডা দিছিল আৰু তাৰ ৰগৰত আকৃষ্ট হৈ ডেকাজাকে সেইদিনা দুয়োকে গাঁৱতে অতিথি কৰি ৰাখিছিল। ধৰ্মৰ মনত পৰিছিল তাৰ সেই ছদ্মবেশৰ ছবিটো। সেই দৃশ্যটো মনত পৰাত ধৰ্মই পেটৰ হাঁহি লুকাব পৰা নাছিল। তাৰ

গোমোঠা দৃষ্টিৰ আগত অৱশ্যে তেওঁৰ হাঁহি উঁৰলি গৈছিল আৰু স্বাভাবিক হৈ কৈছিল—

: পুলিচ বহুতদিন সেইপিনে যোৱা নাই।

ধৰ্মক আহত হোৱা যেন দেখি সি নিজেই উলিয়ালে—

: সেই তেতিয়াৰ পৰাই নে ?

এইবাৰ ধৰ্মই পাতল হাঁহি এটাৰে শলাগি থলে। বৰুৱাইও যে ঘটনাটো আন্দাজ কৰিছিল সি ভবাই নাছিল। তেওঁ এনেয়ে কোৱাৰ দৰে কলে—

: চাব আৰু লাওপাতিৰ দৰে নহ'লেহে ৰক্ষা।

সি এইবাৰ বৰুৱালৈ চাই তাৰ উত্তাল হাঁহিটো এৰি দিলে। আৰু হাঁহি হাঁহিয়েই কলে কিদৰে শদিয়াৰ লাওপাতি গাঁৱলৈ কাঠ মিস্ত্ৰীৰ ছদ্মবেশ ধৰি যাওতে গাঁৱৰ ডেকাহঁতে চিনি নেপাই মাৰ ধৰ কৰি খেদাই দিয়াৰ উপক্ৰম কৰিছিল। সেই সময়ত উজনিত ইমান ধৰ-পাকৰ চলিছিল যে, অচিনাকি মানুহ সোমালেই গাঁৱৰ মানুহে পুলিচৰ চোৰাংচোৱা বুলি সন্দেহ কৰিছিল। এইপিনে পিচে ৰাইজে তাক ভালদৰেই চিনি পায়। তেনে ঘটনাৰ আশংকা এইপিনে নাই।

উত্তৰকুছিৰ খবৰবোৰ শুনি অৱশ্যে সি নিৰাশ হোৱা নাছিল। কিন্তু একেবাৰে দুৰ্ভাবনা মুক্তও সি হব পৰা নাছিল। এই মুহূৰ্ত্তত সমস্ত নিৰ্ভৰ কৰিছে সংগঠনটো জীয়াই ৰাখিব পৰা শক্তি সামৰ্থ্যৰ ওপৰতহে। তাৰ কথা শেষ হোৱাৰ আগতেই বৰুৱাই সুধিলে নাৰী মুক্তি সংঘৰ কাম কাজৰ কথা। সি টপৰাই উত্তৰ দিলে বৰুৱাৰ পিচ পিনলৈ আঙুলিয়াই।

: সৌৱা কমৰেডৰ পিচপিনেই হেড কোৱাৰ্টাৰ্চ উঠি আহিছে।

বৰুৱাই ঘূৰি চালে। কনকলতাৰ চকুযুৰি তেতিয়াও শান্ত হৈ পৰা নাছিল। বৰুৱাৰ প্ৰশ্নত তেওঁ সংযত হবৰ চেষ্টা কৰি কলে—

: সংঘৰ কাম কাজ একৰকম অচল হৈ পৰিছে। তেনে এটা স্বকীয়া অস্তিত্বৰ অৰ্থও নোহোৱা হৈ পৰিছে আমাৰ বোধেৰে। যিহেতু ৰাজনীৰ ঘটনাটোৰ পাচত সন্দেহৰ অৱকাশ তাক থকা নাই। আৰু আমিও নিজৰ নিজৰ স্থান আৰু ভৱিষ্যত সম্বন্ধে নিশ্চিত হৈ পৰিছোঁহক।

কথাকিটা কোৱাৰ লগে লগে কনকৰ চকুযুৰি পুনৰ চকুপানীৰে উপচি পৰিছিল। শেষৰ পিনে মাতটো ভাগি গৈছিল। পৰিবেশটো হঠাৎ ব্যথাৰে গধুৰ হৈ পৰিছিল। মনতে সিও নিৰুৎসাহ হৈ পৰিছিল। কনকলতাই

ভৱিষ্যতৰ বিষয়ে উল্লেখত বেচি গুৰুত্ব আৰোপ কৰা যেন তাৰ অনুমান হ'ল।
সি আশ্বাসৰ সুৰত কলে—

: ভৱিষ্যৎ সম্বন্ধে নিশ্চিত হব পাৰিলেঁহে যেতিয়া ভয় কিহৰ? এতিয়া সংগ্ৰামত জপিয়াই পৰিবহে লাগে।

: জপিয়াইতো পৰোঁৱেই, কিন্তু সংগ্ৰাম ক'ত কমৰেড্?

বৰুৱাৰ উদ্ভট প্ৰশ্নযাৰত আটায়ে হতভম্ব হৈ এবাৰ বৰুৱাৰ মুখলৈ এবাৰ তাৰ মুখলৈ চাই থাকিল। সি অৱশ্যে বৰুৱাৰ প্ৰশ্নযাৰত নিৰুত্তৰে থকাটো পচন্দ নকৰিলে। সি এইটোও বুজিলে যে, বৰুৱাৰ নিজৰ বাবে নহয়, আন শ্ৰোতাবৰ্গৰ কাৰণেহে তেওঁ তাৰ পৰা উত্তৰটো পাবলৈ আশা কৰিছে।

: সংগ্ৰামতো চাৰিওপিনে ব্যাপ্ত হৈ পৰিছে কমৰেড্। প্ৰথমে এযা আমাৰ উপলব্ধিৰ সংগ্ৰামহে! এই সংগ্ৰামৰ স্বৰূপ প্ৰত্যুষৰ পোহৰৰৰ দৰে। উৎস নেদেখাকৈয়ে চমক নলগাকৈয়ে এন্ধাৰ আঁতৰি যায়।

সি তাৰ মুখেদি হঠাৎ ওলাই অহা কথাখিনি সহজ ভাষাৰে ব্যাখ্যা কৰিলে সমবেত শ্ৰোতাৰ আগত। তাৰ কথা শেষ হোৱাৰ লগে লগে বৰুৱা বহাৰ পৰা উঠিল। ধূলি বাহৰ শুকান পাত লাগি থকা পিন্ধা চুৰিয়াখনো জোকাৰি নললে। মাথোন তাৰ পিনে চাই কলে—

: মই তেন্তে উঠোঁহে কমৰেড্—

: তেন্তে মানে?

: মানে মই নিশ্চিত হ'লোঁ, সংগ্ৰামৰ অন্ত পৰা নাই। সেই বিষয়ে নিশ্চিত হবলৈকেই মই লৰৰি আহিছিলোঁ। যাওঁ এতিয়া।

কাৰো প্ৰত্যুত্তৰলৈ বাট নেচাই বৰুৱাই কোবাকুবিকৈ বাৰীৰ পিচপিনে পথাৰলৈ ওলাই গ'ল। মানুহবোৰে এই অদ্ভুত প্ৰকৃতিৰ অকণমানি মানুহজনলৈ চকুৰ আঁৰ নোহোৱালৈকে চাই থাকিল। অৱশেষত সিয়েই নীৰৱতা ভঙ্গ কৰি কলে—

: এতিয়া আমি কামৰ কথা পাতোঁহক। ধৰ'ই কলৈ যাবা বাক?

: আমি চাম্পাইবাৰীৰ পিনেদি গৈ একেবাৰে ধালিগাওঁ, বঙাইগাওঁ এনেকৈ যাওঁ। ৰাতি কমৰেড্ গোসাইগাঁৱৰ পিনে য'ক। প্ৰয়োজন হলে আৰৌক খবৰ দিয়াই লৈ যাম। লগতে আমাৰ মহিলা কৰ্মীও ওলাওক। ভাবাজনা হলে ভাল হব।

: তুমি তেনেহলে চাম্পাইবাৰীৰ সেই পিনেই যোৱা। লগত কাক কাক

নিয়া ? একলগে ঘুমুৰিবা। কৰ্মীৰ আমাৰ অভাব হৈ পৰিব। স্থানীয় ডেকা কেইজনমান আছে তাত। সহায় লব পাৰা। সিহঁতৰ দলটো দুৰ্দান্ত সাহসী। উত্তৰ গোৱালপাৰাৰ সকলো মানুহে চিনিও পায়। সংগঠনত বেচ সহায় হব।

: তাৰ কথাত ৰতি স্বৰ্গিয়াৰীয়ে অৱশ্যে কোনো সঁহাৰি দিয়া নাছিল। বৰুৱাই এৰিযোৱাৰ মুহূৰ্তৰ পৰা তেওঁ কেৱল তাৰ কথাকে ভাবি আছিল। তিলে তিলে নিশ্চিত মৃত্যুৰ পিনে আগবাঢ়ি যোৱা দুৰাৰোগ্য ব্যাধিগ্ৰস্ত এগৰাকী উদ্দাম প্ৰাণৱন্ত বন্ধুৰ কাষত বহি ভবাৰ দৰে। তেওঁৰ মানত তাৰ এই মুহূৰ্তৰ কথাবোৰ আছিল অৰ্থহীন, কৰুণ আশ্বাসৰ দৰে।

স্বৰ্গিয়াৰীয়ে মনে মনে তাৰেই আলেখ লেখ চাই আছিল। আৰু তাৰ বিষয়েই ভাবি ভাবি চিন্তিত হৈ পৰিছিল।

এসময়ত মানুহবোৰ ভাগে ভাগে গৈ শেষ হ'ল। মাত্ৰ কনকলতা আৰু দুজনীমান ছোৱালী আৰু স্বৰ্গিয়াৰীহে বাকী থাকিল। তেওঁ শেষ সিদ্ধান্ত এটাত উপনীত হোৱাৰ দৰে কলে—

: তেনেহলে আবো মই মাষ্টৰ কমৰেডৰ তালৈকে যাওঁ।

: গোসাই গাঁৱৰ মাষ্টৰ তাৰা মজুমদাৰ কমৰেডৰ কথা কোৱা নাই জানো ?

: অঁ।

: যোৱা। কিন্তু দুদিনে তিনিদিনে যোগাযোগ ৰাখিবা। আৰু এটা কাম কৰা। বড়ো ভাষা জনা মহিলা কৰ্মীসকল গাঁৱত সোমাওক। কনক মোৰ লগতে থাকক। কি কোৱা কনক ?

: হব ; আপোনাসকলে যিদৰেই বিচাৰে সেই দৰেই হওক।

: কনমাই পিচে ? তুমিতো ডেকা আছিলেহে যাবা বোধকৰোঁ ?

তাৰ কথা শুনি কণমায়ে লাজতে তলমূৰ কৰিলে। কছাৰী হলেও তাই বড়ো ভাষা নাজানে। তদুপৰি কনমাইৰ সতে ডেকাৰ ঘণিষ্ঠতা দলৰ আটায়ে জানে। ডেকা দুই এদিনতে তাৰ ওচৰলৈ অহাৰ কথা। কাজেই কথাষাৰ তৰল হলেও কাকতালীয় যেন অৰ্থপূৰ্ণ হৈ পৰিল। সি অৱশ্যে কথাৰ মোৰ ঘূৰাই স্বৰ্গিয়াৰীক সুধিলে—

: তোমাৰ পিচে লগত মহিলা কৰ্মী নাথাকিল।

: কিয় ? তাত পাম নহয় বুদাৰু চিকাৰীৰ জীয়েক জনীক ! তেওঁতো অঞ্চলৰ বৰ ভাল কৰ্মী ?

: অ'। সেই প্ৰখ্যাত বুদাক চিকাৰী যে ? চাবা আকৌ চিকাৰীৰ গোষ্ঠী লগ পাই তুমিও চিকাৰী হৈ নপৰিবা ! নাম কি আছিল মহিলাৰ ?

: দময়ন্তী ব্ৰহ্ম।

: কলিতা কমৰেডৰ লগত বিয়াখন হবতো ?

: হব নিশ্চয়।

: তুমি তেনেহলে যাত্ৰা কৰাই আজিৰ ভিতৰতে। অ' আৰু এজন অপৰিহাৰ্য কৰ্মীৰ কথা কবলৈ তোমাক পাহৰি গৈছোঁ। তোমাৰ মনত আছেনে ঘগ্ৰাপাৰাৰ ধানচিৰা মহাজনহঁতৰ তাৰ পৰা মোৰ চুটকেচটো যে লৈ আহিছিল অকলে, সেই উগ্ৰ সাহসী ল'ৰাজন ? কোনেও যে কামটো কৰিবলৈ আগবাঢ়ি অহা নাছিল ! শেষত তাক ভাৰ দিয়াত সি যে তৎক্ষণাৎ ৰাজি হৈ গৈছিল ! সমৰ বোলা সেই ল'ৰাজন ! তাৰ ঘৰো তাতেই। তাকো লগত লবা যেনে তেনে। এতিয়া তেনে কেতিয়া যাওঁ বুলি ভাবিছা ?

: অ'। যাওঁৱেই। আন্ধাৰ হোৱাৰ লগে লগেই।

: তুমিও প্ৰতাপ ৰাভাৰ সময়টোকেই লৈছাচোন। ভয় নাই পিচে। কালিতো ভাত গমেই পালা। বিষ্ণু ৰাভাৰ নাম ল'লে সশস্ত্ৰ চিপাহীয়েও থমকি ৰয়।

কালিৰ ঘটনাটো এতিয়া আৰু তেওঁৰ মনত দুৰ্জ্জেয় হৈ থকা নাই। তথাপি মনত পৰিলেই সপোন সপোন যেন লাগে কালিৰ সেই ঘটনাটো। তেওঁ ইমান ভয় খাইছিল যে, তাৰ মাত শুনি সশস্ত্ৰ পুলিচৰ দলটো লাহে লাহে উভতি যোৱাৰ পাচতো তেওঁ স্বপ্নাবিষ্টৰ দৰে বহুত পৰলৈ মাতবোল নকৰাকৈ অলৰ অচৰ হৈ বৈ আছিল।

তেওঁ কোনো মন্তব্য নিদিলে। মাথোন নীৰৱ হাঁহি এটা মাৰি বাৰীৰ পৰা ঘৰৰ পিনে গুলাই আহিল। খন্তেক পাচতে কৰ্মীসকলৰ দূৰণিবটীয়া গাঁওবোৰলৈ যাত্ৰা আৰম্ভ হ'ল। আৰু তাৰ যাত্ৰা আৰম্ভ হ'ল জীৱনৰ আৰু এক গভীৰলৈ। সি মুখামুখি হবলগীয়াত পৰিল একান্ত ব্যক্তিগত এক অভাবনীয় বাস্তৱৰ সতে। কনকক সি একান্ত ভাৱে পালে ; কিয়নো নাৰী মুক্তি সংঘৰ সেই দলটোত কনকেইহে কেৱল বিচ্ছিন্ন অকলশৰীয়া আছিল ; আৰু তেওঁ বৰো ভাষা জনা নাছিল।

---



অলপ আগতে সিহঁতৰ দলৰ ক'ৰিয়াৰ ফাগুনা ৰামচিয়াৰিয়ে চিঠি এখন দি গ'লহি। নিজৰ কোঠাত অকলশৰে সি চিঠিখন খুলি ল'লে। কৰ্মীসকল চাৰি দিনৰ আগতে দিহাদিহি গৈছিল। কনকলতাক লগত লৈ সি ওচৰৰ চুবুৰীবোৰত দুই এখন সভাত যোগ দিছে। এই চাৰি দিনৰ ভিতৰতে কনকে নিজৰ পৰিচালনাত পাঁচ-ছজনী নতুন ছোৱালীৰে এটা দলো গঠন কৰি লৈছে।

সেইদিনা কনকে নতুন দলটোক লগত লৈ এখন মহিলা সভাত যোগ দিবলৈ গৈছিল। সি ঘৰতে বহি লৈ ব্ৰহ্মদেশৰ সন্ত্ৰাসবাদী আন্দোলনৰ অন্যতম দিক্‌দৰ্শক শ্বেইন ফিয়'ৰ পুস্তিকা এখন পঢ়ি কিবা টোকা লিখি আছিল। এনেতে ফাগুনাই চিঠিখন দি গৈছিলহি।

চিঠিখনৰ প্ৰতি তাৰ কোনো কৌতুহল নাছিল। এনে এটা পৰিস্থিতিত চিঠিৰ খবৰ কি ধৰণৰ হব সি একেবাৰে নিশ্চিত আছিল। গতিকে চিঠিখন চোৱাৰ আগতে সি শ্বেইন ফিয়'ৰ পুস্তিকাখনৰ ওপৰত লিখা টোকাটোকে আকৌ এবাৰ পঢ়ি চালে। টোকাটোত সি উল্লেখ কৰিবলৈ চেষ্টা কৰিছিল কি কি বিষয়ত ব্ৰহ্মদেশৰ কমিউনিষ্ট সকলৰ থাকিন নু চৰকাৰৰ বিৰুদ্ধে কৰা

পিপ'ল্চ্‌ লিবাৰেশ্যন ওৱাৰ্‌ৰ সিহঁতৰ সংগ্ৰামৰ সতে মিল বা অমিল আছিল। অৱশ্যে অমিলটোৱেই তাৰ মনত গভীৰভাৱে প্ৰতিভাত হৈছিল। ব্ৰহ্মদেশৰ যিটো আন্দোলন, সেইটো হ'ল প্ৰতিষ্ঠিত বিশেষ এখন চৰকাৰৰ বিৰুদ্ধে। সিহঁতৰ সংগ্ৰাম আকৌ সমগ্ৰ দেশৰ প্ৰচলিত সমাজ ব্যৱস্থাৰ বিৰুদ্ধে। চৰকাৰৰ বিৰুদ্ধে প্ৰতিৰোধ মূল সংগ্ৰামৰ এক অনুষংগ মাত্ৰ।

টোকাটো পুনৰ পঢ়ি সি বিশ্লেষণাতীত আত্মপ্ৰসাদ লভিলে। আৰু তেতিয়াহে বিশেষ একো চিন্তা নকৰাকৈ চিঠিখন সি খুলি ল'লে। সি ভবামতেই চিঠিত নতুন একো নাছিল। কামৰূপত যে বিপ্লৱৰ শেষ কণিকাটো পৰ্যন্ত শেষ কৰি দিবলৈ শত্ৰুপক্ষ বদ্ধপৰিকৰ সেই কথাটোকে চিঠিখনৰ বিভিন্ন খবৰৰ জৰিয়তে প্ৰতিপন্ন কৰা হৈছে।

চিঠিখন তালৈ পঠোৱাৰ আৰু এটা প্ৰচ্ছন্ন উদ্দেশ্য নিশ্চয় আছিল। সি মনতে ভাবিলে। শেষ ৰক্ষা হিচাপে তাৰ আশ্বাস বিচাৰি নিশ্চয় চিঠিখন তাৰ তালৈ বুলি পঠোৱা হৈছিল। সি কিন্তু কোনো সঁহাৰি নিদিলে।

সঁহাৰি দিয়েইবা লাভ হব কিটো! কৰেণ ব্ৰহ্ম, চিত্ত, বি কে বি আটাইৰে সেই একেই খবৰ। সংগঠন ভাল হোৱা নাই; টকা পইচাৰ অভাৱ; মানুহৰ মন ভাগি পৰিছে। কৰ্মীয়ে ঠায়ে ঠায়ে নাৰীঘটিত ব্যাপাৰত জড়িত হৈ পৰ', চৰকাৰী বিষয়া দেখিলেই নগুৰ নাগতি কৰা - এনেবোৰ খবৰো একেবাৰে নোহোৱা নহয়।

বকুৱাই অৱশ্যে ঠিকেই কৈছিল. এনেবোৰ পৰিস্থিতি সংগ্ৰামৰ স্বাভাৱিক পাৰ্শ্ব ঘটনাত বাদে আন একো নহয়। কিন্তু সিহঁত আহি আহি এনে এটা সংকট কালত উপনীত হ'লহি যে সংগ্ৰামৰ শেষ সাফল্যৰ বাবে যি এক চৰম পৰিৱেশৰ প্ৰয়োজন, সেই পৰিৱেশ প্ৰাপ্তিৰ পথত এই পাৰ্শ্ব ঘটনাবোৰেই দুৰ্লংঘ্য হেঙাৰ হৈ পৰিছে আৰু যদি এটা বছৰ সি পালেহেঁতেন! সম্পূৰ্ণ বছৰ এটা নহলেও অন্ততঃ আঠ বা নটা মাহ! এটা পুৰা বাৰিষা আৰু খৰালিৰ তিনিটামান মাহ! সংগ্ৰামৰ গতি আৰু কিছুদিন অন্ততঃ জোৰদাৰ কৰি ৰাখিব পৰাহেঁতেন, মানুহৰ মনবোৰ অদমনীয় উদ্যমেৰে নিশ্চয় সঞ্জীৱিত কৰিব পৰা গ'লহেঁতেন!

মানুহৰ মনৰ উদ্যম অটুট ৰখাৰ কথা ভাবোতেই তাৰ মনত পৰিছিল চন্দ্ৰ আহিনাহঁতৰ কথা। আহিনা চন্দ্ৰ-গোপাল এনেদৰে ভালেকেইজনক হেবিয়াচ কৰ্পাচ পেটিচনৰ শুনানীৰ বাবে চুপ্ৰীম ক'ৰ্টলৈ লৈ যোৱাৰ কথা আছে।

সিহঁতক ক'টলৈ লৈ যোৱাৰ বাটত এবাৰ লগ পাবৰ বাবে তাৰ মনে মনে বৰ আগ্ৰহ হ'ল।

সি এই ছেগতে বিজনী এৰি বাসুগাঁও, গোসাঁইগাঁও এইবোৰ অঞ্চললৈ যোৱাৰ কথা ভাবিলে। ভাবিছিলতো আৰু বহুত অঞ্চললৈ যোৱাৰ কথা। উত্তৰ বংগৰ মহাকালগুৰি, খয়ৰগুৰি, মাদাৰহাট, জয়গাঁও এনেদৰে চিক্‌নাঝাৰেদি একেবাৰে ভূটানৰ চাৰভাং পৰ্যন্ত যোৱাৰ কথা আছিল। কিন্তু ভূটানৰ প্ৰশাসনে ইতিমধ্যে সিহঁতৰ শত্ৰুপক্ষৰ লগত হাত মিলাইছিল। কিছুদিনৰ আগতে কুমাৰীকাটাত থকা ভোটানৰ বিষয়া নেউলি বাবুৰ লগত কথা পাতোতে ভূটান-প্ৰশাসনৰ মনোভাৱৰ কথা স্পষ্ট হৈ পৰিছিল। সেইবাবেই কৰ্মীসকলক পঠাই দিও মনে মনে সি অকণো স্বস্তি বোধ কৰিব পৰা নাছিল। কিয়নো ভোটানত আশ্ৰয় লৈ সংগ্ৰাম চলাই যোৱাটোকেই সি সাম্প্ৰতিক পৰিস্থিতিত শেষ আৰু একমাত্ৰ উপায় বুলি মনতে স্থিৰ কৰি লৈছিল।

এই দুশ্চিন্তাৰ মাজত ডুব গৈ সি পৰিবেশটোৰ প্ৰতি একেবাৰে অচেতন হৈ পৰিছিল। গয়াৰীহঁতৰ ঘৰখনো সেই মুহূৰ্তত একেবাৰে নিমাওমাও হৈছিল। হঠাৎ এটা সময়ত নিজকে তাৰ বৰ অকলশৰীয়া অনুভৱ হ'ল। কাৰোবাৰ খোজৰ শব্দ অথবা কাহ বা মাত কৰবাত শুনে নেকি বুলি উৎকৰ্ণ হৈ খন্তেক অলৰ অচৰ হৈ বিচনাতে পৰি থাকিল। বহুত পৰ কাৰো সাৰসুৰ নোপোৱাত সি বিছনাতে উঠি বহিল আৰু বাহিৰলৈ ওলাই অহাৰ বাবে সাজু হ'ল।

এনেতে বাহিৰত ভুঁইকঁপৰ দৰে কোনোবা এজন অহাৰ গম পালে। লগে লগে তাৰ দেহৰ সমস্ত স্নায়ুবোৰ সক্ৰিয় হৈ উঠিল। সি বিছনাৰ কাষত থিয় হ'ল আৰু কিতাপখন খেৰৰ মাজত সুমাই থলে।

গয়াৰীৰ এনে ভয়াবহ মুখৰ ছবি আগতে সি কাহানিও দেখা নাছিল। সি গহীন হৈ তেওঁৰ পিনে সপ্ৰশ্ন দৃষ্টিৰে চালে। কথাখিনি কোৱাৰ আগতে গয়াৰীয়ে কিছুপৰ থমকি ৰ'ল। যেন কিদৰে কলে ভাল হয়, মনতে জুকিয়াই ল'লে। গয়াৰীৰ ক্ষুব্ধ মুখভাব দেখি পৰিস্থিতিটো পাতলাবলৈ বুলি সিয়েই প্ৰথমে প্ৰশ্ন কৰিলে—

: কি হ'ল কমৰেড্ ?

: আপুনি ওৱোবাৰীৰ সন্তানহীনা তিৰোতাগৰাকীক কি কৈছিল?

গয়াৰীৰ প্ৰশ্নবাৰ শুনি সি হতবুদ্ধি হ'ল। তাৰতো মনত নাই ক'ৰ কোনজনী তিৰোতাক কেতিয়া কি কৈছিল! সি মনত পেলাবলৈ চেষ্টা কৰিলে। তাক নীৰৱে থকা দেখি তেওঁ বাহিৰৰ পিনে চাই কাকো নেদেখি পুনৰ কলে—

: কথাটো বৰ বেয়াকৈ প্ৰচাৰ হৈছে। আপুনি আজিৰ ভিতৰতে এই ঠাই এৰি যাব লাগিব।

: কিটো কথানো ইমান বেয়াকৈ প্ৰচাৰ হৈছে? মোৰতো একো মনত পৰা নাই কি কথা হব পাৰে?

: হয়তো আপুনি কলে কিবা, তাই বুজিলে আন কিবা। মুঠতে কথাটো বেয়াকৈ ওলাইছে। আপুনি আজিতে এই ঠাই এৰি নগ'লে প্ৰাণৰ সংশয় আছে।

গয়াৰীৰ কথাবাৰ শুনি হঠাৎ তাৰ সেই উত্তাল হাঁহিটো ওলাই আহিল। হাঁহি হাঁহিয়েই কলে—

: তেনেহলেতো ভালেই খবৰ কমৰেড্। মই এই ঠাই নেৰোঁৱেই। প্ৰাণৰ সংশয়ৰ সতে মুখামুখি হোৱাৰ এনে এটা সুবৰ্ণ সুযোগতো এৰি দিব নোৱাৰি!

: ধেমালি নহয় কমৰেড্, আপোনাসকলৰ ওপৰ মহলৰ পৰা নিৰ্দেশ আহিছে আপোনাৰ জান খতম্ কৰি দিবলৈ। নহলে আপোনাৰ পৰা দলৰ হেনো যথেষ্ট ক্ষতি হব।

: মইও ধেমালি কৰা নাই কমৰেড্। শাস্তি লোৱাৰ ভয়ত মই আকৌ পলাম কেলেই? সকলোৰে সাক্ষাতত মোক দণ্ড বিহক যাতে কোনেও ভৱিষ্যতে মোৰ দৰে দলৰ ক্ষতিসাধন নকৰে।

গয়াৰীয়ে আগবাঢ়ি আহি তাৰ হাত দুটাত ধৰি কাকুতিৰ সুৰত কিবা এষাৰ কৈছিল; সি কিন্তু আঁতৰি গৈ কলে—

: কমৰেড্ দলৰ অনুশাসন মই মানি চলিবই লাগিব। ক্ষমা কৰিব, মোৰ আশ্ৰয়দাতা হলেও আপোনাৰ কথা মই মানি লব নোৱাৰিম।

গয়াৰী বিমূঢ়ৰ দৰে বৈ গ'ল। সি নিৰ্বিকাৰভাৱে ঘৰৰ ভিতৰৰ পৰা ওলাই আহিল। মুখত তলৰ ওঠটো ফিন্দ খোৱাকৈ এমোকোৱা ধপাত, চকুত উদাস দৃষ্টি। গাকৰ তলত সংগোপনে ৰখা ৰিভলভাৰটোও সি লগত নিনিলে। ওলাই আহি সি নঙলামুখত মানুহ দুমুহ বহিবৰ বাবে পুতি ৰখা গছৰ শুকান মুঢ়া এটাত বহি ল'লে। মনটো তাৰ অদ্ভুতভাৱে মুকলি লাগিছিল।

দুৰত গাঁৱৰ মুখীয়াল লোক জনদিয়েকৰ পিচে পিচে বহুত মানুহ গয়াৰীৰ ঘৰৰ পিনলৈকেই আহি থকা তাৰ চকুত পৰিল। তাৰ নিজকে পিচে পৰিৱেশটোৰ সতে সংশ্লিষ্ট যেন নালাগিল। নিৰ্বিকাৰ দৃষ্টিৰে মানুহবোৰ অহাৰ পিনেই চাই থাকিল।

মানুহবোৰ আহি আহি তাৰ ওচৰে পাজৰে থমকি ৰৈছিল। মুখত তেওঁলোকৰ আছিল বোবা নিঃসহায় দৃষ্টি। সি ঘূৰি ঘূৰি মানুহবোৰৰ মুখলৈ চালে। এটা বোবা কান্দোনে তাৰ কণ্ঠ হঠাৎ ৰুদ্ধ কৰি পেলোৱা যেন লাগিছিল। সি কষ্টেৰে হাঁহিবৰ যত্ন কৰি কলে—

: কমৰেড্ গয়াৰীয়ে মোক সমস্ত কৈছে। দলৰ ক্ষতিকৰ কাম কৰিছোঁ যেতিয়া দণ্ড মই মূৰ পাতি লমেই। তোমালোকৰ বাবে দুটা পথ খোলা আছে। হয়, তোমালোকে মোক মাৰি পেলোৱা, নতুবা পুলিচক ধৰাই দি দহ হেজাৰ টকা পুৰস্কাৰ লব পাৰা।

সি লক্ষ্যই কৰা নাছিল, ধৰ্ম মানুহবোৰৰ মাজতে আছিল। তেওঁ আন কেবাজনৰো সতে তাৰ কাষ চাপি কন্দনামুৱা হৈ কলে—

: আবৌ, পাৰ্টিৰ কিছুমানে আপোনাক মাৰি পেলাবলৈ মানুহ লগাই দিছে। আপুনি এতিয়াই ইয়াৰ পৰা বহু আঁতৰলৈ যাব লাগিব।

তাৰ তেতিয়া সঁচাকে খণ্ড উঠিছিল। অকণ উষ্মাৰেই কলে সি—

: পাৰ্টি মানেনো কোন হে? তোমালোক নহয় জানো? মইতো ধৰা দিছোঁৱেই। এতিয়া পাৰ্টিৰ নিৰ্দেশমতে কাম কৰা। মই কলৈকো নাযাওঁ।

তেওঁলোক হতবুদ্ধি হৈ পৰিল। ইপিনে জনতাও ক্ৰমে বিপুল আকাৰ ধাৰণ কৰিলে। ওচৰ পাজৰৰ গাঁৱৰ পৰা মানুহবোৰ দলে দলে আহি গয়াৰীৰ প্ৰকাণ্ড নঙলামুখ, আলিবাট ভৰি পৰিলহি। তলে তলে আটায়ে উদ্বিগ্ন হৈ পৰিছিল কিন্তু মুখবোৰ আছিল ভাৱলেশহীন শিলৰ মূৰ্ত্তিৰ দৰে।

কনকলতাই নিজৰ দল বল সহ বহুত পাচতহে পাইছিলহি। তেৰোঁ শুনি আহিছিল বাটতে ঘটনাটোৰ কথা। মানুহৰ অপেক্ষাৰত নিশ্চল জুমবোৰ ফালি তেওঁ আহি তাৰ বাউসীত খামোচ মাৰি ধৰি ওচৰতে থিয় হৈ ল'লে। সি হাঁহি স্নেহেৰে দলৰ নিৰ্দেশৰ কথা তেওঁৰ আগতো দোহাৰিলে।

সি কথাষাৰ কোৱাৰ লগে লগে সমস্ত কুণ্ঠা জলাঞ্জলি দি তাৰ বাউসীত মূৰটো গুজি উথলি অহা কান্দোনখিনি কষ্টেৰে সামৰি ল'লে। সি অৱশ্যে অবিচল ভাৱে অপেক্ষা কৰিছিল জনতাৰ সিদ্ধান্তৰ বাবে। সন্তৰ্পণে সি চকু ফুৰাই

চাইছিল মানুহবোৰৰ মুখলৈ। বোবা মুখবোৰৰ অন্তৰালত লুকাই থকা যুগ যুগ জোৰা নিষ্পেষণৰ যাতনাৰ আভাস ক'ৰবাত কিঞ্চিতমানো দেখে নেকি আশাৰে সি ঘূৰি ঘূৰি চালে। কিন্তু নির্লিপ্ত, উদাস মুখৰ ছবিবোৰ দেখি সি হতাশ হ'ল। এবাৰ মানুহৰ মাজত ধৰ্ম'ক দেখি কিবা এষাৰ কব খোজোতেই সি লক্ষ্য কৰিলে তাৰ পিচপিনে থকা মানুহবোৰৰ মাজত হঠাৎ কিবা এটা চাঞ্চল্য। সি একো নকলে আৰু চকু ঘূৰাই পৰম নির্লিপ্ততাৰে সন্মুখৰ পিনে চাই ৰৈ থাকিল।

সন্মুখৰ মানুহখিনিয়ে পিচপিনৰ চাঞ্চল্যৰ কাৰণটো বুজিবলৈ বুলি শীতল উচ্ছ্বাসহীন যেন লগা দৃষ্টিৰে চালে। এনেতে জুম ফালি এগৰাকী মাইকী মানুহে লগত মতা মানুহ এজন লৈ তাৰ সন্মুখত আঠু ল'লেহি। মানুহজনীয়ে কন্দনামুৱাকৈ কলে—

: আবো, মই পাপীষ্ঠাৰ কাৰণেই তোৰ ইমান দুৰ্গতি হ'ল। চাচোন আবো, বাজিব লাগিছিল টেমী-কটাৰী, বাজিল আকৌ হাঁচটিখনহে। মোৰ মতাই মোক তোৰ নিদানকে লবলৈ সন্মতি দিলে। আমাৰ মতা-মাইকীৰ কথা। মোৰ মতা মোৰ গৰ'কী। এতিয়া আকৌ মোৰ গৰাকী ওলাল আনবোৰেহে। আবো, তই আমাৰ ৰজা। আমাৰ দোষ নধৰিবি। মই পাপীষ্ঠাৰ কাৰণেই তোৰ আজি এনে লটি ঘটি হ'ল।

তাৰ তেতিয়াহে সকলো কথা মনত পৰিল। এয়া সেই নিঃসন্তান মানুহজনী। আজি কিছুদিনৰ আগতে পুৱা আন বহুতো নিদান বিচাৰি তহা মানুহৰ লগতে তাৰ ওচৰলৈ আহিছিল। কিন্তু তাই যি এক অভাবনীয় সমস্যা লৈ তাৰ ওচৰ চাপিছিলহি, খুলি কোৱাৰ লগে লগে বিমোৰত পৰিছিল।

তাই আহিছিল সন্তানৱতী হোৱাৰ নিদান বিচাৰি। সি নোসোধাকৈয়ে তাই আৰু কৈছিল যে, তাইৰ সন্দেহ হয় স্বামীৰ দোষ আছে; কিন্তু স্বামী চিকিৎসা কৰাবলৈ নাৰাজ। গতিকে নিৰুপায় হৈ তাই তাৰ ওচৰ চাপিছেহি।

তাইৰ কথাখিনি শুনি সি গভীৰভাৱে চিন্তা কৰিছিল। আৰু সিও আন কোনো উপায় নেদেখি সি দিব পৰা একমাত্ৰ নিদানষাৰকে দিছিল। তাইও কুণ্ঠাহীনভাৱে কৈ গৈছিল যে, স্বামীৰ সন্মতি লৈ তাই দুই এদিনতে আহি যাবহি।

কথাখিনি মনত পৰাত তাৰ সন্মুখত আঠু লৈ উচুপি থকা মানুহজনীলৈ চালে। লগৰ বগা, নিস্তেজ, বাধাগ্ৰস্ত গঢ়নৰ মানুহজনলৈও দৃষ্টি দিলে। যন্ত্ৰ চালিতৰ

দৰে ইমান পৰে নিথৰ হৈ থকা মানুহজনে নীৰৱে আকৌ এবাৰ তাৰ ভৰি দুটা সাবটি ধৰিলেহি। এইবাৰ মানুহজনী ঘপ্ কৰে উঠিল আৰু মানুহটোৰ বাউসীত ধৰি একে আজোঁৰে থিয় কৰাই দি খঙতে কলে—

: আহ্ ৰুগীয়া কৰবাৰ। তোৰ কাৰণেই ঘৰে পৰে মই মুখ উলিয়াব নোৱাৰা হ'লোঁ।

তাই আৰু বহুত কিবাকিবি ভোৰভোৰাই দপদপাই আঁতৰি গৈছিল মানুহজনক লগত লৈ। মানুহবোৰে সম্ভ্ৰমেৰে দুয়োকে বাট এৰি দিছিল। এইবাৰ ধৰ্মহঁতৰ দলটো কাষ চাপি আহিল আৰু দলৰ হৈ ধৰ্মই নিজেই বাইজক উদ্দেশ্য কৰি কলে—

: চা, আমাৰ কথা হ'ল আমাৰ ফেৰেংগাদাও আৰৌৰ যদি কোনোবাই কিবা অন্যায় কৰে তেনেহলে কাকো আমি সুদাই নেৰিম। তহঁত সন্মত ?

ইমান পৰে হেঁচি ৰখা উত্তেজনাৰ বান্ধ হঠাৎ যেন ভাগি গ'ল ৰাইজৰ। আটায়ে নিজৰ নিজৰ প্ৰতিশ্ৰুতি দিয়া উত্তাল চিঞৰত কাঁৰো মাত কতো শুশুনা হৈ পৰিল। সি হাতখন তুলি বাধা কৰাৰ লগে লগে হঠাৎ ৰাইজ আকৌ স্বাভাৱিক, নীৰৱ হৈ পৰিল। এনেতে এইবাৰ গয়াৰীয়ে সতৰ্ক কৰি দিলে—

: তহঁত এতিয়া যাগৈ। কৰবাত কোনোবাই যদি কিবা অন্যায় কৰে কমৰেডৰ, তেতিয়া তহঁতকে ধৰিম বাছাহঁত।

মন্দেশ্বৰ গয়াৰীৰ বিৰাট কলেৱৰটো হাঁহিৰ উল্লাসত নাচি উঠিল। উভতি যাওতে মানুহবোৰে তাৰ সম্ভাব্য আক্ৰমণকাৰীৰ বিৰুদ্ধে বহুত কিবাকিবি প্ৰতিজ্ঞাৰে কোঢ়াল কৰি গৈছিল।

ঘটনাটো সি প্ৰত্যাশা কৰামতে নঘটিল। সেইদিনাই ৰাতি পিচে তাৰ জীৱনৰ আন এটা স্মৰণীয় ঘটনা ঘটিল. যাৰ ওচৰত প্ৰাণৰ সংশয়. সৰ্বহাৰাৰ সংগ্ৰাম, বিপ্লৱ এনেবোৰ কথা একেবাৰে তাৎপৰ্যহীন হৈ পৰিছিল।

---



ৰ্তি স্বৰ্গিয়াৰীৰ ভায়েক কাৰণেই তিথি সেইদিনা বাচিল। নহলে সি যিটো থকৰামুকুটি মাৰিবলৈ লৈছিল, পূৰ্ণহতীয়াকৈ পৰাহেঁতেন কথা হয়তো কিবাই হ'লহেঁতেন। মুখখন দেখি থকৰামুকুটিটো হঠাৎ লচা হৈ পৰিছিল। ল'ৰাজনে পিচে তাৰ মূৰ্ত্তি দেখি ভয়তে বেঙেমতা গৰু কঁপাদি কঁপিছিল। সি খঙতে বলকিছিল—

: অপদাৰ্থ কৰবাৰ' মানুহজনী কৰবাত হাৰা হৈ উৰি গ'ল নেকি? বিচাৰি লৈ আহ ভালে ভালে। নহলে চাবিচোন মই তহঁতৰ কি কৰোঁ! এই চব তহঁতৰ ষড়যন্ত্ৰ। মোৰ সুখ দেখিলেই তহঁতৰ চকু পোৰে!

তিথিৰ মানত এই বলকনিবোৰৰ কোনো অৰ্থ নাছিল। মাথোন সেমেকা হাঁহি এটা মাৰিবৰ যত্ন কৰি ভক্তিভাজনৰ আশীৰ্বাদ শুনাৰ দৰে তেওঁ নিশ্চল হৈ ৰৈ আছিল তাৰ খংটো জামৰি যোৱালৈ বাট চাই।

সুখ হ'লে তাৰ সঁচাকৈ হৈছিল। কিছুদিনৰ আগতে তাৰ মূৰৰ ওপৰেদি ইমান চাটি ধুমুহা বলি যোৱাৰ পাচতো মনৰ আনন্দ সি হেৰুৱা নাছিল। বৰঞ্চ বহুত আনন্দ তাৰ উপচি পৰিছিল। জীৱনৰ গভীৰত আৰু এক পৰম আস্বাদ সি লাভ কৰিছিল, যি গভীৰত সংগ্ৰাম, বিপ্লৱ এনেবোৰ কথাৰ তাৎপৰ্য

নোহোৱা হৈ পৰিছিল। তাৰ সংগ্ৰামী জীৱনটোৱেই মাজে মাজে হেৰুৱাই পেলাইছিল তাৰ সমস্ত তাৎপৰ্য।

সেইদিনাৰ ঘটনাটোৰ পাচত পাচদিনা ৰাতিপুৱা যেতিয়া সি সাৰ পাইছিল, কনক কেতিয়া তাৰ কাষৰ পৰা আঁতৰি গৈছিল কব পৰা নাছিল ; ওচৰত কনকক নেদেখি সি মুহূৰ্ত্তৰ বাবে বিমূঢ় হৈ পৰিছিল। অৱশ্যে কোঠাটোৰ এন্ধাৰখিনি চকুত অভ্যস্ত হোৱাৰ লগে লগে সি দেখিছিল আগ নিশা তেওঁৰ বাবে যুগুত কৰা আনখন বিছনাত কনক উবুৰি হৈ পৰি আছিল। সি বিগত ৰাতিটোৰ গুৰিৰ পৰা শেষলৈকে ঘটি যোৱা প্ৰতিটো ঘটনাকে মনত পেলাবলৈ চেষ্টা কৰিছিল।

দিনৰ ঘটনাটোৰ পাচত কনকে নিশ্চয় মনতে কিবাকিবি বহুত আশংকা কৰিছিল। সেইবাবে তেওঁ জোৰ কৰি তাক লৈ গৈছিল তাহাঁতে থকা ঘৰখনৰ সিপাৰে থকা কমলহঁতৰ ঘৰলৈ। আৰু ৰাতিটোৰ কাৰণে তাৰ বাবে যতনাই দিয়া ঘৰটোত তেৱেঁই ৰখীয়া থকাৰ সিদ্ধান্ত ল'লে। ছোৱালীজনীৰ যি দৃপ্ত গৰ্ব, যি মনোবলৰ তেওঁ পৰিচয় দিছে অলপ দিনৰ ভিতৰতে, তেওঁৰ ইচ্ছাৰ বিৰুদ্ধে মাত মতাৰ কাৰো সাহস নহ'ল।

ধৰ্মহঁতে তেওঁৰ নিৰ্দেশক্ৰমে খেৰ এবোজা আনি মাটিতে তাৰ খনৰ পৰা অলপ আঁতৰত কনকৰ বাবে আন এখন বিছনা কৰি দিছিল। অৰ্থাৎ তাতে বহি তেওঁ পহৰা দিব ; আৰু যেতিয়া অকলে অকলে বহি আমনি লাগে, খন্তেক বাগৰো দি লব পাৰিব।

কনকে সেই বিছনাখনতে বহি ল'লে ; লগত ৰাখি থলে তাৰ গুলীভৰা ৰিভলভাৰটো। তেওঁ হৈ ৰ'ল জাগ্ৰত প্ৰহৰী।

ধৰ্ম-তিথিহঁত নিজ নিজ বহালৈ গুচি গৈছিল ৰাতিটোৰ বাবে। কনকৰ লগৰবোৰেও আশ্ৰয় লৈছিল ওচৰৰ বিধবাজনীৰ ঘৰত। সি সোনকালেই শুই পৰিছিল। কনকক নানাভাৱে বুজাইও তাক পৰ দিয়াৰ পৰা নিৰস্ত কৰিবনোৱাৰাত সি তলে তলে বিৰক্ত হৈছিল। যিয়ে যি কৰে কৰি থাকক এনে এটা ভাবেৰে সমস্ত জলাঞ্জলি দি সি শুই পৰিছিল। অৱশ্যে বিছনাত পৰাৰ লগে লগেই সি টোপনিত লালকাল দিছিল।

সোনকালে শুই পৰিছিল বাবেই মাজৰাতি এবাৰ সি সাৰ পাইছিল আৰু অভ্যাসবশতঃ মুখত খোৱাৰ টেমাটো খেপিয়াওতেই ঠিক ঠাইত ৰিভলভাৰটো চুই নোপোৱাত কনকৰ অৱস্থিতিৰ বিষয়ে সি সচেতন হ'ল। বিছনাত বহি

লৈ কনকৰ বিছনাৰ পিনে চাই সি দেখিলে জাগ্ৰত প্ৰহৰী আৰু জাগ্ৰত হৈ থকা নাছিল। কৰ্মহীন ক্লান্তিত শুই পৰিছিল।

সি বহুত পৰলৈ বিছনাতে বহি আছিল আগদিনাৰ ঘটনাটোৰ অন্তৰালত কাৰ অদৃশ্য হাত থাকিব পাৰে সি ভাবি উলিয়াবৰ চেষ্টা কৰিছিল। সি চিন্তাত নিমগ্ন হৈ কিমানপৰ কটাইছিল ভাবেই নাছিল ; এনেতে হঠাৎ কনকে লৰচৰ কৰা শব্দ শুনিলে। ৰাতিৰ নিস্তব্ধতাত খেৰৰ শব্দবোৰ ডাঙৰ হৈ উঠিছিল। সি লাহে লাহে মাত লগাইছিল—

: কনক অ' কনক !

: হুঁ।

: ধৰফৰাই আছাচোন, টোপনি অহা নাই ?

সি কনকৰ সঁহাৰিৰ ধাৰত্তে বুজিছিল যে তেওঁ সাৰেই আছিল।

: বৰ জাৰ লাগিছে। আজি অকলে শুইছোঁতোন।

: ইয়ালৈকেই আহাঁ তেনেহলে।

মনত নিশ্চয় তাৰ হঠাৎ উথলি অহা উন্মাদনাখিনি গোপনে থকা নাছিল। কনকে ছয়ামিয়া এন্ধাৰতে হঠাৎ মূৰ তুলি তাৰ পিনে লক্ষ্য কৰা যেন দেখিছিল সি। শংকা, সন্দেহ, ভয় এনেদৰে অজস্ৰ সংকোচে হয়তো বিব্ৰত কৰি তুলিছিল তাৰ আহ্বানে। সি আকৌ কৈছিল—

: আহাঁ।

তাৰ পাছত যেন অনন্ত মুহূৰ্ত্ত এটা সি বাট চাই আছিল।

পুনু কনক তেনেদৰে বিছনাত পৰি থকা দেখি সি লাহেকৈ উঠি গৈছিল আৰু আলফুলকৈ তেওঁৰ পিঠিত হাত এখন ৰাখিছিল। কনকে বিছা এটা গাত উঠিলে কৰাৰ দৰে তাৰ হাতখন আজুৰি গুচাই দি তাৰ মুখামুখি হৈ বহি লৈ ছল আৰু চকুপানী মচি মচি কৈছিল—

: কথাটো জানো ভাল হ'ল ?

: কোনটো কথা ?

: মই টেটুফালি চিঞৰি কব লাগিব নেকি কোনটো কথা ?

সি বুজিছিল সিহঁত দুয়োৰে বিগত নিশাৰ এন্ধাৰৰ সেই একান্ত নিজস্ব মুহূৰ্ত্তকেইটাৰ বাবে তেওঁ অনুতপ্ত। তেওঁৰ দুৰ্ভাবনাৰ গুৰুত্ব পাতলাই দিয়াৰ উদ্দেশ্যেই সি কলে—

: অ' সেই কথা ! একোতো বেয়া হোৱা নাই মোৰ মতে ? উঠা উঠা,

বাহিৰলৈ যোৱা, হাত-মুখ ধুই তোমাৰ লগৰবোৰক মাতি আনাগৈ। মই বেলেগ কিবা এটা কৰিবলৈ ভাবিছোঁ। যোৱাচোন, সোনকালে মাতি আনা। উঁহ্, দেৰি নকৰিবা, উঠা।

সি একৰকম জোৰ কৰিয়েই কনকক থিয় কৰাই ল'লে। আৰু লজ্জাবনত মুখত টপ্‌কৰে চুমা এটা খাই দুৱাৰখন মেলি দিলে।

তাৰ পাচত সঁচাকৈ সি মধুৰ আনন্দত কটাইছিল। সংগ্ৰামী জীৱনৰ বহু গভীৰত নিজ নিজ সত্তাক সিহঁত দুয়ো নিবিড়ভাৱে চিনি লোৱাৰ সুযোগ পাইছিল। কিন্তু মনে খোজে ৰজা হব, বিধাতাই নিদিয়ে খুজিও খাব। তাৰ সুখ বিধাতাই সহ্য নকৰিলে। অলপ কেইদিনৰ পাচতে এদিন কনকলতা হঠাতে নোহোৱা হৈ গ'ল।

সি বুজিবই পৰা নাছিল কেনেকৈ কি হৈ গ'ল। সেইদিনাও আনদিনাৰ দৰেই কনকে লগত ছোৱালী দুজনী লৈ দলৰ কামত ওলাই গৈছিল অলপ দূৰৰ এখন গাঁওলৈ। গধূলি ছোৱালী দুজনী উভতি আহিছিল। কনকলতা কিন্তু অহা নাছিল। ছোৱালী দুজনীক সোধাত তাহঁতে কৈছিল যে, কনকে এঘৰৰ তাত সোমাই তাহঁতক আগবাঢ়ি যাবলৈ কৈছিল। তেওঁৰ কথামতে তাহঁতে উভতি আহি গাঁও পালেহি। সেই যি এৰা এৰি হৈছিল, তাৰ পাচত আৰু লগা লগি নহ'লেই।

সি ভাবিলে নিশ্চয় কামৰ হেঁচাত গাঁৱতে কৰবাত থাকি গ'ল। অঞ্চলৰ গাঁৱৰ মানুহবোৰ ইমান চিনাকি আৰু আপোন যে, দুশ্চিন্তাৰ কোনো হেতু নাই। কিন্তু পাচদিনাখনে যেতিয়া কনক ঘূৰি নাহিল, তেতিয়া সি গাঁৱলৈ এজনক পঠাই দিছিল খবৰ লবলৈ বুলি। মানুহজনে আহি যেতিয়া তাক কলেহি যে, কনক আগ দিনাখনেই গাঁওখনৰ পৰা উভতি অহা বুলি আটায়ে কৈছে, সি উদ্বাউল হৈ পৰিল।

ওচৰৰ গাঁওবোৰত বিচৰাবিচৰি আৰম্ভ হ'ল পাচদিনাৰ পৰাই। সিও ৰাতি ৰাতি বিচাৰিবলৈ লাগিল। কিন্তু যেতিয়া দেখিলে যে, কনক সঁচাকৈয়ে সন্ধানহীন, তেতিয়া তাৰ আৰু বুজিবলৈ বাকী নাথাকিল ঘটনাটোৰ অন্তৰালত কাৰ হাতে খেলা কৰিছে।

তেতিয়াহে সি তিথিক পঠিয়াই দিছিল টিহু, নলবাৰী, বেলশৰৰ পৰা নগাঁও হৈ বিচাৰি আহিবলৈ।

তিথি উভতি আহি যেতিয়া খবৰ দিলেহি যে, কনকক কতো বিচাৰি নাপালে,

সি উত্তেজিত হৈ পৰিল। প্ৰচণ্ড খঙত মুখত যিহকে আহে তাকেই কলে তিথিক। তাৰ পাচত সি হঠাৎ পাম যোৱা বেলুনটোৰ দৰে ঘৰৰ বাহিৰত মাটিতে বহি পৰিল আৰু শান্ত স্বৰত কলে—

: ঠিক আছে, কনক যেতিয়ালৈকে উভতি নাহে তেতিয়ালৈকে মই অনশন কৰিম। সি সঁচাকে ওৰে দিনটো নোখোৱা নেমেলাকৈ একে ঠাইতে অলৰ অচৰ হৈ বহি থাকিল। গয়াৰী ঘৰত ভূই লগা মানুহটোৰ দৰে হৈ পৰিল। বনজুইৰ দৰে কথাটো অঞ্চল বিয়াপি তৎক্ষণাৎ ৰাষ্ট্ৰ হৈ পৰিল। ধৰ্মহঁতে তাৰ ওচৰলৈ ঢাপলি মেলিলে।

ইমানপৰে কোনেও তাক একো এটা কবলৈ সাহ কৰা নাছিল। ধৰ্মই আহি ভৰি দুটাত ধৰি কাকুতি কৰি কলে—

: আবৌ, আপুনি ভাত খাওক। মই আবৈক যেনে তেনে বিচাৰি আনি দিম। বিচাৰি নেপাওঁ মানে মই ঘৰি নাহোঁ, মই আপোনাৰ ভৰি চুই শপত খাইছোঁ।

ধৰ্মৰ কাকুতি সত্বেও সি একেদৰেই বহি থকা দেখি ইমানপৰে গোটখোৱা মানুহবোৰে ভয়ত জড়সড় হৈ তাৰ সন্মুখত বহি ললেহি। ধৰ্মই হতাশ হৈ কলে—

: আবৌ, আপুনি নাখাই নবই এনেকুৱাখন কৰিলে আমি কি কৰিম। আমাৰ কি দশা হব।

সি এইবাৰ বহাৰ পৰা ঘপ্‌কৰে উঠিল আৰু কলে—

: যা তেন্তে, তই বিচাৰি আন। যদি আনিব নোৱাৰ, চাবি বিস্তু, মই তওঁতক ভীষণ শাস্তি দিম।

সি কথাষাৰ কৈয়ে তাৰ ঘৰত সোমাল আৰু দুৱাৰখন ভিতৰৰ পৰা সশব্দে বন্ধ কৰি দিলে।





ধৰ্মই তৎমুহূৰ্ত্তেই যাত্ৰা আৰম্ভ কৰিলে। তেওঁ ভালদৰেই জানিছিল যে, পাৰ্টিৰ নিৰ্দেশক্ৰমে কনকক তাৰ ৎচৰৰ পৰা আঁতৰাই পঠোৱা হৈছিল। অৱশ্যে তেওঁ ঘূণাক্ষৰেও জনা নাছিল কনকক ক'ত লুকাই ৰখাটো সম্ভৱ হব পাৰে। সেইবাৰে একেবাৰে অনুমানৰ ওপৰত নিৰ্ভৰ কৰি তেওঁ বৰপেটা ৰ'ড ষ্টেচনত নামি গৈছিল মাজ ৰাতি।

ধৰ্ম ট্ৰেইনত আহিছিল চুট টাই মাৰি। ষ্টেচন পাৰ হৈ চিনাকি মণ্ডল এঘৰৰ বাৰান্দাত চুট-টাই মোজা খুলি বেগত ভৰাই ধুতি, চুৰ্টোৰ খালী জোতা পিন্ধি এৰীচাদৰ এখন গাত লৈ; কনকলতাৰ সখীয়েক এজনীৰ ঘৰ আছিল পাঁচ মাইল নে ছয় মাইল দূৰৰ এখন গাঁওত, তালৈকে বুলি ৰাওনা হৈছিল।

অসুবিধা অৱশ্যে ভালেখিনি আছিল। প্ৰথমতে তেওঁ গাঁওখন ভালদৰে চিনি নাপায়। জানে, বৰপেটা ৰ'ডৰ কোন দিশে গাঁওখন, কিন্তু ঠিক কোনখিনিত বা কিমান দূৰত, তেওঁৰ কোনো জ্ঞান নাছিল। দ্বিতীয়তঃ তেওঁ যাকে তাকে সুধিবও নোৱাৰে গাঁওখনৰ কথা। কামৰূপত ভীষণ কমিউনিষ্ট-বিৰোধী অভিযান চলিছে পুলিচৰ। খোজেপতি পুলিচ, চি আই

ডি। কাৰোবাক সুধি দিব, হয়তো আইধৰতকৈ বাইধৰ ছাৰ হব।
পিচে ভাগ্য ভাল আছিল তেওঁৰ। গৈ থাকোঁতে বাটতে ,আন এজন মানুহ লগ পালে। তেওঁ প্ৰথমে মাত লগোৱা নাছিল। কিন্তু মানুহজনৰো বোধকৰোঁ তাৰ দৰেই চিনাকি এজনৰ জোৰ প্ৰয়োজন আছিল সেই মুহূৰ্ত্তত। ধৰ্মক সুধিলে কোনপিনে যাব বুলি। ধৰ্মই বড়ো ভাষাতে কলে যে, হাউলীৰ বজাৰত তেওঁ গৰু এহাল কিনো বুলি আহিছে। হাতীৰ টাৰিত এঘৰ আপোন মানুহ আছে, তালৈকে যাব নিশাটোৰ বাবে।
নতুন চিনাকিজনে তেওঁৰ কথা শুনি আহ্লাদিত হৈ উঠিল আৰু বড়ো ভাষাতে প্ৰত্যুত্তৰ দি কলে যে, তেৰোঁ ওচৰৰ চুবুৰীটোলৈকে যাব। তাতেই তেওঁৰ ঘৰ।
এসময়ত দুয়োৰে এৰাএৰি হৈছিল। ন চিনাকিজনে তেওঁক হাতীৰ টাৰিৰ চুবুৰীটো দেখুৱাই দি পথাৰেদি নিজৰ গাঁৱলৈ বুলি নামি গৈছিল। আৰু তেওঁ তেতিয়া অকলশৰীয়া হৈ পৰিছিল। কৃষ্ণা সপ্তমীৰ জোনৰ পোহৰ আৰু জোনাকী পৰুৱাবোৰ ম্লান হৈ পৰিছিল আৰু পূৰৰ পিনে ধলফাট দিওঁ দিওঁ যেন হৈছিল আকাশখন।
তেওঁ তেতিয়াহে ঠাইখন আন্দাজ কৰিব পাৰিছিল। হাতীৰ টাৰি বুলি মানুহজনে যিটো চুবুৰীলৈ এন্ধাৰতে আঙুলিয়াই দেখুৱাইছিল, আচল হাতীৰ-টাৰি চুবুৰী টালৈ তাৰ পৰা আৰু প্ৰায় ডেৰ মাইল মানেই হব। কিন্তু এটা কথা ভাল হ'ল যে, দেখুৱাই থৈ যোৱা চুবুৰীটোতে কনকৰ এজনী সখীয়েকৰ ঘৰ। মাত্ৰ আঠোটামান মাহৰ আগতে ধৰ্মইঁতে এইটো অঞ্চলত কাম কৰিছিল অলপ কেইদিনমানৰ কাৰণে।
গতিকে তেওঁ প্ৰথমে কনকৰ সখীয়েকজনীক বিচাৰি উলিওৱাটোকে সমীচীন বিবেচনা কৰিলে। সখীয়েকৰ ঘৰৰ চোতালত ভৰি দিয়াৰ লগে লগেই ঘৰৰ ভতুৱা কুকুৰহালে ভুকি দিলে। ধৰ্ম'ই ঘৰৰ গিৰিহঁতৰ নাম নজনা গুণে কনকৰ সখীয়েকৰ নাম ধৰি মাত লগালে। খন্তেক পাচতে ঘৰখনে সাৰ পাইছিল। তেওঁ অৱশ্যে উদ্দেশ্যটো গোপনে ৰাখি কৈছিল যে, কনকে তেওঁৰ কাপোৰকানি কিছু এৰি আহিছিল কেম্পত. তাকে দিবলৈ বুলি আহিছে। ধৰ্ম'ক ঘৰখনৰ আটায়ে ভালদৰে জানেছিল দেখি সখীয়েকজনীয়ে নিঃসন্দেহে কৈছিল যে, কনক আৰু আবোৰ মাজত প্ৰেম হোৱা দেখি পাৰ্টিয়ে কনকক গোৱালপাৰাৰ পৰা খেদি পঠাইছে আৰু তাই সম্প্ৰতি হাতীৰ টাৰি গাঁৱতে

আছে। বনমাঝাৰ বোলা চুবুৰীটোত।

প্ৰয়োজনীয় খবৰটো পোৱাৰ পাচত ধৰ্মই আৰু বিলম্ব নকৰিলে। পুৱা কাউৰী মাটিত পৰাৰ লগে লগে বনমাঝাৰ চুবুৰীত সোমাল। বেঙা নামৰ দলৰ কৰ্মীজনৰ ঘৰলৈকে বুলি প্ৰথমে সি গোনালে। গৈ ঘৰটো পোৱাৰ আগতে হুদৰ তাঁতিত মেলি থোৱা চাদৰ এখন দেখি তেওঁ থমকি ব'ল। ঠিক তেনেকুৱা এখন বেগুনী ৰঙৰ চাদৰকে তেওঁ বাঘমাৰা বজাৰৰ পৰা আনি দিছিল কনকৰ বাবে। তেওঁ একেবাৰে ওচৰলৈ আহি চাদৰখন চালে। ঠিক এনেদৰেই চিলাই আছিল সেইখনতো।

এইবাৰ তেওঁ দ্বিধাহীনভাৱে বেঙা কমৰেডহঁতৰ চোতালকৈ সোমাই গ'ল। মনত অৱশ্যে আছিল ডুৰ্যোৰ সন্দেহ। বেঙাৰামো যদি ইয়াত জড়িত, তেনে-হলেতো কনকক কোনেও নজনাকৈ চুৰ কৰি লৈ যাব লাগিব! তেওঁ ভাবিছিল বেঙা কমৰেডৰ সহায় লব আৰু কনকক বিচাৰি লৈ যাব। কিন্তু এনে এটা সম্ভাৱনাৰ বিৰুদ্ধে তেওঁ একেবাৰে সাজু নাছিল।

মনেদি কিবা এটা সমাধান উলিওৱাৰ আগতেই চোতালত থিয় হৈ এদ তীয়াকৈ মেলি থোৱা ডুৱাৰ এখনৰ ফাকেদি ঘৰ এটাৰ ভিতৰলৈ তেওঁ চাই পঠালে। তেওঁ স্তব্ধ হৈ গ'ল ডুৱাৰত থৈ দিয়া মেখেলাখন চকুত পৰাত। সেই মেখেলাখনো তেৱেঁই সেই চাদৰখনৰ সতে বাঘমাৰা বজাৰৰ পৰা কিনি নি দিছিল কনকক। এইবাৰ কুণ্ঠা, সংকোচ বাদ দি কোঠাটোত সোমাই পৰিল।

কনকলতাই বেৰৰ পিনে মুখ কৰি বাহৰ চোঁচালিৰ বিছনা এখনত শুই আছিল। সি ফুচফুচাই 'আবৈ' বুলি মাত লগোৱাৰ লগে লগে কনকে উচপখাই ঘপ্‌কৰে মাটিত থিয় দিলে। কনকে হয়তো ভাবিবই পৰা নাছিল যে, এই নিৰ্মম নিৰ্বাসনৰ পৰা তেওঁক মুক্ত কৰি নিবলৈ এনেদৰে কোনোবা ওলাবহি পাৰে। ধৰ্মক দেখি বিস্ময়ত প্ৰথমে তেওঁৰ কথাই নোলাল মুখৰ পৰা। খন্তেক পাচত ফুচফুচাই সুধিলে—

: তই ক'ৰ পৰা আহিলি? কিয় আহিলি?

ধৰ্মই মুখত আঙুলি দি তেওঁক উত্তেজিত নহবলৈ সতৰ্ক কৰি কলে—

: আবৌৱে নিবলৈ পঠাইছে। যেনেকে আছ তেনেকে ওলা। সময় নাই। তোক এনেদৰে পঠাই দিয়া কথাটো আবৌৱে নাজানে। খোৱা নাই, শোৱা নাই, মানুহজন চিন্তাতে কিবা হৈ গৈছে। ব'ল, ঘৰৰ মানুহে গম পোৱাৰ আগতে ওলাই ব'ল।

কনকলতাই লৰালৰিকৈ মুখ চুখ ধুই পিন্ধি উৰি তেওঁৰ কথামতেই ওলাল। কনকে দেখুৱামতে আন এটা চমু বাটেদি দুয়ো খোজ ল'লে। কিন্তু চুবুৰীটোৰ শেষ নগলাটো পাৰ হৈ তেওঁলোক যেতিয়া পথাৰ পাইছিলহি সেই সময়তে ধৰ্মই ইমানপৰে যিটো ভয়ৰ পৰা মুক্তি পাব বুলি নিশ্চিত হৈছিল সেইটোৰ সতেই মুখামুখি হবলগীয়াত পৰিছিল।
পকা ধাননিৰ মাজৰ সুৰসুৰীয়া বাটটোৰে আনপিনৰ পৰা বেঙা কমৰেডকে আহি থকা তেওঁলোকে দেখিলে। তেওঁ কিবা এটা উপায় বুধি ভাবি উলিওৱাৰ আগতেই বেঙা আহি ওচৰ পালেহি আৰু সুধিলে বৰো ভাষাতে--

: কি হ'ল কমৰেড্? ইমান পুৱাতে ক'ৰ পৰা? আৰৈওচোন লগত!
ধৰ্মই কোনো কথা লুকঢাক নকৰাকৈ সমস্ত বিবৰি কলে। সবিশেষ শুনাৰ পাচত বেঙাই হাঁহি হাঁহি কলে —

: মইনো ক'ত গৈছিলোঁ বুলি ভাবিছা? আমাৰ ইপিনে অপাৰেচন হৈ আছেতো; ৰাতি গৈ চাই আহিলোঁ ৰাস্তা খোলা আছে নে নাই। গোৱাল-পাৰাত আৰৌৰ চব কথা শুনিছোঁ। পাচত ঠিক কৰিলোঁ, আবৈক মই নিজেই থৈ আহিম গৈ। কমৰেডে আহি ভালেই কৰিলা। নহ'লে আজি ময়ে গলোঁহেঁতেন। তুমি এইপিনে চিধা গৈ ৰেল আলিটো পাৰ হৈ মুছলমান চুবা এটা আছে তাৰ কাষেদি আলিটো লবাগৈ। তাৰ পাচত সিডোখৰতো তোমাৰ ভাল দৰেই জনা আছে।
বেঙাই নিজেই দুয়োজনকে কিছুদূৰ আগবঢ়াই থৈ গ'ল। তাৰ পাচত ধৰ্ম আৰু কনকৰ যাত্ৰা আৰম্ভ হ'ল। চিনাকি-অচিনাকি নানান গাঁও, নদী আৰু জংঘল পাৰ হৈ শেষত উপনীত হৈছিলহি ভিতৰুৱা অঞ্চলৰ দাঙাইগাঁও নামৰ এখন সৰু জংঘলাকীৰ্ণ গাঁৱত। ধৰ্মই ইতিমধ্যে বাটতে খবৰ পাই আহিছিল যে, সি দাঙাইগাঁৱলৈ আহি আছেহি। দুয়ো গৈ আশা-নিৰাশাৰ মাজেদি অপূৰ্ব ব্ৰহ্ম নামৰ সাধাৰণ খেতিয়ক এজনৰ ঘৰত সোমাল।
আবেলি তেতিয়া চাৰে পাঁচমান বাজিছিল। ধৰ্মই কনকক বাহিৰতে থৈ ভিতৰত চাই আহিল। সাজ লাগিছিল সেই সময়ত। সি বিছনাত শুই কিবা এখন কিতাপ চাই আছিল। ধৰ্মই চোৱা সি গমেই নাপালে। কনক বাহিৰে বাহিৰে কুঁৱাৰ পাৰলৈ ভৰি হাতকিটা ধুই লবলৈ গ'ল। এইবাৰ ধৰ্ম সি থকা ঘৰটোলৈ সোমাই আহিল আৰু কপট বিষণ্ণতাৰে কলে—

: বিচাৰি নাপালোঁ আবৌ।

ধৰ্মৰ খবৰটো শুনি তাৰ মুখখন হঠাৎ ক'লা পৰি গ'ল। ভগা ভগা মাতেৰে কলে—

: মই আৰু নাথাকিম। তইঁতে নামাৰিলি যেতিয়া, এইবাৰ মই নিজেই মৰিব লাগিব।

ধৰ্মই তাৰ অৱস্থা দেখি সহ্য কৰিব নোৱাৰিলে। 'আবৈ আবৈ' বুলি কনকলতাক মাতি পঠালে। তেওঁ সোমাই আহি তাৰ ভৰি চুই প্ৰণাম কৰিলে। ধৰ্ম ঘৰৰ ভিতৰৰ পৰা ওলাই আহিল।

তাৰ পাচত সি আৰু কনকলতাই জীৱনৰ গভীৰৰ এই একান্ত বিষয়টোক গ্ৰহণ কৰিলে চৰম প্ৰত্যাহ্বান স্বৰূপে। তাৰ কিছুদিনৰ পাচতে কমলেশ্বৰ, মন্দেশ্বৰ গয়াৰী, শুক্ৰাচাৰ্য ব্ৰহ্ম, অপূৰ্ব ব্ৰহ্ম এনেকে আৰু দুই চাৰিজন অঞ্চলৰ মুখীয়াল লোক লগ লাগি পইচা পাতি তুলি বিৰাট ধুমধামেৰে বিয়াখন পাতি দিলে।

লগে লগে আজন্ম অঘৰীজনৰ এখন ঘৰ হ'ল। কিন্তু তাৰ অঘৰী জীৱনটোলৈ সেই ঘৰখনে কি স্থিৰতা আনিব পাৰিলে, কি শান্তি প্ৰদান কৰিলে তাৰ হিচাব নিকাচ সময়েও হয়তো এদিন পাহৰি যাব। সেইদিনা সি এটা মাত্ৰ কথা উপলব্ধি কৰিছিল যে, সংগ্ৰামী জীৱনটোৰ গভীৰত আৰু এটা পৰম মূল্যবান সত্তা আছে, যাৰ অস্তিত্ব অস্বীকাৰ কৰিলে সংগ্ৰামৰ সমগ্ৰ ভৱিষ্যতেই অন্ধকাৰাচ্ছন্ন হৈ পৰাৰ আশংকা থাকে।





"ওদেৰ বাঁধন যতই শক্ত হবে ততই বাঁধন টুটবে
মোদেৰ ততই বাঁধন টুটবে।
ওদেৰ যতই আঁখি ৰক্ত হবে মোদেৰ আঁখি ফুটবে
ততই মোদেৰ আঁখি ফুটবে॥

বাসুগাঁও ষ্টেচনত সি গোপাল দাস, আহিনা বাভা, চন্দ্ৰ ডেকা এনেকে সশস্ত্ৰ পুলিচৰ কড়া পহৰাত অনা বন্দী বিপ্লৱীৰ দলটোক লগ ধৰিছিল। তেওঁলোকক অনা হৈছিল চুপ্ৰীম কোৰ্টলৈ বুলি, হেবিয়াচ কৰ্পাচ পেটিচনৰ শুনানীৰ বাবে। সি বেলৰ ডবা দুটাত সোমাই দেখা দি তাটাইকে উৎসাহ দি আহিছিল।

তালৈ গৈছিল সি আসুৰী দৰৱ বিক্ৰী কৰা এজন ভূটীয়া লোকৰ বেশত। সেই দিনাই সি সাম্প্ৰতিক সংগ্ৰামৰ পৰিণতি সম্বন্ধে নিশ্চিত হৈছিল। কতদিন সুখে দুখে একেলগে থকা, একেলগে কাম কৰা কৰ্মীসকলৰ মুখবোৰ দেখি সি নিজকে বৰ নিঃসহায় অনুভৱ কৰিছিল।

বাসুগাঁও ষ্টেচনৰ পৰা সি আৰু উভতি নগ'ল। ছোটকুৰ্চাকাটি, চালাকাটি হৈ সি জংঘলৰ মাজে মাজে পোনাই দিছিল কোকৰাঝাৰ অভিমুখে। দুপৰীয়াৰ

আগে আগে কোকৰাঝাৰ পাইছিলহি। পায়েই সি পোনে পোনে গৈছিল একালৰ বিপ্লৱী জয়ৰাম মাষ্টৰৰ তালৈ।

মাষ্টৰ ঘৰৰ পাচফালে চোতালত বহি আছিল। অবাধে, নিসংকোচে ভূটীয়া মানুহ এজনক ভিতৰলৈ সোমাই যোৱা দেখি তেওঁ প্ৰমাদ গণিলে। কিন্তু কিবা এষাৰ প্ৰতিবাদ কৰাৰ আগতেই সি গৈ মাষ্টৰৰ ভৰি চুই প্ৰণাম কৰি মাত লগালে—

: গুমৈ সাচে গংগাৰ ফৈদাং।

মাষ্টৰে কথাষাৰ শুনি যেন আকাশৰ পৰা পৰিল। এজন গংগাৰ অহা তেওঁতো দেখিছেই, কিন্তু ভূটীয়াৰ আকৌ গুমৈ অৰ্থাৎ ভিনিহিয়েক তেওঁ কেতিয়াৰ পৰা 'ল! মাষ্টৰে অবাক বিস্ময়ত তাৰ মুখলৈ চাই থাকিল। কৰবাত তাক দেখা দেখা যেন লাগিছিল তেওঁৰ। অথচ মনতো পৰানাই ক'ত দেখিছিল। মাষ্টৰৰ কপালৰ সিৰবোৰ চিন্তাতে লাহে লাহে কোঁচ খাই গ'ল। এইবাৰ সিয়ে আকৌ নীৰৱতা ভাঙিলে—

: দৈ গাংদাংলৈ গুমৈ।

মাতটোতে এইবাৰ মাষ্টৰৰ মনত পৰিল তাৰ চিনাকি। মৰমৰ গালিৰে তেও তাক ধমক দিলে আৰু ল'ৰা এটাক লৰালৰিকৈ পানী আনিবলৈ কলে। সি ওচৰতে মুঢ়া এটাত বহি লৈ ওচৰত জ্বলি থকা জুইকুৰালৈ দেখুৱাই কলে

: ভিনিহি, আপোনাৰ দৰে স্বদেশী ভলণ্টিয়াৰ এটাৰ ঘৰলৈ নাহি বেলেগ যি কোনো এঘৰলৈ যোৱাহেঁতেন ধূনীয়াকৈ জুইৰ কাষত আমাৰ সেই বস্তুটো উলিয়াই দিলেহেঁতেন। পিয়াহত আপুনি আকৌ পানী আনিবলৈ কলে!

: বদমাছ কৰবাৰ! এনেয়েনো তোৰ ইমান সুন্দৰ জুমৈচিং নামটো গুচাই মানুহে জুমাইচিং বুলি মাতেনে? তই দিনে ৰাতি জুমাই সোপা খাই মাতাল হৈ কি যে বিপ্লৱ কৰিছ, ভগবানেহে জানে!

: সি নাজানে ভিন্‌দেউ, সি জনাহেঁতেন আমাৰ সংগ্ৰাম কেতিয়াবাই শেষ হ'লহেঁতেন।

: হুহ্, সংগ্ৰাম কৰিছ? কাৰ বাবে কৰিছ অ'? এয়া দেখানাই, তোৰ নাম পালেই আমি কিতাপ, কাগজ জুইত পেলাই দিওঁ? যিমানে অন্তৰ পৰশা নহওক লাগিলে, তোৰ গান বুলি জানিলেই আমি ঘৃণাত কাণত হাত দিওঁ!

তাৰ বহুদিন আগতে লেখা কোকৰাঝাৰৰ বৈৰাগী নামৰ আলোচনীখনৰ প্ৰবন্ধ

এটা পঢ়িবলৈ লৈছিল মাষ্টৰে। সি মাষ্টৰৰ হাতত মেলখাই থকা প্ৰবন্ধটোলৈ চালে। আখৰবোৰ তাৰ দৃষ্টিত একাকাৰ হৈ পৰিছিল। সি মাষ্টৰৰ মুখলৈ চাই মৃদু প্ৰতিবাদ জনাই কলে—

: ঘৃণাত নহয় গুৰুমে ভয়ত।

: একেই কথা। দুৰ্দ্ধৰ্ষ ডকাইতক মানুহে ঘৃণাও কৰে, ভয়ো হয়তো কৰে। মাষ্টৰে তাক কলে কথাৰ ছলতে সি কিদৰে চহৰবাসী শিক্ষিত মানুহৰ মাজত এক ভীষণ সন্ত্ৰাসৰ কাৰণ হৈ উঠিছে। কিদৰে ভদ্ৰঘৰত ল'ৰাছোৱালীয়ে পৰ্যন্ত ভুলতে তাৰ নাম উলিয়ালেও ডাঙৰে ধমক দি নিৰস্ত কৰে। কিদৰে কিতাপখন বা কাকতডোখৰত তাৰ নামটো দেখিলেই বিষাক্ত পোক এটাৰ দৰে সিহঁতে জুইত পেলাই দিয়ে।

কথাবোৰ শুনি তাৰ মনত পৰিছিল কিদৰে অভিজাত বন্ধু জনদিয়েকে তাক ৰাজনীতি এৰি সুকুমাৰ কলা চৰ্চ্চাত মনযোগ দিবলৈ পৰামৰ্শ দিছিল। সি পাতল হাঁহি এটা মাৰি আশ্বাসৰ সুৰত কলে—

: সিহঁতৰ ভিত্তিমূল কঁপি উঠিছে নিশ্চয়?

: হুহ্! থৈলাত চাউল ভৰাই পাইছ কেতিয়াবা তই? যিমানে জোকাৰিবি, যিমানে থেকেচিবি সিমানে থৈলাত চাউলবোৰ দৃঢ় হৈ সোমাই পৰিব। তহঁতৰ বিপ্লৱেও সিহঁতৰ ভিত্তিমূল দৃঢ়হে কৰি তুলিছে।

মাষ্টৰৰ কথাষাৰ সি মুবুজাৰ দৰে ভেবা লাগি চাই থাকিল মুখৰ পিনে। আচলতে সি ভাবিছিল আৰু হতাশ হৈ পৰিছিল মাষ্টৰৰ কথাষাৰৰ সম্যক প্ৰত্যুত্তৰ বিচাৰি। বিবেকে মানি লব খুজিলেও অন্তৰে কিন্তু বাৰে বাৰে কৈছিল হয়তো মাষ্টৰৰ কথাষাৰেই সত্য। মাষ্টৰে তাৰ অৱস্থাটো ভালে ভালে নিশ্চয় আন্দাজ কৰিছিল। প্ৰসংগ বদলাই কলে—

: তোৰ জোলোঙাখনত কি আছে অ'বৰ গধুৰ যেন লাগিছেচোন? চাগে বন্দুক বাৰুদ—নহয় জানো?

: মোৰ সৃষ্টি আছে ইয়াত।

: সৃষ্টি মানে? টঙলাৰ চন্দ্ৰৰ দৰে তইও বন্দুক বনাব জান নেকি?

: এই বন্দুক চন্দ্ৰই বনাব শিকা নাই। ইয়াৰ শব্দ সহস্ৰ কামানৰ দৰে ইয়াৰ তেজ

: শত বজ্ৰৰ দৰে—

: নহয় কোটি সূৰ্যৰ দৰে।

: পিচে তোৰ কামানে দাগিব কেতিয়া ? চাবি আকৌ দগাৰ আগতে কৰবাত পুলিচ টুলিচৰ হাতত পৰিলে—

মাষ্টৰে হঠাৎ কথাষাৰ বন্ধ কৰিলে। বোধকৰোঁ পুলিচৰ হাতত পৰিলে কি হব তুয়োৱে কাৰণে ইমান স্পষ্ট যে প্ৰকাশ্যভাৱে কোৱাৰ কোনো যুক্তি বিচাৰি নাপালে। তাৰ আকৌ মনত পৰিছিল কমৰেড বৰবৰুৱাৰ কথা। তেওঁ লিখিছিল ৰাণী গাইদালুৰ সংগ্ৰামী জীৱনৰ পটভূমিক লৈ এখনি কাব্যপুথি। তেৰোঁ এনেদৰে মকৰাই কণী লৈ ফুৰাদি লগে লগে লৈ ফুৰিছিল পুথিখনি। এনেতে এদিন পুলিচৰ হাতত ধৰা পৰিল। আৰু পুলিচে তেওঁৰ পুথিখনেৰে সৈতে মোনাখন নদীত পেলাই দিছিল চিগাৰেটৰ খালী পেকেট এটা পেলাই দিয়াৰ দৰে।

তাৰ এই মোনাখনতো আছে বহু দূৰ দূৰণিৰ কষ্টকৰ পৰিক্ৰমাৰ লেছেৰি বোটলা। আৰু আছে এজাপ চিঠি। বহুদিনৰ বহু যাতনাৰে সঞ্চিত সেই চিঠিবোৰৰ পাতে পাতে আছে তাৰ বিগত জীৱনৰ এক মনোময় গোপন অধ্যায়। মাষ্টৰৰ পৰামৰ্শষাৰ শুনাত ভয়াবহ যেন শুনিলেও মনতে তাৰ যথোচিত যেন লাগিল। তাৰ এই মোনাখনত আছে কেবাখনো পাণ্ডুলিপি ; সমাপ্ত, অসমাপ্ত বিভিন্ন সময়ৰ সৃষ্টি। সোণপাহি, বড়োজাতিৰ ইতিহাস, ৰাভা জাতিৰ ইতিবৃত্ত এইবোৰতো অসমাপ্ত হৈয়ে ৰ'ল ইমানদিনে। কিমান লিখিলে, কিমান কাটিলে, আকৌ লিখিলে, তথাপিচোন তাৰ জীৱনৰ অভিজ্ঞতা পূৰ্ণভাৱে কতো প্ৰতিভাত নহ'ল।

: কি একেবাৰে মনে মনে থাকিলি যে ? নে কিবা সংগ্ৰামী মতলব পাতিছ ? বড়োজাতিৰ কিবা এখন লিখা বুলি শুনিছিলোঁ, শেষ হ'ল জানো ?

: নাই হোৱা শেষ। ক'তনো হয় ? কিবাচোন লিখোঁ মানে লিখোঁ, কিন্তু নিজৰ অভিজ্ঞতাৰে ইমান লিখিবলগীয়া দেখোঁ যে, শেষ কৰি লিখাই নহয়।

টলেমী প্লিনিৰ লিপিবদ্ধ অভিজ্ঞতাৰ পৰা আৰম্ভ কৰি সুনীতি কুমাৰ চট্টোপাধ্যায়ৰ অভিজ্ঞতালৈকে বড়োজাতিৰ উত্থান পতনৰ কি এক সুদীৰ্ঘ, চমকপ্ৰদ পৰিক্ৰমা ! সুদূৰ নেপাল-তিব্বতৰ পৰা আৰম্ভ কৰি ভূটান, বংগদেশ, পূৰ্বপাকিস্থান, অসম, উত্তৰ-পূব সীমান্ত ভূভাগ, ত্ৰিপুৰা—এনেদৰে এই বিশাল ভূখণ্ডৰ ভ্ৰমণ অভিজ্ঞতাৰ তাৰ নিজৰে যি এক সুপ্ৰশস্ত দিনপঞ্জী ! সেইবোৰ সম্পূৰ্ণভাৱে লিপিবদ্ধ কৰা – ভাবিলেই তাৰ মূৰ ঘূৰি যাব খোজে।

মাষ্টৰে তাৰ মনৰ ভাব বুজিব পাৰিয়ে যেন কলে—

: তোৰ দিগ্‌দাৰ ক'ত মই বুজিছোঁ। কেতিয়াও ভুলতো নাভাবিবি যে, তোৰ লেখাই সেই বিষয়ৰ চৰম আৰু একমাত্ৰ সিদ্ধান্তৰ প্ৰতিনিধিত্ব কৰিব। তেতিয়া দেখিবি কামটো সহজ হৈ পৰিছে।

খন্তেক থমকি মাষ্টৰে পুনৰ কলে—

: সোনকালে লিখি এতাই মিনিষ্টাৰক কোৱাই দে; চৰকাৰৰ পৰা অলপ খৰছ কৰি ছপাই দিয়ক। শিক্ষা বিভাগৰ তেনে ব্যৱস্থা আছেই নহয়।

মাষ্টৰৰ উদ্ভট প্ৰস্তাৱটো শুনাত ইমান দুখতো তাৰ হাঁহি উঠিল। এনেয়ে ৰক্ষা। মন্ত্ৰীৰ নাম শুনিলেই মবটো তাৰ গৰম হৈ উঠে, তাতে নিজেও দহ হেজাৰ টকীয়া দাগী আচামী। মাষ্টৰে সুধিলে তাৰ হাঁহি দেখি—

: হাঁহিলিচোন?

: আপোনাৰ প্ৰস্তাৱটো শুনি।

: বুজিছোঁ। তই নকৰ, প্ৰসেনক কবি।

: প্ৰসেন মানে?

: তেওঁ দেখোন তোৰেই শিষ্য প্ৰশিষ্যৰ দলৰ হৱলা?

সি বুজিছিল মাষ্টৰে যে প্ৰসেনজিৎ নামৰ সেই উদ্যোগী ডেকাজনৰ কথা কৈছিল। তাৰ কিন্তু মনত পৰিছিল যুগপৎ কেইটামান পুৰণি ঘটনাৰ কথা।

এবাৰ কলিকতাত। উনৈচ শ একচল্লিচ চনৰ কথা। লগত আছিল তাৰ সুহৃদোপম বন্ধু সংগীত শিল্পী কমল। দুয়ো তেতিয়া শিল্পী জীৱনৰ বন্ধুৰ পথৰ যাত্ৰী। প্ৰতিমুহূৰ্ত্ত দুৰ্বাৰ ঘূৰ্ণিৰ মুখামুখি। অৱশ্যে হতাশ সিহঁত হোৱা নাছিল। সিহঁতে বুজিছিল, সংগ্ৰামতো কৰিবই লাগিব। সিহঁতৰ মতে সঁচাৰ শিল্পীৰ সংগ্ৰাম যে জীৱন যাত্ৰাৰ মণিহাৰ স্বৰূপ।

কমলৰ অহৰহ যত্ন আছিল প্ৰতিষ্ঠা লাভৰ। প্ৰতিষ্ঠা কেৱল তেওঁৰ বাবেই নহয়। তেওঁ অকলে প্ৰতিষ্ঠিত হলেইতো নচলিব। লগতে তেওঁৰ গুৰু তাকো যে প্ৰতিষ্ঠিত কৰিব লাগিব। শিল্পী-জগতৰ চিৰবৰেণ্য কৰি তুলিব লাগিব!

দিনৰ দিনটো আন ব্যস্ততা নহলে, বিশেষকৈ তাৰ সতে ৰেকৰ্ডিংৰ কোনো প্ৰোগ্ৰাম নাথাকিলে তেওঁ কলিকতাৰ অলিয়ে গলিয়ে ঘূৰে; শিল্পীৰ

সমাবেশ য'তে দেখে তাতে আগ্ৰহেৰে খবৰ লয়, কিজানিবা তাৰ বাবে তাত অকণ সম্মানজনক স্থান আদায় কৰিব পৰা হয়েই! তেওঁৰ নহওক কথা নাই, কিন্তু তেওঁৰ গুৰুৰ বাবে অকণ শ্ৰদ্ধাৰ সঁহাৰি লাভ কৰিব পাৰিলেই তেওঁৰ দিনান্তৰ শ্ৰম সফল হোৱা বুলি ভাবে।

এদিনচোন কমলে হঠাৎ যেন কৰবাত দিগ্বিজয় কৰিহে আহিল, এনে এটা উল্লাসেৰে তাৰ ওচৰ পালেহি। সি তেওঁৰ মুখলৈ চাই কৌতূহল প্ৰকাশ কৰিছিল।

: কি হ'ল কমল?

: গুৰুদেৱ, আজি মোৰ পৰম সৌভাগ্য!

: আও! কিনো সৌভাগ্য হ'ল তোমাৰ! সেই বস্তুটোতো আমাৰ দৰে মানুহৰ জীৱনত বৰ দুৰ্লভ!

: আমাৰ গৌৰীপুৰৰ ৰাজকুমাৰ প্ৰমথেশ বৰুৱা যে, তেখেতে আপোনাক লগ পাব খোজে। এখন ফিল্মৰ নৃত্যাংশত আপোনাক উপদেষ্টা হিচাবে লব বিচাৰিছে।

কথাখিনি একে উশাহতে শেষ কৰি কমলে বৰ আশাৰে তাৰ মুখলৈ চাই আছিল। আশা ভংগ কৰা নিদাৰুণ কথা এষাৰ শুনাৰ লগে লগে কমলৰ মুখখন ব্যথিত হৈ পৰিব পাৰে বুলি ভয়তে তেওঁৰ পিনে নোচোৱাকৈয়ে কৈছিল—

: কমল, অকল তোমাৰ কথামতে এজন ডাঙৰ ধনী মানুহে কৰা ফিল্মত অংশ গ্ৰহণ কৰিলোঁ। সেয়েহে শেষ। জয়মতীৰ দিনৰে পৰা মোৰ মনত বহুতো দুখে বাহ লৈছে। পাৰিলে কেতিয়াবা নিজেই নিজৰ ফিল্ম পৰিচালনা কৰিম কাৰো অধীনত নহয়। ৰজা, ৰাজকুমাৰ, ডাঙৰ ধনী মানুহ, এইবোৰৰ আশ্ৰয়ত কিবা এটা কৰা বা হোৱাৰ কথা মই কোনোদিন চিন্তা কৰা নাই।

সি ৰাজকুমাৰৰ কথা শুনিয়েই কমলৰ আশাত চেঁচা পানী ঢালিবলগীয়াত পৰিছিল। ঠিক এনেদৰেই সি আকৌ এবাৰ চুনিত কুমাৰ গজেন বৰুৱাক নিৰাশ কৰিবলগীয়া হৈছিল।

সি তেতিয়া কলিকতাতে। বৰুৱাই বোম্বাইৰ নৃত্যশিল্পী ৰাছিব নেতৃত্বত যোৱা দলটোৰ সতে প্ৰাচ্যৰ কিছু ঠাই ঘূৰি উভতি আহিছিল, আৰু সেই সময়ৰ শিল্পীৰ মক্কা কলিকতাত বৈ গৈছিল। তেৱেঁই এদিন তাৰ

ওচৰলৈ লৈ আহিছিল এটা প্ৰস্তাৱ। কলিকতাৰ বিখ্যাত আৰ্টিষ্টসকলৰ আমন্ত্ৰণ আছে ত্ৰিপুৰা মহাৰজাৰ ঘৰত। তেওঁ কলে—

: বিষ্টুদা ওলাব আবেলিকৈ। আমাকো মাতিছে তালৈকে। সি নিৰ্লিপ্তভাৱে উত্তৰ দিলে—

: তুমি যোৱা ভাই। মোৰ ৰজা-মহাৰজাৰ তাত সকাম নাই। ৰজাকেই ভয় লাগে, তাতে আকৌ মহাৰজা!

বৰুৱাই ধেমালি কৰা ভাবিছিল তাক ৷ কিন্তু যেতিয়া সঁচাকৈ সি নগ'ল, বৰুৱা হতাশ হৈ পৰিল। কিয়নো আমন্ত্ৰণ আছিল যদিও তাৰ অকলৰহে আছিল। বৰুৱাক তালৈ মতা নাছিল।

এবাৰ কামৰূপী নৃত্যসংঘত থাকোতে মেছপাৰাৰ ৰাণীৰ আমন্ত্ৰণ অগ্ৰাহ্য কৰি যেতিয়া দলৰ পৰা ফালৰি কাটি সি আৰু তাৰ বন্ধু আনন্দ দত্তই মেছপাৰাৰ ৰাজধানী লক্ষীপুৰৰ ওচৰৰ এঘৰ দুখীয়া নেপালী মানুহৰ তাত আতিথ্য গ্ৰহণ কৰিছিল সংঘৰ কৰ্মকৰ্ত্তাসকলৰ তিৰস্কাৰ সি হজম কৰিবলগীয়াত পৰিছিল।

সি লাগে লোকৰ দুই এবাৰ গালি শপনিকে সহ্য কৰিব, কিন্তু ৰজা-মন্ত্ৰী এনেবোৰ লোকৰ সংসৰ্গ কোনোৰকমেই সি সহ্য কৰিব নোৱাৰে। আকৌ মন্ত্ৰীৰ করুণা ভিক্ষা কৰি তাৰ সৃষ্টিৰ প্ৰকাশ— একেবাৰে কল্পনাতীত কথা।

স্মৃতিৰ জঞ্জালবোৰ আঁতৰাই মাষ্টৰক সি কলে—

: ভিনদেউ, ৰজা-মন্ত্ৰী এইবোৰৰ কাষ চাপিবলৈকেইচোন ভয় লাগে। পাৰিলে কেতিয়াবা নিজেই ছপাম।

: জানো অ' জানো। ইমানদিনে মোৰ কিবা তোক বুজিবলৈ আৰু বাকী আছেনে?

সি যাবলৈ সাজু হোৱা যেন দেখি মাষ্টৰে পুনৰ কলে—

: তই দেখোন উঠিলিয়েই। মাত্ৰ পানী খাবলৈকেই জানো তই মোৰ ঘৰত সোমাইছিলি? আচল মতলবটোৰ কথাই দেখোন কোৱাই নাই!

সি দৰাচলতে একেবাৰে উদ্দেশ্যবিহীন হৈ আহিছিল। কিন্তু মাষ্টৰক পতিয়ন নিয়াবলৈ টান হব বুলি ভাবি সি কলে যে, কিবাকিবি খবৰ নিবলৈ আহিছিল। আৰু তাৰ কাম সমাধা হৈছে সুকলমে।

: মোৰ তাত আকৌ কি খবৰ ললি?

: লবলগীয়া আটাইতকৈ জৰুৰী খবৰচোন আপুনিয়েই দিলে।

: পিচে মোৰ আচল খবৰটো এতিয়াও দিয়া নাই তোক।

: কোনটো আচল খবৰ?

: এই যে তইঁতৰ সংগ্ৰামক মই তাৎপৰ্যহীন বুলি ভবাটো! আমাৰ সংগ্ৰামতো দেশ স্বাধীন হোৱাৰ লগে লগেই শেষ।

সি নীৰৱে হাঁহিলে। একো উত্তৰকে নিদিলে। তাৰ মনত পৰিছিল কমৰেড্ হেনা গাংগুলীয়ে কমলক কোৱা কথা এষাৰ।

সেইদিনা আছিল উনৈচ শ সাতচল্লিচ চনৰ পোন্ধৰ আগষ্ট। হিজ মাষ্টাৰ্চ্ ভয়চত কমলৰ কথা আৰু পুৰুষোত্তম দাসৰ সংগীতেৰে 'জয়যাত্ৰা' নামৰ সংগীতালেখ্য এখনি বাণীবদ্ধ কৰা হৈছিল। কমল সেই সময়ত আছিল কলিকতাৰ গাংগুলীহঁতৰ মেচত। আটায়ে মেচত বহি সেই পোন্ধৰ আগষ্টৰ দিনা জয়যাত্ৰা নামৰ আলেখ্যখনকে শুনি আছিল।

আলেখ্য শেষ হ'লত, হেনা গাংগুলীয়ে হেনো কমলক সুধিছিল—দেশে ৰাজনৈতিক স্বাধীনতা পোৱাৰ লগে লগে জয়যাত্ৰা কিয় শেষ হ'ল বুলি। তেওঁৰ মতে সেয়া সবে সুৰু মাত্ৰ। শোষণকাৰীক নিৰ্মূল নকৰালৈকে এই জয়যাত্ৰাৰ শেষ নাই। যাত্ৰী ক্ষান্ত নহয়।

: কি একোকে নকলিচোন। বুজিছো, তোৰ ওচৰত মোৰ বিশ্বাসক খণ্ডন কৰিব পৰাৰ যুক্তি নিশ্চয় নাই।

চিন্তাত তাৰ যতি পৰিল। সি উচপ খাই উঠিল মাষ্টৰৰ কথা শুনি। হঠাৎ মাষ্টৰৰ ভৰি কিটা চুই সি ঘৰৰ পৰা ওলাই আহিল। তাৰ জীৱন সফল হবলৈ মাষ্টৰে দিয়া আশীৰ্বাদষাৰ সি শুনিছিল অসম্পূৰ্ণ ভাৱে। তেতিয়া তাৰ থমকি ৰোৱাৰ সময় নাছিল। কাৰো পিনে নোচোৱাকৈ প্ৰচণ্ড গতিত সি গৈ আছিল—

গৈ গৈ পাব্‌লিক বাচ ষ্টেণ্ডত যিখন বাচকে প্ৰথমে পালে তাতেই উঠি ল'লে। বাচত বহি লৈহে মাষ্টৰৰ পৰা শুনা খবৰবোৰৰ বিষয়ে চিন্তা কৰি চালে। মনতে তাৰ নিজৰ অৱস্থাটোৰ কথা ভাবি হাঁহিও উঠিল। যিজন ব্যক্তিৰ সান্নিধ্য এসময়ত আছিল লক্ষ লক্ষ জনৰ কাম্য, সেইজন লোকেই আজি হৈ পৰিছে লক্ষজনৰ সন্ত্ৰাসৰ কাৰণ। কি যে চমৎকাৰ এটা জীৱন!

সি এবাৰ মনতে অতিক্ৰান্ত পথ পৰিক্ৰমাৰ দিনপঞ্জী মেলি ল'লে। আশাপ্ৰদ কিবা এটা যে আছিল এনে নহয়, কিন্তু সি নিৰাশো হোৱা নাছিল। চহৰত থকা পেটি বুৰ্জোৱাখিনিৰ মতামতেইতো জনসাধাৰণৰ মতামত নহয়! চহৰৰ

তথাকথিত ভব্যগব্যৰ সমাজখনেইতো ৰাইজ নহয় !

তাৰ কেৱল চিন্তাতেই নহয় দেহটোতো এটা প্ৰবল জোকাৰণি দি ঘমঘণ্ট লগাই মানুহ এজন বহিলহি। বাচখনে ইতিমধ্যে ষ্টাৰ্ট দিলেই। কাজেই মানুহজনে আহি বহোতে টিকাৰ এডোখৰ তাৰ কোচতে পৰিলহি। মানুহজনে তাক অকণ আনফালে চেপি যাবলৈ কৈ ভালদৰে বহি ললে। তাক ভূটীয়া যেন ভাবি ক্ষমা খোজা বা আন তেনে শিষ্টাচাৰ পৰ্বৰ অভিনয় নকৰিলে আগন্তুক যাত্ৰীজনে।

সি যেন জীয়াই থকা এটা প্ৰাণী নহয় এনেদৰে হাত দুখনেৰে লগত লৈ অহা বাতৰি কাকতখন মেলি ল'লে। কাকতখনে সন্মুখৰ দৃষ্টি তাৰ ঢাকি ধৰিলে, তেওঁৰ বাওঁহাতখন তাৰ কান্ধতে ভেজা দি থলে। সি নিৰুত্তৰ নিস্পন্দ হৈ মানুহজনৰ বিষয়েই ভাবিবলৈ যত্ন কৰিলে।

তাৰ স্পৰ্শৰ প্ৰতি নিৰ্বিকাৰ দেখি সি আন্দাজ কৰিলে নিশ্চয় যাত্ৰী কলেজত ৰাজনীতি কৰা গোঁৱৰ যুৱক। বয়সতে কব পাৰি কলেজত পঢ়ি আছে। ভূটীয়া মানুহ এজনৰ ওচৰত ইমান সহজভাৱে বহিব পাৰিছে যেতিয়া নিশ্চয় যুৱক কোনো প্ৰগতিবাদী ৰাজনৈতিক মতবাদত বিশ্বাসী হব লাগিব।

ভবাৰ লগে লগে তাৰ কৌতুহলো বাঢ়ি গ'ল যুৱকজনক জনাৰ কাৰণে। ঠিক এটা মুহূৰ্ত্ততে আগত মেলি লোৱা 'অসমীয়া' বাতৰিখনৰ এটা বিশেষ বাতৰিত তাৰ দৃষ্টি নিবদ্ধ হ'ল। সি মনতে বাতৰিটো পঢ়ি গ'ল একে উশাহে…

যোৱা দুমাহত কামৰূপত ১০৬৯ জন কমিউনিষ্ট আৰু কমিউনিষ্ট সহায়কাৰী লোক পুলিচে আটক কৰিছে।

… …. …. … … … … … … … … …

প্ৰধান আড্ডা থকা গাঁওবিলাকৰ খেতিয়ক সকলে এতিয়া চৰকাৰৰ ৰাজহ আৰু মাটিৰ গৰাকীসকলক ধানৰ অংশ আদায় দিব ধৰিছে। কিন্তু দুমাহ আগতে কমিউনিষ্টসকলৰ বুদ্ধিমতে তেওঁলোকে সেইবোৰ আদায় দিয়া নাছিল। এতিয়াও অৱশ্যে কিছুমান মানুহে বেয়া ধৰণকে লৈ থকা বুলি জানিব পৰা গৈছে… ।

'এতিয়াও অৱশ্যে' বুলি আৰম্ভ হোৱা বাক্যটো সি আকৌ এবাৰ ভালদৰে প্ৰতিটো শব্দ পঢ়ি তাৰ তাৎপৰ্য বুজি চোৱাৰ আগ্ৰহ জন্মিছিল যদিও সুযোগ তাৰ নিমিলিল। যাত্ৰীজনে পাত লুটিয়াই বেলেগ বাতৰি চাইছিল সেই মুহূৰ্ত্তত।

মনটো অৱশ্যে তাৰ একেবাৰেই ভাঙি পৰা নাছিল। মনক বাৰে বাৰে সি আশ্বাস দিছিল যে, হিচাব-নিকাচৰ সময় যদিও হোৱা নাই, তথাপি এটা কথা ঠিক যে, আশাৰ ঘৰ, সম্ভাৱনাৰ ঘৰ একেবাৰে শূন্য হৈ যোৱা নাই।

সি এইবোৰ কিবাকিবি ভাবত তন্ময় হৈ থাকোতেই যুৱকে কাগজ পঢ়া শেষ কৰিছিল আৰু তাৰ সন্মুখৰ দৃষ্টিপথ উন্মুক্ত হৈ পৰিছিল। এনেতে আকৌ দৃষ্টিপথ ৰুদ্ধ কৰি নামি আহিছিল এখন হাত। হাতখন দেখি আৰু হাতৰ গৰাকীৰ প্ৰশ্নধাৰ শুনি সি হঠাৎ হতভম্ব হৈ পৰিছিল।

কনডাক্টৰে তাক ছদ্মবেশত চিনি নাপালেও, তেওঁ তাৰ অচিনাকি নাছিল। কিন্তু সি কি বুলি উত্তৰ দিব তেওঁৰ প্ৰশ্নধাৰৰ? সিতো নিজেই সেই মুহূৰ্তলৈকে নাজানে, তাৰ কলৈ যাবলগীয়া আছে। বাচখন কলৈ যাব তাকতো সি নাজানেই!



সি মনতে গোটেই বাটটো বিখ্যাত বড়ো বীৰ দেৱান জাংলিয়াৰ লগত নিজকে ৰিজাই আহিছিল। জাংলিয়া জীহীলাও আছিল ভূটান ৰজাৰ দেৱান। তেওঁ কিন্তু নিজৰ জীৱন উছৰ্গা কৰিছিল ভোটানৰ নামনিত থকা মেছ বড়ো অধ্যুষিত বিশাল অঞ্চলটো ভূটান ৰাজৰ কবলৰ পৰা মুক্ত কৰাৰ সংগ্ৰামত। অৱশ্যে তেওঁ বিফল হৈছিল; কিন্তু বিফলতাৰ গ্লানি ভোগ কৰিবলৈ তেওঁ জীয়াই থকা নাছিল। তেওঁৰ দেহাৱসান ঘটিছিল শত্ৰু নিয়োজিত গুপ্ত ঘাটকৰ হাতত।

এখন বিশাল সৰ্বহাৰাৰ সমাজক শোষণকাৰীৰ কবলৰ পৰা মুক্ত কৰিবলৈ সিও কৰিলে এক সুদীৰ্ঘ সংগ্ৰাম। সি বিফল হ'ল, কিন্তু মৃত্যু তাৰ নহ'ল।

সেইদিনা সি কন্‌ডাক্তৰজনক পোনপটি উত্তৰ দিয়া নাছিল আৰু বড়ো ভাষাতে কৌতুহল নেদেখুৱাকৈ মাত্ৰ সুধিছিল বাচখন কলৈ যাব বুলি। সেই সোধাই অৱশ্যে কাল হৈছিল তাৰ।

তাৰ মাত শুনি কন্‌ডাক্তৰজনৰ হাতখন আপোনা আপুনি আঁতৰি গৈছিল। কিন্তু কাষত বহা যুৱক যাত্ৰীজন তলে তলে চঞ্চল হৈ পৰিছিল। ভূটীয়া মানুহে বড়ো ভাষাত কথা কোৱাৰ দৰে ইমান স্বাভাৱিক এটা কথাৰ কাৰণেই যে যুৱকৰ

এনে ভাবান্তৰ ঘটিব, সি প্ৰথমে লক্ষ্য কৰি খন্তেক বিমূঢ় হৈ পৰিছিল। পাচত সি অৱশ্যে কাৰণটো আন্দাজ কৰি লৈছিল আৰু মাজ বাটতে এখন গাঁৱত নামি গৈছিল।

আৰু যোৱা নিশা পুৱে ধলফাট দিয়াৰ আগে আগে সশস্ত্ৰ পুলিচে ঘিলাগুৰি নামৰ গাঁও এখনত সি যিঘৰ মানুহৰ তাত আশ্ৰয় লৈছিল তাতে ঘেৰাও কৰি ল'লে। পুৱা গ্ৰেপ্তাৰ কৰাৰ পাচত পুলিচ বিষয়াজনক কলে যে, ধুবুৰীলৈ যোৱাৰ আগতে সি কোকৰাঝাৰত সোমাই যাব তাৰ সম্বন্ধীয় মানুহ এঘৰৰ তাত। শ্ৰদ্ধাৰে তেওঁ তাৰ আব্দাৰ মানি লৈছিল।

সম্বন্ধীয় মানুহ ঘৰত ভাতৰ পাতত বহিও দেৱান জাওলিয়াৰ চিন্তাটো মনৰ পৰা আঁতৰ কৰিব পৰা নাছিল। ঘৰৰ মানুহবোৰে মনৰ দুখত বিৰক্তি প্ৰকাশ কৰি কৈছিল, ঘৰখন চোৰৰ ঘৰ যেন কৰি থৈছে বুলি; ভাত খাই থকা অৱস্থাতো চাৰিওপিনে সশস্ত্ৰ পুলিচ পহৰাৰ কি যে যুক্তি থাকিব পাৰে, তেওঁলোকে প্ৰশ্ন তুলিছিল! তাকে শুনি সি হাঁহি হাহি আশ্বাসৰ সুৰত কৈছিল—

ঃ হেৰ', ডকাইত, গভাইত চোৰ আৰু মন্ত্ৰী—এইবোৰৰ বাবে কটকটীয়া পুলিচৰ পহৰা লাগিবই। তাত বেয়া পালেও ভাল পালেও উপায় নাই।

কোকৰাঝাৰ চহৰৰ প্ৰতিষ্ঠাসম্পন্ন ঘৰখনৰ চাৰিওপিনে পুলিচে ঘেৰাও কৰি ৰখা দেখি স্বাভাবিকতে বাটৰ মানুহবোৰ কৌতূহলী হৈ উঠিছিল। চহৰ-উপকণ্ঠ সকলো দিশৰ পৰা অহা কৌতুহলী জনতাৰ ভিৰে চাওতে চাওতে নঙলামুখ, আলিবাট ভৰাই তুলিছিল।

খাই উঠাৰ পাচতে সি শান্ত নিৰুদ্বেগ হাঁহিৰে বাইজক দেখা দিছিলহি। সি আশা কৰিছিল, সন্মুখত দেখা দিয়াৰ লগে লগেই সমবেত জনতাৰ মাজত সৃষ্টি হব বিপুল চাঞ্চল্যৰ, কলৰোল উঠিব শ্ৰদ্ধাসিক্ত অভিনন্দনৰ। কিন্তু জনতাৰ মাজত সেইবোৰতো একো নহলেই, বৰঞ্চ তাক দেখাৰ লগে লগে এজন কুৎসিৎ ব্যাধিগ্ৰস্ত মানুহক দেখি মুখ ঘূৰাই নিয়াৰ দৰে মানুহবোৰ নীৰৱে তাৰ পৰা উভতি গৈছিল। সি অৱশ্যে মনৰ হতাশাৰ ভাবটো কোনোমতে দমাই ৰাখি সেমেকা হাঁহি এটা মাৰি হাত দুটা দাঙি প্ৰণাম জনাই উভতি যাবলৈ ধৰা মানুহবোৰক উদ্দেশ্য কৰি কলে—

ঃ আজি আপোনালোকৰ ফেৰেংগাদাও পিঁজৰাত বন্ধ হ'ল। পিচে সি আকৌ আহিব আপোনালোকৰ মাজলৈ।

এজন মানুহেও তাৰ কথা শুনি ঘূৰি নোচোৱা দেখি সি সেমেকা হাঁহি এটা মাৰি পুলিচক ওলাবলৈ ইংগিত দিলে।

গৈচনলৈ আহি গাড়ীখন আহি নোপোৱাত সি তলে তলে অতিষ্ঠ হৈ পৰিছিল। প্ৰতিটো মুহূৰ্ত্তত কৰবাত কোনেও নেদেখাকৈ লুকাই থকাৰ বাবে উদ্বাউল হৈ পৰিছিল সি। ৰেলৰ ডবাটোৰ একুকত সি বহি লৈছিল আৰু বাৰে বাৰে মনলৈ অহা অলপ আগৰ মানুহবোৰৰ সেই দৃশ্যটো নাভাবিবলৈ যত্ন কৰিছিল। আৰু এটা মুহূৰ্ত্তত তাৰ মনত ভীৰ কৰি ধৰিছিলহি বিগত জীৱনৰ অজস্ৰ বৈফলতাৰ মিছিলে।

তাৰ জীৱনৰ প্ৰথম আৰু নিদাৰুণ বিফলতা সি লাভ কৰিছিল এজনী ছোৱালীক ভালপোৱাৰ পৰিণতি স্বৰূপে। বয়স তেতিয়া তাৰ অপৈণত। ছোৱালীজনী আছিল অপৰূপ সুন্দৰী। তাইৰ সঘন পত্ৰত সি অনুভৱ কৰিছিল এক তুলনাহীন প্ৰেমৰ আস্বাদ। উদাৰ হৃদয়েৰে সি বিশ্বাস কৰিছিল তাৰ প্ৰতিটো শব্দ, প্ৰতিটো কথা। কিন্তু সেই প্ৰেমৰে পৰিণতি স্বৰূপে এদিন সি ভোগ কৰিবলগীয়াত পৰিছিল চৰম লাঞ্চনা। সি হৈছিল প্ৰত্যাখ্যাত, পৰিত্যক্ত। আৰু তাৰ হেতু আছিল এনে এক গৌণ, অথচ নিৰ্মম আৰু অপৰিবৰ্ত্তনীয় যে সি কোনোদিন সেই ব্যথাৰ জ্বালা পাহৰিব পৰা নাছিল।

তাৰ পাচত কলিক তাৰ আৰু ৰূপোৰ বনমেকুৰী চিকাৰৰ সেই দিনবোৰ। সি যেতিয়া কিবাকিবি বহুত ব্যৱসায় কৰি ধনী হব বিচাৰিছিল। আৰু যেতিয়া অনুপমাক লৈ নিজে বহুত কিবাকিবি আৰু হোৱাৰ বাবে অহোৰাত্ৰ চেষ্টা কৰিছিল। ক'তা? তেতিয়াওতো ভগ্নমনোৰথ হৈ জীৱনৰ সমস্ত সাধনা জলাঞ্জলি দিয়াৰ কথাকে ভাবিবলৈ বাধ্য হৈছিল।

শেষত তাৰ সংগ্ৰামী জীৱনত এয়া কেইটামান মুহূৰ্ত্তৰ আগতে সি যি এক বিফলতাৰ সতে মুখামুখি হ'ল, সেয়া সঁচাকৈ নিৰ্মমতাত অতুলনীয়। যাৰ কল্যাণৰ হকে সি জীৱনৰ সমস্ত সুখ শান্তি জলাঞ্জলি দি এটা বিৰতিহীন, কষ্টকৰ, সংগ্ৰামী জীৱন আকোৱালি লৈছিল, তেওঁলোকেই যেতিয়া তাৰ কষ্টৰ মোল নুবুজিলে, তেওঁলোকেই যেতিয়া তাক ভুল বুজিলে, তাতোকৈ নিদাৰুণ বিফলতা আৰু কিবা আছে যদিও সি নাজানে।

অনুপমাই যিদিনা প্ৰথমে তাক বিপ্লৱত যোগ নিদিবলৈ দঢ়াই কৈছিল, সি সেইদিনা যুক্তি দেখুৱাই কৈছিল যে, জীৱনটোৰ অন্ততঃ এটা অৰ্থ বিচাৰি পোৱা যাব। মঞ্চত গীত গাই ভব্য গব্য শ্ৰোতাৰ বাহ্‌বা লোৱাতকৈ, অগণন

সৰ্বহাৰাক গীতেৰে নিজৰ অধিকাৰ সাব্যস্ত কৰিবলৈ প্ৰেৰণা যোগাব পাৰিলে অন্ততঃ জীৱনটো জীয়াই থকা যেন লাগিব।

মনটো বৰ বিষণ্ণ হৈ পৰিছিল কথাবোৰ মনত পৰাত। হুমুনিয়াহটো চেপি ৰাখিব পৰা নাছিল সি।

: কিবা লাগিব আপোনাক ?

পুলিচ বিষয়াজনৰ প্ৰশ্নবোৰত তাৰ চিন্তাত আউল লাগিল। সি নিৰ্লিপ্ত দৃষ্টিৰে তেওঁৰ পিনে চাই হাঁহিবৰ চেষ্টা কৰি কলে—

: মোক লগাখিনি আপুনি জানো দিব পাৰিব ভাই ?

: মই সেইটো কোৱা নাই। এনেয়ে কিবা লাগে বুলিহে সুধিছো।

ডেকা বিষয়াজনে ক্ষমা প্ৰাৰ্থনাৰ সুৰত কলে। সি হাঁহি মুখখন ঘূৰাই ল'লে তাক অলপপৰ নীৰৱতাৰ পাচতে এচৰেৰে চিপাহী এটাক ভোজপুৰী ভাষাৰে খয়নি খুজিলে।

চিপাহীজনে অফিচাৰে নেদেখাকৈ হাত দুটা ভৰি দুটাৰ মাজত লৈ খয়নি পিহি আছিল। সি খয়নি খোজা দেখি হঠাৎ তেওঁৰ হাত দুটা অলৰ অচৰ হৈ ৰৈ গ'ল।

ডবাৰ ভিতৰখন একেবাৰে নীৰৱ হৈ গ'ল কিছুপৰৰ কাৰণে। বাহিৰৰ চলন্ত ৰেলৰ উদ্দাম শব্দটোৱে ভিতৰৰ নীৰৱতাখিনি আৰু বেচি মৰ্মস্পৰ্শী কৰি তুলিছিল।

তাৰ প্ৰশ্নবোৰ নুবুজিলেই নে বুজিও সম্ভ্ৰম বজায় ৰখাৰ অৰ্থেই নুবুজা ভাও জুৰি অফিচাৰজন মনে মনে থাকিল সি ধৰিব নোৱাৰিলে। নীৰৱতা ভংগ কৰি অলপ পাচত তেৱেঁই পুনৰ বিশেষ কাকো উদ্দেশ্য নকৰাকৈ কৌতুহল প্ৰকাশ কৰি কলে—

: ধুবুৰী পাওতে চাগে' সন্ধিয়া হবই !

: জানো ! হেৰা ভাই, অকণ খয়নি দিয়া না ?

সি ইমান প্ৰকাশ্যভাৱে অফিচাৰজনক অৱজ্ঞা কৰাটো তেওঁ নিৰ্লিপ্ত ভাৱে হজম কৰিবলৈ টান পালে—

: সিহঁতৰ লগত বৰ বেছি হলি গলি নকৰিব চাৰ। মূৰত সিহঁতৰ একো নাইতো ! তাতে হাতত আকৌ একোপাত মাৰাত্মক অস্ত্ৰ লৈ থাকে চব সময়তে। আপুনি কব এটা, সিহঁতে হয়তো বুজিব আন কিবা এটা।

অফিচাৰজনৰ আওপকীয়া কথাষাৰ প্ৰচণ্ড হাঁহিৰে সি তল পেলালে। হাঁহিব

শব্দত ডবাটোৰ ভিতৰখনৰজন জনাই গ'ল। সি হাঁহি হাঁহিয়ে কলে—

: চিপাহী বন্ধুৱে ভয় কৰিছে আপোনালৈহে। মোৰ কথা তেওঁ ঠিকেই বুজিছে। আনা, আনা, আমি ডিউটিত থাকিলোঁ। বুলি নাহাগিম, মুমূতিমো নে? খয়নি খোৱাটো আমাৰ বাবে সেইধৰণৰ কথাহে!

শেষৰ পিনৰ কথাকেইটা সি চোস্ত ভোজপুৰীত ৰাহ লগাকৈ কৈ পুনৰ প্ৰচণ্ড হাঁহিত ফাটি পৰিছিল। এইবাৰ চিপাহীজনে দ্বিধাহীনভাৱে তালৈ খয়নিৰ হাতখন আগবঢ়াই দিছিল।

খয়নিখিনি মুখত লৈ সি এইবাৰ আৰাম কৰি চুকত মূৰটো হলাই আউজি বহি ল'লে। আকৌ অনুপমাৰ কথাই তাৰ মনলৈ আহিল। তাৰ জীৱনৰ আটাইতকৈ ঝঞ্জাময় কালছোৱাত তেৱেঁই আছিল তাৰ একমাত্ৰ প্ৰেৰণাৰ উৎস। সি যিমানেই নিজকে ঝঞ্জাবিজয়ী শিল্পী বুলি গৰ্ব নকৰক, অনুপমাক কাষত নোপোৱা হ'লে, তেওঁ তাক স্নেহ আৰু অন্তহীন প্ৰশ্ৰয়েৰে আশ্ৰয় নিদিয়া হ'লে সি হয়তো কাহানিবাই কৰবাত হেৰাই গ'লহেঁতেন আৰু নিশ্চয় এনে এটা সংগ্ৰামী জীৱনৰ আস্বাদৰ পৰাও চিৰতৰে বঞ্চিত হ'লহেঁতেন। এই জীৱনৰ আৰম্ভণিতে তেওঁৰ অকুণ্ঠ সহযোগিতা নোপোৱাহেঁতেন সি হয়তো জিৰাং শিবিৰৰ পৰাই বিপ্লৱৰ স্বপ্ন পৰিহাৰ কৰিবলগীয়াত পৰিলহেঁতেন। সি চিন্তাত ইমানে মগ্ন হৈছিল যে, গাড়ীখনে এখন নদীৰ দলঙত উঠাৰ লগে লগে উচপ খাই উঠিল। বাহিৰলৈ চাইহে সচেতন হ'ল যে, ইতিমধ্যে সন্ধিয়াৰ এন্ধাৰ নামি আহিছে। নদীখনৰ দুয়োপাৰৰ অস্পষ্ট ছায়াতে বুজিলে যে, ধুবুৰী পাবলৈ আৰু বেচি পৰ নাই।

হঠাৎ উদগ্ৰীৱ হৈ পৰিল, সি জেলত কেতিয়া সোমাবলৈ পাব, সেই অতিশয় কাম্য মুহূৰ্তটোৰ বাবে। জেলৰ চাৰিবেৰৰ মাজৰ সেই বিচ্ছিন্ন, নিৰুদ্বিগ্ন দিনবোৰৰ সম্ভাৱনাৰ কথা ভাবি মনে মনে সি উদ্বেলিত হৈ পৰিল।

ষ্টেচনত ট্ৰেইনখন থমাৰ লগে লগে সি ঘপকৰে বহাৰ পৰা উঠি নামিবলৈ সাজু হ'ল। ইমানপৰে বিনয়ত বিগলিত হৈ থকা বিষয়াজনৰ মুখখন হঠাৎ কঠোৰ হৈ পৰিল। তেওঁ তাৰ সন্মুখত থিয় হৈ নামি আহিবলৈ বাধা দি পুলিচ কেইজনক সতৰ্ক হবলৈ কমাণ্ড দিলে।

---



অলপ আগতে এটা তয়াময়া কাণ্ড হৈ যাব ধৰিছিল। ভাগ্যে সি দেখিলে আৰু হৰেণ ৰাজবংশীক কুঠাৰখনে সতে লৈ আহিল। ইমান অভাৱনীয় ঘটনা এটা ঘটাৰ আশংকা দেখি জেলৰ কয়দীবোৰ স্তব্ধ হৈ গৈছিল। ইপিনে ঘটনাৰ মধ্যমণি হৰেণ ৰাজবংশীয়ে তাৰ ওচৰতে মাটিত লেপেটা কাঢ়ি বহি ফেকুৰি ফেকুৰি সৰু ল'ৰাৰ দৰে কান্দি আছিল।

তাৰ মনত পৰিছিল হৰেণ আৰু চন্দ্ৰ ওৰাঙে প্ৰথম তাৰ ওচৰলৈ অহা দৃশ্যটোৰ কথা। সেইদিনা সি পুৱাৰে পৰা অসহ্য মনোকষ্টত ভুগিছিল, যিবোৰ মানুহক লগত লৈ সি সংগ্ৰাম কৰিছিল সেই মানুহবোৰৰ কথা ভাবি। সিহঁতৰ ভাৰসাতে এই মানুহবোৰে দুৰ্বাৰ সাহস সঞ্চয় কৰিছিল আৰু সৰ্বহাৰাৰ স্বাৰ্থৰ হকে যি কোনো ত্যাগকে স্বীকাৰ কৰিবলৈ বদ্ধপৰিকৰ হৈ ওলাই আহিছিল।

সেই মানুহবোৰক কোনে যে এতিয়া পৰিচালনা কৰিব! পাণেৰী নে ক'ত সেন ডেকা ধৰা পৰিছে। বৰুৱাকো হেনো গুৱাহাটীত পুলিচে গ্ৰেপ্তাৰ কৰিছে। দলৰ হেজাৰ হেজাৰ কৰ্মী জেলত। সিওতো আজি দিন-দিয়েক হলেই জেলৰ ভাত খাবলগীয়াত পৰিছে। আৰু বা কিমান বছৰ এনেদৰে

জেলৰ চাৰিবেৰৰ মাজতে কৰ্মহীন নিষ্ক্ৰিয় জীৱন কটাব লাগিব! সিহঁতে মুক্তি পোৱালৈকে মানুহবোৰৰ সেই সাহস, সেই উদ্দীপনা থাকিব জানো? এতিয়াইতো সেই উদ্দীপনা ভালেখিনি স্তিমিত হৈ আহিছে!

তাৰ চেলটোৰ দুৱাৰ মুখত এখন চকীত বহি লৈ আকাশ পাতাল সেইবোৰকে ভাবি আছিল সি। এনেতে হাঁহি হাঁহি চুচুক চামাককৰে দুজন কয়দী তাৰ ওচৰলৈ আহিছিল। সি তেওঁলোকলৈ চাই সুধিছিল—

: কি হ'ল ভাই, খুব হাসি খুশি যে?

: মোক আপোনাৰ তাত অৰ্ডালি দিছে হুজুৰ।

: আমাকো।

সি দুয়োৰে কথা শুনি খন্তেক থমকি ৰ'ল আৰু কিবা এটা চিন্তা কৰি লোৱাৰ দৰে কৰি সুধিলে—

: ৰ'বা, তোঁমাৰ নাম কি?

: হৰেণ ৰাজবংশী।

: আৰু তোমাৰ?

: আমাৰ? আমাৰ নাম চন্দ্ৰ উৰাং।

: অৰ্ডালি হৈ তোমালোকে কি কৰিবা?

দুয়ো কিবা কব খোজোতেই ওৱাৰ্ডাৰ আৰু তেওঁলোকৰ 'মেট' আহি ওলালহি। ওৱাৰ্ডাৰে খালি ভৰিৰে মাটিত গোৰোহা এটা মাৰি তালৈ চালাম ঠুকি কৈছিল—

: হুজুৰ, ইহঁত দুয়ো আপোনাৰ ফায়-ফৰ্মাচ খাটিব। অই, চাহাবে যি কয় তাকে কৰিবি দেই। আৰু আড্ডা মাৰি নুফুৰিবি। বিচাৰিলেই পাব লাগিব।

ওৱাৰ্ডাৰ আৰু 'মেট'জনে কয়দী দুজনক তাৰ ওচৰত আনুষ্ঠানিক ভাৱে গটাই দি গুচি গৈছিল। আৰু তেতিয়াহে সি দুয়োকে ভালদৰে চাই লোৱাৰ অৱকাশ পালে। হৰেণ ৰাজবংশী আছিল ক্ষীণ, ক'লা, চুটি-চাপৰ। বয়স বৰ বেচি পয়ত্ৰিশ। কিন্তু দেহ আৰু বোধকৰোঁ মনবো যন্ত্ৰণাই বুঢ়া যেন দেখা কৰি তুলিছিল। মুখৰ হাঁহিটো হ'লে মাৰ যোৱা নাছিল। সৰল নিৰীহ মুখাবয়ব। অন্তৰখন মুখতে ওলাই থাকে।

ওৰাং আছিল ওখ। মুখখন প্ৰায়ে চিন্তাক্লিষ্ট। বয়স ত্ৰিশতকৈ বেচি নহয়। দেখাতো সিমান যেনেই দেখি।

ছুয়োকে চাই চাই মনত পৰিছিল তাৰ অজস্ৰ গাঁৱত দেখা অজস্ৰ শোষণ জৰ্জৰিত মুখৰ কথা। প্ৰতিবাদহীন, প্ৰতিৰোধহীন, নিৰ্বিকাৰ মুখবোৰৰ কথা। সি প্ৰথমেই সুধিব বুলিও সুধিবলৈ ইমান পৰে ছল নোপোৱা প্ৰশ্নটোকে সুধিছিল—

: তোমালোকে হাঁহি হাঁহি আহিছিলা যে? তোমালোকক মোৰ তাত কাম কৰিবলৈ লগাই দিছে, কাম কৰিবলৈ দিলে জানো মানুহে হাঁহে?

: আমি সেই দেখি ইঁহা নাই নহয়। আপোনাক ডকাইত বুলি কৈছিল বাবেহে হাঁহিছোঁ।

: মইনো ডকাইত হ'লে কিটো হাঁহিবলগীয়া হ'ল।

: আপুনি কেতিয়াও ডকাইত হব নোৱাৰে। আৰু যদি ডকাইতেই আপোনাক অৰ্ডালি দিব কিয়?

হৰেণৰ পৰা ভিতৰৰ খবৰটো জানিব পাৰি তাৰ মনত পৰিছিল চাৰি পাঁচ বছৰৰ আগতে অসমৰ বাতৰি কাকত এখনত প্ৰকাশ হোৱা এটা বাতৰিৰ কথা। বাতৰিটো লেখিছিল—আমিনগাঁৱত বঙালী যাত্ৰীৰ হাতত হাতবোমা আৰু ৰিভলভাৰ—এই শিৰোনামাৰে। তাত লিখা আছিল পাণ্ডুত জীপগাড়ীত উঠি সেই মানুহজনে দাৰোগাৰ হাতৰ পৰা পলোৱা বুলি। বঙালী মানুহজনে হেনো পুলিচৰ আগত তেওঁৰ নাম পান্নালাল দাশগুপ্ত বুলি কৈছিল আৰু তেওঁ এজন জেল খটা দেশকৰ্মী বুলিও জনাইছিল।

আজিৰ জগতত সৰু সৰু মানুহৰ বাবে কাম কৰা মানুহবোৰৰ আনুষ্ঠানিক পৰিচয় এনেকুৱাই হয়। হৰেণৰ প্ৰশ্নৰ উত্তৰ সি এই কথাষাৰেৰেই দিব খুজিছিল। কিন্তু এক বিশ্লেষণাতীত ক্লান্তিত প্ৰকাশ্যে কোৱাৰ পৰা নিৰস্ত হৈছিল।

সেই প্ৰথম- দিনাখনেই তাৰ নিৰ্দেশ মতে ছুয়ো ছুটা মূঢ়া আনি তাৰ ধমকত সেমেনা সেমেনিকৈ তাৰ ছুয়োকাষে বহি লৈছিল। তাৰ ছুদিনমানৰ পাচতেই তেওঁলোক ছুয়ো হৈ পৰিছিল তাৰ একান্ত অনুগত সুহৃদ স্বৰূপ আৰু তাৰ আগত মেলি ধৰিছিল তেওঁলোকৰ জীৱনৰ বিশ্বাস্য-অবিশ্বাস্য নানান কাহিনীৰ ধুমুপাক।

তেওঁলোক তাৰ ওচৰলৈ পাল পাতি আহিছিল। এদিন হৰেণৰ পাল পৰাত তেওঁ যেতিয়া আহি তাৰ ওচৰতে নিৰ্দেশৰ অপেক্ষাত ইতস্ততঃ কৰি বৈ আছিল সি তেওঁক সুধিছিল—কোৱা, খবৰ কোৱা, বুলি। আচলতে খবৰৰ বাবে নহয়, তেওঁৰ অপেক্ষাক সাৰ্থক কৰি তুলিবৰ বাবেহে সি সেইদৰে সুধিছিল।

: খবৰ ? কয়দীৰ আকৌ কি খবৰ দেউতা ?

সঁচাকে কয়দীৰ আকৌ কি বিশেষ খবৰ থাকিব পাৰে ? জেলৰ ওখ ওখ চাৰিওন প্ৰাচীৰৰ মাজত বিচ্ছিন্ন সৰু অকমান ঠাইডোখৰত আকৌ দিবলগীয়া খবৰ কি হব পাৰে ? তেওঁলোক যিমানবোৰ কয়দী আছে, সকলোৰে খবৰ এজনে দিলেই হৈ যায়। আধাপেটী খোৱা, জেলৰ বাবুসকলৰ ফাই-ফৰমাচ খটাৰ উপৰিও প্ৰায়ে চৰটো, থকৰামুকুটিটো খোৱা, পুৱা এন্ধাৰৰ পৰা গধূলিৰ এন্ধাৰলৈ বিৰতিহীন শ্ৰম কৰা আৰু তাৰ পাচত তলাবন্ধ চেলত সোমাই থকা। মাজে মাজে ওৱাৰ্ডাৰৰ গতা, বেটনৰ কোব, নিজৰ মাজত দ্বন্দ্ব খৰিয়াল এইবোৰতো জেলৰ সমানে পুৰণি কথা।

হৰেণে সেইবোৰকে ভাবি বোধকৰোঁ কলে—

: আমাৰ আকৌ কি খবৰ হব হুজুৰ! আধাপেটে খাইছোঁ, পুৰাদমে কাম কৰিছোঁ আৰু আন্ধাৰখিনি সময় তলামৰা গৰালত সোমাই আছোঁ।

: তুমি বাৰু জেললৈ কিয় আহিলা ?

: পঠাই দিছে, আহি গলোঁ।

: কিন্তু কিয় পঠাই দিলে ?

: মামীৰ হাৰ চুৰি কৰিছিলোঁ।

সি তেওঁৰ হঠাৎ ভাবান্তৰ লক্ষ্য কৰি প্ৰসংগটোৰ পৰা ফালৰি কাটি বেলেগ কথা উলিয়ালে —

: তুমি দেখোন সকলোৰে শহুৰ। ইমান ছোৱালীৰ বাপেক নে তুমি ?

: ইমান ছোৱালী ? ল'ৰা বুলিবলৈ ছোৱালী বুলিবলৈ আপোনাসবৰ ভৰিৰ ধূলা এজনীয়েই মাত্ৰ ছোৱালী। এতিয়া ইমানমান হ'লেই হবলা ?

তেওঁ হাতেৰে যিটো উচ্চতা দেখুৱালে, হয়তো বয়স বৰ বেচি এঘাৰ বছৰমান হব। সি অনুমান কৰিলে আৰু হাঁহি হাঁহি কলে—

: পিচে আচল জোঁৱাই যোগাৰ হ'ল জানো ?

: ইমান অকমানিতে দেউতা বিয়া মই নিদিও নহয়। আমাৰ এই কয়দীমথাৰ কামনো কি আছে। তাইকে লৈ মোক ফাকটি ফুকুতা কৰি জোকায়।

তাৰ হাঁহি উঠি গৈছিল প্ৰায়ে তাৰ চকুত পৰা সেই দৃশ্যটোৰ কথা মনত পৰাত। বিশেষকৈ বাগান-চালিৰ কালুসেখহঁতৰ দলটোৱে হৰেণক দেখিবহে লাগে, অ শহুৰ অ শহুৰ বুলি বাট আগচি ধৰি মজুৰ লাগতি কৰে। হৰেণে

কিন্তু একেবাৰে বেয়া নাপায় ; বৰঞ্চ তেওঁ সেখহঁতৰ বগৰত যোগ দিয়ে। আজিৰ এই ঘটনাটোও ঘটিল তাইকে কেন্দ্ৰ কৰি। কালু সেখহঁতে আন দিনাৰ দৰেই হৰেণক জোকাইছিল তেওঁৰ ছোৱালীজনীক লৈ। হৰেণৰ হঠাৎ কি হ'ল লংগৰৰ পিনে ভো ভোৱাই উভতি গ'ল আৰু হাতত কুঠাৰ এখন লৈ কালু সেখক কাটিবলৈ খেদা মাৰি আহিল। হাতত উদ্যত কুঠাৰ খনেৰে হৰেণৰ এনে হিংস্ৰ ৰূপ আগেয়ে নিশ্চয় কোনেও দেখা নাছিল। মানুহবোৰে আগবাঢ়ি আহিছিল কিন্তু বাধা দিবলৈ বা কিবা এটা কৰিবলৈ কাৰো চেতনা হোৱা নাছিল। ভাগ্যে সি চেলৰ সন্মুখত বহি থকাৰ পৰা ঘটনাটো দেখিলে। কোবা কুবিকৈ গৈ হৰেণক আগচি ধৰি ধমক দিয়াত তেওঁ যেনিবা ৰ'ল। সি তেওঁৰ হাতৰ পৰা আজুৰি কুঠাৰখন লৈ ল'লে আৰু চন্দ্ৰৰ হাতত দি লংগৰখানালৈ পঠাই দিলে।

হৰেণক বাউসীত ধৰি সি তাৰ চেলৰ পিনে আঁতৰাই লৈ আহিল। তাৰ ওচৰত বহুৱাই লৈ ঘটনাটোনো কি বুলি সোধাৰ লগে লগেই হৰেণে হুক-হুকাই কান্দিবলৈ ধৰিলে। সি শান্তনা দিয়াটো মংগলজনক নহব বুলি স্থিৰ কৰিলে। বহুত পৰলৈ হৰেণে ফেকুৰি ফেকুৰি কান্দিয়ে থাকিল।

শেষত সি ইমানপৰে একোৱে যেন ঘটা নাই এনেদৰে তেওঁক চাধা অৰণ মাৰিবলৈ ক'লে। কোৱাৰ লগে লগেই তেওঁ চেলত সোমাই তাৰ টেমাৰ পৰা ধপাত আৰু চূণ লৈ চাধা মৰাত ব্যস্ত হৈ পৰিল। সেই সুযোগতে সি হৰেণক সুধিছিল ঘটনাৰ আঁত বিচাৰি। হৰেণৰ চকুযোৰ পুনৰ পানীৰে উপচি পৰিছিল। তেওঁ কৈছিল যে, দুদিনমানৰ আগতে তেওঁৰ ছোৱালীজনীৰ ঘৰ টান নৰিয়া বুলি তালৈ খবৰ দি পঠাইছে। অফিচত অনুমতি প্ৰাৰ্থনা কৰিছে, এবাৰ চাই অহাৰ বাবে। কিন্তু শত কাকুতি মিনতিয়েও অফিচাৰৰ মন গলাব পৰা নাই। আজি পুনৰাও গৈছিল। তাক অফিচাৰে ফাকি দিয়া বুলি ধমক দিলে।

তেওঁ চৰ সহ্য কৰিব পাৰে। কিন্তু ফাকি দিয়া বুলি ক'লে মৰাৰ সমান আঘাত পায়। তেওঁ দুখীয়া হব পাৰে ; দুবেলা দুসাজ খাবলৈ নাপাব পাৰে। কিন্তু সেই বুলি মিছা কোৱা, ঠগোৱা এইবোৰ কিয় কৰিব ! অফিচাৰে সি দুখীয়া নিচলা হ'ল বুলি এনে অপমান কৰিব কিয় !

অক্ষম ক্ষোভত পুনৰাৰে পৰা তেওঁ অপৰিসীম যন্ত্ৰণা ভুগিছিল। সেইবাবে কালু সেখে যেতিয়া তাক জোকাইছিল মনৰ জ্বালাত তেওঁ হিতাহিত জ্ঞান

ছেকৰাই পেলাইছিল।

সি মনে মনে ভাবি আহিছিল জেলৰ চাৰিবেৰৰ মাজৰ বিচ্ছিন্ন এই পৰিবেশত অন্ততঃ যিকেইটা বছৰ থাকে সি শান্তি পাব। কিন্তু কতা? জেলৰ ভিতৰখনো যে এক বিচিত্ৰ ভূমণ্ডল! মৰম-স্নেহ, হিংসা-দ্বেষ, সহানুভূতি আৰু প্ৰবঞ্চনাৰে ইও এক পৰিধিহীন জগত।

সি সন্তৰ্পণে দুৱাৰৰ মুখলৈ চালে। তাৰ মনত পৰিল সি বাহিৰত এৰি থৈ অহা মানুহবোৰৰ অসহায় যন্ত্ৰণাক্লিষ্ট মুখবোৰৰ কথা।

এবাৰ মঙ্গলপুৰৰ উত্তৰে দিহিৰাত বীৰেণ সিংহঁতৰ ঘৰত থাকোতে ঠিক এই দুৱাৰৰ দৰেই প্ৰশান্ত হাঁহি মুখৰ মানুহ এজনক লগ পাইছিল। কি জানো আছিল মানুহজনৰ নাম! সকলো সময়তে মুখত হাঁহিটো লাগি থকা দেখি সি সঁচাকৈ ভাবিছিল যে মানুহজনৰ অন্তৰত দুখৰ কণামাত্ৰও নিশ্চয় নাছিল। তেওঁ মাজে মাজে বীৰেণ সিংহঁতৰ তাতে ইটো সিটো কাম কৰি দিছিলহি এসাজ অথবা দুসন্ধ্যা ভাতৰ বিনিময়ত। যি দুই-চাৰিদিন মানুহজন বীৰেণ সিংহঁতৰ তাত থাকে, নতুন মানুহে তেওঁকেই ঘৰৰ গৰাকী বুলি ভুল কৰি পেলায়। ঘৰখনৰ সৰু সুৰা ইটো সিটো সমস্যাত নিজে ইমান নিবিড় ভাবে জড়িত হৈ পৰে যে, মানুহে ভুল নকৰাটোহে আচৰিত। এদিন সি সংগঠনৰ কামত গৈ মাজ নিশা উভতি আহিছিল। মানুহজন তাৰ ঘৰটোৰ পিৰালিতে বহি সেই সময়লৈকে তেওঁৰ সহজ প্ৰশান্ত হাঁহিটোৰে তালৈ বাট চাই আছিল। সি তাক দেখি আচৰিত হৈছিল আৰু সুধিছিল—

: শোৱা নাই?

: নাই শোৱা। শুলে ঘুমতিয়ে নাহে।

: তোমাৰনো কি ইমান চিন্তা যে, শুলে ঘুমতিয়ে নাহে?

: বাবু, ধানটোৰে পতি কোণটো, মানুহটোৰে পতি মনটো।

মানুহজনৰ কথাষাৰ কোৱাৰ লগে লগে হুমুনিয়াহটো শুনি সি তেওঁৰ মুখৰ পিনে চাই খন্তেক থমকি ৰবলৈ বাধ্য হৈছিল।

সি অৱশ্যে মুহূৰ্ত্তৰ পাচতে টোপনিত কৰ নোৱাৰা হৈ শুই পৰিছিল। পাচদিনা পুৱা সাৰ পাই উঠি মানুহজনক যেতিয়া তাৰ ঘৰটোৰ পিৰালি চুকতে যোৱা নিশাৰ দৰেই জুপুকা মাৰি বহি থকা দেখিছিল আৰু তাক দেখি কষ্টেৰে তেওঁ সেমেকা হাঁহি এটা মাৰিছিল তেতিয়া’ তাৰ কৌতুহলৰ বান্ধ ভাগি গৈছিল।

তাৰ কথা এবাৰ নোৱাৰি মানুহজনে কৈছিল কিদৰে তেওঁৰ পত্নী আৰু সন্তান দুটা অচিন ৰোগত এটা এটাকৈ মৰি শেষ হৈছিল আৰু সিদৰে সিহঁতৰ ৰোগৰ চিকিৎসা ববোতে, সিহঁতক বচোৱাৰ পুৰুষাৰ্থ বৰোতে ঘৰৰ স্থাবৰ অস্থাবৰ চব সম্পত্তি নাশ হৈছিল। তেওঁৰ শেষ সম্বল ঘৰৰ ভেটিবঠা মহাজনৰ হাতত বন্ধক থৈ টকা এশটা লৈ যেতিয়া তেওঁ দুটা পুত্ৰৰ শোকত বিহ্বল হৈ পৰা ৰুগ্ন মানুহজনীৰ বাবে ডাক্তৰ এজন লৈ আহিছিল তেতিয়া মানুহজনীকো জীয়াই তেওঁ পোৱাহি নাছিল। তেওঁলোক আহি পোৱাৰ আগতেই মানুহজনীয়ে চকু মুদিছিল।
ডাক্তৰজনে টকা দুকুৰি লৈ ওলাই যোৱাৰ পাচতেই তেওঁ মানুহজনীক ঘৰৰ মজিয়াতে পুতি থৈ লক্ষ্যহীন হৈ ওলাই আহিছিল।
ঘটনাটো মনত পৰাত সি হঠাৎ পাহৰি গৈছিল পৰিবেশৰ কথা। এনেতে চন্দ্ৰ ওৰাং আহি হৰেণক কিবা এষাৰ কওতে সি সচেতন হৈ পৰিল আৰু হৰেণক কলে—

: হৰেণ, তুমি অকণ প্ৰকাশক মাতি দিবাচোন দেই।

আচলতে প্ৰকাশক তাৰ প্ৰয়োজন নাছিল। তেওঁকো তাৰ লগতে ঘিলাগুৰীত পুলিচে গ্ৰেপ্তাৰ কৰি লৈ আহিছিল। প্ৰকাশ ক'ত কিদৰে আছে সি জানে। কেৱল হৰেণৰ মনটো স্বাভাবিক কৰি তুলিবৰ বাবেই সি পঠিয়ালে প্ৰকাশক মাতি দিবলৈ।
চন্দ্ৰ ওৰাং আহিছিল হৰেণক আহৰি দিবলৈ। সিহঁতে পাল পাতি লৈছিল তাৰ অৰ্ডাৰলীৰ কামটো।
হৰেণ যোৱাৰ পাচত কিবা এটা অদ্ভুত খেয়ালৰ বশৱৰ্তী হৈ সি চন্দ্ৰ ওৰাংৰ পিনে চাই প্ৰথম দিনা সোধাৰ দৰেই সুধিছিল—

: তুমি কিয় জেললৈ আহিলা বাৰু?

: আপোনাক বৈছোৱেই নহয় চাৰ, মানুহ কাটি আহিছোঁ বুলি?

: একেবাৰে শেষ কৰি দিছিলা?

: একদম শেষ, একদম চব শেষ কৰি দিছিলোঁ।

কথাখিনিৰ লগে লগে ওলাই অহা তেওঁৰ হুমুনিয়াহটোত সি অনুভৱ কৰিছিল ব্যাথা, তিক্ততা আৰু প্ৰচ্ছন্ন আক্ষেপৰ ক্লান্তি।
এক এবাৰ নোৱাৰা কৌতূহলত সি শিষ্টাচাৰ পাহৰি গ'ল আৰু সবিশেষ জনাৰ বাবে নেৰানেপেৰাকৈ লাগিল। তাৰ কৌতূহলী প্ৰশ্নৰ উত্তৰত চন্দ্ৰ

ওৱাঙে যি এক মৰ্মন্তুদ বৃত্তান্ত দাঙি ধৰিলে, শুনাৰ শেহত সি আক্ষেপ কৰিছিল যে, নোসোধা হলেই হয়তো ভাল আছিল। অন্ততঃ মনটো পুনৰ ভাবাক্ৰান্ত হৈ নপৰিলহেতেন তাৰ।

---



মোৰ গাঁৱৰ ঘৰবোৰ
হাল বাই মৈয়াই নিশ্চিহ্ন কৰি দিব পাৰা।
কাঢ়ি নিব পাৰা মোৰ প্ৰাণখনি
পুৰি ছাই কৰি দিয়া তাৰ তাঁৰ আৰু অবয়ব
কিন্তু
মোৰ তুমি বন্ধ কৰিব নোৱাৰিবা কণ্ঠ
কিয়নো এই মাটিক মই ভাল পাঁও
ইয়াৰ বতাহ বৰষুণে
মোৰ কণ্ঠ শুনে

(চালেম জুব্ৰান)

ধুবুৰী জেলৰ পৰা তেজপুৰ জেললৈ তাক স্থানান্তৰ কৰা হৈছিল। এনে এটা ব্যৱস্থা লোৱা হব বুলি সি আগতেই সন্দেহ কৰিছিল; সেইদিনা প্ৰকাশ বসুমতাৰীকো সেই কথাকে কব বুলি ভাবিছিল সি, কিন্তু চন্দ্ৰ ওৱাঙৰ জীৱন-কাহিনী শুনাৰ পাচত মনৰ সমস্ত প্ৰস্তুতি সি হেৰুৱাই পেলাইছিল। আনকি প্ৰকাশেও তাৰ সতে এবাৰো কথা নপতাকৈ আঁতৰি গৈছিল।

তেজপুৰ অভিমুখী ট্ৰেইনত আহি থাকোতে তাৰ মনলৈ বাৰে বাৰে আহিছিল হৰেণ ৰাজবংশীৰ কথা, দুৰ্দ্ধৰ্ষ ডকাইত কালু সেখ, কৰ্মেশ্বৰ বড়ো, নৃশংস ভ্ৰাতৃ হন্তা কুলেন শৰ্মা আৰু কোমল বয়সৰ দাস নে কি নামৰ সেই কয়দীজনৰ কথা। ৰাতি ৰাতি লগৰ কয়দীৰ অত্যাচাৰত সেই দাস নে কিজনক যে এবাৰ বহুদিনৰ কাৰণে হাস্পাতালত ৰাখিবলগীয়া হৈছিল ?

আৰু কিমানজনৰ সতে তাৰ নিবিড় চিনাকি! কুল বাহাদুৰ কাৰ্কি চেত্ৰী, বিপিন কলিতা, হৰি বণিয়া, কৰুণা ডেকা, লক্ষী বৰ্মণ কতজন কত বিভিন্ন অপৰাধত অপৰাধী! চেত্ৰী আৰু কলিতা দুয়ো নিজৰ পত্নীৰ ইজ্জত বচাবৰ বাবে হত্যা কৰিছিল, বণিয়া আছিল আকৌ ডকাইতি আৰু নাৰী ধৰ্ষণৰ অপৰাধত দণ্ডিত আৰু ডেকা আৰু বৰ্মণৰ আছিল সম্পূৰ্ণ সুকীয়া এক অপৰাধ। তেওঁলোক দুয়ো মাৰাত্মক অস্ত্ৰেৰে সজ্জিত হৈ আন বহুতৰ লগ লাগি ৰায়টিং কৰি তেওঁলোকৰ জমিদাৰক হাতীৰ ওপৰৰ পৰা জোঙাৰেৰে শালি হত্যা কৰিছিল।

জেলৰ চাৰিবেৰৰ মাজত সেয়া সঁচাকে এখন বিচিত্ৰ জগত। ভয়, প্ৰেম, অভিমান, চেনেহ, বঞ্চনা, ষড়যন্ত্ৰ সকলোবোৰ মিলি সেয়া এক স্বয়ং সম্পূৰ্ণ পৃথিৱী। বিচিত্ৰ চৰিত্ৰ, চিন্তা-চৰ্চা, ধ্যান-ধাৰণাৰে এখন বিশাল ভূমণ্ডল। চন্দ্ৰ ওৰাঙৰ সেই হৃদয় বিদাৰক কাহিনীৰ কথাও বাৰে বাৰে তাৰ মনলৈ আহিছিল। ইমান শোকাৱহ, ইমান মৰ্মস্পৰ্শী ঘটনা এটা যে তেওঁৰ জীৱনত ঘটি গৈছিল চন্দ্ৰ ওৰাঙক প্ৰথম দেখিলে ধাৰণা কৰাই টান হৈ পৰে। ওৰাং প্ৰেমত পৰিছিল চৰ্দাৰৰ জীয়েকৰ সতে। কিন্তু সংস্থান সম্পন্ন চৰ্দাৰে জীয়েকৰ বিয়াৰ বন্দোবস্ত কৰিলে আন এক চৰ্দাৰৰ পুতেকৰ সতে। চন্দ্ৰই তেওঁলোকৰ বস্তীৰ- এজন বয়সস্থ লোকৰ হতুৱাই চৰ্দাৰক কোৱাইছিল। চৰ্দাৰে হেনো চন্দ্ৰৰ দৰে এটা কঙালে তেওঁৰ ছোৱালী খোজাৰ বাবে সাহস ক'ত পালে বুলি ধমকনি দি মানুহজনক অপমান কৰি পঠাইছিল। অক্ষম ক্ষোভত চন্দ্ৰই কাম-কাজ বাদ দি বলিয়াৰ দৰে অনাই বনাই ঘূৰি ফুৰিছিল। ছোৱালীজনীৰ বিয়াৰ দিনা গধূলি তেওঁ চৰ্দাৰইঁতৰ নঙলামুখ পাৰ হৈ বাগানৰ মাজেদি যাবলৈ লৈছিল। গাত কম্বলখন ঘূম মাৰি লগত দাখন লৈ গৈ থাকোতে তেওঁ ভাবিছিল যে, নিজৰ বাগিচা এৰি ৰাতিৰ ভিতৰতে কৰবাৰ দূৰৰ বাগান এখনলৈ গুচি যাব। একেবাৰে, চিৰদিনৰ কাৰণে বাগিচাখন তেওঁ এৰি যাব। মনতে আৰু ভাবিছিল, যদি যোৱাৰ আগতে অন্ততঃ এবাৰ তাইক দেখিলেহেঁতেন!

তেনে এটা আশা পোষণ কৰিয়েই তেওঁ চৰ্দাৰহঁতৰ নঙলামুখেদি গৈছিল। চৰ্দাৰৰ জীয়েকেও বলিয়াৰ দৰে বিচাৰি ফুৰিছিল তেওঁক লগ পাবৰ বাবে। ভয়তে পিতাক মাকক তাই মুখ খুলি একোকে কোৱা নাছিল। কিন্তু মনে মনে তাই বদ্ধপৰিকৰ হৈছিল চন্দ্ৰক লগ পালেই তাই আৰু ভূত-ভৱিষ্যত একোকে চিন্তা নকৰে, দুয়ো যিপিনেই চকু যায় সেইপিনেই গুচি যাব। বিয়াৰ হুলস্থূলতে এন্ধাৰৰ আশ্ৰয় লৈ তাইও ওলাই আহিছিল তেওঁক বিচাৰি।

গৈ থাকোতে হঠাৎ তাইৰ চকুত পৰিছিল চাহ গছৰ মাজেদি চন্দ্ৰ গৈ থকা। এন্ধাৰ হলেও খোজতে নিশ্চয় তাই চিনি পাইছিল। দৌৰি গৈ চন্দ্ৰৰ কাপোৰত পিচপিনৰ পৰা টান মাৰি ফুচ ফুচাই কিবা এষাৰ কব খোজোতেই তেওঁৰ দাৰ প্ৰচণ্ড ঘাপ এটা তাইৰ ডিঙিতে পৰিছিলহি। হতভাগ্য চন্দ্ৰৰ এবাৰ উভতি চোৱাৰো অবকাশ নহ'ল। ভাবিছিল, চৰ্দাৰৰ ঘৰৰ এন্ধাৰত মনে মনে আহি কামুৰি দিয়া সেই ঢেকুৰা কুকুৰটোৱেই হব নিশ্চয়! খণ্ডত, বিতৃষ্ণাৰ আতিশয্যত সি এবাৰ ঘূৰিও চোৱা নাছিল। কাহিনীটো কবৰ বেলিকা সৰু ল'ৰাৰ দৰে ফেকুৰি ফকুৰি ওৰাঙে কৈছিল তাক—

: হুজুৰ, সৰু কথা এটাই কি ৰকম সাংঘাটিক ঘটনা কৰি দিলে! তাই যদি মোৰ কাপোৰত ধৰাৰ আগতে মাত এষাৰ দিলেহেঁতেন! আমাৰ জীৱন-টোৱেই বেলেগ হৈ গ'লহেঁতেন। এতিয়া তাইতো মৰি গৈ বাচিল, মইহে ছাৰা জীৱন ভুগিব লাগিব। হাকিমক খাটিছিলোঁ। হুজুৰ, মোকো ফাঁচী দিবলৈ। কিন্তু নিদিলে। এতিয়া হুজুৰ মই ছাৰা জীৱন ফাঁচীত ঝুলি থাকিব লাগিব।

কাহিনীটো মনত পৰাত মনটো হঠাৎ বৰ বিষণ্ণ হৈ পৰিল তাৰ। ভাবটো মনৰ পৰা আঁতৰাই পঠাবৰ মনেৰে সি বাহিৰৰ পিনে চাওতেই তাৰ চকুত পৰিছিল সৰু ঘগ্ৰাপাৰ ষ্টেচনটো। সি মনেই কৰা নাছিল যে ৰেলগাড়ীখন ষ্টেচনত ইতিমধ্যে বৈ আছিল।

সি খিৰিকীয়েদি মুখ উলিয়াই অনুমান কৰিবৰ চেষ্টা কৰিছিল চতৰা গাঁওখনৰ দিশটো। ষ্টেচনৰ সৰু অকলশৰীয়া ঘৰটোৰ পিচ পিনেদি আঁতৰত থকা বিভিন্ন গাঁৱৰ গছ-গছনিয়ে চপাই অনা দিগন্তৰ সীমাৰেখাটোলৈ চাই মনে মনে অনুমান কৰিবৰ চেষ্টা কৰিছিল চতৰা গাঁৱৰ তাৰ এসময়ৰ আশ্ৰয়দাতা ধান্‌চিবা মহাজনৰ ঘৰটো কোনখিনিত হব পাৰে। যুগপৎ তাৰ মনত পৰিছিল শীৰ্ণ নিঃসহায়

সেই মুখবোৰৰ কথা। যিবোৰ মুখ লৈ অজস্ৰ মানুহে তাৰ ওচৰলৈ বহুত কিবাকিবি বিচাৰি আহিছিল আৰু তাৰ আশ্বাসবাণীত সমস্ত নিৰ্ভৰ দি দুৰ্বাৰ সাহসেৰে আগবাঢ়ি আহিছিল।

চিনাকি-অচিনাকি বহুত মুখৰ স্মৃতিয়ে গোটেই পথটো তাৰ মন ভাৰাক্ৰান্ত কৰি তুলিছিল। ৰঙিয়াৰ কামেশ্বৰ শৰ্মা, টংলাৰ চন্দ্ৰ ডেকা, থামু আৰু আহিনা ৰাভা, ভকতপাৰাৰ কানু মছাহাৰি, মঞ্জু দৈমাৰি, দম্ৰা মহাজন আৰু অভয় পুথুৰীৰ আকবৰ আলি মৌলবী; কত জনৰ কত কষ্ট আৰু ত্যাগ স্বীকাৰেৰে সিহঁতৰ সংগ্ৰাম আৰম্ভ হৈছিল; এই মুহূৰ্ত্তত তেওঁলোক বা ক'ত আছে, কি কৰিছে, নে পুলিচৰ নিৰ্যাতনত কোনোবাজনে মৃত্যুকে বৰণ কৰিবলগীয়াত পৰিল!

সেই অক্লান্ত কৰ্মী ঈশানৰ পৰিবাৰ বা এতিয়া ক'ত আছে। ঈশানক গ্ৰেপ্তাৰ কৰাৰ পাচত তাইক শাহুৱেকে অত্যাচাৰ কৰি ঘৰৰ পৰা খেদি পঠাইছিল। আৰু সেই কম বয়সীয়া ছোৱালীজনীয়ে লগত কগ্ন কেচুৱা ছুটা লৈ স্বামীৰ ঘৰৰ পৰা অকলশৰে ওলাই আহিবলৈ বাধ্য হৈছিল। আৰু সেই চিত্ত, বি, কে, বি, প্ৰসেন, কিৰণ, হেম এই কৰ্মীসকলৰ বা কি হ'ল? সেই বি, কে, বি যে, কোনোদিন যে নিজৰ নামটো স্পষ্টভাৱে তাক নকলে! তালৈ প্ৰতিখন চিঠিতে যে লাল চালাম জিন্দাবাদ দিয়ে! সি এই বি, কে, বিৰ পৰাই জানিছিল ঈশানৰ পৰিবাৰৰ দুৰ্গতিৰ কাহিনী। তেওঁলোক বা এই মুহূৰ্ত্তত ক'ত আছে? হয়তো এতিয়ামানে তেওঁলোকৰ মনৰ জুই নুমাই ছাই হৈ গৈছে!

স্মৃতিৰ অৰণ্যত হেৰাই গৈছিল সি। জেলৰ ভিতৰত সোমাইহে তাৰ আক্ষেপ হ'ল, বাটত আহোতে নিশ্চয় তেজপুৰৰ বাটত বহুতো পুৰণি চিনাকিৰ মুখ দেখিলেহেঁতেন! ইমান দিনৰ অজ্ঞাতবাসৰ পাচত অন্ততঃ নিজৰ চহৰখনৰ বাট-পথ, পাহাৰ-বিলৰ সান্নিধ্য প্ৰাণভৰি সি অনুভৱ কৰিব পাৰিলেহেঁতেন!

জেলৰ সৰু প্ৰকোষ্ঠটোৰ চাৰিবেৰৰ মাজত গোটেই ৰাতিটো মনটোৱে তাৰ গুঞ্জৰি গুমৰি আছিল। ৰাতিটোৰ ভিতৰতে সি সংকল্প কৰিছিল পলুৰ লেটাটোৰ দৰে নিজকে চাৰিওপিনৰ পৰিবেশৰ পৰা বিচ্ছিন্ন কৰি ৰাখিবলৈ। জেলৰ জীৱনটো, তাৰ অভিজ্ঞতাবোৰ তাৰ বাবে নিৰ্মমভাৱে একেসুৰীয়া হৈ পৰিছিল। মনটোৱে তাৰ হাঁহাকাৰ কৰি উঠিছিল জেলৰ পৰা কেতিয়া

সি মুক্ত হব সেই দিনটোৰ কাৰণে। সি অৱশ্যে কল্পনাও কৰা নাছিল আৰু বাবে জেলত কি এক নতুন বিস্ময়কৰ অভিজ্ঞতাই অপেক্ষা কৰি আছিল। পাচদিনাৰ সেই অভিজ্ঞতাই তাৰ জেলৰ জীৱনটোলৈ লৈ আহিছিল এক অপূৰ্ব আস্বাদ, অজ্ঞেয় ৰহস্যৰ এক দুৰ্বাৰ কৌতূহল।





জেলৰ পৰা মুক্তি পোৱাৰ দিনা তাৰ মনটো সঁচাকৈ গধূৰ গধূৰ লাগিছিল। গেটৰ মুকলিত, জেলাৰৰ অফিচৰ খিৰিকীত আৰু বাহিৰত কৰ্মব্যস্ত চালিত দেখা অপেক্ষমান বিষণ্ণ মুখবোৰে সি ওলাই অহাৰ প্ৰতিটো খোজত তাৰ মনত বিশ্লেষণাতীত এক অপৰাধবোধ জগাই তুলিছিল। দুখৰ হাঁহি এটা মাৰি হাতখন দাঙি সি বিদায় লোৱাৰ সময়ত যিমানে সহজ হব খুজিছিল সিমানে মনৰ কোনোবাখিনিত অনুভৱ কৰিছিল এটা পিছটান।

সি অসহ্য ব্যথা অনুভৱ কৰিছিল এন চি এল গাৰদত প্ৰায়ে হিয়া ঢাকুৰি

বিনাই থকা চেমনীয়া ল'ৰাটোৰ কথা ভাৱি। সেই ল'ৰাটোৰ কাৰণেই জেলৰ একেস্বুৰীয়া জীৱনটো তাৰ বাবে হৈ পৰিছিল অনেক অপেক্ষাৰ মাধুৰ্যেৰে ধন্য।

সি এই জেললৈ অহাৰ পাচদিনাখনেই ঘটিছিল ঘটনাটো। ওৱাৰ্ডাৰ এটাই কিবা কাৰণত গাৰদৰ পৰা উলিয়াই আনি ল'ৰাটোক বেধুম মাৰ দিছিল; ল'ৰাটোৱে যন্ত্ৰণাত চাটি ফুটি কৰি মাটিত বাগৰি পৰিছিল। সি দৃশ্যটো চকুত পৰাৰ লগে লগে দৌৰি গৈ ওৱাৰ্ডাৰজনক এটা প্ৰচণ্ড ধমক দি চমক খুৱাই দিছিল আৰু হাতৰ পৰা লাঠিডাল কাঢ়ি লৈ তেওঁক সুধিছিল কি দোষত ল'ৰাটোক ইমান মৰা হৈছে। ওৱাৰ্ডাৰজনে খুব যেন উপভোগ্য কিবা এটাহে কৰিছে এনেদৰে উত্তৰ দিছিল যে, ল'ৰাটো বলিয়া।

: বলিয়া বাবেই তাক মাৰি পেলাব লাগিব নেকি?

তাৰ প্ৰশ্নৰ উত্তৰত ওৱাৰ্ডাৰজনে কিবা কোৱাৰ আগতেই প্ৰচণ্ড ৰোষেৰে ল'ৰাজনে প্ৰতিবাদ কৰি উঠিছিল—

: মই বলিয়া নহয় ককাইদেউ।

: হেই চুপ থাক।

ওৱাৰ্ডাৰজনে চৰ এটা মাৰি ল'ৰাজনক মনে মনে থাকিবলৈ কৈছিল। তলে তলে তাৰ ওৱাৰ্ডাৰজনৰ ওপৰত প্ৰচণ্ড খং উঠিছিল। খংটো কোনোমতে দমাই ৰাখি সি কৈছিল ওৱাৰ্ডাৰজনক উদ্দেশ্য কৰি—

: তাক কৰলৈ দিয়াচোন।

তাৰ কথাষাৰৰ সুৰ অনুৰোধতকৈ আদেশৰ দৰেহে শুনাইছিল; ওৱাৰ্ডাৰজনে নীৰৱে থমকি ৰৈছিল আৰু সেই অৱকাশতে ল'ৰাজনে তাক উদ্দেশ্য কৰি কৈছিল তেওঁৰ দুখৰ কাহিনী। কিদৰে তেওঁৰ পিতাকৰ মৃত্যুৰ পাচত বিধবা মাকে ঘৰলৈ আৰু এজন মানুহ চপাই আনিছিল। সেই মানুহজনে আকৌ লগত লৈ আহিছিল মাতৃহীন নিজৰ ল'ৰা-ছোৱালী দুটা তাৰ পাচৰ পৰাই আৰম্ভ হৈছিল তাৰ দুখৰ এন্ধাৰ দিনবোৰ। আৰু শেষত এদিন তেওঁৰ নতুন পিতাকে সম্পত্তি লাভৰ পৰা বঞ্চিত কৰাৰ অভিপ্ৰায়ে তেওঁক বলিয়া হোৱা বুলি ধৰি বান্ধি পুলিচৰ হাতত গটাই দিছিলহি।

কাহিনীটো শুনাৰ পাচৰে পৰা ল'ৰাজনৰ প্ৰতি তাৰ অদ্ভুত মায়া উপজিল। আৰু যেতিয়া শুনিলে যে, সেই বিশেষ ওৱাৰ্ডাৰজনক ল'ৰাৰ সতীয়া বাপেকে মাজে মাজে ল'ৰাজনৰ ওপৰত অত্যাচাৰ কৰিবৰ কাৰণেই টকা-

পইচা দি থাকে। সি খঙৰ আতিশয্যত এদিন ওৱাৰ্ডাৰজনক জেলৰ ভিতৰতে ধৰিলে। স্বয়ং জেলাৰ আহি হস্তক্ষেপ কৰিবলৈ বাধ্য হ'ল। সি কিন্তু জেলাৰৰ প্ৰতিশ্ৰুতি আদায় কৰিলে, সেই ওৱাৰ্ডাৰজনক আৰু এন চি এল গাৰদত দিয়া নহব বুলি।

সেইদিন ধৰি অৱশ্যে সি আৰু ল'ৰাজনক দেখা নাছিল। কিন্তু নিতউ তেওঁৰ বুকুভগা কান্দোন শুনিছিল গাৰদৰ বন্ধ প্ৰকোষ্ঠৰ পৰা। মনতে তাৰ প্ৰতিমুহূৰ্ত্তে এটা ভয় হৈছিল, ল'ৰাজনক হয়তো কোনোবা দুৰ্দ্ধৰ্ষ কয়দীৰ হতুৱাই ওৱাৰ্ডাৰজনে মৰাই পেলাব গোপনে। ভয়টো মনলৈ আহিলেই ল'ৰাজনৰ নিৰীহ, নিষ্পাপ, নিঃসহায় মুখখন তাৰ চকুৰ আগত ভাহি উঠিছিল আৰু উৎকৰ্ণ হৈ অপেক্ষা কৰিছিল তেওঁৰ কান্দোন শুনাৰ বাবে। তেওঁ হয়তো কিবা অপৰিসীম যন্ত্ৰণাত কান্দিছিল, সি কিন্তু কন্দা শুনিলেই আশ্বস্ত হৈছিল যে, অন্ততঃ ল'ৰাজন জীয়াই আছে।

আহিবৰ সময়ত তেওঁৰ কথা ভাবি সঁচাকে সি বিচলিত হৈ পৰিছিল। তেওঁৰ কান্দোন শুনাৰ বাবে সি প্ৰায়ে উৎকৰ্ণ হৈ আছিল জেলৰ দুৱাৰমুখ পৰ্যন্ত। জেলৰ দুৱাৰমুখ পাযেই কিন্তু সি হঠাৎ প্ৰচণ্ড আঘাত পোৱাৰ দৰে স্তম্ভিত হৈ বৈ গ'ল।

সি স্বাভাবিকতে আশা কৰিছিল তাৰ মুক্তিৰ দিনা বহুতো স্তাৱকে, অনেক সহকৰ্মীয়ে তাক সম্ভাষণ জনোৱাৰ অৰ্থে জেলৰ দুৱাৰমুখত অপেক্ষা কৰি বৈ থাকিব। সি ওলায়েই দেখিলে যে তাত তাৰ ককায়েক নন্দত বাদে আৰু এটা জনপ্ৰাণীও নাছিল।

সি ততাতৈয়াকৈ নিজকে চম্ভালি ল'লে আৰু ককায়েকৰ ওচৰলৈ আগবাঢ়ি আহিল।

: কিবা বস্তু আছে নেকি?

: নাই।

ককায়েকৰ প্ৰশ্নষাৰত থকা ক্ষোভৰ ভাৱটো সি ঠিকেই অনুমান কৰিছিল আৰু সেই বাবেই চমু দৃঢ় উত্তৰটোৰে সিও জনাই দিলে যে, তাৰো স্বতন্ত্ৰবীয়া বহুতো চিন্তা থাকিব পাৰে। ঘৰলৈ ওৰে বাটটোত এজনেও এষাৰ মাত মতা নাছিল। দুয়োৰে পৰস্পৰৰ বিৰুদ্ধে অজস্ৰ অভিযোগ আছিল, কিন্তু প্ৰকাশ্যে দাঙি ধৰাৰ মানসিক প্ৰস্তুতি এজনৰো নাছিল।

সি মনে মনে ভাৱিবৰ চেষ্টা কৰিছিল যে, ককায়েক নন্দৰ মুখত ক্ৰুদ্ধতাৰ আঁৰে

তাঁৰে নিশ্চয় এটা পৰিতৃপ্তিৰ ভাৱেও খেলা কৰিছিল। কিয়নো এসময়ত এই নন্দই তাৰ জীৱনত কালৰাহুৰ দৰে লাগি আছিল। আৰু পৰিয়ালৰ ভিতৰত একমাত্ৰ তেৱেঁই সমস্ত অন্তৰেৰে খাটিছিল যাতে সি পঢ়ি শুনি বহুত কিবাকিবি পাচ কৰি, ডাঙৰ চাকৰি এটা লৈ বংশৰ সুনাম ৰক্ষা কৰিব পাৰে। আজিৰ এই মুহূৰ্ত্তত যি এক চৰম ব্যৰ্থতাৰ সতে সি মুখামুখি হ'ল, ককায়েকে যেন কবলৈ সুযোগ পালে যে, তেওঁৰ উপদেশ নামানি বেলেগ পথেৰে গতি কৰা বাবেই তাৰ এনে দুৰ্গতি হ'ল।

ক্ষোভ আৰু অপমানত সি কোনো পিনে নোচোৱাকৈ তলমূৰ কৰি গৈ থাকিল। মনত তাৰ এটা অদ্ভুত ভয় উপজিল, কিজানি কোনোবা চিনাকিয়ে বাটতে তাক মাত দিয়ে! কিজানি বহুত দিনৰ মূৰত দেখা বুলি উল্লাসেৰে কোনোবাই তাৰ খবৰ সোধে!

ঘটনাক্ৰমে সেইদিনা সি তেনে এটা ভয়াবহ পৰিস্থিতিত পৰিবলগীয়া হোৱা নাছিল। কিন্তু খবৰ তাৰ সুধিছিল সিহঁতৰে এগৰাকী সহকৰ্মীয়ে। তেওঁ আগতে জেলৰ পৰা ওলাইছিল। তাৰ মুক্তিৰ বাতৰি পাই তিনিদিনমানৰ পাচত তাৰ খবৰ লবলৈ আহিছিল। আহি তেওঁ প্ৰথমেই সুধিছিল তাৰ একেবাৰে ভাল নলগা প্ৰশ্ন এটা —

: কেনে লাগিল কমৰেড্ জেলৰ জীৱনটো?

: আপোনাৰ যেনে লাগিছিল।

: তথাপি।

: লাগিবলগীয়া কিটো আছে? নিজৰ ওপৰতেই চব নিৰ্ভৰ কৰে। মোৰ অৱশ্যে ভালেই লাগিছিল।

তাৰ মনোভাৱ বুজিব পাৰি সহকৰ্মীজনে কথাৰ মোৰ ঘুৰাই কলে —

: উনৈচ শ পঞ্চান্নিচৰ পৰা আজিতো আঠ বছৰেই হ'ল। মোৰ বোধেৰে এটা ষ্টক টেকিঙৰ প্ৰয়োজন হৈছে।

: ষ্টকেই নাই আকৌ ষ্টক টেকিং। মোৰ আজি কেনে লাগিছে জানে? আপোনাৰ মনত আছেনে নলবাৰীৰ সেই বলিয়া হাতীটোৰ কথা? সহকৰ্মীয়ে কলে তেওঁ আকৌ পাহৰে কেনেকৈ? সেইদিনা নলবাৰীত দলৰ যি সভা বহিছিল তাৰ উদ্যোক্তাসকলৰ ভিতৰত তেৱোঁ আছিল। বলিয়া হাতীটোৱে সেইদিনা যে কি দুৰ্ধোৰ সন্ত্ৰাসৰ সৃষ্টি কৰিছিল সমগ্ৰ চহৰখনত! কঠোৰ সান্ধ্য আইন বলবৎ কৰাৰ দৰে আলি পদূলি জনহীন হৈ পৰিছিল গোটেই

দিনটো। সিদিনাৰ সভাত সি আকৌ আছিল বিশিষ্ট অতিথি। সি সভাস্থলীত বক্তৃতা প্ৰসংগত কৈছিল যে, বলিয়া হাতীটোৰ দৰেই সিহঁতেও দেশত এনে সন্ত্ৰাসৰ সৃষ্টি কৰিব, সিহঁতৰ ভয়ত সৰ্বহাৰাৰ ৰক্তপিপাসু ধনী শোষণকাৰীৰ দলে সমাজৰ মাজ মজিয়াৰ পৰা এই ভীত মানুহবোৰৰ দৰেই পৃষ্ঠভংগ দিব।

: মনত কিয় নাথাকিব? আপুনি সভাত ঘোষণা কৰা কথাষাৰো মনত আছে।

াস সন্তৰ্পণে হুমুনিয়াহ এটা কাঢ়ি কলে—

: পাচদিনা ৰাতিপুৱা কি হ'ল জানে হাতীটোৰ? সি এঘৰৰ এটা পোতা পুখুৰীত পৰি আছিল। ৰাতিপুৱাতে কৰবাৰ পৰা ফান্দী এজন আহি তাক কাণত ধৰি উঠাই লৈ গৈছিল। তাৰ পাচত মহাজনে হাতীটোক দিলেগৈ ৰেলৰ দলঙৰ শিল কঢ়িয়োৱা কামত লগাই।

মাত্ৰ তিনি কি চাৰি মাহৰ পাচত এদিন সি বাগৰি পৰিল শক্তিহীন হৈ। সেই যি বাগৰিল, আৰু উঠিব নোৱাৰিলে। দুদিনৰ পাচতে সি মৰি থাকিল। আজি মোৰো নিজকে সেই ফান্দীয়ে কাণত ধৰি লৈ যোৱা হাতীটোৰ দৰে লাগিছে।

সহকৰ্মীজনে হাঁহি হাঁহি আশ্বাসৰ সুৰত কৈছিল—

: দুদিনমানৰ পাচত আকৌ আগৰ দৰে মনটো সতেজ হৈ পৰিব।

: লেট আচ হোপ্।

াস কিন্তু সঁচাকৈ অনুভৱ কৰিছিল মৃত্যু যেন তাৰ ওচৰ চাপি আহিছিল। জেলৰ পৰা ওলাই অহাৰ মুহূৰ্ত্তত যেতিয়া সি আশা কৰা কাকো দেখা নাছিল তাৰ এনেহে লাগিছিল যেন হঠাৎ তাৰ ভৰিৰ তলৰ মাটিবোৰ কোনোবাই খহাই দিলে। জীৱনটো যেন পুনৰ অৰ্থহীন হৈ পৰিল এনে এটা চৰম হতাশাই তাৰ মন ভাৰাক্ৰান্ত কৰি তুলিছিল।

তথাপি সি মনে মনে বিশ্বাস কৰিছিল ঘৰলৈ গৈ কনকক যেতিয়া পাব মনৰ বহুখিনি শূন্যতা পূৰ হৈ যাব। ঠিক এইমাত্ৰ সহকৰ্মীজনে দিয়া আশ্বাসৰ দৰেই সিও নিজকে বাটে বাটে প্ৰবোধ দি আহিছিল যে দুদিনমানৰ পাচতেই চৰ আকৌ আগৰ দৰে হৈ পৰিব। কিন্তু পৈত্ৰিক ভেটিত থকা জৰাজীৰ্ণ ঘৰটোত সোমোৱাৰ লগে লগেই মনটোৱে তাৰ হাঁহাকাৰ কৰি উঠিল। প্ৰতি মুহূৰ্ত্ততে তাৰ শ্বাস বন্ধ হৈ অহা যেন লাগিছিল। শ্মশানযাত্ৰী উভতি অহাৰ বাবে বাট চাই থকা ঘৰখনৰ দৰে

তাৰ অন্তৰখনো এক অসহনীয় ৰিক্ততাৰে উপচি পৰিছিল। কনকক একান্তভাৱে পোৱাৰ পাচতো তাৰ মনৰ শূন্যতাবোৰ পূৰ হোৱা নাছিল। কনকলতাৰ মনো হয়তো তেনে এক ৰিক্ততাই অস্থিৰ কৰি তুলিছিল। সহকৰ্মীজন গুলাই যোৱাৰ পাচত পিতাকৰ দিনৰে পুৰণা হাতভগা আৰামী চকীখনত নীৰৱে আমন জিমনকৈ বহি থকা তেৱেঁই তাক সুধিছিল—

: এতিয়া আমি কি কৰিম বাৰু?

সি চক খাই উঠিছিল প্ৰশ্নষাৰ শুনি। এই প্ৰশ্নষাৰতো সিয়েই কৰিব বিচাৰিছে অজস্ৰজনক। ইয়াৰ উত্তৰতো তাৰ ওচৰত নাই; কাৰ ওচৰত থাকিব পাৰে তাকো সি নাজানে। অৱশ্যে সি কনকক আশ্বাস দিয়াৰ ছলেৰে হাঁহি হাঁহি কলে—

: বলাচোন এপাক গুৱাহাটীৰ পিনৰ পৰাই আহোঁ। কোন ক'ত আছে লগ পাই আহোঁ।

কনকে হতবাক হৈ তাৰ মুখলৈ চাই থাকিল। সি ভয়তে মূৰ তুলি চোৱা নাছিল কনকৰ চকুৱে চকুৱে।

---



অলপ আগতে ঘটি যোৱা ঘটনাটোৰ কথাকে সি চিন্তা কৰি আছিল। গুৱাহাটীৰ পৰা ঘূৰি অহাৰ পাচত কনকলতা সঁচাকে সলনি হৈ গৈছিল। কাকো ভালদৰে মাতবোল নকৰে। সকলো সময়তে চকু মুখত বিৰক্তিৰ ভাৱ এটা লাগিয়েই থাকে। সি অৱশ্যে ভাবি ভাবিও প্ৰকৃত কাৰণটো উলিয়াব পৰা নাই। কনককতো সুধিবই নোৱাৰি। অলপ আগতে যিটো ঘটনা ঘটি গ'ল তাৰ পাচত কনকক কিবা এটা সোধাৰ প্ৰশ্নই নাথাকে।

গুৱাহাটীলৈ যোৱাৰ দিনা তাৰেই কপাল ভাল, ড্ৰাইভাৰ পালে কালীচৰণ দাসক। সি কনকক লৈ বহিছিল বাচৰ ছয় নম্বৰ চিটটোত। সেই চিটটো তাৰ বৰ পচন্দৰ। চিটটোত বহিয়েই সি ভাবিছিল নিশ্চয় কোনোবা তাক ঘনিষ্ঠভাৱে জনা মানুহে চিটটো যোগাৰ কৰি দিছে। কিয়নো তাৰ ভতিজাক পাণ্টুক টিকট কাটিবলৈ পঠোৱাৰ সময়ত কোনো বিশেষ চিটৰ বাবে সি কৈ পঠিওৱা নাছিল। তেনেবোৰ কথা তাৰ ভাবিবলৈকে নহয়।

কথাবোৰ ভাবি সি গাড়ীখনৰ চাবিওপিনে সন্তৰ্পণে চালে। বিশেষ ঘনিষ্ঠ বন্ধু এজনো তাৰ চকুত পৰা নাছিল। মাত্ৰ মণ্ডলদেৱে গাড়ীখন বখোৱাৰ

পাচত ড্ৰাইভাৰজনে গাড়ীৰ ভিতৰতে ঘেৰিয়া সিহঁতৰ বাবে চাহ ঢুকাপ আনি দিলেহি তেতিয়া সি ড্ৰাইভাৰজনৰ মুখলৈ হুতবাক হৈ চাই থাকিল। কৰবাত যেন দেখিছে অথচ সেই মুহূৰ্ত্তত মনত পৰা নাই— তাৰ মুখত স্পষ্ট হৈ পৰা এনে এটা ভাব দেখি ড্ৰাইভাৰজনেই মনত পেলাই দিলে—

: মই কালীচৰণ দাস।

: সেই চোনাভীল কালীচৰণ দাস ?

: হয়।

: চেহেৰা একদম বেলেগ হৈ গৈছে? নোকোৱা হলেতো মই চিনিকে নাপালোঁহেঁতেন।

: বাচৰ ড্ৰাইভাৰী কৰি ইমানদিন বাচি যে আছোঁ সেয়ে বহুত।

: আজি কালি গান তান চলে নে নচলে ?

: সময় আকৌ ক'ত ?

: সময় উলিয়াম। মই উভতি আহিলোঁ। নহয়, এইবাৰ আকৌ নতুনকৈ আৰম্ভ কৰিম।

: আপোনাৰ কিন্তু চেহেৰা ভাল হৈছে।

: জেলত থাকি সেইটোৱেই যি ভাল হৈ আহিল।

: আপোনাৰ পিচে আগৰ পৰাই ভাল। এতিয়া যেনিবা অলপ শকত যেন দেখা হৈছে।

: জানো, কেনে দেখা হৈছোঁ।

: এয়া নবৌ নহয় জানো ?

: অঁ, এৱেঁই তোমাৰ নবৌ। বুজিছা কনক এওঁ কালীচৰণ দাস, এগৰাকী অসম্ভৱ গুণী শিল্পী।

কথাবাৰ কৈয়ে দেখিলে কালীচৰণ ইতিমধ্যে আঁতৰি গৈছে। তেতিয়া সি কনককে উদ্দেশ্য কৰি কলে চোনাভীলৰ সেই পুৰণি কাহিনীৰ কথা। সোতৰ কি ওঠৰ বছৰ আগৰ কাহিনী সেয়া। তাৰ যাযাবৰী জীৱন সেই সময়ত আৰম্ভ হৈছিল মাত্ৰ। কালীচৰণ দাস তেতিয়া চঞ্চল ডেকা।

চোনাভীল বাগিছাত থিয়েটাৰ কৰিবলৈ সিহঁতক মাতিছিল। সি কমলৰ সতে এমাহ আগৰ পৰাই বাগিছাৰ বাবুসকলৰ অনুৰোধক্ৰমে চোনাভীলত আছিলগৈ। বিমল ভট্ট আৰু দাস গৈছিল থিয়েটাৰৰ আগদিনাখন। মঞ্চত কমলে ভাও লৈছিল শ্ৰীকৃষ্ণৰ। গোসাঁই কৃষ্ণৰ গুণমুগ্ধ মজদুৰ দৰ্শকে মঞ্চ

এনেদৰে ভীৰ কৰি পেলাইছিল যে দৰ্শকক মঞ্চৰ পৰা নমাই নিবলৈ সি তৎক্ষণাৎ চাওতালী নাচৰ ব্যৱস্থা কৰিবলগীয়াত পৰিছিল। তাৰ ঢোলোকৰ বাজনা শুনি দৰ্শকে তাৰ বাবে মঞ্চখন খালী কৰি দি মাটিত চেৰে চেৰে নাচিবলৈ আৰম্ভ কৰি দিছিল।

দৃশ্যটো মনত পৰাৰ লগে লগে তাৰ প্ৰচণ্ড হাঁহিৰ শব্দত বাচৰ শব্দও তল পৰিছিল। কনকে কিন্তু বিৰক্তিৰে সুধিছিল —

ঃ কোননো কমল বাৰু? আপুনি যে তেওঁৰ কথাকে ইমানকে' কৈ থাকে?

কনকৰ উষ্মাৰ উত্তৰত তাৰ বহুত কথা কৈ দিবৰ মন গৈছিল কমলৰ বিষয়ে। কিদৰে এসময়ত তাৰ প্ৰতিষ্ঠাৰ হকে তেওঁ যি কোনো ত্যাগকে স্বীকাৰ কৰিবলৈ সক্ষম হৈছিল। কিদৰে বিভিন্ন সংকটৰ সময়ত তাৰ কাষত তেওঁ থিয় দিছিল। সি সেইবোৰ একোকে নকৈ মাথোন কলে—

ঃ মোৰ সুহৃদোপম বন্ধু বুজিছা? উনৈশ শ বিয়াল্লিছ চনৰ যুদ্ধৰ ধামখুমিয়াত কলিকতাত যেতিয়া ষ্টুডিঅ'ৰ তলা বন্ধ হৈ গৈছিল, তেতিয়া কমল আৰু মই কলিকতাৰ পৰা উফৰি পৰিছিলোঁ। গুৱাহাটীলৈ আহি কমল বিপ্লৱী বন্ধু নীৰোদ ৰায়ৰ লগ লাগিছিল আৰু মই হেৰাই পৰিছিলোঁ কাছাৰ আৰু চিলেটৰ গাঁও-ভুঁইৰ মাজত। গুৱাহাটীলৈ গৈ এপাক তেওঁকো চাই চাই আহিম দিয়া দুয়ো। কিমান দিন যে দুয়োৰে লগালগি হোৱা নাই.

কথাষাৰ কৈয়ে অজস্ৰ স্মৃতিৰ ৰোমন্থনত সি মগ্ন হৈছিল। সুদীৰ্ঘ বাৰটামান বছৰ আগৰ কলিকতাৰ সেই ব্যস্ত দিনবোৰৰ সৰু বৰ স্মৃতিৰ গহনত কৰ নোৱাৰাকৈয়ে সি হেৰাই পৰিছিল।

এবাৰ মনোমতী কথাছবিৰ শুটিং চলি আছিল কলিকতাৰ অৰোৰা ষ্টুডিঅ'ত তেতিয়া। সংগীতাংশত আছিল কমল আৰু নৃত্যাংশত আছিল সি। দুয়ো ষ্টুডিঅ'তে আস্তানা কৰি লৈছিল।

সেই কালত ফিল্মৰ চাউণ্ড ট্ৰেকৰ পৰা গ্ৰামোফোন ৰেকৰ্ডলৈ চাউণ্ড ট্ৰেন্সফাৰ কৰাৰ ব্যৱস্থা আৱিস্কাৰ হোৱা নাছিল। কমলৰ মনোমতী কথাছবিত গাবলগীয়া 'ছিয়া নাওখনি বাই যা ভই' গীতটো ৰেকৰ্ড কৰাৰ কাৰণে কমলৰ কণ্ঠস্বৰ পৰীক্ষা কৰিবলগীয়াত পৰিল।

কাজেই কমল গুৰুৰ অৰ্থাৎ তাৰ শৰণাপন্ন হ'ল। সি বন্দোবস্ত কৰিলে কাৰ্ত্তিকবাবুৰ লগত। আৰু সেইদিনা কাৰ্ত্তিকবাবুৰ আমন্ত্ৰণক্ৰমে

হৈয়ো গৈ দমদম ৰেকৰ্ডিং ষ্টুডিঅ' পালেগৈ কমলৰ কণ্ঠস্বৰ পৰীক্ষাৰ উদ্দেশ্যে। কমলৰ বাবে সেয়া এক নতুন অভিজ্ঞতা। ষ্টুডিঅ'ৰ কাৰুকাৰ্য দেখিয়েই তেওঁ হতোদ্যম হৈ পৰিছিল। কিন্তু তাৰ সাহচৰ্য আৰু উদগনিয়ে তেওঁৰ মনোবল ঘূৰাই আনিবলৈ সমৰ্থ হৈছিল।

কমলে ষ্টুডিঅ'ত সেইদিনা গাইছিল সেই যুগৰ শ্ৰেষ্ঠ কণ্ঠৰ অধিকাৰী কুন্দলাল চাইগলৰ 'শো যা ৰাজকুমাৰী শো যা' বোলা গানটো। কমলৰ কণ্ঠস্বৰ শুনি কাৰ্ত্তিক বাবুহঁতেতো আচৰিত হৈছিলেই, সিও আনকি অভিভূত হৈ পৰিছিল। সি মুখ খুলি কোৱা নাছিল যদিও চাইগলতকৈও বেচি মনোৰম আৰু হৃদয়স্পৰ্শী যেন অনুভব কৰিছিল কমলৰ সেই কণ্ঠস্বৰ।

পৰীক্ষাত সসন্মানে উত্তীৰ্ণ হোৱা মৰমৰ শিষ্যক লৈ ষ্টুডিঅ'ৰ পৰা ওলাই আহোতেই সি দেখিছিল ষ্টুডিঅ'ৰ ৰেকৰ্ডিং ৰুমটো আন্দাজ কৰি বাহিৰৰ পিনে বেৰত কাণ পাতি বৈ থকা এজাক কণ কণ ল'ৰা। সি দেখিয়েই বুজিছিল সেই ল'ৰাবোৰ যে, ওচৰৰে মিলিটাৰী বেৰেকটোৰ পৰা অহা। দমদম যশোহৰ ৰোডত যিটো বেৰেক আছে।

সি অৰোৰা ষ্টুডিঅ'লৈ পোনে পোনে নাহি মিলিটাৰী বেৰেকটোত সোমাই পৰিছিল কমলক লৈ। তাত তাৰ কেবাজনো আপোন মানুহ আছিল। নানান আনন্দ উছৱৰ শেষত সিহঁতে উভতি গৈ ষ্টুডিঅ' পাওঁতে মাজ নিশা হৈছিল। ষ্টুডিঅ'ৰ এলেকাত সোমায়েই তাৰ হঠাৎ এনেহে লাগিছিল যেন এটা সংকীৰ্ণ জেলখানাৰ ওখ ওখ প্ৰকাণ্ড দেৱালৰ মাজে মাজে এটা ঠেক বাটেদি সিহঁত গৈ আছে। আৰু অলপ গ'লেই যেন সিহঁত এনে এক বন্ধ প্ৰকোষ্ঠত সোমাই পৰিব য'ৰ পৰা উভতি অহাৰ বাট নাই।

সেইদিনা সি আশংকাহে কৰিছিল। আজি যেন সি সঁচাকৈ তেনে এক প্ৰকোষ্ঠত সোমাই পৰিছে।

সি সেইদিনা কমলক কৈছিল—

: কমল, শিল্পী জীৱন সঁচাকৈ এটা জেলখানা। শিল্পী তাৰ কয়দী। আৰু দণ্ডমুণ্ডৰ কৰ্ত্তা হ'ল সিহঁত, যাৰ ধন আছে, সংস্থান আছে, আৰু আছে নিঃসহায় শিল্পীক প্ৰবঞ্চনা কৰাৰ চতুৰালি।

সেইবোৰ কথাকে ভাবি ভাবি সি এটা মুহূৰ্ত্তত পাহৰি গৈছিল কনকৰ কথা। হঠাৎ কনকে তাৰ উৰুত তেওঁৰ হাতখনেৰে এটা চাপ দিয়াত সি সজাগ হৈ উঠিছিল আৰু কনকৰ পিনে সপ্ৰশ্ন দৃষ্টিৰে চাইছিল।

কনকে তেতিয়াও খিৰিকীয়েদি বাহিৰলৈ চাই আছিল। তেওঁ বোধকৰোঁ

কৰিছিল স্মৃতিৰ ৰোমন্থন। দুপৰীয়া ৰ'দত গাঁওবোৰ নিজম হৈ পৰিছিল। কনকে নিশ্চয় মনত পেলাইছিল এই গাঁওবোৰৰ পথে ঘাটে কটোৱা সংগ্ৰামী দিনবোৰৰ কথা। যেতিয়া এই নিৰ্বাক নিস্পন্দ গাঁওবোৰে উদ্বাউল হৈ তেওঁলোকৰ আহ্বানত সঁহাৰি দিছিল।

কনকক নীৰৱে থকা দেখি সি তেওঁৰ মনৰ ভাবটো অনুমান কৰি কৈছিল—

: এবাৰ বেলশৰলৈকো যাব লাগিব।

: যাবতো লাগিবই। নহ'লে যে পিতাই আমাক কি ভাবি আছে! বিয়াততো ঘৰৰ কোনো নগ'লেই।

: বলাচোন, গুৱাহাটী পাই লওঁ প্ৰথমে।

কনকে কৰবাত চকুপানী টুকিব পাৰে বুলি সি আশ্বাসৰ সুৰত কৈছিল। মনে মনে সি অৱশ্যে আশাও কৰিছিল গুৱাহাটী পালেই চব সমস্যাৰ সমাধান হৈ যাব বুলি। তাৰ কিমান ঘনিষ্ঠ বন্ধু আছে গুৱাহাটীত! গুণমুগ্ধ শিষ্য আছে, ভালপোৱা মানুহ আছে! কিবা নহয় কিবা এটা উপায় নোলোৱাকৈ নাথাকে। সি পিচে ভগ্নমনোৰথ হৈ উভতি আহিবলগীয়াত পৰিছিল। পৰাভৱৰ গ্লানিৰে ম্লান, নিৰ্বীৰ্য কৰ্মীজনদিয়েকক লগ পোৱাত বাদে আৰু তেওঁলোকৰ হা-হুতোস্মি শুনাত বাদে গুৱাহাটীলৈ অহাৰ সাৰ্থকতা একো নাছিল। সিও নিজে হতাশ হৈ পৰিছিল যেতিয়া শুনিলে যে লোকনাথ বৰুৱা আলাই আথানি হৈ বিনা চিকিৎসাতে, বিনা শুশ্ৰূষাতে কুকুৰমৃতাৰ এটা জৰাজীৰ্ণ ঘৰত মৰিবলগীয়াত পৰিছিল। মৃত্যুৰ আগতে কেইমাহমান বলিয়া হোৱা বুলি কোনো মানুহেই তেওঁৰ কাষ চপা নাছিল।

খবৰটো শুনাৰ লগে লগে অপৰিসীম ক্ষোভত তাৰ চিঞৰি চিঞৰি কান্দি দিবৰ মন গৈছিল।

এনে গভীৰ দুখৰ অভিজ্ঞতাৰ লগতে বেচ আমোদজনক এটা অভিজ্ঞতাৰ সতেও সি মুখামুখি হৈছিল। সেইদিনা সি এঘৰ চিনাকি লোকৰ তাত আছিল। ঝিচাৰি বিচাৰি তালৈকে গৈছিল মুখ্যমন্ত্ৰীৰ এগৰাকী বাৰ্ত্তাবাহক। তাৰ পৰিচিত এটা কলেজীয়া ল'ৰা। বিভিন্ন সুবিধা গ্ৰহণৰ প্ৰলোভনেৰে চৰকাৰৰ পক্ষত যোগ দিয়াৰ বাবে তাক খাটনি ধৰিবলৈ। সি ল'ৰাজনৰ কথা শুনি হাঁহিলে মাথোন। একোকে নকলে। কৰলগীয়া অথবা সঁহাৰি দিবলগীয়া যে কিবা তাত থাকিব পাৰে সি ভাবি পোৱা নাছিল। ল'ৰাজন তথাপি তাত বৈ থকা দেখি কনকে গহীন হৈ কৈছিল যে, আৰু এবাৰ তেনে

কথা শুনিলে তেওঁ ল'ৰাজনক চেওঁলোৰে কোবাই দিব।

এই বিশেষ ঘটনাটো মনত পৰাৰ লগে লগে সি তাৰ পৰৱৰ্ত্তী ঘটনাবোৰ মনত পেলাবলৈ যত্ন কৰিলে। সি সন্দেহ কৰিলে হয়তো এই ঘটনাটোৱেই কনকৰ মন পৰিবৰ্ত্তনৰ কাৰণ হবগৈ পাৰে। কিন্তু পৰৱৰ্ত্তী ঘটনাবোৰৰ মাজত তেনে সন্দেহ দৃঢ় কৰিব পৰা একোকে বিচাৰি নাপালে সি।

বলীন সেইদিনা পুৱাতে ওলাইছিলহি তাক বিচাৰি। বহুত কিবাকিবি জল্পনা কল্পনা লৈ। বলীনৰ আৰু তাৰ আলোচনাত কনকেও অংশ গ্ৰহণ কৰিছিল। বৰ মুক্তভাৱে নহলেও প্ৰকাশ্যে অমনযোগিতা দেখুৱা নাছিল তেওঁ। বলীন ওলাই যোৱাৰ পাচতে পিয়ন এটাই তাক চিঠি এখন দিছিলহি। চিঠিখন খুলি চাই সি পুলকিত হৈ পৰিছিল। মছলপুৰত ট্ৰাইবেল সংঘৰ অধিবেশন হব। তালৈকে তাক আমন্ত্ৰণ জনোৱা হৈছে। কৃষ্টি সভাত পৌৰহিত্য কৰাৰ অৰ্থে।

চিঠিখন পঢ়ি সি ভাবিলে ভালেই হ'ল। এটা দুৰ্লভ সুযোগ পোৱা গ'ল। কনকৰো মন চন বেয়া। তেওঁকো লৈ যাব পাৰিলে একেলগে দুটা কাম সিজিব। সিহঁতৰ পুৰণি ৰণথলিবোৰ চাই আহিব পৰা হব। যিসকলে সিহঁতৰ সংগ্ৰামত অকুণ্ঠভাৱে সহায় কৰিছিল তেওঁলোকৰ দুখ-সুখৰ খবৰ লৈ আহিব পৰা যাব। আৰু লগতে কনকৰো ভাগি পৰা মনটো নিশ্চয় সতেজ হৈ উঠিব।

পুৱা বলীন অহাৰ পাচৰ পৰা কনকৰ মনৰ বৰফ অকণ যেন গলিছে তেনে এটা ধাৰণাও হৈছিল তাৰ। কাজেই বৰ আগ্ৰহেৰে সি কনকক কলে—

: ব'লাহে- এদিন মছলপুৰলৈ যাওঁ। কৃষ্টি সভালৈ মাতিছে। আগৰ বন্ধুবোৰ লগ পালে ভাল লাগিব।

: যাওক আপোনাৰ যʼলৈকে খুচী। আপোনাৰ লগত ল'ৰা-ধেমালি কৰি ঘুৰিবলৈ এতিয়া আৰু মোৰ আহৰিও নাই, আৰু নোৱাৰোঁও।

তাৰ হঠাৎ ছলক্ কৰে এখোলা তেজ গৈ যেন তালুত উঠিছিল। কষ্টেৰে নিজকে সংযত কৰি সি নৰম সুৰত কলে—

: মই তোমাৰ কথা ভাবিহে কৈছিলোঁ। আজি কিছুদিনৰ পৰা তুমি একে-বাৰে মনচন মাৰি আছা।

: মোৰ মনৰ কথা আনে নাভাবিলেও হব।

কোনোদিন অনুভব নকৰা এক উত্তেজনাৰ আতিশয্যত তাৰ সমস্ত শৰীৰ থৰ থৰ কৰে কঁপিছিল কনকৰ কথাষাৰ শুনাৰ লগে লগে। তেওঁৰ কথাষাৰে এক মূৰ্ত্তিমান প্ৰশ্ন হৈ তাৰ পৌৰুষৰ প্ৰতি, তাৰ সামৰ্থ্যৰ প্ৰতি প্ৰত্যাহ্বান জনোৱা যেন লাগিল। সি কনকক একো নকলে ; তেওঁৰ উষ্মাৰ উদ্গীৰণ সি নীৰৱে গাত পাতি লৈ বহি থাকিল এটা প্ৰস্তৰ মূৰ্ত্তিৰ দৰে।

গোটেই ৰাতিটো তাৰ টোপনি অহা নাছিল। আদিৰ পৰা অন্তলৈকে কনকৰ সতে পতা সংসাৰখনৰ কথাই ভাৱিছিল সি। তাৰ হৃদয়ত সঞ্চিত বিপ্লৱৰ অনিৰ্বাপিত স্ফুলিংগবোৰক কিবা নহয় কিবা প্ৰকাৰে সি অনিৰ্বাণ শিখাত পৰিণত কৰিবই লাগিব। হয়তো তাৰ বাবে সি কনক আৰু সেই প্ৰসূনৰ মাজত বিকল্পৰ চিন্তা কৰিবলগীয়াতো পৰিব পাৰে। তেনে এটা সংকল্পকে মনত থিৰ কৰি সি চকু দুটা মুদি পৰি থাকিল। সি অৱশ্যে সেই মুহূৰ্ত্তলৈকে জনা নাছিল যে, যি এক অন্তৰ্দ্বন্দ্বৰ বেদনা সি ভুগিছিল তাৰ উপশান্তিৰ কাৰণে অফুৰন্ত শান্তনাৰ সম্ভাৰ লৈ কোনোবা এগৰাকী শুভানু-ধ্যায়ীয়ে তাৰ বাবেই ইমানদিনে বাট চাই আছিল।





সহকৰ্মী কিৰণ বেজবৰুৱাৰ হঠাৎ প্ৰকাশ কৰা উষ্মাৰ হেতু সি বিচাৰি নাপালে। কিৰণ আছিল সিহঁতৰ মহিলাদলৰ আটাইতকৈ একনিষ্ঠ কৰ্মীসকলৰ অন্যতম। তেওঁ সেইদিনা জানো ক'ৰ পৰা সিহঁতৰ ঘৰত উপস্থিত হৈছিল? আৰু এনেনো হব লাগেনে যে, ৰঙাপাৰাৰ যুৱক কৰ্মী কেইজনেও কৃষক সংঘৰ গুৰি ধৰাৰ বাবে তাৰ সম্মতি বিচাৰি কিৰণ থকাৰ সময়তে আহি পাবহি লাগে। প্ৰথমে যুৱক কেইজনৰ কথাত তেওঁ কোনো মাত মতা নাছিল। কিন্তু যেতিয়া সি সম্মতি দিয়াৰ কাৰণে প্ৰস্তুত হৈ তাৰ বক্তব্য পেচ কৰিব খুজিছিল, কিৰণে দেখোন হঠাৎ উত্তেজিত হৈ কলে যে, সি যদি কৃষক সংঘত যোগ দিয়ে তেন্তে হয়তো তেওঁ তাক গুলিয়াই মাৰি পেলাবলৈ বাধ্য হব। গুলিয়াই মাৰি পেলোৱা কথাষাৰ তেওঁ এনেদৰে কলে যেন সেইটো একো ভাবিবলগীয়া কথাই নহয়। কথাষাৰত তেওঁৰ তাৰ প্ৰতি এনে এক বিতৃষ্ণা ভাব প্ৰকট হৈ পৰিছিল যে, তাৰ ভৰিৰ পৰা মূৰলৈ গাৰ নোমবোৰ শিহৰি উঠিছিল। কথাষাৰ কৈয়ে শ্ৰীমতী বেজবৰুৱাই প্ৰতিক্ৰিয়াৰ বাবে বাট চোৱা নাছিল। গুলীটোৰ দৰেই কোনেবে ওলাই আহিছিল সিহঁতৰ ঘৰৰ পৰা। সি অৱশ্যে এইবোৰৰ কোনো হেতু ভাবি উলিয়াব পৰা নাছিল। সিহঁতেতো এই কৃষকৰ

স্বাৰ্থৰ বাবে সংগ্ৰাম কৰিবলৈকেই আজীৱন পণ কৰি আন্দোলনত নামিছিল আৰু কষ্ট স্বীকাৰ কৰিছিল। কৃষক সংঘতো তাৰ ব্যতিক্ৰম নহয়।
এগৰাকী সহকৰ্মীয়ে দাৰ্শনিক মন্তব্য এষাৰ দিয়াৰ ছলেৰে কৈছিল—

: হোৱাট মীন্‌চ্ ইউ আৰ লিভিং দ্য পাৰ্টি?

সি উমাৰে টপ্ কৰে প্ৰত্যুত্তৰ দি কৈছিল—

: আই মে লীভ এনি ছ্যাম থিং বাট মাই লাইফ্‌চ্ আইডিয়েল।

অদ্ভুত জিদ এটা চাপিছিল তাৰ মনত। কিৰণৰ কথাষাৰ মনত পৰাত সি একেবাৰে বদ্ধপৰিকৰ হৈছিল কৃষক সংঘৰ গুৰি ধৰিবলৈ। জীৱনৰ আদৰ্শক তল পেলাই, পাৰ্টি, দলীয় নীতি এনেবোৰ কথাৰ ওচৰত বেচি গুৰুত্ব আৰোপ কৰা মনোভাবটোকেই সি পেটি বুৰ্জোৱা মনোভাব বুলি গন্য কৰে। সি সৰ্বহাৰাৰ কাৰণে যুঁজাৰ বাবে জীৱন পণ কৰিছে। পাৰ্টি এৰাতো দূৰৰ কথা, প্ৰয়োজন হলে, সি কাৰো যদি সংগ নেপায়, তেতিয়া হলেও অকলেই যুঁজিব। সেই ক্ষেত্ৰত তাৰ মনত কোনো দ্বিধাভাব নাই; আৰু একোৰে সতে আপোচ কৰিবলৈকেও সি প্ৰস্তুত নহয়।

মছলপুৰত ধূলিময় বজাৰ বাচ এখনৰ পৰা যেতিয়া সি নামিছিল তেতিয়াও তাৰ মনটো এইবোৰ চিন্তাই ভাৰাক্ৰান্ত কৰি ৰাখিছিল। কিৰণৰ ভীতি প্ৰদৰ্শক কথাষাৰেও বাৰে বাৰে তাক আমনি দিছিল। ভীতিৰ বাবে নহয়, কিৰণৰ আচহুৱা ব্যৱহাৰৰ বাবেহে।

তাক চাবৰ কাৰণে বাচষ্টেণ্ডত লোকে লোকাৰণ্য হৈ পৰিছিল। বাচষ্টেণ্ডৰ পৰা মাদলৰ চেৱে চেৱে অপূৰ্ব ভংগীৰে নাচি আদৰি নিয়া বড়ো গাভৰু জাকেও তাৰ মন আকৰ্ষিত কৰিব পৰা নাছিল। মাথোন যেতিয়া তাৰ থকাৰ বাবে যুগুত কৰা অস্থায়ী ঘৰটোৰ দুৱাৰ মুখ পাইছিল তেতিয়াহে সি গাভৰু জাকলৈ মন কৰিছিল। আৰু ঠিক সেই মুহূৰ্ত্ততে সি দেখিছিল তাৰ সংগ্ৰামী কমৰেড্ ৰতি স্বৰ্গিয়াৰী, ধৰ্ম স্বৰ্গিয়াৰী, নবীন স্বৰ্গিয়াৰী, শীতল ব্ৰহ্মহঁতক। পুনৰ মনটো তাৰ তলে তলে অস্থিৰ হৈ পৰিছিল।

সন্তৰ্পণে মূৰটো দুপিয়াই শুভেচ্ছা বিনিময় কৰিলে কমৰেডহঁতৰ সতে। আকৌ এবাৰ সন্তৰ্পণে সি চকু ফুৰাই চালে লগৰ চিনাকি জানোচা আৰু কোনোবা ওলায়েই বা! এনেতে চকু পৰিল তাৰ ৰাইশ্ৰীৰ ওপৰত। লগে লগে দৃষ্টিৰ হেপাহে তাৰ বাধা নমনা হৈ পৰিল। ৰাইশ্ৰী আছে যেতিয়া ভাগিনীয়েক মোহিনীজনীও নিশ্চয় ওচৰতে কৰবাত থাকিব।

সেই মুহূৰ্ত্তে মনটো খেলিমেলি লগাই দিছিল কনকলতাৰ কথা কেইষাৰে। হঠাতে কনকৰ কথাখিনি প্ৰত্যাহ্বান স্বৰূপে তাৰ মনত অনুৰণিত হ'ল। লাহে লাহে তাৰ মনৰ দ্বিধা সংকোচ আঁতৰিল। এইবাৰ সি নিঃসংকোচেই ৰতি স্বৰ্গিয়াৰীক ঘৰটোৰ ভিতৰলৈ মাতি পঠালে।

গাভৰুজাক, মানুহবোৰ খন্তেকৰ বাবে বিদায় লৈ তাৰ সন্মুখৰ পৰা আঁতৰি গৈছিল। সি আৰু ৰতি স্বৰ্গিয়াৰীয়ে ঘৰটোৰ ভিতৰৰ পৰা উভতি যোৱা বিক্ষিপ্ত বিধ্বস্ত মানুহৰ দলটোলৈকে চাই আছিল। দুয়ো দেখা দেখি হোৱাৰ পাচত পৰস্পৰৰ মাজত নতুনকৈ জানিবলগীয়া যেন একোৱেই নাছিল এনেদৰে ইজনে সিজনৰ লগত কথা পতাৰ প্ৰয়োজন বোধ কৰা নাছিল।

স্বৰ্গিয়াৰীয়ে কোঠাৰ ভিতৰৰ যা যোগাৰবোৰ তন্ন তন্নকৈ চাইছিল। সি চোলা খোলাত ব্যস্ত হৈ পৰিছিল। মোনাখন মাটিতে থৈ দিয়া দেখি স্বৰ্গিয়াৰীয়ে মোনাখন নি বেৰৰ কাষৰ মুগচৰ খুটাটোৰ আঁখিত আঁৰি থৈ দিছিল।

: যা-যোগাৰত খুত ৰখা নাই। মোহিনীয়ে নিজেই কৰিছেতোন!

সি কথা প্ৰসংগত সোধাৰ দৰে কৰি সুধিলে—

: ক'তা? তেওঁক দেখোন প্ৰচেচনত নেদেখিলোঁ?

: আছিল আমাৰ পিচফালে। আবৌৰ চকুত নপৰিল হবলা! আবৈ নাহিল দেখোন? আমি আহিব বুলি বৰ আশা কৰিছিলোঁ।

: কনকো আহিলে ঘৰখন কোনে চম্ভালিব!

ৰতি স্বৰ্গিয়াৰীয়ে তাৰ কথাষাৰ নুশুনাৰ দৰে তাৰেই আলেখ লেখ চাই থাকিল। সি আঁৰি থোৱা মোনাটোৰ পৰা শোতনোচ হোৱা লুভী এখন উলিয়াই জোকাৰি দিলে। পিন্ধিবলৈ মেলি লওঁতেই দীঘলকৈ ফটা এডোখৰ স্বৰ্গিয়াৰীৰ চকুত পৰিল। তেওঁ কিবা এষাৰ কব খুজিও বিৰত হ'ল। সি ঘূৰাই পকাই ফটাডোখৰ পিচফালে তললৈ পৰাকৈ লুভীখন মেৰিয়াই লৈ বিছনাখনত দীঘল দি পৰিল।

ধূলি-ধূসৰিত গাৰে বিছনাত পৰা দেখি স্বৰ্গিয়াৰীয়ে হাত ভৰি কিটা ধুই লবলৈ কব বুলি মুখখন মেলিও বৈ গ'ল। ফটা লুভীখন দেখি তেওঁৰ মনটো বহুত দুখেৰে গধুৰ হৈ পৰিল। সি কিন্তু মূৰৰ পিচফালে হাতৰ তলুৱা দুখনকে গাৰু যেন কৰি লৈ পৰম নিশ্চিন্ততাৰে সুধিলে—

: কোৱা, খবৰ কোৱা তোমাৰ।

: খবৰ কি থাকিব! সংগ্ৰামতো আমাৰ শেষেই হৈ গ'ল? ৰাইজৰ মাজত জুইকুৰা জ্বলাই দি নেতাবোৰ গৈ কলিকতাত মুখ লুকাই আছিল। দাশগুপ্তৰ গালিতহে ভিজা মেকুৰী যেন চৰকেইটা উভতি আহিল! এইবোৰ নেতাক লৈ—

: নেতা দুই এজনে কৰিব পাৰে, কিন্তু চৰেইতো এনেদৰে পৃষ্ঠভংগ দিয়া নাছিল। তদুপৰি আমাৰ ৰণকৌশল ভুল হ'ল এইবাৰ। ক্ষেত্ৰ ভালদৰে প্ৰস্তুত নকৰাকৈয়ে আৰু বতৰ নোহোৱাকৈয়ে গুটি সিঁচিছিলোঁ। কিন্তু মূল্যবান শিক্ষা লাভ কৰিলোঁ আমি।

: অৱশ্যে বহুত মূল্য দি।

দুয়ো পুনৰ নীৰৱ হৈ পৰিল। বোধকৰোঁ দুয়ো প্ৰকৃত সত্যটোক প্ৰকাশ্যে স্বীকাৰ কৰি লবলৈ টান পাইছিল। অথচ দুয়ো সত্যটোৰ সতে নিজৰ দুৰ্বলতাকো উপলব্ধি কৰিছিল। সি হয়তো চিন্তা কৰি এটা উপায় উলিয়াবলৈ চেষ্টা কৰিছিল পৰাজয়ৰ গ্লানিবোৰ সহজভাৱে গ্ৰহণ কৰিব পৰাকৈ জনসাধাৰণৰ মন কিদৰে সাজু কৰি তুলিব পৰা হব। একোতো ঠিকনা নাই, হয়তো সভাৰ মাজতে তেনে প্ৰশ্ন হঠাৎ কোনোবাই উত্থাপন কৰিবও পাৰে!

এনেতে স্বৰ্গিয়াৰীয়ে নীৰৱতা ভংগ কৰি সুধিলে—

: দিহিঙৰ পাৰলৈ আপোনালোকক পলুৱাই লৈ যোৱা'ৰ দিনা আপুনি যে বক্তৃতা কমৰেডক কথা এষাৰ কৈছিল মনত আছেনে আৰৌ?

: জানো?

: আপুনি কৈছিল ধনতন্ত্ৰৰ কাঠামোত জন্ম লাভ কৰা স্ববিৰোধী শক্তিৰ কথা। কিদৰে পন্যদ্ৰব্যৰ বজাৰৰ বাবে এখন ধনতান্ত্ৰিক ৰাষ্ট্ৰই আন এখনৰ সতে যুঁজ কৰিব, তাৰ পাচত আটাইতকৈ শক্তিশালী ৰাষ্ট্ৰখনে আনবোৰক দমাই ৰাখিব আৰু শোষণ কৰিব আৰু শেষত এই দুৰ্বল ৰাষ্ট্ৰবোৰে শক্তিশালীৰ বিৰুদ্ধে মুঠ বান্ধি থিয় হবলৈ বাধ্য হব। এনেদৰেই সেইবোৰৰ মাজতে যুঁজ-বাগৰ লাগি এদিন ধনতন্ত্ৰৰ বুনিয়াদ ভাঙি চুৰমাৰ হৈ যাব।

: তাৰ পাচত যি দলেই শুদ্ধ নেতৃত্ব দিব পাৰিব, বিশ্বৰ জনসাধাৰণে সেই দলকেই অকুণ্ঠ সমৰ্থন জনাব।

: কিন্তু আবৌ আপুনিটো কোৱা নাছিল সংগ্ৰামী দলৰ মাজতো স্ববিৰোধী শক্তিয়ে জন্ম লাভ কৰিব!

: সংগ্ৰাম আমি কৰিছিলোঁ। মাত্ৰ। কিন্তু সমাজ ব্যৱস্থাৰতো পৰিবৰ্তন আনিব পৰা নাছিলোঁ! বাকী বাদ দিয়া কমৰেড, আন খবৰ কোৱা।

তাৰ কথাত আছিল ক্লান্তি আৰু অৱসন্নতাৰ আভাস। স্বৰ্গিয়াৰীয়ে মনৰ উষ্মা দমাই বিৰক্তিৰে কলে—

: আন খবৰ আৰু কি হব? আছে আগৰ দৰেই।

ৰতি স্বৰ্গিয়াৰীৰ মনলৈ আহিছিল বিপ্লৱৰ সময়ত শিক্ষাদানৰ বৈঠকবোৰত সি আৰু লোকনাথ বৰুৱাই দিয়া লেক্‌চাৰবোৰৰ কথা। ঘৰত, পথাৰত, জংঘলত, বাটে বাটে গৈ থকা কালত য'তেই যিদৰে সুবিধা হয় তাতেই সেইদৰে ৰাজনৈতিক শিক্ষা দিয়া হৈছিল কৰ্মীসকলক। মাৰ্ক্স-লেনিনৰ বিভিন্ন বাণীৰে পৰিপুষ্ট কৰি তোলা হৈছিল কৰ্মীসকলৰ জ্ঞান, বাক্‌পটুতা আৰু প্ৰত্যয়। সি প্ৰায়ে কৈছিল, শত্ৰুৰ আগত হবা সিংহৰ দৰে কঠোৰ, অনমনীয়। আৰু জনতাৰ আগত হবা ফুলৰ দৰে কোমল আৰু স্নেহময়।

স্বৰ্গিয়াৰী তাৰ প্ৰশ্নবাৰৰ উত্তৰ দিয়েই তাৰ মুখৰ পিনে চালে। সি বিছনাত পৰি চকু দুটা মুদি আছিল। লুভীৰ ফটাখিনি দেখে নেকি বুলি তেওঁ লাহে লাহে সতৰ্কতাৰে দৃষ্টি বুলাই লৈ গ'ল। চকুত অৱশ্যে তেওঁৰ নপৰিল।

সি বোধকৰোঁ চকু দুটা মুদি মুদি স্বৰ্গিয়াৰীয়ে কি ভাবিব পাৰে তাৰেই চিন্তা কৰিছিল। এসময়ত সি চকু দুটা নেমেলাকৈয়ে কলে—

: আমাৰ সংগ্ৰাম পিচে শেষ হোৱানাই। আমি পৰাজিতো হোৱানাই।

: আকৌয়ে তৰ্কবাগীশৰ দৰে কলে কথাষাৰ। মানুহ গৈ গৈ শেষ হ'ল, ভগা সবাহত ৰাগ মাৰিলে লাভ কিটো! খেনোৱে দলৰ টকা আত্মসাৎ কৰি দল এৰিলে, খেনোৱে কষ্ট সহ্য কৰিব নোৱাৰি পুলিচক ধৰা দিলে। ক'ত বাকী থাকিল পাৰ্টিৰ কৰ্মী, ক'ত আছে নেতা! এনেয়ে কলেই হবনে আকৌ!

: এনেয়ে কোৱানাই। এনেবোৰ ঘটনা সংগ্ৰামৰ অনুষংগ মাত্ৰ। জুয়ে পুৰি পুৰি সোণৰ মলিবোৰ গুচোৱাৰ দৰে আমাৰ দলৰো মলিবোৰ আঁতৰিল। এতিয়া যিখিনি আছে নিচেই কম হব পাৰে, কিন্তু খাটি সোণ সেয়া।

তাৰ আকৌ মনত পৰিছিল কনকলতাৰ কথাখিনি। তাৰ সাম্প্ৰতিক উপলব্ধিৰ পৰিপ্ৰেক্ষিতত সি পুনৰ তেওঁৰ কথাখিনিত প্ৰকাশ পোৱা বিতৃষ্ণাৰ, ৰোষৰ হেতু

বিচাৰি উলিয়াবলৈ যত্ন কৰিছিল। কনকে হয়তো বিচাৰে, সি অৰ্থকৰী কিবা এটা কৰি নিৰিবিলি নিৰ্বিঘ্ন এখন সংসাৰ লৈ জীৱনটো কটায়। এটা সময়ত কিহবাৰ বাবে সংগ্ৰাম কৰিছিল, ভাল কথা। কিন্তু সেই সংগ্ৰামে জীৱনৰ সমস্ত ভৱিষ্যত ঢাকি ৰাখিব কিয়? বৰঞ্চ জীৱনৰ আগত ভবিষ্যত শান্তি সমৃদ্ধিৰে উপচাই তুলিবলৈ পাৰিলে সংগ্ৰামী জীৱনৰ যশস্যাক কামত লগাব লাগিব। হয়তো তাকেই ভাবিছে কনকে। গুৱাহাটীলৈ গৈ যেতিয়া দেখিলে দলৰ সহকৰ্মী যাকেই পাইছে তেৱেঁই সহজ জীৱন যাপন কৰিছে, কনকৰ নিশ্চয় তেনে এক নতুন উপলব্ধিৰ জন্ম হৈছে।

মনে মনে তেনেদৰেই ঠাৱৰ কৰিলে সি। আৰু স্বৰ্গিয়াৰীক কিবা এবাৰ কবলৈ বুলি চকু দুটা মেলি অবাক হৈ ৰৈ গ'ল।

মোহিনী সোমাই আহিছিল চুচুক চামাক কৰে।

: চব ঠিকেই আছে নহয়, নে আৰু কিবা লাগিব?

তাই স্বৰ্গিয়াৰীক উদ্দেশ্য কৰি সুধিছিল কথাষাৰ। স্বৰ্গিয়াৰীয়ে উত্তৰ দিয়াৰ আগতেই সি অনুযোগৰ সুৰত কলে—

: ঘাই বস্তুটোকে দিয়া নাই। বাকী চব ঠিকেই আছে অৱশ্যে।

ৰতি স্বৰ্গিয়াৰীয়ে কপালৰ সিৰবোৰ থুপ খুৱাই আকৌ এবাৰ চালে ঘৰটোৰ চাৰিওপিনে। মোহিনীও বিমূঢৰ দৰে থমকি ৰ'ল। খন্তেক পাচতে বিমূঢ় ভাবটো আঁতৰাই সংকোচজড়িত কণ্ঠেৰে সুধিলে তাই—

: কি বস্তু বা?

: মোহিনী নামৰ ধুনীয়া ছোৱালীজনী।

নিজৰ ৰগৰত নিজেই সশব্দে হাঁহিলে। স্বৰ্গিয়াৰীও হাঁহিত যোগ দিলে। আৰু সেই অৱসৰতে মোহিনীয়ে দৌৰি ওলাই আহিছিল। সৰ্বশৰীৰ তাইৰ ঘামত তিতি যোৱা যেন হৈছিল ইমান শীতৰ আবেলিতো।

স্বৰ্গিয়াৰীয়ে সহজভাৱেই কলে যে মোহিনীয়ে নিজ হাতে কৰিছে যেতিয়া কামত খুঁত নাথাকে। তাৰ কাণত অৱশ্যে তেওঁৰ কথাখিনি পৰা নাছিল। তাৰ সমস্ত ইন্দ্ৰিয় সেই সময়ত জঠৰ, নিষ্ক্ৰিয় হৈ পৰিছিল কিবা এটা উত্তেজনাৰ ধামখুমিয়াত।

স্বৰ্গিয়াৰী এসময়ত ওলাই গৈছিল আৰু এসময়ত এন্ধাৰ নামি আহিছিল। নতুনকৈ লাভ কৰা মূল্যবান সামগ্ৰী এটাক ব্যৱহাৰ নকৰাকৈ সযতনে ৰখাৰ দৰে তাকো ৰাইজে সভাথলীৰ পৰা কিছু দূৰত যত্নেৰে ৰাখিছিল; আৰু ওচৰলৈ

আহি মানুহে হুলি গলি কৰিলেই যেন সি পুৰণি হৈ যাব, কুষ্টিসভাত তাৰ উপস্থিতিৰ গুৰুত্ব কমি যাব তাৰ বাবে কাকো তাৰ ওচৰলৈ আহিবলৈ দিয়া হোৱা নাছিল। অৱশ্যে বহুত মানুহে আলেঙে আলেঙে তাৰ ঘৰৰ পিনেই কৌতুহলেৰে লক্ষ্য কৰিছিল।

সেইবাবেই এক্কাৰৰ লগে লগে তাৰ ঘৰটোৰ সম্মুখত মাদলৰ শব্দ শুনি সি যেতিয়া বাহিৰলৈ চাই পঠাইছিল, বহুত মানুহৰ সমাগম দেখি মানুহবোৰ যে কেতিয়া নিশব্দে আহি পৰিছিল ভাবি সি বিস্ময় মানিছিল।

সভাত উপনীত হৈ অগণন মানুহৰ সমাগম দেখি তাৰ মনত পৰিছিল এইবোৰ মানুহৰ মাজত গোপনে কটোৱা সংগ্ৰামী দিনবোৰৰ কথা। গোৱালপাৰা, কুনিহা, গুৱাহাটী এনেদৰে বিভিন্ন ঠাইত সেই কালত হোৱা কৃষ্টি সম্মিলন বোৰৰ কথা। হুমায়ুণ কবীৰ, সৌমেন ঠাকুৰ, কামিনী শৰ্মা, গোপাল দাস, লোহিত দাস, সতীশ বসুমতাৰী, অৰবিন্দ ঘোষ আদি খ্যাত অখ্যাত বিভিন্ন সহকৰ্মীৰ কথা।

সি যেতিয়া মঞ্চত থিয় হ'ল হাজাৰ হাজাৰ পুৰুষ-মহিলাৰ উদ্‌গ্ৰীৱ মুখবোৰ দেখি তাৰ কিন্তু মনটো বিষণ্ণ নহ'ল। অৱশ্যে উৎসাহ বোধো নকৰিলে। মঞ্চত মাল্যদান কৰিবলৈ অহা গাভৰুজাকৰ মাজত মোহিনীক দেখিব বুলি আশা কৰিছিল। নেদেখি তাৰ ভাল নালাগিল।

বক্তৃতা দিলে সি। এক সুদীৰ্ঘ বক্তৃতা। কণ্ঠত সি আনিবলৈ চেষ্টা কৰিছিল অপৰিসীম দৰদ। সি কৈছিল, মানুহৰ আদিম জৈব প্ৰয়োজন তিনিটাৰ কথা – খাবৰ বাবে, পিন্ধিবৰ বাবে আৰু মূৰ গুজিবৰ বাবে মানুহে সুন্দৰভাৱে যিহকে কৰে সেয়ে কৃষ্টি। সি হ'ল বাইজৰে এজন। ঈশ্বৰেতো তাক শিল্পী কৰা নাই! মাত্ৰ বাইজৰ পৰা গোটাই অনা মৌকোহ বাইজকে বিলাই দিছে। সি আজিও শিল্পী হব পৰা নাই। আজিও সি ৰূপতীৰ্থৰ যাত্ৰী হৈয়ে আছে। ৰূপতীৰ্থৰ সিদ্ধাৰ্থ পুৰুষ হোৱানাই। শিল্পী হব লাগিলে মহাসাগৰৰ তলিৰ পৰা বিচাৰি উলিয়াব লাগিব ৰূপ সৌন্দৰ্য্য।

সেই ৰূপ সৌন্দৰ্য্য আহৰণ কৰি যেতিয়ালৈকে সৰ্বহাৰাৰ মুখত হাঁহি বিৰিঙাব নোৱাৰিব তেতিয়ালৈকে কোনেও শিল্পী আখ্যা পাব নোৱাৰে।

বক্তৃতা শেষ কৰি সভাত সি বেচি পৰ নাথাকিল। দেহমন ক্লান্ত হৈ যোৱা যেন লাগিল। সি ৰতি স্বৰ্গিয়াৰীক লগত লৈ বহাঁলৈ উভতি আহিল। তেওঁ দেখিয়েই তাৰ মনৰ অৱস্থা বুজি পালে আৰু অলপ পাচতে তাক লাহাৰী

নামৰ মানুহ এজনৰ ঘৰলৈ লৈ গ'ল। লাহাৰীৰ ঘৰত একে শোহাতে চাৰি বাতিমান জো খাই দিয়াৰ পাচতহে দেহমন কিছু জুৰ পৰি আহিল আৰু মগজুৱে অকনমান কাম কৰা যেন লাগিল। আৰু সি তেতিয়াহে উলিয়ালে মনৰ মাজত ইমান পৰে উকমুকাই থকা কথাটো।

: মই আকৌ সংগঠনত নামিব লাগিব। তাৰ আগতে কেইটামান কাম কৰি লব লাগিব। কিন্তু মোৰ জীৱনত এটা ডাঙৰ অভাব আছে।

ৰতি স্বৰ্গিয়াৰী আৰু লাহাৰীয়ে অনুভৱ কৰিলে যেন সেই অভাবৰ অৰ্থ। তাৰ হুমুনিয়াহৰ প্ৰত্যুত্তৰত দুয়ো অবাক নিসহায় দৃষ্টিৰে তাৰ মুখলৈ চাই থাকিল।

: তোমালোকে যি ভাবিছা সেই অভাব নহয়। অৰ্থৰ আৱশ্যক মোৰ নাই। বিপ্লৱৰ মহাৰ্ঘ অৰ্থ হ'ল ৰাইজৰ সহযোগ। এনে সহযোগ সৰ্বতো-ভাৱে আদায় কৰিবলৈ হ'লে তাৰ ওচৰত এগৰাকী নাৰীৰ প্ৰয়োজন। যিগৰাকী নাৰীয়ে গাঁৱৰ হজুৱা-বন্নুৱাৰ সতে মিলি, তেওঁলোকৰ সুখ দুখৰ সমভাগী হৈ কাম কৰিব পাৰিব। সেই দিশৰ পৰা ভাবি চালে তেনে নাৰী হিচাপে মোহিনীয়েই সবাতোকৈ উপযুক্ত হব যেন লাগে। তোমালোকে কি কোৱা বাৰু ?

তাৰ প্ৰশ্নযাৰ চিন্তা কৰি স্বৰ্গিয়াৰীয়ে কলে—

: আবোৱে ঠিকেই কৈছে। মোহিনীয়ে পাৰিব। কিন্তু ?

: এৰা সেই কিন্তুটোৱেই কথা।

লাহাৰীয়ে যেন ইমান পৰে সেই সুযোগটোৰেই অপেক্ষা কৰিছিল। তেওঁ টপৰাই সমস্যাৰ সমাধান কৰি কৈছিল—

: বিয়া কৰাই নিলেইচোন লেঠা চিগি যায় ! তেতিয়া কাৰো একো কবলগীয়া নাথাকে। নে স্বৰ্গিয়াৰী কমৰেডে কি কয় ?

: বিয়া কৰালেতো ভালেই। এতিয়া আবোৱেহে কি কয় ?

: হুঁ !

সি হঠাৎ সম্বিত ঘুৰাই পোৱাৰ দৰে মদৰ বাতিটো সশব্দে মাটিত থৈ দিলে। আৰু দুয়োজনৰ মাজতে সুধিলে—

: আজি কি তিথি বাৰু ?

: তিথি মানে ?

: জোনটো চোৱা, কিমান ডাঙৰ হৈছে।

স্বৰ্গিয়াৰীয়ে বেৰৰ জোলোঙাৰে জোনটোলৈ চালে আৰু কলে—

: আউসীৰ পৰা আজিতো বাৰদিন গ'ল। অ' হয়, কালি একাদশী আছিল নহয় ?

: তেন্তে বিয়া যদি হয় এই পূৰ্ণিমাতে হওক। তোমালোকে যা-যোগাৰ কৰা।

স্বৰ্গিয়াৰী আৰু লাহাৰীয়ে বিশেষ কোনো আগ্ৰহ নেদেখুৱালে। সি অকণ উষ্মাৰেই কলে—

: কি হ'ল তোমালোকৰ ?

লাহাৰীয়ে চিন্তা কৰি কলে—

: হওঁতে একো হোৱা নাই। কিন্তু ছোৱালীজনীকোতো এবাৰ সুধি চাব লাগিব !

: সেইবোৰ মই একো নাজানো। মুঠতে কিবা হলে এই পূৰ্ণিমাৰ ভিতৰতে হব লাগিব।

---



ইতিমধ্যে বহুতো ঘটনা ঘটি গৈছিল। যিটো ৰাজনৈতিক দলৰ আদৰ্শক বিশ্বাস কৰি সি সংগ্ৰাম কৰিছিল আৰু জেলৰ পৰা মুক্ত হোৱাৰ পাচত সি যিটো দলৰ সদস্য হৈছিল তাৰ 'লোকাল বেছ'বোৰ ভাগি পৰিছিল। আৰু এটা নতুন ৰাজনৈতিক দলে সিহঁতৰ সংগ্ৰামৰ আদৰ্শৰ প্ৰতি

সহানুভূতিশীল হৈ উঠিছিল। গতিকে সি নতুন দলটোৰ সদস্যভুক্ত হোৱাত কোনো দ্বিধাবোধ কৰা নাছিল।

নতুন দলটোৰ সদস্য হৈয়ে সি বিভিন্ন ৰাজহুৱা কামত ব্যাপৃত হৈ পৰিছিল। ইতিমধ্যে ঘৰৰ পৰিবেশো ক্ৰমে অশান্তিকৰ হৈ পৰিছিল। আৰু সেই বাবেই বাহিৰৰ এৰাব পৰা জঞ্জালবোৰকো সি বাদ দিয়া নাছিল।

ইপিনে দেউতাকে আধা-সজা কৰি থৈ যোৱা, বেৰ, উৰঁলি পৰা, মামৰে ৰঙা কৰি তোলা টিনপাতৰ চাল আৰু ঘয়সে ওথৰা মোখৰা কৰা মজিয়াৰে সৰু ঘৰটোৰ ভিতৰতে তাৰ দুগৰাকী পৰিবাৰৰ দুখন একেবাৰে ভিন্ন সংসাৰ।

মোহিনীয়ে বৰো গীত গায়, কিম্বদন্তীবোৰ শুনায়। সি শুনে আৰু প্ৰতিটোৰ ইতিহাসত স্থান নিৰূপন কৰাৰ চেষ্টা কৰে। বহু ৰাতিলৈকে সেইবোৰকে লৈ দুয়ো ব্যস্ত হৈ পৰে।

ইপিনে আগৰ পৰিবাৰ কনকে চৰম অভাবগ্ৰস্ত ঘৰখনৰ নানান জঞ্জাল অকলেই চম্ভালিবলগীয়াত পৰে। স্বাভাৱিকতে পৰিয়ালত ইজনী-সিজনীৰ মাজত মন কৰাকৰি হয়। এজনীয়ে আনজনীক কন্দা কৰে। আৰু মাজে মাজে আশা কৰা মতেই তাৰ বিস্ফোৰণো হয়।

এনেবোৰ ঘটনাৰ নীৰৱ দৰ্শক হৈ থকাত বাদে তাৰ উপায়ো নাছিল। আনহাতে মোহিনী আছিল নবাগতা লাজ সংকোচবোৰ তেতিয়াও এৰাব পৰা নাছিল। কাজেই কনকলতাৰ উষ্মা প্ৰকাশৰ প্ৰত্যুত্তৰ তাই প্ৰকাশ্যে দিব পৰা নাছিল। আৰু অসহ্য হলে তাৰ প্ৰকাশ্য সহানুভূতি তাই নীৰৱে আশা কৰিছিল। স্পষ্টতঃ কাৰণতেই সেই সহানুভূতি সি দেখুৱাব পৰা নাছিল। ফলত মোহিনীয়ে মাজে মাজে নিজৰ দেহৰ ওপৰতে শাস্তি দি মনৰ জ্বাল মিটাইচিল।

এদিন অৱশ্যে মোহিনীয়ে মনে মনে তাৰ ঘৰৰ পৰা ওলাই গৈছিল। ঘৰখনৰ সতে চিৰদিনৰ কাৰণে সমস্ত বন্ধন ছিন্ন কৰাৰ সংকল্পেৰে সংগোপনে তাই আঁতৰি গৈছিল। সি তেতিয়া ঘৰত নাছিল। উভতি আহি যেতিয়া ঘটনাটোৰ কথা জানিছিল মিশ্ৰ প্ৰতিক্ৰিয়া হৈছিল তাৰ মনত। মনটো বেয়া লাগিছিল বেচেৰী মোহিনীজনীৰ কথা ভাবি। যিমানেই যি নহওক, তাইৰ গাততো কোনো দোষ নাই। দোষ যদি কাৰোবাৰ, সেয়া তাৰহে। তাৰ দোষৰ কাৰণেহে তাই ইমান মনোকষ্ট সহ্য কৰিবলগীয়াত

পৰিল।

মনটোত অকণ সকাহো পালে। কনকজনীৰ কথা ভাবিলে তাৰ নিজৰে অপৰাধবোধ হয়। ভাবিবলৈ গলে তেওঁৰোতো বেচেৰী কোনো দোষ নাই। মোহিনী আঁতৰি যোৱাত তেওঁ অন্ততঃ কিছু শান্তি পাইছে। মনত তাৰ তেনে এক প্ৰতিক্ৰিয়াই হ'ল। কনকৰ মুখখনো অকণ উজ্বল হোৱা যেন লাগিল। মনে মনে সি অলপ আনন্দও বোধ কৰিলে। অৱশ্যে মুখ ফালি কনকক হঠাৎ কিবা এবাৰ কবলৈকো তাৰ কুণ্ঠাবোধ হ'ল।

এদিন অৱশ্যে সি দ্বিধা-কুণ্ঠা পাহৰি কনকৰ কাষ চাপিল। কুঁৱৰীটোলত শংকৰদেৱ সংঘৰ পঞ্চবিংশতিতম অধিবেশন। সি আমন্ত্ৰিত হৈছিল তাৰ কৃষ্টি সভালৈ বিশিষ্ট অতিথি স্বৰূপে। সি কনককো যাবলৈ লগ ধৰিলে। কনকৰ মুখখন হঠাৎ সহজ হৈ পৰিল। বহুদিনৰ মূৰত সি সেইখন মুখত প্ৰথম হাঁহি দেখিলে। তেওঁ হাঁহি হাঁহি কলে—

: আকৌ সংগ্ৰাম নেকি?

সংগ্ৰাম শব্দটোত থকা তৰল বিদ্ৰুপখিনি সি সহজেই মানি ললে। আৰু সহজ ভাৱেই কলে—

: ইও এক সংগ্ৰামেই। শংকৰ সংঘৰ মিটিং। কৃষ্টি সভা।

: মই আপোনাৰ লগত মিটিং মাৰি ফুৰিলেই সংসাৰ চলিব নেকি?

: গুলী মৰা তোমাৰ সংসাৰ। ব'লা ঘূৰি আহো এপাক।

: মুখখন চন্দ্ৰালিবচোন। নাজিৰাৰ অচলা পথাৰৰ ঘটনাৰ পুনৰাবৃত্তি কৰিব খুজিছে নেকি?

তাক সক ল'বাৰ দৰে উল্লসিত হোৱা দেখি কৃত্ৰিম গাম্ভীৰ্যৰে তেওঁ কলে। সি নোকোৱাকৈয়ে কনকে অনুমানতে কলে যে, সি নিশ্চয় তাত বিশিষ্ট অতিথি। অসুবিধা নোহোৱা হ'লে তেৱোঁ গ'লহেঁতেন। বহুদিনৰ মূৰত আকৌ তাৰ গুৰলা বক্তৃতা শুনাৰ সুযোগ পালেহেঁতেন! এই সময়ত কিন্তু তেওঁৰ যোৱাৰ প্ৰশ্নই উঠিব নোৱাৰে। সি কনকৰ আপত্তি শুনি আঁকোৰগোঁজালি কৰি সুধিলে—

: কিনো অসুবিধা তোমাৰ? মোৰ লগত যাবলৈ মন নাই, তাকে নোকোৱা কিয়?

কনকে বিচলিত নহৈ সহজ ভাৱে কলে

: আপুনি মোৰ অৱস্থাটো দেখা নাই নে বাৰু ? মই জানো এতিয়া বাচ মোটৰত উঠি ফুৰিব পাৰোঁ ?

সি কনকৰ মুখলৈ চাই স্তব্ধ হৈ ৰ'ল। শীৰ্ণ মুখৰ কোটৰাগত চকুযুৰিয়ে অজস্র কাতৰ প্ৰাৰ্থনা লৈ তাৰ অন্তৰৰ নিভৃত কোনোবা কোণত ৰমণীয় উত্তাপেৰে মনৰ অৰ্গলবোৰ এটা এটাকৈ গলাই যোৱা যেন এটা বিশ্লেষণাতীত অনুভব হ'ল। মনতে সি দিনবোৰ, সপ্তাহবোৰ আৰু বাগৰি যোৱা মাহবোৰ হিচাব কৰি চালে। সুদীৰ্ঘ ছটা মাহ সি কনকৰ পিনে ভালদৰে চোৱাই নাছিল। এই মুহূৰ্ত্তত কনকক ভালদৰে চোৱাৰ পাচত তাৰ মন ৰঞ্জিত কৰি তোলা মুহূৰ্ত্তৰ আগৰ চাঞ্চল্য হঠাৎ উৰুলি গ'ল আৰু মন ভাৰাক্ৰান্ত হৈ পৰিল মৰম সিক্ত দায়িত্ব বোধেৰে আৰু নানান দুশ্চিন্তাৰে।

: কি ভূতটোৰ দৰে মনে মনে থাকিলচোন মাতবোল নকৰাকৈ ?

কনকৰ মাতত সি চমকি উঠিল আৰু নিজকে চম্ভালি লৈ কলে—

: বুজিছা কনক, লাল চাহ আৰু কিমান খাম ! অকণ গাখীৰ ৰাখিব লাগিব নিতউ। কনকৰ হাঁহি উঠি গৈছিল তাৰ কথাষাৰ শুনি। হাঁহি হাঁহিয়েই তেওঁ কৈছিল—

: আপুনি মিটিঙত ভাল ভাল কথা কব পাৰে ; কিন্তু ব্যক্তিগত জীৱনত আপোনাৰ আটাইতকৈ ডাঙৰ দুৰ্বলতা হ'ল আপুনি কথা কবলৈ নিশিকিলে।

: তাৰ মানে ? গাখীৰ ৰখাটোৰ লগত তাৰ সম্পৰ্ক কি ? নে গাখীৰ ৰাখিব লাগিব বুলি আন কিবা বুলিব লাগিছিল !

তাৰ কথাৰ পোনপটীয়া উত্তৰ নিদি কনকে মাথোন কলে—

: মোৰ স্বাস্থ্য ঠিকেই আছে। গাখীৰ নাখালোঁ কি হ'ল, ভাততো খাইছোঁ।

: খাইছা, কিন্তু কি খাইছা, কেতিয়া খাবলৈ পাইছা মই জানো নজনাকৈ আছোঁ ?

তাক হুমুনিয়াহ কাঢ়ি বিষণ্ণ হৈ পৰা দেখি কনকে তাৰ হাত এখন দাঙিলৈ বুকুত হেঁচা মাৰি ধৰি হাঁহি এটা মাৰি কলে—

: আমি মেকুৰীৰ বংশ। আমাৰ নটা জীৱন। নহ'লেতো জীৱন আমাৰ কেতিয়াবাই শেষ হৈ গ'লহেঁতেন। গাখীৰ নেখালেও মই নমৰোঁ। ভয় নাই। মিটিঙত যাবলৈ বুলি বাটখৰচ হিচাপে পঠোৱা টকা কুৰিটাৰে দহ টকা কনকৰ হাতত গৰ্বেৰে গুজি দি সি কলে—

ঃ হোৱা, ৰাখা, মই মিটিং শেষ হ'লেই উভতি আহিম। কিবা লাগিলে পাণ্টুক কবা। কনকে আৰু কিবা আসোৱাহ ধৰাৰ অৱকাশ পোৱাৰ আগতেই সি ঘৰৰ পৰা ওলাই গ'ল। বাটতে গুৱাল এটাক লগ ধৰি কৈ যাব লাগিব। ইপিনে জাহাজৰ সময়ো বেচি নাছিল। ভোমোৰাগুৰি ঘাটেদি পাৰ হৈ জখলাবন্ধাই দি গলে কুৱঁৰীটোললৈ বাট নিচেই চমু হব।

ভোমোৰাগুৰিৰ জাহাজত বহুত চিনাকি মুখ লগপোৱাৰ পাচতো ঘৰৰ পিছুটানৰ তীব্ৰতা তাৰ কমা নাছিল। ভতিজাক পাণ্টুৰ ওপৰত নিৰ্ভৰ কৰিও সি ক্ষান্ত হব পৰা নাছিল। দেউতাক চুকোৱাৰ পাচত পাণ্টুকেই কোনো চাব যেন হৈ পৰিছে। তাৰ ককায়েক নন্দও যি হে আছিল! ইমানদিন পুলিচত চাকৰি কৰি অৱসৰ ললে। অথচ পুতেক পাণ্টু আৰু জীয়েকজনীৰ বাবে একো এটা সংস্থান কৰি থোৱাতো দূৰৰ কথা, বাপেকৰ দিনৰ যিখিনি আছিল সেই খিনিকো ভালদৰে গত লগাই থৈ যাব নোৱাৰিলে।

তেনে সম্বলহীন ভতিজাকটোৰ ওপৰত নিৰ্ভৰ কৰি সি নিশ্চিন্তই বা হব পাৰে কেনেকৈ!

সি ততাতৈয়াকৈ ঘূৰি আহিছিল কুঁৱৰীটোলৰ পৰা। যিখন ঘৰৰ প্ৰতি কোনোদিন তাৰ মোহ নাছিল, য'ৰ পৰা আঁতৰি থাকিবলৈ পালেই পৰম শান্তি লাভ কৰিছিল; সেইখন ঘৰৰ প্ৰতি সি এয়ে জীৱনত প্ৰথম আকৰ্ষণ অনুভৱ কৰিলে। এক দুৰ্বাৰ আকৰ্ষণ।

---



এদিন তাৰ সেই প্ৰত্যাশিত দিনটো আহিছিল। সেইদিনা তাৰ প্ৰথম পিতৃত্বৰ সাক্ষী স্বৰূপে এগৰাকী বুঢ়ী ধাইত বাদে আন কোনো নাছিল। আৰু অৱশ্যে আছিল; যাৰ অস্তিত্ব সম্বন্ধে সেইদিনা সি সচেতন হোৱা নাছিল। সেইয়া আছিল কনকলতাৰ সতে যাপন কৰা যাযাবৰী জীৱনৰ কিছুমান নিৰীহ নিৰ্জীৱ স্মৃতি।

নৱ-জাতকৰ নাম থলে থুনথুন। লোকপ্ৰচাৰ নাম হ'ল পৃথ্বিৰাজ ৰাভা। কনকে গৰ্বৰ বাং লগা হাঁহি মাৰি কৈছিল—

: মই কি নাম দিলোঁ হেঁতেন জানে?

: কি বাৰু?

: প্ৰথম। প্ৰথম ৰাভা।

: প্ৰথম ৰাভা আচলতে মইহে ই হলে দ্বিতীয় ৰাভা হব।

: তেনেহলেতো প্ৰথম ৰাভা হব দেউতা।

: ভুল হ'ল। আমাৰ দেউতাতো আছিল দাস। গোপাল চন্দ্ৰ দাস, শ্ৰীশ্ৰীশ্ৰী আউনিআটি সত্ৰৰ শিচ্। চাকৰিত প্ৰমোচন পোৱাৰ পাচতহে উপাধিৰ প্ৰমোচন ত্যাগ কৰি 'ৰাভা' লেখা হ'ল। প্ৰথম ৰাভা মইহে।

: হৈছে হৈছে, নাম থলোঁৱেই যেতিয়া বাদ দিয়ক সেইবোৰ। বাহিৰত কোনোবা এজন অহা যেন পাইছোঁ।

: আহক কোন আছে। ইমানদিন বাহিৰবোৰক লৈয়ে ব্যস্ত হৈ আছোঁ। জীৱনৰ অন্ততঃ কেইটামান দিন ভিতৰবোৰক লৈ ব্যস্ত হওঁচোন!

বাহিৰৰ মাতষাৰ আৰু ওচৰৰ পৰা, আৰু ডাঙৰকৈ শুনা গৈছিল। আৰু তেতিয়াহে সি বিৰক্তিৰে বাহিৰলৈ ওলাই আহিছিল। তেজপুৰৰে চিনাকি-পাহৰা ল'ৰা এটাই দি যোৱা চিঠিখন দেখিয়েই বুজিছিল সি, যে চিঠিখন তাৰ ঘনিষ্ঠ সহকৰ্মী ইন্‌জালে দি পঠাইছে। চিঠিখন খুলি লৈ সি পঢ়ি পঢ়িয়েই কনকৰ কাষ পাইছিলহি। কেইটামান শাৰী পঢ়াৰ পাচতে বজ্ৰাহতৰ দৰে তাৰ এফালে হাতভগা বেঞ্চিখনত বহি পৰিল।

কনকে তাৰ মুখ দেখি ধৰিব পৰা নাছিল হাতত লৈ থকা চিঠিখনে কি খবৰ লৈ আহিছিল। তেওঁ বহুত পৰ নিথৰ হৈ তাৰ মুখলৈ চাই ৰ'ল সপ্ৰশ্ন দৃষ্টিৰে। শেষত সি মূৰ তুলি কনকৰ পিনে চাই স্বাভাৱিক হবৰ চেষ্টা কৰি কলে—

: ইন্‌জাল কমৰেডে লিখিছে। কমৰেড্ কলিতা ঢুকাল হেনো।

: কমৰেড্ কলিতা ঢুকাল? কেতিয়া?

অদমনীয় মনোবেদনাত কনকে চিঞৰি উঠিল হঠাৎ।

: আঠদিন আগতে।

তাৰ উত্তৰে কনকৰ কাণতে নোসোমাল। কনকৰ সমগ্ৰ চেতনা সেই মুহূৰ্ত্তত আচ্ছাদিত হৈ পৰিছিল এক অবৰ্ণনীয় ভয়েৰে। তেওঁ ভাবিছিল তেওঁৰ সন্মুখত বহি থকা স্বামীৰ ভৱিষ্যত সম্পৰ্কে। যিমানে ভাবিছিল সিমানে কাতৰ হৈ পৰিছিল এক ভয়াৰ্ত্ত চিন্তাত।

তাৰ মনত পৰিছিল কমৰেড্ বৰুৱাৰ কথা। মাত্ৰ কিছুদিনৰ আগতে গুৱাহাটী শিলপুখুৰীত এটা জৰাজীৰ্ণ ঘৰত শেষত উদ্‌ভ্ৰান্ত হৈ হেনো তেওঁ ঢুকাইছিল। মূৰত ওকণিৰ থুপ, দেহত জৰাজীৰ্ণ কাপোৰৰ ফাকে ফাকে পোকৰ মিছিল, পেটত দিনৰ পাচত দিন লঘোণৰ পোৰণি আৰু মনত একুৰা জ্বলা জুই লৈ তেওঁ নিশ্চয় মৰিছিল। সৰ্বহাৰাৰ কাৰণে জীৱন পাত কৰা শিল্পীৰ, সৰ্বহাৰাৰ কাৰণে আজীৱন সংগ্ৰাম কৰা বিপ্লবীৰ শেষ দশা হয়তো এনেকুৱাই হয়। বলিয়া হৈ বিনা চিকিৎসাতে বাটৰ বলিয়া কুকুৰ-মেকুৰীৰ দৰে মৰাটোৱেই হয়তো সিহঁতৰ জীৱনৰ স্বাভাৱিক

পৰিণতি।

কমৰেড্ কলিতাৰ আকৌ তেওঁ অকলেই নহয়, প্ৰায় সমস্ত পাৰ্য়ালটোৱেই সৰ্বহাৰাৰ মুক্তিৰ কাৰণে সংগ্ৰাম কৰি শেষ হৈ গ'ল। ককায়েক মৰিবলগীয়া হৈছিল সাম্ৰাজ্যবাদী পুলিচৰ অমানুষিক অত্যাচাৰৰ বলি স্বৰূপে। আৰু এয়া তেওঁ মৃত্যুক বৰিবলগীয়া হ'ল সংগ্ৰামী জীৱনৰ যন্ত্ৰণাৰ অৱশ্যম্ভাৱী ফল এক দুৰাৰোগ্য ভগ্নস্বাস্থ্যৰ স্বাভাৱিক পৰিণতি হিচাপে।

মনে মনে কনক আৰু সি ক্ষুব্ধ হৈ পৰিল কলিতাৰ মৃত্যুৰ বাবেও গুৱাহাটীৰ কতো এখনো শোক সভা পতা নহল বুলি শুনি। মৃতকক লৈ শোভাযাত্ৰা কৰাটো দূৰৰ কথা!

নিয়তিৰ কি যে এক নিৰ্মম পৰিহাস! লোকনাথ বৰুৱাৰ পৰাই শুনিছিল সি বাজেন কলিতা নামৰ আৰু এগৰাকী সংগ্ৰামী যুৱকৰ কথা। উনৈচ শ বত্ৰিশ চনত দেশৰ মুক্তিৰ হকে সন্ত্ৰাসবাদী আন্দোলানত সেই যুৱকজনে সক্ৰিয় অংশ গ্ৰহণ কৰি ধৰা পৰিছিল। আৰু কাৰাবাস খাটিবলগীয়াত পৰিছিল। সশস্ত্ৰ পুলিচৰ নিৰ্মম অত্যাচাৰৰ ফলত সি জেলতে আক্ৰান্ত হৈছিল দুৰাৰোগ্য যক্ষ্মা ৰোগত। শেষত ঘৰলৈ আহি যিদিনা এই যুৱকজনে মৃত্যুক আকোৱালি লৈছিল সেইদিনা গুৱাহাটী চহৰৰ কোনেও শোকসন্তপ্ত পৰিয়ালটিক এষাৰ শান্তনা শুনাবলৈকো অহা নাছিল।

পৰম নিৰ্লিপ্ততাৰে বেপৰোৱা হাঁহি এটা মাৰি দাৰ্শনিক মন্তব্যৰ সুৰত বৰুৱাই কৈছিল যে, সংগ্ৰামী মানুহৰ অন্তিম দশা প্ৰায় তেনেকুৱাই হয়। তেওঁ সেই মুহূৰ্ত্তত বোধকৰোঁ কল্পনাও কৰা নাছিল যে, নিজৰ কথাষাৰ এদিন এনেদৰে তেওঁৰ আৰু কলিতাহঁতৰ দৰে মূল্যবান জীৱনবোৰেৰেই প্ৰতিপন্ন কৰিব লাগিব।

দুয়ো স্তব্ধ হৈ বহি আছিল। সিহঁতৰ মনবোৰ ধাৱিত হৈছিল কামৰূপৰ দক্ষিণাঞ্চল ঘেৰি থকা পাহাৰবোৰলৈ, যিবোৰৰ দুৰ্ভেদ্যতাত লুকাই আছিল জিৰাং, বৰজহাং, দেওচোতাল, বশিষ্ঠ, বোন্দা আদি সিহঁতৰ সংগ্ৰামৰ ধ্বনিৰ মুখৰিত হোৱা জন পদবোৰ। সিহঁতৰ দুটা মনে চেকুৰ মাৰিছিল উত্তৰ কামৰূপ, গোৱালপাৰা, দৰং, মিকিৰ পাহাৰ, শিৱসাগৰ, লক্ষীমপুৰ জিলাৰ বাটপথহীন দুৰ্গম তেজপুৰ গুৱাহাটীৰ দৰে ব্যস্ত চহৰতলীৰ পৰা আলোকবৰ্ষ দূৰ যেন নিজম গাঁওবোৰলৈ। য'ত সিহঁতে দিনৰ পাচত দিন সুখ

স্বপ্নত মতলীয়া হৈ অনাগত দিনৰ বাবে, সৰ্বহাৰাৰ মুক্তিৰ অৰ্থে কত কি যে আচনি কৰিছিল! তেতিয়া সিহঁতে কোনোদিন ভুলতো ভৰা নাছিল যে, সিহঁতৰ অন্তিম দশা এনেদৰে ইমান অৱজ্ঞা আৰু নিৰ্মমতাৰে বিস্মৃত হৈ পৰিব।

: কনক, চিন্তা কৰি লাভ কি? আমাৰো শেষত বা কি হয় কোনে জানে! সি আশ্বাসৰ সুৰত কৈছিল যদিও কথাষাৰে কনকক আতংকিত কৰি তুলিছিল। উচপ খাই উঠাৰ দৰে তেওঁ কলে—

: মই আমাৰ পিতাৰ কথা ভাবোঁ, জানে? ভাবি ভাবি ভয় লাগি যায়। আপোনাৰ একৰকম ভালেই। এখন জগত বন্ধ হলে আন এখন জগত খোলা হৈ পৰি আছে। কিন্তু পিতাহঁতৰ দৰে বোৰৰ শেষলৈ কি গতি হব বাৰু?

তাৰ ওচৰত সেই প্ৰশ্নৰ উত্তৰ নাছিল। প্ৰশ্নষাৰে তাকো কনকৰ দৰেই ভৰাই তুলিছিল। তাৰ কাৰণেওতো কোনো এখন জগত খোলা হৈ পৰি থকা নাই! শিল্পীৰ জগতখনো তাৰ বাবে চোন কদ্ধদ্বাৰ হৈ পৰিছে! সিতো কয়দী শিল্পী হৈ শিল্প সাধনা কৰাৰ বাবে প্ৰস্তুত নহয়! শিল্পকলাৰ জগতখন ইতিমধ্যেচোন দৈত্য দানবেৰেই ভৰি পৰিছে।

: মোৰো খুব ভয় লাগে, জানা? মোৰ জীৱনৰ একমাত্ৰ ভিত্তিমূল হ'ল সংগ্ৰাম। সংগ্ৰাম বাদ দিলে মোৰ জীৱন যে দুৰ্বিসহ হৈ পৰিব।

: আপোনাৰো যে কথা! সংগ্ৰাম! সংগ্ৰাম! সংগ্ৰাম! ঢাল নাই, তৰোৱাল নাই, নিধিৰাম চৰ্দাৰ!

: তাকেইতো কৈছোঁ অ' কনক। দেশত কিমান সংগ্ৰামৰ ক্ষেত্ৰ পৰি আছে, অথচ মই নিধিৰাম চৰ্দাৰ হৈ বহি আছোঁ। কিন্তু সংগ্ৰাম যে মই কৰিবই লাগিব। ভয় মোৰ সেইটোৰেই, বুজিছা। মন আছে, অথচ উপায় নাই; শক্তি আছে, অথচ হাতিয়াৰ নাই।

: আৰু এদিন হয়তো উপায় ওলাবই। তাৰ পাচত শেষত এদিন বকুৱা আৰু কলিতা কমৰেডৰ দৰে—

: কোনেও গম নোপোৱাকৈ মৰি থাকিম। তাতে কি হ'ল? মৰিম মৰিম। শেষ কি হয় কোনে পৰোৱা কৰে! সংগ্ৰাম বাদ দিলে জীৱনটো মোৰ জীয়াই থকা যেনেই নালাগিব। তেনে অসহ্য জীৱন এটা মই কল্পনাই কৰিব নোৱাৰোঁ। With me each day that dawns

begins a new year ; I have no memories.

ছুয়ো একেবাৰে নীৰব হৈ ৰ'ল। ছুয়োৰে মন অন্তৰ্শ্যে মুখৰ হৈ পৰিল— কনকৰ মন অনাগত দিনৰ অজস্ৰ শংকাৰে ; আৰু তাৰ, সৰ্বহাৰাৰ মুক্তি-কামনাৰ অলেখ চিন্তাৰে। খন্তেক পাচতে কনকৰ কোলাৰ কেচুৱাটোৱে চটফটাই কান্দি দিছিল। ছুয়ো ইমান পৰে মনেই কৰা নাছিল কেচুৱাটোৰ কথা। তাৰ কান্দোনে ছুয়োকে হঠাৎ ব্যতিব্যস্ত কৰি তুলিলে। কনকে বুকুত সাৱটি লৈ খাবলৈ দিয়াৰ লগে লগেই নবজাতক পুনৰ শান্ত নীৰব হৈ পৰিল। চকু মুদি পৰম তৃপ্তিৰে পিয়াহ খাই থকা শিশুটিৰ মুখলৈ চাই চাই সি ভাবিলে, কনকে ঠিকেই কৈছে। তাৰ বাবে আৰু এখন জগত খোলা হৈ পৰি আছে! কলা-কৃষ্টিৰ জগত, শিল্পীৰ জগত সেয়া সিও প্ৰকৃততে এক সংগ্ৰামৰে ক্ষেত্ৰ। কলা-কৃষ্টিৰ যোগেদিও সহজে গণজাগৰণ আনিব পৰা হব। শেষ আৰু চুড়ান্ত সংগ্ৰামৰ বাবে জনমানসক প্ৰস্তুত কৰাৰ সিও এক প্ৰকৃষ্ট উপায়। কিন্তু সেই জগতখনৰ নিয়ন্ত্ৰণ—পাৰিব জানো সি নিজৰ আয়ত্বত ৰাখিব! আয়ত্বত ৰাখিব নোৱাৰিলেচোন ভৰা লুইতত নিয়ন্ত্ৰণ হেৰুৱা নাওখনৰ দৰে প্ৰতিবিপ্লৱীৰ কৰাল গ্ৰাসত সমস্ত নাশ হব। আৰু তেতিয়া লক্ষ্যহীন হৈ ভাহি যোৱাই তাৰ সাৰ্থক হব। গভীৰ চিন্তাত সি পুনৰ মগ্ন হৈছিল। যতীন বৰঠাকুৰ আহি তাৰ সন্মুখত থিয় হৈ "বিষ্টুদা, কিনো ভাবি আছে ইমানকে" বুলি সোধাতহে সি পৰিবেশৰ প্ৰতি সচেতন হৈ পৰিল।

হাত ভগা বেঞ্চিখনত বিশৃঙ্খল হৈ পৰি থকা আধা আঁকা ছবি, আধা লিখা প্ৰবন্ধ, কাঠ পেঞ্চিলৰ টুকুৰা, ৰঙৰ লেতেৰা টেমা, চিগাৰেটৰ খালী পেকেট আৰু আধা খোৱা টুকুৰাবোৰ হাতেৰে একাষে আঁতৰাই অকণ জেগা কৰি লৈ যতীন বহিছিল। আৰু তাক এঠাইত লৈ যাবলৈ অহা বুলি কৈছিল।

যতীনৰ কথাখিনি সি নীৰৱে শুনিলে। আৰু শ্মশান যাত্ৰী হবলৈ যতাৰ দৰে ছুনাই কোনো প্ৰশ্ন নকৰাকৈ চোলা আৰু পায়জামাটো পিন্ধি মুখত থয়নিৰ মোকোৰাটো সুমাই লৈ যতীনৰ কথামতে ওলাই গ'ল। বাটত গৈ থাকোতে হঠাৎ বহুদিনীয়া সমস্যা এটাৰ সমাধান হোৱাৰ দৰে মনটো তাৰ মুকলি লাগিল।

---



যতীনৰ প্ৰস্তাৱটো সি পাহৰি যোৱা নাছিল যদিও মাজতে এনে এক সময়ৰ আৱৰ্ত্তত সোমাই পৰিছিল যে সি নিজৰ বহুত কথাকে পাহৰি যাবলৈ বাধ্য হৈছিল। সি লোকসভাৰ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিছিল ; এগৰাকী বিশিষ্ট বন্ধুৰ অনুৰোধত তেজপুৰৰ পৰা নকৰি সি প্ৰতিদ্বন্দ্বিতা কৰিছিল এটা দূৰৰ সমষ্টিত।

সি হাৰিছিল কিন্তু বিমৰ্ষ হোৱা নাছিল ; কিয়নো নিজৰ জনপ্ৰিয়তা সম্বন্ধে ভ্ৰান্ত ধাৰণা তাৰ কোনোদিন নাছিল। সি জানিছিল, অন্তৰেৰে সৈতে গাঁৱৰ জনতাই তাঁক ভাল পাইছিল। কিন্তু যোগাযোগ হীনতাৰ সুযোগ লৈ তেওঁলোকক বিৰোধী শক্তিসমূহে সন্দিগ্ধ কৰি তুলিছিল বিভিন্ন ভুৱা আৰু ভ্ৰান্ত ধাৰণা প্ৰচাৰ কৰি। জনদিয়েক প্ৰতিক্ৰিয়াশীল শক্তিৰ দালালে এনেদৰেও প্ৰচাৰ কৰিছিল যে, তাক ভোট দি জিকাই দিলে সি দুদিনতে দেশৰ নামঘৰ-মঠ-মন্দিৰ ভাঙি পেলাব, কিয়নো তাৰ দলে ধৰ্ম-ভগৱান এইবোৰ একো বিশ্বাস নকৰে।

সি সকলো শুনিছিল ; কিন্তু তেনেবোৰ ভুৱা প্ৰচাৰ প্ৰতিৰোধ কৰিবৰ কাৰণে যথেষ্ট সংযোগ স্থাপন কৰাৰ বাবে তাৰ উপায় নাছিল। গতিকে

নিৰ্বাচনৰ এদিনৰ আগতেই সি তেজপুৰলৈ উভতি আহিছিল।

আহিয়েই সি একোলৈকে বাট চোৱা নাছিল। যতীনে আগবঢ়োৱা প্ৰস্তাবটো কাৰ্যত পৰিণত কৰাৰ অৰ্থে আঁচনি প্ৰস্তুত কৰাত লাগি গৈছিল। প্ৰস্তুত হোৱাৰ পাচত এদিনো পলম কৰা নাছিল সি। আঁচনিখন লৈ ৰাজধানী বুলি ঢাপলি মেলিছিল। ওৰে বাটটো সি ভাবি গৈছিল যতীনে কৈোৱা কথাবোৰ। সিও ইমানদিনে অন্তৰৰ অন্তঃস্থলত তেনে এটা স্বপ্নকে সাঁচি থৈ দিছিল। উনৈচশ আঠাৰন চনত বৰপেটাৰ শংকৰদেৱৰ তিথিৰ দিনা সি সেই কথাকে কৈছিল। সেই একে কথাকে সি পুনৰ কৈছিল তিনিচুকীয়াৰ অসম সাহিত্য সভাৰ অধিৱেশনত, পলাশবাৰীত, শোৱালকুছিত, নলবাৰীত—, অজস্ৰ দিনৰ অজস্ৰ জনসভাত।

বক্তৃতাত তাৰ শব্দৰ ইন্দ্ৰজাল নাছিল, নাছিল কোনো বচনভংগীৰ চাতুৰী। সি মনে প্ৰাণে বিশ্বাস কৰিছিল, ঝঞ্চা বিজয়ী আত্মাৰ গৰাকী নহ'লে কোনেও শিল্পী হ'ব নোৱাৰে। তেনে শিল্পী আছিল শংকৰদেৱ। সি কিন্তু তেনে শিল্পী হ'ব পৰা নাই, যদিও ৰাইজে মৰমতে তাক তেনেদৰে কয়। সি আচলতে ৰূপতীৰ্থৰ যাত্ৰীহে। ৰূপতন্ত্ৰ সাধনাৰ সি পাতনিহে মেলিছে এথোন।

ৰূপতন্ত্ৰ হ'ল মানুহৰ জীৱিকা প্ৰয়াসৰ এক অভিব্যক্তি। খোৱা, থকা আৰু পিন্ধা—মানুহৰ এই তিনিটা অপৰিহাৰ্য আৱশ্যকৰ বাবে মানুহে যি সংগ্ৰাম কৰে সেয়েতো ৰূপতন্ত্ৰ সাধনাৰ গুৰি কথা। সেই সংগ্ৰাম আচলতে প্ৰকৃতিৰ দাসত্বৰ পৰা মুক্তিৰ কাৰণে কৰা সংগ্ৰাম। আৰু এই মুক্তিৰ প্ৰেৰণাতে জন্ম লাভ কৰে সৃষ্টি-প্ৰেৰণাই। এই সৃষ্টি-প্ৰেৰণাতেই মানুহে যুগ যুগ ধৰি সৃষ্টি কৰি আহিছে নিত্য নতুন তথ্য, অভিনৱ বিজ্ঞান আৰু নৱ নৱ সংগীত কলা সাহিত্যৰ। গতিকে এই সৃষ্টি যেতিয়া খাটি আৰু সত্যাশ্ৰয়ী হৈ পৰিব তেতিয়া ই হ'ব জনসাধাৰণৰ জীৱন আৰু সংগ্ৰামৰ প্ৰতীক। সংগীত তেতিয়া হ'ব গণসংগীত, কলা গণকলা আৰু সাহিত্য হ'ব গণসাহিত্য।

উনৈচশ ষাঠি চনৰ এটা বৰ বিষণ্ণ দিনত সি ড্ৰাইভাৰৰ ঠিক পিচপিনৰ চিটটোত জুপুকা মাৰি বহি লৈ সেইবোৰকে ভাবি গৈছিল। ওৰে বাটটোত বেলিটো সি এবাৰো দেখা নাছিল। আকাশ খনৰ দৰে তাৰ মনটোও গধুৰ হৈ পৰিছিল। ভাবি গৈছিল আৰু মনে মনে সি আতংকিতও হৈ পৰিছিল। অসমৰ চহৰ নগৰবোৰত লাহে লাহে গা কৰি উঠা এচাম মানুহৰ কাণ্ড কাৰখানাবোৰ দেখি। এবাৰ এটা মদৰ আড্ডাত গুৱাহাটী চহৰৰ অভিজাত পৰিয়ালৰ বন্ধু

জনদিয়েকে তাক উপদেশ দি কৈছিল যে সি বিপ্লৱ বাদ দি সংস্কৃতিৰ জগতলৈ ঘূৰি অহা উচিত। অসমৰ বাইজে তাক হেনো এইখন জগতত্তহে বিচাৰে। সি বিৰক্ত হৈ বন্ধুক ওলোটা প্ৰশ্ন কৰি সুধিছিল—"অসমৰ বাইজ মানে তোমালোকেই নে ?"

প্ৰশ্নবাৰ কৰি সি মনৰ জ্বালা হয়তো প্ৰকাশ কৰিছিল; কিন্তু তেনে ধৰণৰ জন-সংযোগ বিচ্ছিন্ন নেতৃত্বৰ যি এক ঢউ উঠিছিল সেই সময়ত, তাক প্ৰতি-ৰোধ কৰাৰ উপায় সি বিচাৰি পোৱা নাছিল। সেইবোৰ কথাকে চিন্তা কৰি সি আতংকিত হৈ পৰিছিল। কলা-সংস্কৃতি–ৰাজনীতি সকলো দিশতে মাটি ফুটি ওলোৱা এই অবিমৃষ্যকাৰী জ্ঞানবৰ্জিত নেতৃত্বৰ পৰা অসমক বচাবলৈ সি আৰু যতীনে যি এক উপায়ৰ কথা ভাবিছে সেয়ে যথেষ্ট হব জানো? এঠাইত এটা শংকৰী কলা প্ৰতিষ্ঠান খুলিলেই অসমীয়া সংস্কৃতি-চিন্তা গণমুখী হব জানো ? ওপৰ ধতুৰাইঁতৰ অতপালি বন্ধ হব জানো ?

যতীনৰ আগতো সি সেই সন্দেহকে প্ৰকাশ কৰিছিল। যতীনে তাৰ উত্তৰত কৈছিল যে, প্ৰথমতে গুৱাহাটীৰটোৰেই হ'কচোন হয় যদি। চৰকাৰৰ মৰ্জিৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হব যেতিয়া, চৰকাৰক কলে, চৰকাৰে বা আকৌ লয় কিদৰে ?

যতীনৰ কথাত সি হঠাৎ উত্তেজিত হৈ কৈছিল—

: লয় কিদৰে মানে ? ইয়াতভো চৰকাৰ বিৰোধী একো নাই ? আজি কিছুদিনৰ পৰা জনসাধাৰণৰ মাজত পৰস্পৰ বিৰোধী শক্তিয়ে যিদৰে খেলা কৰিছে আনে নোকোৱাকৈয়ে চৰকাৰে নিজৰ ফালৰ পৰাই এনে এটা আন্দোলন গঢ়ি তুলিব লাগিছিল।

: দাদা, আপুনি আগেয়ে ৰাজধানীৰ পৰা ঘূৰি আহকগৈ। এইবোৰ কথা ইমান সহজে, বাধাহীনভাৱে হোৱাহেঁতেন অসমৰ এনে দুৰ্গতি নহলেই-হেঁতেন। আৰু বা কোনে আমিয়ে কৰবাত বিখ্যাত হৈ পৰোঁ। বুলি ক'ত কি জাল পাতি থৈছে !

: নেতৃত্ব লবলৈ কোনোবাই আগবাঢ়ি আহিলে মইতো সাদৰেৰে তেওঁক গ্ৰহণ কৰিম। বাঞ্ছনীয় কামটো হ'লে নেতৃত্ব কোনে লয় সেইটো আমাৰ মানত নিতান্ত গৌণ কথা। বিখ্যাত হৈ হৈ মোৰ আমনি লাগি গৈছে; আৰু বিখ্যাত হোৱাৰ সঁচাকে অকণো ইচ্ছা মোৰ নাই।

তাৰ কথাৰ মূৰত যতীন কিছুপৰ মনে মনে আছিল। আৰু কেইটামান

মুহূৰ্তৰ পাচত কিবা এটা জৰুৰী কথা মনত পৰাৰ দৰে তেওঁ কৈছিল—

: বাৰু বিষ্টুদা, পলাশবাৰী সাহিত্য সভাত যে আপোনাক, মাতিছিল, আপোনাৰ যোৱা-অহাৰ বাবে বাট খৰচ কিমান দিছিল বাৰু?

: দহ টকা, কিয় বাৰু?

সি যতীনৰ প্ৰশ্নবাৰত স'চাকে হতভম্ব হৈ পৰিছিল। সিহঁতৰ আঁচনিৰ সতে সেই বাট খৰচৰ কি সম্বন্ধ যে থাকিব পাৰে ভাবি পোৱা নাছিল। যতীনে কৈছিল—

: এনেয়ে সুধিলোঁ। আপুনি পিচে সেই পলাশবৰীয়া বাইজৰ অনুৰোধতেই প্ৰথমে বিপ্লৱত যোগদান কৰিছিল!

সি তেতিয়াহে বুজিলে, যতীনে প্ৰশ্নটো এনেয়ে সোধা নাছিল। তেওঁ তাক সোঁৱৰাই দিবলৈ বিচাৰিছিল মানুহৰ মূল্যবোধৰ পৰিবৰ্ত্তন সম্বন্ধে। সি নিশব্দ হাঁহি মাৰি মনে মনে আছিল।

যতীনৰ কথাখিনি মনত পৰাত তাৰ মন দ্বিধাত বিস্ৰস্ত হৈ পৰিল। গতিকে সফলতা নিশ্চিত কৰাৰ মনেৰেই সি গৈ উঠিছিল এগৰাকী মন্ত্ৰীৰ ঘৰত।

মন্ত্ৰী তেতিয়া ঘৰতেই আছিল। কুণ্ঠাজড়িত কণ্ঠেৰে তাক সাদৰ অভ্যৰ্থনাও জনাইছিল সি তলে তলে হেস্ত নেস্ত এটা কৰি যোৱাৰ বাবে বদ্ধপৰিকৰ হ'ল। এৰোকে নগনি মন্ত্ৰীৰ আতিথ্য সি গ্ৰহণ কৰিলে।

গধূলি কতো নগৈ বিছনাত শুই শুই আঁচনিখনৰ খুতি নাতি আকৌ এবাৰ খৰচি মাৰি চাই লোৱাৰ কথা ভাবি গাৰ কাণ-ফটা পঞ্জাবীটো খুলি আঠুৱাৰ খুটিত ওলোমাই থলে সি। আঠুৱা তৰাৰ প্ৰয়োজন নাই যেতিয়া তাত থলেই সুবিধা হব বুলি সি ভাবিলে। পায়জামাটো খুলি লেতেৰা লুঙীখন পিন্ধি আলফুলকৈ ভাঁজ কৰি গাৰুৰ তলত থব খোজোতেই ডেকা ল'ৰা এজন সোমাই অহা দেখি সি বৈ গ'ল।

তাৰ সপ্ৰশ্ন দৃষ্টিলৈ ভ্ৰুক্ষেপ নকৰি ল'ৰাজনে ওচৰৰ খালী বিছনাখনতে ক্লান্তিৰে বহি ল'লে। সিও তেতিয়া তেওঁলৈ পিঠি দি ভাঁজ কৰা পায়জামাটো গাৰুৰ তলত থৈ দি বিছনাত যতনাই থোৱা কম্বলখন গাৰ ওপৰত টানি লৈ শুই পৰিল।

: মাৰ্‌লা কৈদোং আকৌ?

: হা, কোনহে তুমি? মই ভালদৰে ধৰিব পৰা নাই দেই।

সি বাগৰ সলাই ডেকা ল'ৰাজনৰ মুখলৈ চালে। আগন্তুক জনে পৰিচয়

দি কলে—

: মই শোভা ব্ৰহ্ম।

: অউ! ভালেটিহে মাতটো চিনাকি চিনাকি যেন লাগিছে। হেবিয়াৰ কোৰ্চ শেষ হ'লনে?

: শান্তি নিকেতনৰ?

: অঁ।

: হ'ল। ভাবেতো কৰবাত কিবা দিহা লগাব পাৰোঁ নেকি বুলি আহিলোঁ।

পিচে আৰৌ আপোনাক দেখাৰ লগে লগে মই হতাশ হৈ পৰিছোঁ। সি হাঁহিলে মাথোন, একোকে নকলে। তাৰ মনত পৰিছিল ঠিক এবছৰ মানৰ আগতে কমল এবাৰ ধুমুহাৰ দৰে সিহঁতৰ ঘৰলৈ অহা দৃশ্যটো। পুহ মাঘ এনেকুৱা এটা মাহৰ এদিন আবেলি। সি আছিল কিবা এটা লিখি; মাটিত বহি ওখ পীৰা এখনত। ওচৰতে হাত ভগা পুৰণি বেঞ্চিখনত আছিল কিবাকিবি সিয়নি-সোলোকা কিতাপ, কাগজ, তুলিকা, লেতেৰা ৰঙৰ টেমা আৰু মাজতে চিগা কাঠ পেঞ্চিল এডোখৰ। অলপ আঁতৰত পিতাকৰ দিনৰ বেতৰ মাজতে ফটা আৰামী চকীখনত ফটা চিটা কম্বল দুখন আৰু তুলা ওলোৱা গাৰু দুটা। তেল সিকটিৰে মলিয়ন।

কনকে সেই মুহূৰ্ত্তত বাহৰ চঁচালিৰে আঁৰ দি লোৱা ভাত ৰন্ধা কোঠাটোৰ পৰা উন্মাৰে তাক কিবাকিবি কৈছিল। অকমাণি কেচুৱাটোৱে জাৰত মাজে মাজে থুনথুনাই অশান্তি কৰি মাকৰ পিয়াহ খাই থকাৰ শব্দ সি শুনিছিল,।

ঠিক তেনে এটা মুহূৰ্ত্ততে বাহিৰৰ পদূলিত গাড়ীৰ শব্দ শুনিছিল সি। পদূলিৰ ওচৰতে কৰবাত গাড়ীখনৰ শব্দ বন্ধ হোৱা শুনিছিল। অৱশ্যে সেইপিনে মনযোগ দিয়াৰ কোনো কাৰণ সি বিচাৰি পোৱা নাছিল। কিয়নো তাৰ পুৰণি দিনৰ গাড়ী থকা বন্ধুবোৰে বহুদিন আগতেই তাৰ সংসৰ্গ ত্যাগ কৰিছে। কৰবাত তাৰ ৰাজনৈতিক বিশ্বাসৰ স্পৰ্শ লগাৰ ভয়তে।

কনক কিন্তু নীৰৱ হৈ পৰিছিল ইতিমধ্যে। সি তাৰ অৱচেতনাত কিবা এটা বিশ্লেষণাতীত প্ৰয়োজন বোধ কৰিছিল মজিয়াখনৰ চাৰিওপিনে চাই

লোৱাৰ। পীৰাত থৈ দিয়া চাকিটোৰ দুৰ্বল পোহৰত কেঁচা মজিয়াখনৰ গাঁতবোৰ এক্কাৰৰ গাঢ়ভাবে স্পষ্ট হৈ পৰিছিল। গাঁতবোৰলৈ চাওঁতে নিজকে তাৰ চাকিটোৰ দৰেই লাগি গৈছিল। নিজৰ অসামৰ্থ্যৰ গুণত জীৱনৰ সৰু সৰু বিপত্তিবোৰো দুৰ্বাৰ, অলংঘ্য হৈ পৰিছে তাৰ কাৰণে।
খেলি মেলি চিন্তাবোৰ আঁতৰাই পুনৰ লেখাত মনোনিবেশ কৰোতেই তাৰ সমগ্ৰ চেতনাক আলোড়িত কৰা চিনাকি মাত এবাৰ কাণত পৰিল। মজিয়াখনলৈ সি আকৌ এবাৰ চকু ফুৰালে। ঘৰত খুদকণ এটাও নাই; কোনোবা আহিলে আনকি যাচিবলৈ বুলি এডোখৰ তামোলৰ ব্যৱস্থাও নাই। সি লৰালৰিকৈ লেখাখিনি ঢাকি থৈ মাত দিলে—

: কোন?

: মই গুৰুদেৱ। কমল।

: অ' কমল, আহঁা আহঁা। ইচ্ কিমান দিনৰ মূৰত যে আহিলা! কনক, অ' কনক, আমাৰ কমল আহিছেহে। তোমাক যে কৈছিলোঁ, আমি একেলগে কলিকতাত থকা।
কমল সোমাই অহাৰ লগে লগে সি ব্যস্ত হৈ পৰিল। তেওঁ আহিয়েই সুধিলে—

: নবৌ আছেনে? অ' নবৌ।

: বহক দেই। গৈছো।

: কেচুৱাক লৈ ব্যস্ত হৈ আছে নিশ্চয়। আৰু আহেওনো কোন সতে তোমাৰ আগলৈ। আজি আমাৰ টেকেলিতো কাঢ়িয়েই মানুহক দিবলৈ এখন তামোলো নাই ঘৰত। বহাচোন; তুমি দেখোন থিয় দিয়েই ব'লা। ৰবা. বহিবও নো ক'ত। কাগজ-তাগজ ঠেলি থৈ বেঞ্চিখনতে বহি লোৱা।
কমলে তাৰ কথাত কোনো গুৰুত্ব নিদি জেপৰ পৰা দুই পেকেট চিগাৰেট আৰু এটা দিয়াচলাই উলিয়াই তাৰ সন্মুখৰ পীৰাখনত থলে আৰু কলে—

: এয়া আপোনাৰ বাবে আনিছোঁ। মই আজিকালি চৰকাৰী চাকৰিয়াল, খোদ ভাৰত চৰকাৰৰ অধীনত।

: যেচতো! শিল্পী গৈ চৰকাৰী চাকৰিয়াল। প্ৰমোচনেই একৰকম। নিজৰ হাঁহিৰ শব্দতে কমলে ফিল্ম ডিভিজনত কাম কৰা বুলি কোৱা কথাষাৰ সি নুশুনিলে। ইতিমধ্যে কনকে কৰবাৰ পৰা বিচাৰি বিচাৰি এডোখৰ শুকান তামোল বটাখনত লৈ সংকোচেৰে ওলাই আহিছিল বাহৰ

চঁচালি-বেৰৰ অঁাৰৰ পৰা। কমলে তাকে দ্বিধাহীনভাৱে লৈ মুখত সুমাই ল'লে আৰু কনকক কলে—

: নবৌ. আপোনাৰ বাবে মই একো অনা নাই। কিন্তু ভতিজাহঁতৰ বাবে এটা ফেৰেঙ্গ আৰু এটা গাথীৰৰ টেমা লৈ আহিছোঁ।

কথাষাৰু কৈয়ে পদূলিলৈ উভতি গৈ মোনা এখন লৈ আহি একেবাৰে পাকঘৰত থৈ আহিছিল। মোনাখন দেখি সি সুধিছিল—

: অকল ফেৰেঙ্গ আৰু গাথীৰৰ টেমাই মোনাখন ইমান গধুৰ কৰিলেনে?

: বাটতে সস্তাত অকণ চাউল আৰু পাচলি পালোঁ। গাড়ীখন আছে যেতিয়া বোলো লৈয়ে যাওঁ। মই দাঙি আনিম নে কিবা!

কমলে কথাটো একেবাৰে পাতলাই পুনৰ কলে—

: সেইবোৰ বাদ দিয়ক; গুৰুদেৱ, এতিয়া অকমান বলক মোৰ লগত। কাম এটাত সহায় কৰি দিব লাগে।

কামত সহায় লগাৰ কথাটো আছিল এটা মিছা অজুহাত মাত্ৰ। কনকক আতুৰা ভবিবৰ বাবে। সি বুজিছিল। আৰু খন্তেকৰ পাচতে দুয়ো ওলাই গৈছিল।

সিহঁতৰ পুৰণি পৰিচিত গলি এটাত গুৰুক আপ্যায়ন কৰি জোৰ কৰি কমলে গুৰুৰ জেপত টকা আশীটা সুমাই দিছিল। যাবৰ সময়ত কনকৰ সতে হাঁহি তামাচাৰে হুলস্থূল কৰিলেও তাৰ চকুত কমলৰ মুখৰ কাৰুণ্যৰ আভাসে ফাকি দিব পৰা নাছিল।

শোভা ব্ৰহ্মৰ মন্তব্যষাৰৰ উত্তৰত সি কি কব ভাবি পোৱা নাছিল। তাৰ মনত পুৰণি বিভিন্ন স্মৃতিয়ে খেলি মেলি লগাই দিছিল। তাক নীৰৱে থকা দেখি শোভাই পুনৰ কলে—

: আপুনি মোক মোৰ ভৱিষ্যত সম্বন্ধে আতংকিত কৰি তুলিছে আৰৌ। মইওতো শেষত এদিন এইদৰে মাত্ৰ এযোৰ ফটা পায়জামা পঞ্জাবীকে নিতউ পিন্ধি অসমৰ সংস্কৃতি ৰক্ষাৰ বাবে সংগ্ৰাম কৰিব লাগিব। আপোনাৰ দৰে নিৰ্মম দাৰিদ্ৰ্যৰ সতে যুঁজিব লাগিব।

: শোভা ভাই, সেইবোৰ নিতান্ত ব্যক্তিগত কথা। লাইফ সম্পৰ্কে তোমাৰ নিজৰ এপ্ৰ'চৰ ওপৰত সেইবোৰ কথাই নিৰ্ভৰ কৰে। বাদ দিয়া সেইবোৰ। মই এটা বৰ ডাঙৰ প্লেন কৰি আছোঁ। যদি চৰকাৰে সহায় কৰে তেনেহলে দেখিবা, সমগ্ৰ অসমৰ শিল্পীসমাজ চিৰদিনৰ কাৰণে বাচি যাব।

তাৰ আঁচনিখন মনোযোগ দি শুনিলেও শোভাই আশ্বাসৰ কোনো হেতু বিচাৰি নেপালে ভাত। তাক হতাশ কৰিবলৈ সত নগ'ল বাবেই তেওঁ মনে মনে ৰ'ল।

সি বহু ৰাতিলৈকে আঁচনিখন সন্মুখত লৈয়ে কটালে। শংকৰী কলা-প্ৰতিষ্ঠানত প্ৰশিক্ষণ আৰু গৱেষণাৰ সকলো দিশ থাকিব। বৰগীতৰ পৰা অংকীয়া ভাওনালৈকে, খোল সজাৰ পৰা শাঁচী অঁকালৈকে সমস্ত দিশ তাত সামৰি লোৱা হ'ব।

পাচদিনা দিনৰ দিনটো অফিচে অফিচে ঘূৰি সংশ্লিষ্ট মন্ত্ৰী আৰু বিষয়াৰ আগত আঁচনিখন বাৰে বাৰে শুৰিব পৰা ব্যাখ্যা কৰিবলগীয়াত পৰিছিল। সি অৱশ্যে কোনোবাৰেই ক্লান্তি বা বিৰক্তি বোধ কৰা নাছিল। শেষত যেতিয়া মন্ত্ৰীয়ে আশ্বাস দি কলে যে, আঁচনিখন তেওঁৰ ভালেই লাগিছে, তেওঁ চাব কি কৰিব পাৰে— সি তেতিয়া পৰম সন্তুষ্টিৰে উভতি আহিছিল।

সি ঘূৰি আহি যতীনক আনন্দেৰে কলে যে, মন্ত্ৰীয়ে শেষত অন্ততঃ আঁচনিখনৰ গুৰুত্ব উপলব্ধি কৰিলে। যতীনে তাৰ আনন্দৰ খবৰত গুৰুত্ব নিদি সুধিলে—

: মন্ত্ৰীয়ে বাৰু কি বুলি কলে?

: মানে এনেবোৰ কথা হঠাতে কৰোঁ বুলিতো কৰিব নোৱাৰে। চাব বুলি কৈছে নিজেই।

: তেন্তে আৰু হ'ল। আপুনি তেওঁ চাব বুলি অনন্তকাল বাট চাই থ'ক।

সি যতীনৰ কথাত প্ৰতিবাদ নকৰিলে। পতিয়নো নগ'ল। মাথোন তেজপুৰৰ ঘৰত পিতাকৰ দিনৰ ভগা আৰামী চকীখনত বহি বহি নিতউ চৰকাৰৰ পৰা কিবা খবৰ আহে নেকি বুলি আশা পালি বাট চাই থাকিল।





দাৰিদ্ৰ্য তাৰ জীৱনৰ সহচৰ আছিল। কিন্তু অভাৱৰ সতে কোনোদিন তাৰ পৰিচয় নাছিল। নাপালে কেতিয়াবা দুই এদিন নোখোৱাকৈয়ে থকা, সুবিধা নহ'লে অত্যন্ত প্ৰয়োজনীয় বস্তুটোও নোহোৱাকৈ চলা—এনেবোৰ কথাই তাৰ মনক কোনোদিন বিচলিত কৰিব পৰা নাছিল।

কেতিয়াবা আকৌ নিজৰ সামান্য যিকণ আছে তাকে উজাৰি দি যি তৃপ্তি সি লাভ কৰে, হেজাৰ পৰমান্নয়ো তেনে তৃপ্তি তাক দিব নোৱাৰে। এবাৰ কিবা এখন নাটকৰ আখৰা চলি থকা সময়ত যতীনৰ ঘৰত চাউল নাছিল। চাউল আনিবলৈ তেওঁৰ হাতত এটা ফুটা কড়িও নথকা দেখি সেইদিনা ৰাতি পৰিয়াল-টোৱে অনাহাৰে কটোৱাটোকে ঠিক কৰিছিল।

যতীনক ঘৰৰ পৰা আখৰাৰ বাবে লৈ আহিবলৈ যাওঁতে কথাটো সি গম পাইছিল আৰু ৰাতি আখৰাৰ শেষত তাৰ ঘৰত থকা চাউলখিনি জোৰ কৰি যতীনক দি পঠাইছিল।

পাচদিনা সিহঁতৰ উঁৱালো উদি হৈছিল। অন্তৰখন হ'লে তাৰ কিবা এটা কৰিব পৰাৰ গৰ্ৱেৰে উপচি পৰিছিল।

অভাৱৰ অক্ষমতা সি প্ৰায়ে অনুভৱ কৰা নাছিল অথবা এনেদৰেই অনুভৱ

কৰাৰ অৱকাশৰ পৰা নিজক সততে আঁতৰাই ৰাখিছিল। অন্যথা নিৰ্মম দাৰিদ্ৰ্যৰ বাবে জীৱনত তাৰ দুৰ্ভোগো কম হোৱা নাছিল ; কিন্তু তেনে কষ্টক কোনো দিন মনেৰে প্ৰশ্ৰয় দিয়া নাছিল সি।

এবাৰ কলিকতাত চেনোলা কোম্পানীৰ কাৰ্ত্তিক বাবুৱে তাক হোটেলৰ কোঠা এটাত বাহিৰৰ পৰা বন্ধ কৰি থৈ দিছিল। অনুপমা তেতিয়া ওচৰৰ কোঠাটোতে আছিল। তাই গৈছিল তাৰ আমন্ত্ৰণক্ৰমে শংকৰদেৱ আৰু মাধৱদেৱৰ নামৰ দুখন ৰেকৰ্ড নাটিকাত চৰিত্ৰদান কৰাৰ উদ্দেশ্যে। বন্দোবস্ত আছিল দুয়োখন নাটিকা সি দুদিনৰ ভিতৰতে লিখি দিব আৰু তাৰ অব্যৱহিত পাচতেই ৰেকৰ্ডিং হব। তাৰ আৰু অনুপমাৰ যাৱতীয় ব্যয় কোম্পানীয়ে বহন কৰিছিল আৰু লিখাৰ বাবে মাননি তাক অগ্ৰিম আদায় দিয়া হৈছিল।

কিন্তু অনুপমাক ওচৰত পাই সি সকলো পাহৰি গৈছিল। সাত দিনমানলৈ কাৰ্ত্তিক বাবুৱে অপেক্ষা কৰিলে ; তথাপি নাটিকা লেখাৰ কোনো লক্ষণ নেদেখি তাৰ কোঠাত লিখা সাজ-সৰঞ্জাম, খোৱাৰ সমস্ত বিলাস যোগাৰ দি কাৰ্ত্তিক বাবুৱে এই চৰম ব্যৱস্থা লৈছিল।

কাৰ্ত্তিকবাবুক ওচৰৰে মেনেজাৰৰ কোঠাত সন্তুষ্টিৰে বহি থকা দেখি আৰু দুঘণ্টামানৰ পাচত ভিতৰৰ পৰা দুৱাৰত টোকৰ পৰা শুনি আথে বেথে গৈ তেওঁ দুৱাৰখন খুলি দিয়া দেখি অনুপমাই বৰ আমোদ পাইছিল। সি হাতত টৈল অহা কাগজখিনি কাৰ্ত্তিক বাবুৰ হাতত গুজি দি বিৰক্তিৰে কৈছিল "লওক আপোনাৰ জিনিচ" বুলি। তেওঁ পৰম যত্নেৰে কাগজ কেইখিলা দুভাগ কৰি পিন্ মাৰি লৈ তাৰ হাত দুটাত ধৰি কৃতজ্ঞতাভৰা কণ্ঠে কলে—

: আমি অশেষ কৃতজ্ঞ বিষ্টুবাবু। আমাকে নিশ্চয় আপনি ক্ষমা করবেন।

সি বাধ্যত পৰি হঁহাৰ দৰে সেমেকা হাঁহি এটা মাৰি কৈছিল—

: না কিছু না।

তাৰ অৱস্থা দেখি অনুপমাই কিন্তু হাঁহিছিল। মনৰ উষ্মা গোপনে ৰাখি সি তাইক সুধিছিল—

: তোমাৰ বৰ ফুৰ্ত্তি যে ?

: ফুৰ্ত্তি নহব ? মাণিকেহে মাণিক চিনে। দুঘণ্টাত দুখন নাটিকা আপোনাত বাদে আৰু কোনোবাই লিখিছে যদি মই নাজানো। কাৰ্ত্তিক বাবুৱে কেৱল সেইটোকে নাজানে, আপোনাৰ পৰা কিদৰে আদায় কৰিব লাগে তাকো জানে ?

কথাখিনি কৈয়ে অল্পপৰাই পুনৰ হাঁহিছিল ; আৰু সেই মুহূৰ্ত্তে জীৱনত প্ৰথমবাৰৰ কাৰণে সি অনুভৱ কৰিছিল অভাৱৰ অক্ষম জ্বালা। সি লাহে লাহে তাইক উদ্দেশ্য কৰি কৈছিল মনৰ দুখত—

: তুমি হাঁহিছা ? কিন্তু চাবা, তোমাৰো এদিন হয়তো মোৰ দৰেই দশা হ'ব। টকা পইচা নহলে যে মানুহে কেনে দুৰ্গতি সহ্য কৰিবলগীয়াত পৰে।

তাৰ কথাবাৰ শুনি হঠাৎ তাই বিচলিত হৈ পৰিছিল আৰু কোঠাৰ দুৱাৰ বন্ধ কৰি উচুপি উচুপি কান্দিছিল।

এই মুহূৰ্ত্তত তাৰো আজি উচুপি উচুপি কান্দিবৰ মন গ'ল। অভাৱৰ অক্ষমতাৰ ইমান তীব্ৰ দহন সি ইয়াৰ আগতে কোনোদিন অনুভৱ কৰা নাছিল আজি এই মুহূৰ্ত্তত সি যিদৰে কৰিছে।

কনকৰ অসুখ বেচ কিছুদিন হ'ল। তিনিদিনমানৰ পৰা তেওঁ শয্যাশায়ী হৈ পৰিছে। কেউ কিছু নোহোৱা মাউৰাৰ দৰে হৈ পৰিছে থুনথুন আৰু মুনমুন। ক্ৰমে কনকৰ মাত আৰু চেতনাও হৰি আহিছে। সি কিন্তু চাই থাকিবলগীয়াত পৰিছে নিশ্চল, নিষ্ক্ৰিয় হৈ হাত সাবটি।

আকাশ-পাতাল কিবাকিবি ভয় লগা চিন্তাবোৰে তাৰ মন আচ্ছন্ন কৰি ৰাখিছিল। কনকৰ কেঁকনিৰ শব্দ শুনিলেই সি আশ্বস্ত হৈছিল। শব্দটো নুশুনা হ'লেই আতংকত তাৰ শ্বাসৰুদ্ধ হৈ যাব যেন লাগিছিল। সি তেতিয়া ভয়ে ভয়ে দূৰৰ পৰাই একেথৰে কনকৰ দেহত শ্বাস-প্ৰশ্বাসৰ উঠা-নমা লক্ষ্য কৰিছিল।

ইপিনে হাতত নাছিল এটা ফুটা কড়িও। কোনোদিন কাৰো ওচৰত হাত পাতিও পোৱা নাছিল। পাতিলেই বা হাত, দিবই বা কোনে তাৰ দৰে যোত্ৰহীন নিৰ্কৰ্মা এটাক ? বাটত চোন আজিকালি তাক চিনাকি মানুহে দেখিলেই হয় নেদেখা ভাও জোৰে, নহয় বেলেগে বাট লয়।

নিৰুপায় হৈ সি নিজৰ অসামৰ্থ্যক ধিক্কাৰ দি বাহিৰত পাৰি থোৱা কটা আৰামী চকীখনতে বহি গোটেই আবেলিটো কটাই দিছিল। মাজে মাজে ভাবিছিল যতীনৰ কথা। তেওঁ চৰকাৰী কৰ্ত্তব্যৰ আহ্বানত তেজপুৰ এৰি গুচি গৈছিল। এই সময়ত তেওঁ থকা হ'লেও অন্ততঃ দুয়োজনে চিন্তা কৰি কিবা এটা উপায় উলিয়াব পাৰিলেহেঁতেন। সি যিমানে বিভিন্ন উপায়ৰ কথা চিন্তা কৰিলে সিমানে ভৰিৰ তলৰ মাটিবোৰ খহি পৰা যেন নিঃসহায় অনুভৱ কৰিলে। সি জঠৰ হৈ চকীখনতে বহি থাকিল।

ভাবি ভাবি ভাবিব নোৱাৰা হৈ এটা মুহূৰ্ত্তত অন্যমনস্ক হৈ পৰিছিল সি। তেনেতে হাতত ডাক্তৰী বেগ এটা লৈ যুৱক এজন সিহঁতৰ নঙলামুখত ৰিক্সাৰ পৰা নামিল। ওচৰলৈ আহি তেও ইতস্ততঃ কৰি আছিল। সি উচপ খোৱাৰ দৰে সুধিলে—

: কি লাগে?

: নবৌক চাওঁ বুলি আহিছোঁ হাস্পাতালৰ পৰা।

: কোন নবৌ?

: আপোনালোকৰ নবৌৰ বহুদিন কিবা অসুখ হৈ আছে হেনো?

: কিন্তু মোৰ হাতত যে এটা পইচাও নাই ভাই।

: পইচাৰ কথা হব বলকচোন পিচে পৰেও। আগেয়ে বেমাৰী চাই লওঁ।

: আপোনাক কোনে খবৰ দিলে?

: আপোনাৰ বন্ধু এজনে। নামটো কবলৈ দিয়া নাই।

সি হাঁহিলে আৰু আগন্তুকজনক ভিতৰলৈ সুমাই লৈ গ'ল। ডাক্তৰে চাই মেলি কলে যে বেমাৰৰ চিকিৎসা তেজপুৰত নহব। অসম মেডিকেল কলেজলৈ নিব লাগিব। দেৰি নকৰি পাচদিনাই লৈ যোৱাটো নিৰাপদ হব বুলি কৈ ডাক্তৰ গুচি গ'ল।

তাৰ পৰা কিবা প্ৰত্যুত্তৰ পোৱাৰ আগতেই ডাক্তৰজন ওলাই গৈছিল। তাৰ মনটোৱে ডাক্তৰৰ পৰামৰ্শবাৰ শুনাৰ লগে লগে হাঁহাকাৰ কৰি উঠিল। ইমানপৰে আছিল তপত তেলত বুৰ গৈ, এইবাৰ সি যেন একেবাৰে জ্বলন্ত জুইৰ মাজত সোমাই পৰিল।

ৰাতিটো কিদৰে কটালে সি নিজেই নাজানে। পাচদিনা পুৱা সি ডাক্তৰজনক পুনৰ অহা দেখি উদগ্ৰ কৌতূহলেৰে সি বাট চাই থাকিল। ডাক্তৰজনে ঘৰত সোমাই বেমাৰী চাই পুনৰ ব্যস্ত হৈ ওলাই আহি তাক কলে যে, মেডিকেল কলেজলৈ নিবৰ বাবে বেমাৰীক সাজু কৰিব লাগে। তেওঁ এইমাত্ৰ গাড়ী লৈ আহিব।

সি বিস্ময় বিমূঢ়ৰ দৰে লৰালৰিকৈ আঁতৰি যোৱা ডাক্তৰজনলৈকে চাই থাকিল। কবলৈ কথাকে বিচাৰি নাপালে।

পাঁচ জানুৱাৰীৰ দিনা মেডিকেল কলেজত কনক মৰিছিল। অন্ত্যেষ্টিক্ৰিয়া ভাতেই সমাপন কৰি থুনথুন মুনমুনক লৈ সি উভতি আহিছিল। ঘৰত

সোমোৱাৰ লগে লগেই অন্তৰে তাৰ কোলাহল কৰি উঠিছিল। দুখে সুখে তাৰ এই জৰাজীৰ্ণ দৰিদ্ৰ ঘৰখনকে বেচেৰী কনকজনীয়ে ইমান আপোন কৰি লৈছিল। কোনোদিন কোনো অভিযোগ কৰা নাছিল। প্ৰতিবাদ কৰা নাছিল, এই সংসাৰখনৰ দাৰিদ্ৰ্যৰ অথবা তাৰ অসমৰ্থতাৰ বিৰুদ্ধে। সিহঁতৰ ঘৰখনত তেনে কোনো সামগ্ৰীয়েই নাছিল। তথাপি কনক থকা দিনত এনে কিবা এটা আছিল যাৰ বাবে ঘৰখন পুৰ পুৰ যেন লাগিছিল। আজি এই মুহূৰ্ত্তত হঠাৎ ঘৰখনে যেন তাৰ দাৰিদ্ৰ্যক নগ্নভাৱে প্ৰকাশ কৰি জয়াৰ, ভয়লগা কৰি তুলিছে।

সি ব্যথিত হ'ল। অজান শিশু দুটিৰ সন্মুখত প্ৰকাশ্যভাৱে দুখ কৰিবলৈকো তাৰ সাহস নহ'ল। অথচ হৃদয় তাৰ জহি পমি শেষ হৈ যোৱা যেন অনুভৱ হ'ল।

উভতি আহি ঘৰ সোমাওঁতে সিহঁতৰ গধূলি হৈছিল। দূৰৰ গীৰ্জাৰ পৰা নৱবৰ্ষৰ কল্যাণ কামনাৰ কেৰলৰ সুৰ ভাঁহি আহিছিল। সি অন্তৰ নিগৰি ওলোৱা উচুপনিবোৰ কোনোমতে চেপি ৰাখি কল্যাণ কামনা কৰিছিল তাৰ প্ৰিয়তমা পত্নী কনকৰ, সিহঁতৰ শিশু সন্তান দুটিৰ আৰু অনাগত মুহূৰ্ত্তবোৰৰ, আৰু তাৰ দৰে গৰীৱ, নিঃসম্বল সৰ্বহাৰা কোটি কোটি জনৰ।





থুনথুনেটো এতিয়া তাৰ লগেই নেৰা হৈ পৰিছে। সি অলপ বুজা হৈছে; কৰবালৈ যাবলগীয়াত পৰিলে বাপেকে সিহঁত দুটাক আনৰ আশ্ৰয়ত থৈ যোৱাটো থুনথুনে একেবাৰে পচন্দ নকৰে। ঘোৰ আপত্তি কৰে। কান্দি কাটি হুলস্থূল লগাই দিয়ে।

সেই দিনাও থুনথুনে ৰাতিপুৱা কথাটো জনাৰে পৰা আমনি কৰি আছিল। দেউতাকৰ লগত সিও যাবই গোলাঘাটলৈ। ইপিনে তাৰ নিজৰে যাবলৈ খৰচে আটৈগে নে নাই সন্দেহ। সভাৰ উদ্যোক্তাসকলে মাত্ৰ এজনৰ বাবে যোৱা-অহা খৰচটোহে দি পঠাইছিল। তদুপৰি বাটত কষ্টও হব তাৰ। দেউতাকে যিমানে বুজাইছিল সিমানে থুনথুনে আকোৰগোঁজ কৈ লাগি আছিল। সি দেউতাকৰ লগত যাবই; ঘৰত পাণ্টুহঁতৰ লগত নাথাকে।

শেষত সি নিৰুপায় হৈ ভাৰাৰ পইচাৰ পৰাই আঠ অনা খৰচ কৰি ৰল এটা কিনি দি থুনথুনক ৰবাই বুজাই কোনোৰকমে শান্ত কৰি থৈ আছিল।

অৱশ্যে গোটেই বাটটোত প্ৰতিমুহূৰ্ততে সি এটা পিটটান অনুভৱ কৰিছিল।

বিশেষকৈ ভাল বেয়া একোকে ঘুবুজা অকমানি মুনমুনটোৰ বাবে। সিতো দিনৰ দিনটো খাবলৈ নিদিলেও আপত্তি কৰিব' নাজানিব; ভোকত তাক দেখিলে যিদৰে কান্দে সেইদৰে আনৰ আগত কন্দা কটা কৰিও পেটৰ ভোকৰ জ্বালা প্ৰকাশ কৰিব নাজানিব। আনৰ পৰা আদৰ পোৱাৰ আশা বাদ দি কষ্টত হয়তো মাটিয়ে বালিয়ে আলৈ আথানি হৈ কৰবাত শুই পৰিব।

মাতৃহীন শিশু দুটিৰ কথা ভাবি মাজে মাজে চকু তাৰ চলচলীয়া হৈ পৰিছিল। গোলাঘাট পাই তাৰ পুৰণি শিল্পী বন্ধুক লগ পোৱাৰ পাচৰ পৰাহে মনটো কলপ মুকলি লগা যেন অনুভৱ কৰিছিল।

চলিহাই গোলাঘাটত প্ৰতিষ্ঠা কৰা প্ৰাগজ্যোতি কলা পৰিষদৰ বিষয়ে উলিয়াওতেহে সি বুজিলে যে, তাক যে সভালৈ বুলি মতা হৈছে, সভাখন এটা উপলক্ষ্যহে। মূল লক্ষ্য কৰবাত। আৰু তাৰ বাবে গোলাঘাটত সি প্ৰায় এমাহমানেই থাকিব লাগিব।

কথাবোৰ শুনি দ্বিধাগ্ৰস্ত হৈ বহি নাথাকিল। চেমনীয়া ল'ৰা-ছোৱালীৰ দলটো লৈ শিক্ষা দানত ব্যস্ত হৈ পৰিল। তাতে ভুবিৰ নটী-নাচবো দল এটা গঢ়ি তোলা হৈছিল। বহু তালুকদাৰ নামৰ এগৰাকী উদ্যোগী কলাপ্ৰেমীৰ যত্ন আৰু ব্যয়ত। সেই দলটোকো শিক্ষা দিবলগীয়াত পৰিছিল সি আৰু চলিহা দুয়োজনে।

দুদিনমানৰ পাচতে এটা বেচ আমোদজনক ঘটনা ঘটিল। ভুবিৰ নটীৰ পোছাকত চলিহাই ভুল ধৰিলে। সেই পোছাকবোৰ তাৰ হতুৱাই খৰচ কৰাই তৈয়াৰ কৰোৱা হৈছিল। খৰচ ছিচাপ মতে যিমান পৰে তাতকৈ ডেৰ গুণমান বেচিকৈ তাৰ হাতত তালুকদাৰে নিজেই দিছিল। সি বুজিছিল তালুকদাৰৰ এনে উদাৰতাৰ অন্তৰালত তাৰ প্ৰতি প্ৰকাশ হৈ পৰা পুতৌথিনিৰ কথা। গতিকে সি খৰচ নোহোৱা প্ৰতিটো পইচা তালুকদাৰক ঘুৰাই দিছিল।

সেইদিনা সি নতুনকৈ বনোৱা নটীৰ কিৰীটি আৰু ক্ৰিল লগোৱা চোলাবোৰ আনি তালুকদাৰ আৰু চলিহাই য'ত তাৰ বাবে অপেক্ষা কৰি আছিল তালৈ লৈ আহিল। তিনিও খুলি মেলি চালে আটাইবোৰ। তাৰ পাচত সি চলিহাৰ মতামত জানিবলৈ বুলি চলিহাৰ মুখলৈ চালে। তেওঁৰ মুখত সি এক তাৰান্তৰ লক্ষ্য কৰিলে। সি নোসোধাকৈ বৰ নোৱাৰিলে—

: ভুল হৈছে কিবা ?

: হয়, ভুল হৈছে।

চলিহাৰ স্পষ্ট উত্তৰত তাৰ ভাল লাগিল। তাৰ অনুৰোধক্ৰমে চলিহাই পোছাক বিলাকৰ কি কি খুঁত আছে বুজাই দিলে। ভুলখিনি উপলব্ধি কৰি সি কলে—

: বেজৰ নাকত খৰে খালে। আপুনি ঠিকেই কৈছে চলিহ', পোছাকত ভুল আছে। তালুকদাৰক চলিহাই দেখুৱাই দিয়া ভুলবোৰ সি বুজাই দি তৎক্ষণাৎ পোছাকবোৰ তেনেদৰে তৈয়াৰ কৰাবলৈ বুলি পঠাই দিলে। তাক অকলে পাই চলিহাই ধেমালিৰ ছলেৰে হাঁহি হাঁহি কলে—

: বাভাদেউ, মই আকৌ ভাবিছিলোঁ, আপোনাৰ ভুল ধৰিবলৈ গৈ মোবো বোলোঁ। গজেনৰ দৰেই অৱস্থা হয় নেকি ? সেই যে কলিকতাত তৰ্ক কৰি আপুনি তেওঁৰ চোলাটো ফালি দিছিল !

চলিহাৰ কথাত সি সশব্দে হাঁহি হাঁহি কলে—

: বুজিছে চলিহা, গজেন আছিল ৰাজনৈতিক নেতাৰ দৰে। ৰাজনৈতিক নেতাক শুদ্ধ পথ দেখুৱাবলৈ গৈ হাৰ মানি জনসাধাৰণে প্ৰ'টেষ্ট কৰে ঘৰ জ্বলাই, ৰেলগাড়ী বগৰাই। মই যেনিবা প্ৰ'টেষ্ট কৰিছিলোঁ। তাৰ চোলাটোকে ফালি দি।

তাৰ হাঁহিত যোগ নিদি সশ্ৰদ্ধভাৱে চলিহাই কলে—

: আপোনাৰ মনত আছেনে ৰাভাদেউ, কলিকতাত এবাৰ মোক কিবা এটা আঁকি থকা দেখি ভাৰতৰ আদিম চিত্ৰকলা সম্বন্ধে আপুনি যে কেইটামান কথা কৈছিল ? মই ভাবিছিলোঁ, এনেয়ে অৰ্থহীন কিবা কোৱা বুলি। মই প্ৰতিবাদো কৰিব খুজিছিলোঁ, জানো কি কাৰণত নকৰিলোঁ ! কিন্তু নকৰি ৰক্ষা পৰিলোঁ। কৰা হ'লে মোক যে কিমান মূৰ্খ বুলি ভাবিলেহেঁতেন মানুহে।

: এহ্ তেনেকে কয় কেলেই ? মানুহৰ শিকাৰ কিবা অন্ত আছে জানো ? মইওতো আজি আপোনাৰ পৰা নতুন কথা এটা শিকিলোঁ।

: সেয়া নতুন শিকা নহয় নহয় ; আপুনি পাহৰি আছিল, মই যেনিবা মনত পেলাই দিলোঁ। বাক ৰাভাদেউ, আমি যে জগদম্বা বাজপেয়ীৰ সতে নাট্য শাস্ত্ৰৰ অনুবাদ কৰাৰ কাম কৰিছিলোঁ আপোনাৰ মনত আছে নহয়। সেই তাহানি যে কলিকতাত ? আপোনাৰ হেৰোৱা কাগজখিনি পালে জানো ?

: ক'ত পাম ? জীৱনত কোনোদিনে হেৰোৱা বস্তু ঘুৰাই পোৱা নাই।

এইটোকো নেপালে। আৰু নাপামো কোনোদিনে।
কথাষাৰ কওঁতে চাট্‌কৰে তাৰ মনত পৰি গ'ল কনকলতাৰ কথা। হঠাৎ মনটো বিষাদ-গধুৰ হৈ পৰিল। হুমুনিয়াহ এটা কাঢ়ি সি নীৰৱে তললৈ মূৰ কৰি থাকিল বহু পৰ। চলিহাই ঠিকেই আন্দাজ কৰিছিল তাৰ মনৰ কথা। আৰু সেইবাবেই তেঁৱো নীৰৱ হৈ বহি থাকিল।
এনেতে ডেকা ল'ৰা এজন ব্যস্ত হৈ সোমাই আহিছিল সিহঁত বহি থকা কোঠাটোলৈ। ল'ৰাজনে দুয়োৰে সঁহাৰিলৈ অপেক্ষা নকৰি তেওঁৰ উদ্দেশ্যৰ কথা কলে। ল'ৰাজন ওলাই যোৱাৰ পাচত কনকৰ কথা পাহৰিছিল সঁচা, কিন্তু মনৰ সমস্ত উদ্যম সি হেৰুৱাই পেলাইছিল। ডেকাহঁতে ৰুক্মিণীহৰণ নাট মেলিব হেনো। তাত সি হব লাগে উদ্বোধক। সি আগ্ৰহেৰে তাত সম্মতি দিছিল ; কিন্তু অনুষ্ঠানত বিশিষ্ট দৰ্শক হিচাপে মন্ত্ৰী এজনো উপস্থিত থাকিব বুলি শুনি তাৰ সমস্ত আগ্ৰহ স্তিমিত হৈ পৰিছিল হঠাৎ। অথচ ডেকাহঁতৰ আগ্ৰহ দেখি কিবা এটা আপত্তি দৰ্শাবলৈকো তাৰ সত যোৱা নাছিল।
মন্ত্ৰী—যাৰ "আমি চাম বাৰু"ৰ অৰ্থ হ'ল একোকে নকৰা আৰু যাৰ কথাত মৰ্যাদা দি সি সুদীৰ্ঘ আঠৈটা বছৰ কটালে নিষ্ফল প্ৰতীক্ষাত—তাৰ মনটোৱে বিদ্ৰোহ কৰি উঠিছিল, তেনে এটা জীৱৰ সতে সি একেটা অনুষ্ঠানত যোগ দিবলগীয়া যে হব !
মন্ত্ৰী অৱশ্যে আহিছিল। আৰু সেইদিনাই সি কাকো একো নোকোৱাকৈ উজনিলৈ যোৱা বন্ধু এজনক বাটতে লগ পাই তেওঁৰ লগতে গোলাঘাট এৰি গুচি আহিছিল।
বন্ধু আছিল চাহ বাগিচাৰ বিষয়া। যাব তিনচুকীয়া অঞ্চলৰ কোনোবা এখন বাগিছালৈ। কিন্তু টীয়ক পোৱাৰ মুহূৰ্ত্ততে তাৰ মনটো সলনি হ'ল। আৰু বন্ধুৰ পৰা বিদায় লৈ টীয়কতে সি নামি গ'ল।
টীয়কত নামি যোৱাৰ বিশেষ এটা কাৰণো আছিল। সি হঠাৎ এখন চিনাকি চিনাকি লগা মুখ দেখিছিল। বন্ধুৰ গাড়ীৰ পৰা নামিয়েই সি তাতে কেৰা-জনো চিনাকিক লগ পালে। সি কিন্তু লগ ধৰিলে চিনাকি চিনাকি লগা মুখখনৰ গৰাকীক হে। তেওঁ আছিল মাজুলীৰ বায়ন। এগৰাকী বিশিষ্ট শিল্পী। টীয়কতে এটা অনুষ্ঠান পাতি কেইটামান ল'ৰা ছোৱালীক সত্ৰীয়া নৃত্য-গীত শিকাবলৈ লৈছিল।

সি লগ ধৰা দেখি শিল্পী গৰাকীয়ে বিচুৰ্ত্তি খালে। ভাবিলে কলৈ যায় সি! তেওঁ নিজেই এই অঞ্চলটোত নতুন। তাতে তেওঁৰ শিক্ষাদান প্ৰায় শেষেই হৈছিল। অনুষ্ঠানটোৰ দায়িত্ব স্থানীয় এগৰাকী শিল্পীক গটাই দি তেওঁ দুই এদিনতে ইয়াৰ পৰা আৰু এখন নতুন ঠাইলৈ যোৱাৰ কথা। মাজুলীৰে এখন ঠাইত বাইজে বৰকৈ মাতি আছে।

তদুপৰি তাৰ দৰে আধুনিক গীত গোৱা, কথাছবি থিয়েটাৰ কৰা মানুহৰ সতে সত্ৰীয়া শিল্পীৰ যোগাযোগ সুখজনক অথবা লাভজনক কোনোটোৱেই নহয়। তেওঁ অনিচ্ছা সত্বেও তাক শিক্ষা কেন্দ্ৰটোলৈ লৈ গ'ল। সেইদিনা সৌভাগ্য-ক্ৰমে প্ৰশিক্ষণ বন্ধ আছিল ; গতিকে বায়নে দ্বিধাহীনভাবে তাক লৈ গৈছিল।

ছায়াঘন কঠাল গছ এজোপাৰ তলত সৰু, খেৰ-বাঁহৰ, খিৰিকী-কটা ঘৰটো দেখি তাৰ বৰ ভাল লাগিছিল মনত। কোনোদিন ভাবি নোপোৱা চিনাকি, নিবিড় সমন্ধ এটা অনুভব কৰিছিল বায়নৰ প্ৰতি। তেওঁ তাক বিছনাতে বহিবলৈ দি কিবাকিবি যোগাৰ কৰিবলৈ বুলি বাহিৰলৈ যাব খোজোতেই সি বাধা দি কলে—

: বায়ন, মোক একো নালাগে। আপুনি বহকচোন সুস্থিৰ হৈ। সময়টো আশাৱৰী ৰাগৰ সময় ; গাওক না ৰাগটোকে।

তাৰ অনুৰোধষাৰ শুনি বায়ন সঁচাকে হতভম্ব হ'ল। তেওঁ ভৱাই নাছিল সি কিবা ৰাগ ৰাগিনীৰ কথা জানে বুলি! বায়নে সন্তৰ্পণে তাৰ পিনে চালে। সি তেতিয়া বেৰত আঁৰি থোৱা খোলটোলৈ এক দৃষ্টে চাই আছিল। সেই অৱকাশতে চকু দুটা মুদি বায়নে আশাৱৰী ৰাগৰ গীত এটি গাবলৈ আৰম্ভ কৰি দিলে।

তাৰ অনুৰোধ ৰক্ষা কৰি যদিও গাইছিল, বায়নে গুণীজনৰ আগত যি সংযম ৰক্ষা কৰি চলে, ৰাগটো গাওতে তেনে সংযম ৰক্ষা কৰাৰ কথা ভৱা নাছিল আৰু প্ৰয়োজনো বোধ কৰা নাছিল।

বায়নে গীতটো শেষ কৰাৰ পাচতেই তাৰ কণ্ঠেৰে ওলাই আহিছিল অন্য এক আশাৱৰী ৰাগ। অবাক বিমুগ্ধ দৃষ্টিৰে বায়নে তালৈ চাই ৰ'ল। সহজ সাৱলীলভাৱে গোৱা ৰাগৰ সুৰধ্বনি অন্ত হোৱাৰ পাচতো তেওঁ জঠৰ মূৰ্ত্তিৰ দৰে অলৰ অচৰ হৈ বহি থাকিল। বহু পৰৰ পাচত সংকোচ জড়িত কণ্ঠেৰে বায়নে সুধিলে—

: এইটোও আশাৱৰী যেনেই লাগে চোন মাজে মাজে?

: মাজে মাজে নহয়, একেবাৰে শুদ্ধ আশাৱৰী। অৱশ্যে হিন্দুস্থানী সংগীতৰ। আপুনি গোৱাটোৰ সতে ইয়াৰ প্ৰভেদ ভালেখিনি ; আপোনাৰটোত ইয়াৰ স্থানীয় ঠাট কিছুমান আছে। প্ৰচলিত তালবোৰতো যে মাত্ৰাৰ আৰু চোমৰ কিছুমান সূক্ষ্ম ভেদাভেদ আছে সেইবোৰো সি বজাই দেখুৱাই দিলে। বৰগীতৰ সুৰতো যে সত্ৰে সত্ৰে ইমান প্ৰভেদ সেই বিষয়ে বায়নে সেইদিনাই প্ৰথমে গম পাইছিল। বায়নে তাৰ কাণ্ড-কাৰখানা দেখি হতবুদ্ধি হৈ পৰিছিল।

সেইবোৰ আলোচনা বিলোচনা. কৰি থাকোতেই গধূলি হৈছিল। আৰু এটা মুহূৰ্ত্তত সি ঘপ্ কৰে বায়নৰ জুপুৰীটোৰ পৰা ওলাই আহিল। বায়নে বিস্ময়েৰে সুধিলে—

: কি হ'ল ?

: একো হোৱা নাই। মই যাওঁগে জখলাবন্ধাৰ পিনে।

বায়নে বিমূঢ় হৈ নীৰৱ সপ্ৰশ্ন দৃষ্টিৰে তাৰ মুখলৈ চাই ৰ'ল। -সি আশ্বাসৰ হাঁহি এটা মাৰি কলে—

: বহুতো গাড়ী গৈ থাকে নহয় ? আন নাপালেও ট্ৰাকতো পামেই।

পাচদিনা পুৱা ভোমোৰাগুৰি ঘাট পোৱাৰ লগে লগেহে শিশু পুত্ৰ দুটিৰ কাৰণে মনটো তাৰ ব্যগ্ৰ হৈ পৰিল। ঘৰৰ পৰা গোৱাৰ দিনা থুনথু'ন কৰা আমনিৰ সেই দৃশ্যটো মনত পৰাত ঘৰ সোনকালে পোৱাৰ বাবে সি অভীষ্ঠ হৈ উঠিল। ঘৰৰ পৰা আঁতৰি থকা এই সাতোটা দিনকে তাৰ সাতোটা বছৰ যেন লাগিল। মনে মনে সি প্ৰতিজ্ঞা কৰিলে আৰু কেতিয়াও কলৈকো সিহঁত দুটাক অকলে অকলে এৰি থৈ সি ঘৰৰ পৰা বাহিৰ নহয়। সি সেই মুহূৰ্ত্তত অৱশ্যে কল্পনাও কৰা নাছিল যে, এই কণ কণ শিশু দুটিক এদিন নিঃসহায়, অনাথ অৱস্থাত এৰি থৈ যাবলৈ সি বাধ্য হব, তাকো বহুতদূৰলৈ আৰু বহুত দিনৰ কাৰণে, নিতান্ত এক নিদাৰুণ পৰিস্থিতিৰ কবলত পৰি।

---



সেইদিনাৰ ৰাতিটোও সিহঁতৰ পিতাপুত্ৰৰ সংসাৰখনৰ কাৰণে আনদিনাৰ দৰেই বৰ্ণহীন, উত্তাপহীন এটা ৰাতি আছিল। পঢ়াৰ নামত থুনথুন মুনমুনে পঢ়া খেলাতে নোখোৱা নোবোৱাকৈ শুই পৰিছিল। আৰু সি আনদিনাৰ দৰেই আলোছায়া ষ্টুডিঅ'ত বলীনৰ লগ লৈ সিহঁতৰ পুৰণি গলিটোত সোমাই তুষ্ট হৈ ভালেখিনি ৰাতি কৰি উভতি আহিছিল। আহিয়েই ল'ৰা দুটিক জগাই ভাত খুৱাইছিল আৰু অলপো বিলম্ব নকৰাকৈ বিছনাত পৰিছিল দুয়োটিকে দুকাষে শুৱাই লৈ।

বিছনাত পৰি সি নিতউ শুৱাৰ দৰে ভাবিছিল মোহিনীক ঘূৰাই অনাৰ কথা। তাৰ ওচৰত নিতত হৈ পৰি থকা নিৰীহ নিষ্পাপ শিশু দুটিৰ মুখকেইখনৰ কথা মনলৈ আহিলেই মোহিনীৰ কথা মনত পৰি যায় আপোনা আপুনি। তাইক উভতি আহিবৰ বাবে চিনাকি বহুজনৰ জৰিয়তেদি কেবাবাৰো কোৱাইছে সি। তাই কিন্তু আহিবলৈ অনিচ্ছা প্ৰকাশ কৰিছে প্ৰতিবাৰেই।

তাই অহাহেঁতেন অন্ততঃ ল'ৰা দুটিক লৈ নিশ্চিন্ত হব পাৰিলেহেঁতেন সি। ভাবি ভাবি মাজে মাজে তাৰ ভয়ও যে নালাগে এনে নহয়। তাৰ ভয়ো হয়—কিজানিবা তাই আহিলে সি ভবাৰ দৰে, সি আশা কৰাৰ দৰে ল'ৰা দুটিয়ে

আদৰ যত্ন নেপায়েই তাইৰ পৰা।

চিন্তাতো তাৰ কেৱল সিহঁত দুটাক লৈয়ে নহয়। ইপিনে ওচৰৰ সীমান্তত শত্ৰুৱে আক্ৰমণ কৰিছে। মানুহবোৰে ভয়ত পেপুৱা লাগিছে। চহৰৰ ধনী সংস্থান সম্পন্ন পৰিয়ালবোৰে ইতিমধ্যেই নিজৰ ব্যৱস্থাৰে চহৰ এৰি নিৰাপদ ঠাইত আশ্ৰয় লৈছে। গাঁৱৰ দুখীয়া পৰিয়ালবোৰে কোনো উপায় নেদেখি হাঁহাকাৰ কৰিছে। সি গাঁৱে গাঁৱে ঘূৰি মানুহবিলাকক অভয় দি ফুৰিছে। আশ্বাস দিছে সেইসকলক যদিহে গাঁও এৰিবলগীয়া অৱস্থা এটা হয় তেন্তে তাৰ ব্যৱস্থা সি কৰিব। তেওঁলোকে তাৰ ওপৰত সমস্ত নিৰ্ভৰ কৰিব পাৰে।

ইপিনে ৰেডিঅ'ত, বাতৰি কাকতত আৰু বিশেষকৈ উৰা বাতৰিত ভয়াবহ খবৰবোৰ নিতউ আহিয়ে আছে। মানুহৰ ধৈৰ্যৰ বান্ধ একৰকম ভাগি যোৱাৰ উপক্ৰম হৈছে। সি যদিও লোকক অভয় দিছে, নিজে কিন্তু ভীতিমুক্ত হব পৰা নাই। ভাবিও উপায় পোৱা নাই, যদিহে হঠাৎ বিপদ আহি পৰে সি ভীতিগ্ৰস্ত মানুহবোৰক লৈ কি কৰিব।

এনেদৰে ওলট পালট চিন্তাৰ পাকঘূৰণি খাই এসময়ত সি টোপনিত অচেতন হৈ পৰিছিল।

কিমানপৰ টোপনিত পৰিছিল তাৰ খবৰ নাছিল, এনেতে চকমক কৰে সি সাৰ পাই উঠিছিল হঠাৎ কিবা এটা শব্দ শুনি। সি কাণ পাতি ৰ'ল। দুৱাৰত কোনোবাই সশব্দে আঘাত কৰিছিল। কোন বাৰু? কিমান বা ৰাতি হ'ল? নিশ্চয় কোনোবা চিনাকি মানুহ কিবা বিপদত পৰি আহিছে। সি লৰালৰিকৈ উঠি আহি দুৱাৰ খুলি দি মুৰটো বাহিৰলৈ উলিয়াই-সুধিলে—

: কোন? কি লাগে?

: আপুনি আমাৰ লগত থানালৈ যাব লাগে।

: থানা? কিয়?

প্ৰথমতে টোপনিৰ আলিজালিত সি ধৰিব পৰা নাছিল। তেতিয়া অৱশেষে সি স্পষ্টকৈ দেখিছিল তাৰ ভগা ঘৰটোৰ চাৰিওপিনে বেঢ়ি থকা সশস্ত্ৰ পুলিচ কেইটাক।

: মই কি জগৰ লগালোঁ ভাই! মোৰ জ্ঞান বিশ্বাসমতে একো অপৰাধ কৰাচোন মোৰ মনত নপৰে?

: থানালৈ আহক। তাতে জানিব পাৰিব।

সি বাক্যব্যয় নকৰি পুলিচৰ সতে যেনেকে আছিল তেনেদৰেই ওলাই গ'ল। মনতে ভাবিছিল, নিশ্চয় কৰবাত কিবা ভুল বুজাবুজি হৈছে। থানালৈ গ'লেই পুলিচে নিজৰ ভুল বুজিব পাৰিব। থানাত গৈ যেতিয়া

সি অফিচাৰৰ পৰা জানিব পাৰিলে যে তাক গ্ৰেপ্তাৰ কৰা হৈছে, সি বজ্ৰাহতৰ দৰে হৈ পৰিল।

: গ্ৰেপ্তাৰ? মোক? কিন্তু কিয়?

: সতৰ্কতামূলক ব্যৱস্থা হিচাপে। শত্ৰুৱে আমাৰ দেশ আক্ৰমণ কৰিছেতোন!

সি চাৰিওপিনে চকু ফুৰাই পুলিচ বিষয়াজনৰ কথাষাৰ হৃদয়ংগম কৰিবলৈ চেষ্টা কৰিলে। দেখিলে তাৰ ৰাজনৈতিক সহকৰ্মী কেবাজনকো ইতিমধ্যে গ্ৰেপ্তাৰ কৰি থানাত পুলিচৰ হেফাজতত ৰখা হৈছে। লাহে লাহে তাৰ মনত বিষয়াজনৰ কথাষাৰৰ মৰ্ম স্পষ্ট হৈ পৰিল। ভয়ত শিহৰি উঠিল তাৰ ভৰিৰ পৰা মূৰলৈকে সমস্ত দেহ। সি কাতৰ হৈ বিষয়াজনৰ হাত দুটাত ধৰি সুধিলে—

: মোৰ মাউৰা কণ কণ পোনা দুটিক কৰবাত কাৰোবাৰ হাতত গটাই থৈ আহিব পাৰিম নে বাৰু? পুৱা সাৰ পালেই মোক বিছনাত নেদেখিলে সিহঁতে কান্দি কাটি বলিয়াৰ দৰে হৈ পৰিব। মোক ভাই থন্তেক সময় দিয়ক। বৰ বেচি পোন্ধৰটা মিনিট। মই মাথোন যাম আৰু সিহঁতক ওচৰৰে কাৰোবাৰ ঘৰত থৈ গুচি আহিম। মোক বান্ধি লৈ বলক। মই কেতিয়াও কোনো অভিযোগ নকৰোঁ।

তাৰ কাতৰ অনুৰোধ তেওঁলোকৰ ভিতৰত বহু আলোচনা বিলোচনাৰ অন্তত বিষয়াজনে ৰক্ষা কৰিছিল। শিকলিবদ্ধ অৱস্থাতেই তাক ঘৰলৈ লৈ যোৱা হৈছিল।

শিশু দুটিয়ে কিন্তু ভয়তে তাৰ ওচৰ চপা নাছিল। সিহঁতে হতবাক হৈ বাৰে বাৰে তাৰ শিকলিবদ্ধ হাতদুটালৈ চাইছিল আৰু ভয়ে ভয়ে শিকলিৰ আনটো মূৰ ধৰি থকা চিপাহীজনলৈ লক্ষ্য কৰিছিল।

ওচৰৰে এঘৰত সিহঁত দুটিক গটাই থৈ সি যেতিয়া পুলিচৰ লগত একেবাৰে ওলাই আহিছিল, উথলি অহা চকুৰ পানীবোৰ কষ্টেৰে সামৰি সিহঁত দুটিৰ মুখলৈ চাই বিদায়ৰ সেমেকা হাঁহি মাৰিছিল। তাক আঁতৰি অহা দেখিও সিহঁতে কন্দা নাছিল। ভয়ত, বিস্ময়ত ইমান অভিভূত হৈ পৰিছিল যে, কন্দাৰ কথা সিহঁতে পাহৰিয়ে গৈছিল।

আলিবাটলৈ ওলায়েই কিন্তু তাৰ প্ৰচণ্ড খং উঠিছিল। মনত পৰিছিল তাৰ ৰাজেন কলিতাৰ কথা; লোকনাথ বৰুৱা, হৰেন কলিতা, ৰাজনী বৰুৱাৰ

কথা। নাৰায়ণ মেধি চাইকেল মেকাৰ, ঋগক চুলীয়া, বলো বসুমতাৰী, প্ৰতাপ ৰাভা, পদ্ম কাকতিৰ দৰে কৰ্মীসকলৰ অপৰিসীম ত্যাগৰ কথা। সেই সকলৰ ত্যাগ স্বীকাৰৰ কথা মনত পৰাত তাৰ নিজৰ অৱস্থাটো একেবাৰে স্বাভাৱিক, সহজ-সাধাৰণ এটা ঘটনাৰ দৰে লাগিল। ল'ৰা ছুটাৰ কথা, পুলিচৰ হাতত অলপ আগতে পোৱা অপমান তাৰ মানত একেবাৰে গুৰুত্বহীন হৈ পৰিল।

সুদীৰ্ঘ সাত মাহৰ পাচত উৰিষ্যাৰ বৰহমপুৰ জেলৰ পৰা মুক্তি পাই যেতিয়া সি তেজপুৰলৈ উভতিছিল তেতিয়া আছিল জুন মাহ। সেৰেঙা সেৰেঙা লগা তেজপুৰ চহৰলৈ জুন মাহৰ এটা উত্তপ্ত দিনত সি উভতি আহিছিল। বিদেশী শত্ৰুৰ ভয়ত পলোৱা চহৰৰ মানুহবোৰৰ আটায়ে তেতিয়াও উভতি অহা নাছিল। চহৰখন তেতিয়া পুৰুষৰ চহৰ যেন লগা হৈছিল।

তাক আদৰিবলৈ নঙলামুখত ৰৈ আছিল সৰু এটা মানুহৰ জুম। তাতে সি বলীনকো দেখিছিল। পুৰণি বন্ধুক দেখি মনটো অকণ উৎসাহিত হৈ উঠিল। কিন্তু ল'ৰা ছুটিক দেখাৰ লগে লগেই সাত মাহ আগৰ বিদায়ৰ দৃশ্যটো মনত পৰাত তাৰ উৎসাহ হঠাৎ স্তিমিত হৈ পৰিছিল।

সিহঁত দুয়ো তাক সাবটি ধৰি উচুপি উচুপি কান্দিছিল। সি আশ্বাস দিয়াৰ মনেৰে জোৰকৈ হঁহাৰ চেষ্টা কৰিছিল। দেহ-মনত হঠাৎ কিবা এক কাৰণ বিচাৰি নোপোৱা জঠৰতা অনুভৱ কৰিছিল সি। এনেহে অনুভৱ হ'ল, যেন তাৰ জীৱনটোৰ কৰিবলগীয়া কামবোৰ সেই মুহূৰ্ত্ততে শেষ হৈ গ'ল।

সঁচাকে তাৰ পাচত তাৰ জীৱন কাহিনী ইতিহাসৰ অযোগ্য কিছুমান নৈমিত্তিক ,ঘটনাৰ সমষ্টি মাথোন। যি ঘটনাপঞ্জীত জড়িত হৈ আছিল তাৰ পুৰণি বন্ধু বলীন আৰু তাৰ চিৰ সহচৰী বিফলতা।

---



এইবাৰ সি পাৰত জপিয়াই উঠা মাছটোৰ দৰে হৈ পৰিল। জেলৰ পৰা ওলাই অহাৰ পাচত সি কটাবলগীয়া হোৱা নিৰ্বিঘ্ন দিনবোৰ তাৰ বাবে একেবাৰে অৰ্থহীন হৈ পৰিল। চাৰিওপিনৰ পৰিবেশটো তাৰ বাবে হৈ পৰিছিল নিদাৰুণভাৱে অসহনীয়। অথচ হাত সৰাৰ বাবে কোনো উপায়ো নাছিল তাৰ।

বাহিৰলৈ অকণ কেতিয়াবা ওলাই গ'লেও মানুহবোৰে যেন তাক এৰাই ফুৰিবলৈ যত্ন কৰে এনে এটা অনুভৱ হয় তাৰ। গতিকে আনক কষ্ট দিয়াতকৈ সি নিজেই বাহিৰলৈ ওলোৱাটো বন্ধ কৰি দিলে। ঘৰতে সৰু সৰু ল'ৰা ছুটাক লৈয়ে কিবাকিবি কৰি ব্যস্ত হৈ থাকে। অৱশ্যে যেতিয়া সিহঁত ঘৰত থাকে। আৰু সিহঁত যেতিয়া স্কুললৈ অথবা লগৰ লগত খেলিবলৈ ওলাই যায়, সি তেতিয়া ঘৰৰ বাৰান্দাত বহি আলৰ বুঢ়াৰ দৰে স্মৃতিৰ ৰোমন্থন কৰি কটায়।

তেনে অকলশৰীয়া মুহূৰ্তবোৰত প্ৰায়ে তাৰ মনত পৰে ঢাকাৰ সৰু কালৰ সেই দিনবোৰৰ কথা। মোতী মিঞা, গহৰজান বিবি আৰু দোভাগ ৰাতি সিহঁতৰ ঘৰৰ পিচফালৰ বাটটোৰেদি গীত গাই যোৱা পীৰজনৰ কথা। যিটো গীত

পিতাকৰ পৰা প্ৰথম সি শিকিছিল। শেষত প্ৰায়ে তাৰ স্মৃতিচাৰণ স্তব্ধ হৈ ৰৈ গৈছিল কামাখ্যা পাহাৰৰ দাঁতিৰ সেই অকলশৰীয়া জুপুৰীটোত। য'ত সি অনুপমাক ঘনিষ্ঠভাৱে পাইছিল।

সেইদিনা পুৰা অৱশ্যে কেৱল অনুপমাৰ কথাকে ভাবিছিল সি। প্ৰথম সেই মানুহজনীয়েই তাৰ জীৱনৰ অৰ্থ বিচাৰি হাবাথুৰি খোৱাৰ সময়ত তাক দিছিল অকুণ্ঠ প্ৰশ্ৰয় আৰু অকপট আশ্বাস। মাজে মাজে মনত তাৰ এনেহে লাগিছিল যেন ঘৰ-পৰিজন চব পেলাই থৈ পুনৰ অনুপমাৰ কাষলৈ ঘুৰি যাব। ভাৱোতে ভাৱোতে মনৰ গহনৰ পৰা অলেখ স্মৃতিয়ে উক দি উঠিছিল। অনুপমাই যিদিনা প্ৰথম তাক দেখিছিল, সেইদিনা তাইৰ মনত জন্মা সক সক অনুভূতিবোৰ অননুকৰণীয় মাধুৰ্যেৰে তাই এদিন তাক কৈছিল। স্মৃতিৰ আঁহ ফালি ফালি সেইবোৰকে মনত পেলাইছিল সেইদিনা সি।

তাই তেতিয়া কলিকতাত। 'মনোমতী'ৰ শুটিং হৈ আছিল তাত। সেই সময়তে কলিকতাৰ এ এচ এল ক্লাবে পতা এটা সংগীতানুষ্ঠান উপভোগ কৰিবলৈ প্ৰযোজকৰ পৰিয়ালৰ সতে লগত ভায়েক হবেণক লৈ অনুপমাও আহিছিল। তাই ভায়েকৰ সতে বহিছিল মাজৰ শাৰীত। এজন ঘোষকে অসমীয়াতে ঘোষণা কৰি আছিল যে, দেশৰ এগৰাকী খ্যাতনামা অসমীয়া শিল্পীক সেই অনুষ্ঠানলৈ আমন্ত্ৰণ জনোৱা হৈছিল আৰু সৌভাগ্যৰ কথা, তেখেত বেনাৰচৰ পৰা কলিকতা পাইছেহি, আৰু অনুষ্ঠানত যোগ দিয়াৰ উদ্দেশ্যে তেখেত যি কোনো মুহূৰ্ত্তত আহি পায়হিহে লাগে।

খন্তেক পাচতে কোনোবা এজন আহিছিল। গোটেই হলটোৰ দৰ্শক আৰু উদ্যোক্তাসকলৰ মাজত মৃদু চাঞ্চল্যৰ সৃষ্টি হৈছিল। মঞ্চত জনদিয়েক উদ্যোক্তাক লৰা ঢপৰা কৰা দেখা গৈছিল। দৰ্শকে ডিঙি মেলি মেলি মঞ্চলৈ চাইছিল। মঞ্চত কিন্তু তাই বিশেষ লক্ষ্যনীয় একোকে দেখা নাছিল।

এনেতে হঠাৎ মঞ্চৰ পৰা এটা সুৰ উঁাহি আহিছিল—বিশ্বৰ ছন্দে ছন্দে মহানন্দে আনন্দে……। হল ঘৰটোৰ শ শ শ্ৰোতা হঠাৎ নীৰৱ নিতাল হৈ পৰিছিল। গীত শেষ হোৱাৰ পাচতো মন্ত্ৰমুগ্ধৰ দৰে শ্ৰোতৃবৃন্দ নিশ্চুপ স্তব্ধ হৈ বহি আছিল। খন্তেক পাচতহে কাৰোবাৰ এটা হাত চাপৰিত হলৰ মানুহবোৰ যেন জাগৰ খাই উঠিছিল; জাউৰিয়ে জাউৰিয়ে হাত চাপৰিত পৰিবেশৰ নিস্তব্ধতা চিৰাচিৰ হৈ গৈছিল বেচ কিছু সময়ৰ কাৰণে।

অনুপমাই কিন্তু সুৰৰ মায়াজালত বন্দী হৈ যোহাৰিষ্টৰ দৰে জঠৰ হৈ বহি

আছিল। এনে অন্তৰ পৰশা সুৰ তাই হেনো কোনোদিন তাৰ আগতে শুনা নাছিল।

হলৰ পৰা যেতিয়া সি বিদায় লৈ ওলাই আহিছিল, তেতিয়াহে তাই হেনো ভায়েকক সুধিছিল "বিষ্ণু ৰাভা কোনজন আছিল বাৰু" বুলি। ভায়েকে কৌতুকবোধ কৰি কলে—

: কেলেই চাইড উইংচৰ কাষত হাৰ্মোনিয়মটো লৈ বহিছিল যে?

: এহ্ মই ভালদৰে দেখাকে নাপাওঁ। মানুহৰ মূৰৰ মাজেদি ডিঙি মেলি মেলি চাওতে শকত বগাকে মানুহ এটা দেখিছিলোঁ। মই আকৌ তেওঁকে যেন পাইছিলোঁ।

: ধেত্, তেওঁ নহয়। অৱশ্যে ৰাভাও শকত; বগা কিন্তু নহয়। বিৰাট হটঙা মানুহ। মুখখন হ'লে বৰ মৰম-লগাকে।

তাৰ পাচত কিযে এক অদ্ভুত যোগাযোগ! তাৰ পাচদিনাখনেই সি সেই কথাছবিৰ নৃত্য পৰিচালক হিচাপে চুক্তিবদ্ধ হৈছিল। আৰু লগে লগে অনুপমাই তাৰ একেবাৰে কাষ চাপি আহিছিল।

সেই শকত বগাকে মানুহজনৰ কথা কৈ পাচত বহুদিন সি অনুপমাৰ খং তুলিছিল। তেওঁ আচলতে আছিল তাৰ সংগীতৰ এগৰাকী অনুৰাগী— ৰাজকুমাৰ সিং। সেইকালৰ শান্তি নিকেতনৰ অধ্যাপক।

তাৰ বন্ধু তৰুণ দুৱৰা আৰু সি যেতিয়া উনৈচ শ তিয়াল্লিচ চনত চেণ্ট জেভিয়াৰ্চ কলেজ মঞ্চত শিৱ তাণ্ডৱ নাচিছিল তেতিয়াও এই ৰাজকুমাৰ সিঙেই খোল-সংগৎ কৰিবৰ বাবে শান্তি নিকেতনৰ পৰা ঢাপলি মেলিছিল।

মাজৰ সুদীৰ্ঘ খোল-সোতৰটা বছৰৰ স্মৃতিৰ ঢাকনিবোৰ সি উদিয়াই উদিয়াই চাই গৈছিল। কামাখ্যাৰ দাঁতিৰ সেই সৰু অকমানি ঘৰটোত বাদে কতো খন্তেক থমকি ৰবৰ তাৰ মন যোৱা নাছিল। বাটকুৰি বাই বাই বছৰবোৰৰ বুকে বুকে খোজ দি পাইছিলহি সি তাৰ বৰ্ত্তমানৰ দুৰ্বিসহ দুৱাৰডলিটো। অসহ্য এক মনোবেদনাত মূৰটো দুহাতেৰে সি জোকাৰি দিলে।

ঠিক সেই মুহূৰ্ত্ততে এষাৰ পৰিচিত মাত কাণত পৰাত স্মৃতিৰ বন্ধনবোৰ হঠাৎ সুলকি পৰিছিল। সি উৎকৰ্ণ হৈ বৈ থাকিল—

: অই বিষ্টু, বিষ্টু, আছ নে মৰিলি ঐ?

: বলীন নেকি? মৰা নাই আহ বাচি আছোঁ।

বলীন অৰ্থাৎ তাৰ পুৰণি বন্ধু ফণী শৰ্মা ধুমুহাৰ দৰে ৰাবান্দা পালেহি আৰু

তলৰ বান্ধ সোলোকা মুঢ়া এটা টানি বহি লৈ কলে—

: বৰ বেয়া এটা ঝেমেলাত পৰিলোঁ। নহয় বালক।

: কিনো ঝামেলা? ফীজ আনিবি। চব ঠিক কৰি দিম।

বলীনেও কলে যে ফীজৰ ব্যৱস্থা ঝামেলা শেষ হোৱাৰ পাচত গধূলিকৈ হব। এতিয়া তেওঁ সেইবোৰ কৰিব নোৱাৰে। কিয়নো তেওঁ সম্প্ৰতি ভব্য গব্য মানুহ হিচাপে পৰিগণিত।

: আও! কিনো ভব্য গব্য মানুহটো হৈ পৰিলি হঠাৎ?

: নকবি বুইছ! এই পিঞ্চিপাল বিপিন পাল ডাল,! তাৰ কলেজত বোলে কিবা নাটকৰ মিটিং পাতিছে। মই বোলে কিবা বিশিষ্ট আতথি হবগৈ লাগে।

: অঁ তেনেহলেতো উপযুক্ত কামকে কৰিছে।

: বহ্ ঔ উপযুক্ত কাম! চালা মইহে বুজিছোঁ। শুৰিব পৰা মূৰলৈ যি কঁপনি উঠিব লাগিছে। মানুহ নাপালি তইঁতে! ফণী শৰ্মাক মাতিব খুজিছ, চালা থিয়েটৰত ভাও দিবলৈ মাত। সিহঁতে মোক মাতে আকৌ বিশিষ্ট অতিথি কৰি! হেৰ' যাওঁ, বিশিষ্ট অতিথি হৈও যাওঁ, চালা অতিথিৰ মতে মদে ভাতে খুৱাবি, ব্ৰাহ্মণ অতিথি বুলি দা দক্ষিণা দি বিদায় দিবি—তেহে! মই বোলে আক' লেকচাৰ মাৰিব লাগে।

ইপিনে আকৌ প্ৰফুল্ল ককাইদেৱকো মাতিছে সভাপতি কৰি। মোৰ বুইছ, এই বিপিন পালটোৱে কলিজা খাই দিছে!

: হা-ৰে! তোৰ ভালহে হৈছে! ইমান বঢ়িয়া চাঞ্চ্ পাইছ! তাকো কলেজত। ইপিনে ককাইদেউ আহিছে, বহু গুণী জ্ঞানী ব্যক্তিও নিশ্চয় আহিব। আমাৰ দৰে মানুহক কোনে দিয়ে অ' ইমান সম্মান!

: আৰে, সেই চবতো বুজিলোঁ। সেইবোৰ লেঠালৈ তোক মাতক। মোক কিয় মাতিব সিহঁতে। মই তাত গৈ কি লেকচাৰ দিম। চালা ভুচুং পছু হলেহে হব!

: আমাৰ থিয়েটাৰ কৰা কথাবোৰ কবি। থিয়েটাৰৰ চান্দা তুলিবলৈ যাওতে হোৱা অভিজ্ঞতাৰ কথা; অভিনেত্ৰী বিচাৰি ক'ত কাৰ গালি খাইছিলোঁ, কাক কি ভাও দিছিলোঁ, নায়কৰ ভাও লৈ কাৰ কি মনোমালিন্য হৈছিল, কোনে ক'ত কি বিপদত পেলাইছিল, কিমান কৰলগীয়া আছে আমাৰ— এইবোৰকে কবি আকৌ!

: তই চালা জধলা কছাৰী হৈয়ে আছ। সেয়া তই কিবা পাৰ্টিৰ মিটিং

বুলি ভাবিছ নেকি? ঘিলাগুৰি-ভকতপাৰাৰ গঞা ৰাইজৰ মিটিং বুলি ভাবিছ?

: তই গাবিচোন সেইবোৰকে। তাৰ পাচত কি হয় চাবি।

: চা ভাই, তই ধেমালি নকৰিবি। মই কিন্তু সেইবোৰকে গাম। কিবা যদি অঘটন হয়, তোৰ ডিঙিত মই মূৰ নাৰাখিম।

: আৰু যদি একো নহয়, ভালেই হয়?

: ৰবা চাউলৰ খাটি মাল পাবি।

সি বলীনৰ আগত লেক্‌চাৰ দিয়াৰ দৰে কৈ গ'ল, সিহঁত দুয়োৰে শিল্পী জীৱনৰ অম্ল মধুৰ অভিজ্ঞতাৰ কাহিনীবোৰ। কাৰোবাৰ কথা শুনি সিহঁতে আনন্দত আত্মহাৰা হৈছিল, আকৌ কিমান দিন কাৰোবাৰ কথা শুনি চকু পানী টুকি টুকি শিল্পী জীৱন চিৰতৰে পৰিহাৰ কৰাৰ বাবে মনে মনে প্ৰতিজ্ঞা কৰিছিল। কৰবাত সিহঁতে লাভ কৰিছিল অকুণ্ঠ শুভেচ্ছা, আকৌ কেতিয়াবা কৰবাত পাইছিল নিৰ্মম গৰিহণা।

: চালা এইবোৰ কথা মইওতো জানো। কিন্তু তোৰ মুখত শুনি একেবাৰে নতুন নতুন লাগিছে অ'।

যাবৰ সময়ত বলীনে দি যোৱা শেষৰ মন্তব্যযাৰ তাৰ কাণত বাজি আছিল বহুত পৰলৈ। লাহে লাহে আকৌ হেৰাই গ'ল স্মৃতিৰ অৰণ্যত। তাৰ মনত পৰিছিল এবছৰ মানৰ আগৰ সৰু এটা ঘটনাৰ কথা। বলীন আৰু সি তেতিয়া নলবাৰী, মঙলদৈ, শিৱসাগৰ এনে ধৰণৰ এখন সৰু চহৰত এখন নাটক মঞ্চস্থ কৰাৰ উদ্দেশ্যে আছিলগৈ। চাৰিদিন মান ধৰি প্ৰদৰ্শনৰ পাচত এদিন পুৱা সিহঁত দুয়ো নাটখন আৰু ক'ত ক'ত মঞ্চীকৰণ কৰা হব সেই লৈ এটা আঁচনি কৰি আছিল। এনেতে সেই বছৰ বাৰৰ আগতে কনকলতাই চেণ্ডেলেৰে কোবাব খোজা ল'ৰাজন গৈ তাত সোমাইছিল আৰু এক বিদগ্ধ জ্ঞানীৰ প'জ দি তাক সুধিছিল—

: বাৰু বাভাদেউ, গেঠু চৰিত্ৰটোৰ অভিনয় সম্বন্ধে কোনেও কতো মন্তব্য কৰা নাই কিয়? মোৰ বোধেৰে সেই চৰিত্ৰটোৰেই আটাইতকৈ সফল ভাবে ৰূপায়িত হৈছে। অথচ বাতৰি কাকতত আন চৰিত্ৰবোৰৰ কথাহে শতমুখ হৈ উল্লেখ কৰা হৈছে।

সি কিবা কোৱাৰ আগতেই ফণী শৰ্মাই কৃত্ৰিম আগ্ৰহ দেখুৱাই সুধিলে—

: আপোনাৰ ধাৰণাৰ যুক্তি কি?

ল'ৰাজনে গহীন হৈ উত্তৰ দিলে—

: গেঠুৰ চৰিত্ৰটো ৰূপায়ণ কৰা আচলতে যিমান সহজ বুলি ভবা যায় সিমান সহজ নহয়। বিশেষকৈ চৰিত্ৰটোত নিহিত থকা পৰিবেশৰ প্ৰতি চৰম নিৰ্বিকাৰ ভাৱটো। সি ঘৰখনৰ এটা চাকৰ। বহুদিনৰ পৰিচয়ে আৰু বৰ্ণহীন একটানা জীৱনটোৱে তাৰ সমগ্ৰ চেতনাত নিৰ্লিপ্ততাৰ ডাঠ ঢাকনি এখন দি থৈছে। দৰিদ্ৰ ঘৰ এখনৰ বৃদ্ধ বাপেকজনৰ দৰে।

: আৰু চৰিত্ৰটোৰ ৰূপায়ণ সফল হৈছিল?

: নিশ্চয়।

: অথচ কোনেও প্ৰশংসা কৰা নাই?

: আপোনালোকেতো দেখিছেই।

: আমি দেখিছোঁৱেই যদি আপুনি আকৌ দেখুৱাই দিবলৈ আহিছে কেলেই? আপুনি এতিয়া যাব পাৰে।

ল'ৰাজনে সেমেনা-সেমেনি কৰি ওলাই গৈছিল। আৰু দুয়ো পাঁচত হাঁহিৰে ওপচাই দিছিল কোঠাটোৰ নীৰৱ শূন্যতাখিনি।

সেই চৰিত্ৰটো সি নিজেই ৰূপায়ণ কৰিছিল নাটকখনত। আৰু সি চৰিত্ৰটো ল'ৰাজনে কোৱাৰ দৰেই উপলব্ধি কৰিছিল আৰু ৰূপায়ণ কৰিবলৈ যত্ন কৰিছিল। সি চৰিত্ৰটোত অনুভৱ কৰিছিল সৰ্বহাৰাৰ চেতনাত হতাশাই জন্ম দিয়া চৰম নিৰ্লিপ্ততাৰ বেদনা। সি এইটোও জানিছিল যে, সেই চৰিত্ৰটোৰ ৰূপায়ণ সাৰ্থক হোৱা কথাটো উপলব্ধি কৰিবলৈ যি এক পৰিশীলিত মনৰ প্ৰয়োজন সেই মনৰ বৰ অভাৱ তথাকথিত বৌদ্ধিক সমাজত।

এসময়ত অৱশ্যে সিও কৰিছিল প্ৰধান চৰিত্ৰৰ অভিনয়। কিন্তু পাচলৈ কিয় জানো, সেই চৰিত্ৰবোৰ অভিনয় কৰাত সি আন্তৰিকতা দেখুৱাব পৰা নাছিল। আঘোনা, গেঠু এনে ধৰণৰ সৰু সৰু দলিত মানুহৰ অভিনয় কৰিহে তাৰ ভাল লাগিছিল।

কতদিন কিমান নাটত সি ভাৱৰীয়া হ'ল। জ্যোতিপ্ৰসাদৰ কাৰেঙৰ লিগিৰিত সি সুদৰ্শন আৰু পূৰ্ণ বৰঠাকুৰ শেৱালি। অজস্ৰ দৰ্শকৰ অভিনন্দন লাভ কৰিছিল সি। 'জয়মতী'ৰ দিনৰে পৰা জ্যোতিপ্ৰসাদেও তাৰ ওপৰত যি আস্থা আৰোপ কৰিছিল, তাক সি অটুট ৰাখিছিল জ্যোতিৰ মৃত্যু পৰ্যন্ত।

জ্যোতিপ্ৰসাদৰ স্মৃতি পাগুলি থাকোতেই তাৰ মনৰ চকুত ভাঁহি উঠিল

তীব্র গভীৰ দৃষ্টিৰ শীৰ্ণ বেপৰোৱা এখন মুখ। গাত ৰঙা আলোৱান আৰু ভৰিত গোবোহা ফটা ভৰিপতা ভালদৰে নঢকা' বিবৰ্ণ চামৰাৰ কাবুলী চেণ্ডেলযোৰেৰে যাক ভিতৰুৱা গাঁৱৰ মানুহে দূৰৰ পৰাই চিনিছিল আৰু সাদৰ আহ্বান জনাইছিল। তেওঁ আছিল লোকনাথ বৰুৱা। মূৰত শুকণি-উফিৰ ঘা, গাৰ পোছাকৰ ভাঁজে ভাঁজে পোকৰ মিছিল আৰু পেটত সুদীৰ্ঘ অনাহাৰে কৰা গেষ্ট্ৰিকৰ তীব্র দাহন লৈ কৃচ্ছ্র সাধনা কৰি আজীৱন সৰ্বহাৰাৰ বাবে সংগ্ৰাম কৰি নামহীন, বিস্মৃত মৃত্যুৰ বলি হোৱা লোকনাথ বৰুৱা। তেওঁ প্ৰায়ে এবাৰ কথা কৈছিল সিহঁতে কৰা সংগ্ৰামত মাজে মাজে নেতৃস্থানীয় কৰ্মীৰ স্খলন দেখিলে আৰু তাকে লৈ কৰ্মীসকলে সংগ্ৰামৰ সফলতা সম্বন্ধে সন্দেহ প্ৰকাশ কৰিলে। তেওঁ কৈছিল, changing over from one social class to another—এই যিটো শ্ৰেণী ৰূপান্তৰ—সেইটো আমাৰ দেশৰ তথাকথিত বিপ্লৱীবোৰৰ ক্ষেত্ৰত সম্পূৰ্ণ হোৱা নাই। গতিকে বিপ্লৱৰ সফলতা সুদূৰ পৰাহত হৈ পৰিছে দিনে দিনে।

এনে এটা পৰিপ্ৰেক্ষিতত আলোচনাই গতি কৰিলেই তেওঁ তাক সোঁৱৰাই দিছিল যে, সিও তাৰ সৃষ্টি সম্বন্ধে এনে এক বিপদৰ সন্মুখীন হব। সৰ্বহাৰাৰ বিপ্লৱ জোৰদাৰ নহলে বিপ্লৱীৰ ভাও লোৱা, শ্ৰেণী চৰিত্ৰ পৰিহাৰ কৰিবলৈ অসমৰ্থ প্ৰতি-বিপ্লৱীবোৰ এদিন আধুনিকতাৰ ধ্বজাবাহী বুদ্ধিজীৱিত পৰিণত হব। সমাজ পৰিবৰ্ত্তনৰ নামত সিহঁতে নিজৰ শ্ৰেণী চৰিত্ৰটোত বাদে সকলোতে পৰিবৰ্ত্তন সধাৰ ভাওনা দিব। স্পষ্ট কাৰণতেই সিহঁত প্ৰতিটো ক্ষেত্ৰতে বিফল হব।

এই বুদ্ধিজীৱিবোৰেই সেই কেটা কাৰণতে তাৰ সৃষ্টিৰ মূল্য ধৰিব নোৱাৰি বান্দৰে নাৰিকল পেলাই দিয়াৰ দৰে বৰ্জন কৰিব।

বৰুৱাৰ এই আশংকাটো তাৰ সদায় উদ্ভট যেন লাগিছিল. কিন্তু কোনোদিন সি মুখ খুলি প্ৰতিবাদ জনোৱা নাছিল। কিয়নো সি ভাবিছিল যে এনে উদ্ভট আশংকাৰ হেতু আছিল বৰুৱাৰ তাৰ প্ৰতি থকা অন্তহীন স্নেহ।

স্নেহৰ কাঙাল অৱশ্যে সি হোৱা নাছিল। নলবাৰীৰ সাহিত্য সভাত তাক আমন্ত্ৰণ নজনোৱা কথা লৈ বিপ্লৱ কৰিব খোজা বন্ধুও তাৰ আছিল। এইজনা বন্ধুৰ সতে তাৰ প্ৰথম যোগাযোগ ঘটিছিল এটা সৰু, নগণ্য ঘটনাক আশ্ৰয় কৰি।

আণ্ডাৰ গ্ৰাউণ্ডৰ সময়ত এদিন সি বেলশৰৰ পিনৰ পৰা আহি আছিল নলবাৰী

চহৰৰ মাজেদি। গধূলি পৰত। সেইদিনা নলবাৰীৰ একমাত্ৰ থিয়েটাৰ হলটোত কিবা হৈ আছিল ; সন্মুখৰ লাইটটো জ্বলি আছিল। সি কিবা ভাবি আহোতে লাইটটোৰ কথা পাহৰি গৈছিল।

এনেতে পুলিচ কেইজনমানে থানাৰ পৰা তালৈ খেদা মাৰিছিল। সি জাপ মাৰি হলৰ সন্মুখৰ লাইটটো টানি চিঙি পেলালে আৰু এন্ধাৰৰ মাজতে 'সংগম' নামৰ ষ্টুডিঅ' এটাৰ পিচপিনে কচুবনিত লুকাই থাকিল। পুলিচে যেতিয়া বিচাৰি নাপাই থানালৈ ঘূৰি গৈছিল তেতিয়া সি কচুবনিৰ পৰা উঠি আহি 'সংগম' ষ্টুডিঅ'ত আশ্ৰয় লৈছিল।

সেই ষ্টুডিঅ'ৰে মালিক আছিল তাৰ সেই বিপ্লৱ কৰিব খোজা বন্ধুজন।

লানি নিচিগা এনে ধৰণৰ অসংলগ্ন চিন্তাবোৰৰ মাজত মগ্ন হৈ থাকোতে সি মনেই কৰা নাছিল মুনমুনৰ কথা। সি হাতত বন্ধ লেফাফা এটা লৈ চিঞৰি আছিল—

: দেউতা, দেউতা, আমাৰ চিঠি আহিছে। এইখন চিঠি আহিছে আমাৰ দেউতা···। মুনমুনে কিবা খেলা কৰি থকা বুলি ভাবিছিল। একেবাৰে ওচৰ চাপি তাৰ হাতত লেফাফাটো গুজি দিয়াতহে তাৰ হুচ্ হ'ল। সি লেফাফাটো আগ্ৰহেৰে হাতত ল'লে আৰু জীৱনত যেন সি সেইখনেই প্ৰথম চিঠি পাইছে, এনেদৰে লেফাফাটোকে ঘূৰাই ঘূৰাই চালে।

: কোনে দিলে বাবা ?

: পিয়নে এইমাত্ৰ দি গ'ল। কাৰ চিঠি দেউতা ?

: আমাৰে চিঠি। ইমানদিনৰ মূৰত কোনে জানো আমালৈ মনত পেলালে। সঁচাকে বহুদিনৰ বিৰতিৰ পাচত সি প্ৰথম এই চিঠিখন পালে। চিঠিখন খুলি লৈ প্ৰথমে সি প্ৰেৰকৰ নামটো চালে। নামটো পঢ়ি উত্তৰ কামৰূপৰ সেই সংগ্ৰাম চঞ্চল দিনবোৰে নিজ নিজ পঞ্জী কঢ়িয়াই তাৰ চকুৰ আগেদি পাৰ হৈ যোৱা যেন অনুভৱ হ'ল। মনটো হঠাতে তাৰ উৰণীয়া পখীৰ দৰে হৈ পৰিল।

---



সেইদিনাই প্ৰথম সি বলীনৰ আচৰণত ক্ষুণ্ণ হ'ল।

ইয়াৰ আগতেও বহুবাৰ বলীনে তাক দুৰ্ব্যৱহাৰ কৰিছিল। কিন্তু সি চিৰিয়াচ হৈ ধৰি লোৱা নাছিল। এবাৰ কলিকতাত বলীনে তাক যিদৰে ব্যৱহাৰ কৰিছিল তাতকৈও শুনাবোৱেহে বেচি উত্তেজিত হৈ পৰিছিল।

সেইবাৰ সিহঁত গৈছিল "পিয়লি ফুকন"ৰ শুটিঙৰ কাৰণে। লগত তুলসী দাস, ৰমেশ শৰ্মা এনেদৰে একাধিক কনিষ্ঠ শিল্পীও আছিল। এদিন গধূলি সিহঁত আটায়ে শুটিঙৰ পৰা আহি কেম্পত জিৰণি লৈছে। এনেতে হঠাৎ বলীনৰ জানো কি হ'ল, তাক অকথ্য ভাষাত গালি পাৰিবলৈ আৰম্ভ কৰি দিলে সকলোৱে শুনাকৈ। তাৰ দোষ হ'ল সি হেনো "ছিৰাজ"ৰ স্ক্ৰীপ্টখন নিজেই লেখা বুলি য'তে ত'তে যহাই ফুৰিছে, আৰু তাৰ পৰিচালনাতো তাৰ আইডিয়া থকা বুলি আনৰ আগত কৈ ফুৰিছে।

সি সেইদিনা বাম-বহিম একো প্ৰতিবাদ নকৰাকৈ থকা দেখি তুলসীহঁত উত্তেজিত হৈ পৰিছিল। এবাৰ আকৌ বলীনৰ "নাগপাশ" বোলা নাটকখনৰ ৰিহাৰ্চেলত। তাৰো পাৰ্ট আছিল তাত। সি তাৰ পাৰ্টটোৰ এটা বাক্যৰ সৰু অংশ এটা তাৰ ভাল নলগাত অৰ্থটো একে ৰাখি প্ৰকাশটো বদলাই লৈছিল।

বলীনেভো বাক্যবাৰ শুনাৰ লগে লগে জাঙুৰ খাই উঠিল—চালা কলাঙ্ক ! অসমৰ ভোটা তৰা ! নিগনিৰ নেগুৰকণৰ মান পার্টটো, তাতে আকৌ সি ডাইলগ জোৰা দিয়ে ! খোদাৰ ওপৰত খোদগাৰি ! গেলা মদাহী, কেদেলা কছাৰী কৰবাৰ ! এনেদৰে অকথ্য গালিৰে যি এক দৃশ্যৰ অৱতাৰণা কৰিছিল বলীনে, যে কম বয়সৰ শিল্পীসকলে লাজ আৰু ভয়ত সুৰ সুৰ কৰে হলৰ পৰা ওলাই গৈছিল ।

সেই গালিও তাৰ গাতেই লগা নাছিল ।

এই গালিবোৰ শুনিলে তাৰ আকৌ আত্ম বিশ্লেষণ কৰি চাবৰ হে মন যায় । সিতো আজীৱন চেষ্টা কৰি আহিছে নিজাকে কিবা এটা কৰাৰ । য'ত তাৰ আদৰ্শৰ, তাৰ চিন্তাৰ, তাৰ প্ৰকাশ ৰীতিৰ প্ৰতিফলন থাকিব । কিন্তু পাৰিলেইবা ক'ত ! তাৰ যি মূল্য আছে তাৰ প্ৰতি আধুনিক বুদ্ধিজীৱিৰ আস্থা জন্মাবলৈ পশ্চাৎভূমিত যি শক্তিৰ প্ৰয়োজন, সেই শক্তিতো তাৰ নাই ! আৰু কোনোদিন নহবও !

নিজৰ সামৰ্থ্য নাই যেতিয়া সি লোকৰ কিছুমান কথা মানি লবলৈ বাধ্য । লোকৰ কথা সহ্য কৰি কেতিয়াবা সিহঁতৰ শুভ বুদ্ধিৰ উদয় হব বুলি বাট চাই থকাত বাদে তাৰ আন উপায় নাই । সেইবাবেই তাক কোনোদিন এনেবোৰ ঘটনাই টলাব পৰা নাছিল । কোনোদিন সি ক্ষুণ্ণ হোৱা নাছিল ।

সেইদিনা কিন্তু বলীনে আহি হঁাহি হঁাহি প্ৰচণ্ড গালি গালাজ কৰি মাত্ৰ টকা কুৰিটা দি যোৱা দেখি সি ক্ষুণ্ণ হ'ল । সিহঁতে অলপতে এঠাইত কৰি অহা থিয়েটাৰখনৰ তিনিদিনত পুৰিং চেল যথেষ্ট হৈছিল । কিন্তু বলীনে কোৱা মতে খৰচ বেচি হৈ গ'ল । গতিকে তাক টকা কুৰিটাতকৈ বেচি দিব নোৱাৰে ।

পোল্পৰ দিন আগৰ পৰা বলীনৰ সতে পুৰিং চেলৰ পৰা আৰম্ভ কৰি হ'ল যোগাৰ কৰা, স্কীন, অভিনেতা-অভিনেত্ৰী যোগাৰ কৰা এনেবোৰ এশ এবুৰি কামত খাটি লাভৰ মুৰত টকা কুৰিটা পোৱাত তাৰ আপত্তি নাছিল । তাৰ আছিল আন এটা আপত্তিহে । যিটো আপত্তিৰ মূল হেতু নিহিত আছিল সেই চিঠিখনত । দুদিন আগতে পোৱা উত্তৰ কামৰূপৰ কমৰেড্ ৰতি খৰ্গিয়াৰীৰ পৰা পোৱা সেই নিমন্ত্ৰণী চিঠিখনত ।

চিঠিখন পঢ়াৰ পাচতেই দীঘেলী গাঁৱৰ বিহু সন্মিলনলৈ যোৱাৰ বাবে সি সিদ্ধান্ত লৈছিল । লগতে ভাবিছিল দীঘেলীলৈ গ'লে লগত অন্ততঃ কিছু টকা সি লৈ যাব । ৰতি খৰ্গিয়াৰীৰ চিঠিখন পায়েই মনত তাৰ বহুত কিবাকিবি

আশাৰ সঞ্চাৰ হৈছিল। সেই সন্মিলনলৈ মোহিনীও আমন্ত্রিত হেনো। যদি সি ইমানদিনে আশা কৰি থকা কথাটো ফলৱতী হয়, তেন্তে খৰচভো তাক লাগিবই। অন্ততঃ ৰতিহঁতৰ ওপৰত বোজা নিদিয়াকৈ কৰিব খুজিলে যাঠিটামান টকা নিজাববীয়াকৈ নহলেই নহয়।

সি বলীনৰ ওপৰতে আশা কৰি বহি আছিল পুঁথিং চেল যথেষ্ট হৈছিল আৰু র্শকো বহুত হৈছিল থিয়েটাৰত। আচলতে হিচাবত তাৰ বোধেৰে সি পাব লাগিছিল অন্ততঃ চাৰিশ টকা। আম্ দিনৰ অভিজ্ঞতাৰে সি ইমান বেচি আশা কৰা নাছিল। সি মনে মনে নিশ্চিত হৈ আছিল অন্ততঃ সি টকা এশটা পাবই।

সি সঁচাকে ক্ষুণ্ণ হ'ল। বিমোৰতো পৰিল। যাওঁ নে নেযাওঁ কৰি পাচদিনা পুৱাতে সি দীঘেলীলৈ বুলি যাত্রা কৰিলে। টকা কুৰিটাকে সম্বল কৰি। বাটত যাওঁতে অৱশ্যে মোহিনীক লগ পোৱাৰ সম্ভাৱনাটোৰ কথা মনত পৰাত তাৰ অভাবৰ কথা সি পাহৰি গ'ল। সম্ভাৱনাটোৱেই তাক পুলকিত কৰি তুলিলে।

তাৰ মনত পৰিল প্রায় এঘাৰ বছৰ আগৰ পূর্ণিমাৰ সেই ৰাতিটোৰ কথা। তাৰ অভাবৰ মাত্র দুদিনৰ আগতে ট্রাইবেল সংঘৰ মহিলা শাখাৰ সভাত মোহিনীয়ে উদাত্ত কণ্ঠে ঘোষণা কৰিছিল যে, এজন পুৰুষে এগৰাকীতকৈ বেচি নাৰী স্ত্রী হিচাপে গ্রহণ কৰাটো কেৱল অবাঞ্ছনীয়েই নহয় সমাজৰ বাবে মহা ক্ষতিকৰো। সেইদিনা তাইৰ বক্তৃতাত মুগ্ধ হৈ সমবেত অগণন নাৰীয়ে হাত চাপৰিৰে তাইলৈ অকুণ্ঠ অভিনন্দন জনাইছিল।

তাৰ মাত্র দুদিনৰ পাচতে তাইৰ বিয়া হৈছিল তাৰ লগত। তাকো আকৌ তাৰ স্ত্রী কনকলতাৰ জীৱদ্দশাতে।

নাৰী নাৰীযেই। জনসভাত মোহিনীয়ে যিমানেই মুক্ত, প্রগল্ভ নহওক, বিয়াৰ দিনা ৰাতি তাই হৈ পৰিছিল দুর্ঘোৰ, নিচাগ্রস্ত, নিতত এজনীৰ দৰে। তাৰ মাতত, তাৰ স্পষ্ট মনত আছে, চুই দিয়া লাজুকী লতাৰ দৰে তাই আড়ষ্ট, সংকুচিত হৈ পৰিছিল।

যিহে জেদী আকৌ মানুহজনী! এইবাৰ ঘূৰি আহিব জানো তাই? ঘৰৰ আপোন মানুহৰ কথাকে গ্রাহ্য নকৰে— ৰতি খগিয়াৰীৰ বুজনি তাই মানিব জানো? শংকাই তাৰ মন গধুৰ কৰি তুলিছিল।

উনৈচ শ ছাপন্ন চনৰ দহ এপ্রিলৰ দিনা তাই তাৰ সংসাৰ এৰি গুচি

গৈছিল। সুদীৰ্ঘ এই বিচ্ছেদ কালত কত কি ঘটিল, কিমান উত্থান-পতন হ'ল, তাৰ জীৱনৰ ওপৰেদিয়ে কত ধুমুহা পাৰ হৈ গ'ল! মোহিনীৰ জীৱনতো নিশ্চয় অজস্ৰ জোৱাৰ উঠিল-নামিল ইমান দিনে। কথাটো ভাৱি সি আৰু বেচি শংকান্বিত হৈ পৰিল। আজি ইমান দিনে দিন-বাৰ-তাৰিখ-সময় এইবোৰৰ বিশেষ অৰ্থ তাৰ মানত নাইকিয়া হৈ আছিল। কিন্তু এই মুহূৰ্ত্তত হঠাতে আটায়ে যেন নিজৰ নিজৰ অস্তিত্ব সম্বন্ধে তাক সজাগ কৰি তুলিলে। সি উদ্বেগেৰে সন্মুখৰ পিনে চাই পঠিয়ালে। দেখিলে সি দীঘেলী পালেহিয়েই ইতিমধ্যে। বতি স্বৰ্গিয়াৰীৰ ঘৰৰ হৃদটো একেদৰেই আছে। সি দূৰৰ পৰাই দেখিলে বতিৰ ঘৰৰ সন্মুখত থকা স্কুলৰ মুকলি পথাৰখনত বহুতো মানুহ সভাৰ আয়োজনত ব্যস্ত হৈ পৰিছে। সিহঁতৰ একেনেও তালৈ লক্ষ্য কৰা নাছিল। সিও মানুহবোৰে নেদেখাকৈ স্কুলঘৰৰ পিচ পিনেদি গৈ বতি স্বৰ্গিয়াৰীৰ ঘৰত সোমাল। স্বৰ্গিয়াৰীৰ ঘৰবোৰো আগৰ দৰেই আছে; আদৰ আপ্যায়ন আদিও। মাত্ৰ ঘৰত উচুলি-মুচুলি লগাই দিয়া ল'ৰা-ছোৱালীকেইটাক সি চিনি পোৱা নাছিল। হাত ভৰি ধুবলৈ গামোছা-পানীৰ ঘটি যতনাই দিয়া ডেকা ল'ৰাটোৱে তালৈ হাঁহিমুখে একেথৰে চাই থকা দেখি ল'ৰাটো কোন হব পাৰে আন্দাজ কৰিবলৈ চেষ্টা কৰি সুধিলে—

: তোমাৰ ঘৰ এই গাঁৱত নহয় নহয় বাবা?

: এইটোৱে মোৰ ঘৰ।

কথাষাৰ কৈয়ে মিচিক কৰে লাজুক হাঁহি এটা মাৰি তেওঁ বেগাই ঘৰৰ ভিতৰত সোমাল। সি স্বৰ্গিয়াৰীক দেখি সুধিলে—

: ছাৰ বি গ'খোৰা?

অৰ্থাৎ কোন হে এই ল'ৰাটো?

: কিয়, সেইটো ৰবীন নহয় জানো?

: কোন ৰবীন? মোৰতো তাক আগতে দেখা মনত নপৰে?

স্বৰ্গিয়াৰীয়ে হাঁহিৰে খলক লগাই দিলে। শ্ৰীমতী স্বৰ্গিয়াৰীয়ে কৌতুক অনুভৱ কৰি ওলাই আহি সুধিলে—

: কিনো হ'ল আৰু'?

: আবৌৱে আমাৰ ৰবীনকে চিনি পোৱা নাই।

শ্ৰীমতীও স্বামীৰ কথাষাৰ শুনি হাঁহিত ফাটি পৰিল। আৰু হাঁহিৰ চকুপানী

মচি মচি কলে—

: তাৰ নামটো চোন আপুনিয়ে থৈছিল গণি পিতি চাই। কিবা তুলা বাশি নে কি বুলি কৈছিল। আপুনি ইয়াত থাকোতেই জন্মিছিলচোন! তাৰ এমাহ হওতেই বাপেকক জেলত নিছিল যে?

: আৰে! সিয়েই ইমান ডাঙৰ মুনিহ মানুহটো হ'লহি নে? তাৰ জন্মচোন এইয়া সিদিনাহে হোৱা যেন লাগে!

: সিদিনা মানে? আজি পোন্ধৰ বছৰ হ'ল। এক যুগতকৈও বেচিহে। আপুনি সেয়া দ্বিতীয় বাৰ আহিছিল। জেঠ মাহত, ইংৰাজী আঠচল্লিচ চনত। মৰা পাগ্লাদিয়া নদী সেই সময়ত ভৰি আছিল। মোৰ চব মনত আছে। তাৰো মনত পৰিছিল সেই কথাবোৰ। কেনেকে সেইদিনা মাজৰাতি তিথিক লগত লৈ সি দীঘেলী পাইছিলহি।

: তিথিকচোন দেখা নাই?

: আছিব। তাক কিবা এটা আনিবলৈ পঠাই দিছোঁ। সি আজিকালি বেলেগ হৈছে আমাৰ পৰা।

এবা চাওতে চাওতেইচোন বছৰবোৰ গ'ল। তাৰ বয়সোতো চাপন্নত সোমালহি। সি ইয়াত লগ পোৱা ডেকা গাভৰুবোৰ চাগে' আদহীয়াত পৰিণত হ'ল। সিহঁতৰ হাঁহি চঞ্চল মুখবোৰ চাগে' দাৰিদ্র্য, অকাল বাৰ্দ্ধক্যৰ যন্ত্ৰণাত কুঞ্চিত হৈ পৰিছে ইতিমধ্যে। আৰু সিহঁতৰ দেহ লাৱণ্যও চাগে'....

: বাৰু কাতিবামৰ সেই বাংগালী ভনীয়েকজনী ক'ত আছে?

: তাই মৰিল নহয়? ভালেদিনো হ'ল তাই মৰা। ল'ৰা-ছোৱালী তিনিটা আছে হবলা জীয়াই? চতুৰ্থটো হবৰ বেলিকাই প্ৰসূতাত মৰিল। কেচুৱাও নাবাচিল।

আৰু বহুত দুখৰ খবৰ শুনিলে সি। তাৰ মনত পৰিছিল দীঘেলীলৈ অহা সেই স্মৰণীয় দিনটোৰ কথা। আগদিনাখন দিনত নলবাৰীত মিটিং আছিল। এটা বলিয়া হাতীও ওলাইছিল সেইদিনা নলবাৰী চহৰত। কিন্তু সিহঁতৰ সভাৰ কাম ব্যাহত হোৱা নাছিল। মিটিং শেষ কৰি গধূলি পৰত সি আৰু লোকনাথ বৰুৱাই নলবাৰী চহৰ এৰিছিল। দুয়ো ৰাতিটোৰ বাবে আশ্ৰয় লৈছিল চহৰৰ সীমা পাৰ হৈয়ে বেল আলিৰ কাষৰ এটা অস্থায়ী ঘৰত। সিহঁতে ঘৰটোত সোমোৱাৰ লগে লগেই আৰম্ভ হৈছিল ধুমুহা চেৰেকনিৰে প্ৰচণ্ড বৰষুণ। দোভাগ ৰাতি পাৰ হৈ যোৱাত হে বৰষুণ এৰিছিল।

ৰবযুগ এবাৰ প্ৰায় অব্যৱহিত পাচতেঁই সিহঁতৰ ঘৰটোৰ বন্ধ দুৱাৰত এচাটি বা-মাৰলিৰ দৰে কোনোবা এটাই খুন্দা মাৰিছিলহি। সি টৰ্চটো জ্বলাই দেখিলে ৰভিয়াৰ কমৰেড্ বৈকুণ্ঠ চক্ৰৱৰ্ত্তী। তেওঁ কোনো পাতনি নেমেলাকৈ একে উশাহতেই কৈছিল যে, সিহঁত সেই মুহূৰ্ত্তেই আঁতৰি যাব লাগে তাৰ পৰা। কিয়নো সিহঁতক ধৰিবলৈ নলবাৰীৰ আশে পাশে পুলিচে পিয়াপি দি ফুৰিছে। খবৰটো শুনাৰ লগে লগে সিঁহত দুয়ো অকণো পলম নকৰি আৰম্ভ কৰিছিল সিহঁতৰ অজ্ঞাতবাসৰ প্ৰথম যাত্ৰা। ধুমুহা ৰবযুগে ধুই মচি নিকা কৰা আকাশখনত জোনটো তেতিয়া জলমলাই আছিল। সি মনতে অনুভব কৰিছিল এক প্ৰচণ্ড উল্লাস। যি উল্লাসে তাক পিচদিনা গভীৰ নিশা ভৰা নৈখন অবলীলাক্ৰমে পাৰ হৈ যাবলৈ শক্তি দিছিল।

এই মুহূৰ্ত্তত কিন্তু খবৰবোৰে তাক হতাশ কৰিলে। খবৰবোৰ শুনোতে শুনোতে এসময়ত তাৰ দেহ-মন এক অসহ্য ক্লান্তিয়ে জঠৰ কৰি পেলোৱা যেন অনুভব হ'ল।

বাতি জুহালত বহি জোঁ কেইবাতিমান খোৱাৰ পাচতহে মনটো অকণ তাৰ মুকলি লাগিল। আৰু তেতিয়াহে সি মিটিঙৰ আয়োজন সম্বন্ধে খবৰবোৰ ল'লে। ৰতি স্বৰ্গিয়াৰীয়ে কলে যে, মানুহৰ অৱস্থা দিনে দিনে শোচনীয় হৈ আহিছে। কৃষকে আকৌ আগৰ দৰেই মাটিৰ মহাজনক ধান দিবলগীয়াত পৰিছে। তথাপি দুখী দুখীভাৱে সকলোখিনি আয়োজনকেই কৰা হৈছে।

: নিমন্ত্ৰিত চবেই আহিবতো ?

: আহিব লাগেতো।

সি বুজিছিল স্বৰ্গিয়াৰীয়ে তাৰ প্ৰশ্নষাৰৰ প্ৰকৃত মৰ্ম বুজিব পাৰিছে। গতিকে তেওঁ দিয়া উত্তৰটোৰ্ত প্ৰকাশ পোৱা সন্দেহে তাক বিমৰ্ষ কৰি তুলিলে। এনেতে ধুমুহাৰ দৰে তিথি আহি সোমালহি আৰু তাক প্ৰণাম লৈ কলে—

: আৰৌ, খবৰ মজাংদে।

: ভাল খবৰ ? কিনো ভাল খবৰ ?

: আবৈ ফৈদো।

সি তিথিৰ খবৰটো শুনি কিবা এষাৰ কব পৰাৰ আগতেই উত্ৰাৱল হৈ ৰতি স্বৰ্গিয়াৰীয়ে কলে—

: আবৈ ফৈদোং ? মোহিনী আবৈ আহিছে ? একেবাৰে ইয়ালৈকেই লৈ নাহিলি কেলেই ?

তিখিয়ে ককায়েকৰ কথাত বিশেষ গুৰুত্ব নিদি তাক উদ্দেশ্য কৰি কলে—

: আৰৌ, আবৈ এতিয়া এঘৰত সোমাইছে। পাচত আহিব। তাত এতিয়াও হোৱা নাইতো ?

সি হা-না একো নকৈ জুইকুৰাৰ দহ্ দহ্ কৰে জ্বলি থকা বাহৰ মুঢ়া এটালৈ চাই ৰ'ল। বুকুৰ ভিতৰত কোনোবাখিনিত তাৰ মাংস এডোখৰ জ্বলি যোৱা যেন অনুভব হ'ল। বহুত পৰৰ মূৰত স্বৰ্গিয়াৰীৰ মাত শুনি মূৰ তুলি চালে। সি নুশুনা যেন দেখি বুতিয়ে আকৌ কলে—

: মোহিনী আবৈৰ বিছনাখনো আপোনাৰ তাতে কৰি দিওঁ ? খাটখনোচোন বেচ আহল বহল। অসুবিধা নহব যেন পাওঁ ?

: হব। যি কৰা কৰি থাকা। যোৱা, ভাত দিবলৈ কোৱা হৈছে যদি। ভোক তাৰ লুগা নাছিল। সেই মুহূৰ্ত্তত তাৰ মাথো নিৰিবিলিৰ প্ৰয়োজন হৈছিল। বহুত কথা একেলগে চিন্তা কৰিবৰ বাবে।

তাৰ মন বুজি কোঠাৰ মানুহবোৰ এটা এটাকৈ ওলাই আহিছিল। একেবাৰে শেষবজন ওলাই যোৱাৰ লগে লগে সশব্দে হামি এটা কাঢ়ি ইমানপৰে হাতত থকা চিগাৰেটটো সি জ্বলাই ল'লে।

---



বহুদিনৰ মূৰত তাৰ একালৰ প্ৰিয়তম শিষ্য ভূপেন হাজৰিকাৰ চিঠিখন আকৌ এবাৰ পঢ়ি তাৰ বৰ ভাল লাগিল। তেওঁ লিখিছিল উনৈচশ ছয়ষষ্ঠি চনৰ জুলাই মাহৰ ছয় তাৰিখে গুৱাহাটী ডাক বঙলাৰ পৰা। 'কা খ্ৰাতি' নামৰ নতুনকৈ তেওঁৰ নিৰ্দেশনাত ওলোৱা কথাছবিখনৰ বিষয়ে। তাত সি অভিনয় কৰিছিল এগৰাকী চিয়েমৰ। ভূপেনে লিখিছিল—"জৰাইৰ খেতিয়কৰ পৰা প্ৰফেচৰ খোৱেলকৈকে, ৰৰবজাৰৰ কল বেচোঁতা বুঢ়ীৰ পৰা চেণ্ট্ এড্মাণ্ড্চ কলেজৰ খাচী অধ্যাপককৈকে খ্ৰাতিৰ চিয়েম আপোনাক একমুখে শলাগিছে। বিদগ্ধ পণ্ডিত মিষ্টাৰ প্ৰিমৰোজ গ্যাট্‌ফোৰে আপোনাৰ অভিনয়ৰ বিষয়ে মন্তব্য দি কৈছে—only a cultured artiste could be such a Lovable Siem বুলি।"

ভূপেনে তাক অনুৰোধ কৰিছিল, পূৰ্বজ্যোতি থিয়েটাৰৰ "শোণিত কুঁৱৰী" নাটত সংগীত পৰিচালনত উপদেশ দিয়াৰ বাবে। পূৰ্বজ্যোতি থিয়েটাৰে সেই পৰিচালনাৰ দায়িত্ব অৰ্পণ কৰিছিল তেওঁৰ ওপৰত।

প্ৰথম দিনা চিঠিখন পঢ়ি তাৰ হাঁহি উঠিছিল। শিষ্যৰ অনুৰোধ উপেক্ষা কৰিব নোৱাৰি সি গৈছিল হাজোৰ পূৰ্বজ্যোতি থিয়েটাৰলৈ। গৈছিলহে—

উপদেশ দিবলগীয়া তাৰ হোৱা নাছিল। কিয়নো শুকক আকৌ বেদ পঢ়োৱাৰ প্ৰয়োজন সি ভাবি পোৱা নাছিল।

সেইদিনাও ব্লাইজৰ দৰ্খাস্ত এজাপৰ তলত হঠাৎ টেবুলত দেখিলে হাজৰিকাৰ সেই চিঠিখন। পঢ়ি বৰ ভাল লাগিল তাৰ। হাজৰিকাই যশস্যাৰ শিখৰত গৈও তাৰ কথা যে পাহৰা নাই, তাৰ প্ৰতি যে তেওঁ আজিও কৃতজ্ঞ সেইবাবেই চিঠিখনৰ কথাখিনি পঢ়ি সি বৰ আমোদ পালে। মনে মনে অকণ গৰ্ববোধো হ'ল তাৰ।

দৰ্খাস্তবোৰ ভালদৰে ঠিক কৰি লোৱাৰ আগতেই কালীচৰণ নামৰ মানুহ এজনৰ নেতৃত্বত মিচামাৰী অঞ্চলৰ জনদিয়েক নেতৃস্থানীয় লোক আহি পৰিছিল। তেওঁলোক আহিছিল কিছুমান মাটিহীন পৰিয়ালক এঠাইত মাটি বন্দোবস্ত কৰি দিয়াৰ প্ৰস্তাৱ লৈ। আচলতে ইতিমধ্যে বহুখিনি আগবঢ়া হৈছিল কিন্তু হঠাৎ ইতিমধ্যে এটা বাধাৰ সৃষ্টি হৈছিল। আৰু সেই বাধা কিদৰে অতিক্ৰম কৰা যাব পাৰে তাৰে বুধি পৰামৰ্শ লবলৈ বুলি তেওঁলোক আহিছিল। উনৈচ শ সাতষষ্ঠি চনৰ নিৰ্বাচনত জয়লাভ কৰি সি মাত্ৰ কেইমাহমানৰ আগতে ৰাজ্য বিধান সভাৰ সদস্য হৈছিল। তাৰ নিৰ্বাচনত এই কালীচৰণহঁতৰ দৰে গাঁও-চহৰৰ নিচলা-নিশকতীয়া মানুহবোৰে তাৰ জয়ৰ বাবে উবুৰি খাই পৰিছিল। তেওঁলোকে স্বাভাৱিকতে আশা কৰিছিল, এইবাৰ অন্ততঃ তেওঁলোকৰ কিবা এটা ভাল হব। সিও আশা কৰিছিল, আৰু যৎপৰোনাস্তি চেষ্টাও কৰিছিল তেওঁলোকৰ দৰে মানুহবোৰৰ কল্যাণৰ বাবে কিবা এটা কৰাৰ। তেওঁলোক তাৰ ওচৰলৈ প্ৰায়ে আহিছিল অন্তহীন-অভাৱ-অভিযোগৰ ফিৰিস্তি লৈ। আৰু অন্তহীন ধৈৰ্যৰে সিও যত্ন কৰিছিল তেওঁলোকৰ কথা মনযোগেৰে শুনাৰ আৰু উপলব্ধি কৰাৰ।

সি অলপ আগতে কালীচৰণহঁতৰ কথাকে চিন্তা কৰি দৰ্খাস্তবোৰৰ মাজৰ পৰা চাধা কাগজ কেইখিলামান উলিয়াবলৈ চাইছিল। মিচামাৰী অঞ্চলৰ পৰিয়াল কেইটাক মাটি দিবলৈ এডোখৰ খালী মাটি সিহঁতে বন্দোবস্ত কৰিছিল আৰু খোদ মন্ত্ৰীকে তালৈ লৈ আহিছিল।

কিন্তু দৰিদ্ৰ যিপিনে যায়, সাগৰো শুকায়, মাণিকো লুকায়। এই মাটিহীন কৃষক পৰিয়াল কেইটাৰো সেয়ে হ'ল। মন্ত্ৰী আহিছিল কিন্তু তেওঁলোকেতো জনা নাছিল যে, মন্ত্ৰী বাইজৰ মালিক হে, সেৱক নহয়। তেওঁলোকৰ কিবা ব্যৱহাৰত মন্ত্ৰী কষ্ট হ'ল আৰু তাৰ সমস্ত আঁচনিটোৱেই বানচাল হৈ যোৱাৰ

উপক্ৰম হ'ল। গতিকে সি চিন্তা কৰি পুনৰ ছানি দৰ্খাস্ত এখন লিখাৰ বাবে কাগজ বিচাৰি দৰ্খাস্তবোৰৰ মাজত চাইছিল।

কালীচৰণহঁত আহি তাৰ সন্মুখত চুচুক চামাক কৰে থিয় হৈ আছিল। সন্মুখৰ বেঞ্চিখনতে বহিবলৈ সি কলে। আজি কিন্তু আনদিনাৰ দৰে অন্তহীন ফিৰিস্তি দাঙি ধৰাৰ পৰা তেওঁলোক বিৰত থাকিল। সি অৱশ্যে তাৰ হতাশাৰ ভাবটো প্ৰকাশ হোৱাৰ ভয়তে প্ৰগল্‌ভ হবৰ যত্ন কৰিলে—

: তোমালোকে কোনো চিন্তা নকৰিবা। এইবাৰ মই নিজে এখন চিঠি লিখিম মন্ত্ৰীলৈ। মই লিখিবলৈ লৈছিলোঁৱেই এনেতে তোমালোক আহি পৰিলা।

: আমি তেনেহলে অকণ পাচত আহোঁ!

কালীচৰণৰ কথাষাৰত সি অকাৰণতে অলপ উষ্মা প্ৰকাশ কৰি কলে—

: বহা আকৌ। তোমালোক থাকিলেহে মোৰ লিখাত সহায় হব।

তেওঁলোক তাৰ সন্মুখতে নীৰৱ হৈ বহি থাকিল। সি দৰ্খাস্তখন নিজৰ মতেই লিখি অটালে। আৰু কামটোত অকণ সহায় কৰি দিবলৈ তাৰ বন্ধু আগৰৱালাক কবলৈ বুলি ওলাল। লগতে কালীচৰণহঁতকো যোৱাৰ কথা কলে।

ঘৰৰ মানুহজনীয়ে বোধকৰোঁ ইমানপৰে তাৰ আলেখলেখকে চাই আছিল। সি ওলাই আহিবলৈ বুলি ভিতৰলৈ যাওঁতেই মোহিনী জাঙুৰ খাই উঠিল। আৰু কলে যে, সি এতিয়া ঘৰৰ পৰা ওলাব নোৱাৰে মানুহকেইজনৰ লগত। মিছামিছি অনৰ্থক টৌ টৌ কৰে ঘুৰি ফুৰা আৰু মদ সোপা খাই ফুৰা! ইপিনে ঘৰত খাওঁতা বাঢ়ি গৈছে। কনকৰ ভাগৰ দুটাৰ উপৰিও মোহিনীৰ নিজৰ ভাগৰো এটা আছে। তদুপৰি ঘৰ সাজিবলৈ লোৱা চৈধ্য হেজাৰ টকাৰ চৰকাৰী ঋণৰ বোজাতো আছেই।

তাইৰ মেজাজটো কিছুদিনৰ পৰা খিটখিটীয়া হৈ উঠিছে। এনেবোৰ কথাত সি আজিকালি প্ৰায়ে নীৰৱতা অৱলম্বন কৰে। কিন্তু এই মুহূৰ্ত্তত মানুহকেইটাৰ লগত সি আগৰৱালাৰ তালৈ নগলেই নহয়। মানুহকেইটা থাকোতেই কামটো কৰিলে আগৰৱালাক সমস্যাটোৰ গুৰুত্ব উপলব্ধি কৰোৱাত উজু হব।

: মই এই কালীচৰণহঁতৰ কাম এটাত অকণ ওলাই যাওঁহে। এইমাত্ৰ আহিম।

মোহিনী একেবাৰে উত্তেজিত হৈ উঠিল আৰু কোনোদিন নকৰা কাম এটা কৰি পেলালে। তাই চকুপানী টুকিলে তাৰ ভৱিষ্যত কল্যাণ কামনাত উদ্বেগ

প্ৰকাশ কৰি—

: এনেয়ে গা ভাল নহয়। ভালকৈ ভাত খাব নোৱাৰে। তেও গাত হুচ নাই। মদ খাই এইদৰে ৰং ৰহইচ কৰিলে আৰু কিমান দিন…

সি স্তব্ধ হৈ বৈ গ'ল। আৰু অলপ পাচতে বাৰান্দালৈ ওলাই আহিল। কালীচৰণহঁতে তাৰ বাবে বাট চাই আছিল। ভিতৰৰ কথাবোৰ নিশ্চয় শুনিছিল। তেওঁলোকে কলে যে, সময়টো অসময়েই হ'ল, বাচৰ সময় হবই এতিয়া। গতিকে সিহঁত দুদিনমানৰ পাচত আকৌ আহিব। কথাখিনি কৈ তেওঁলোক বৈ নাথাকিল।

সি বাৰান্দাৰ বেঞ্চিখনত বহি পৰিল। আৰু মোহিনীয়ে এইমাত্ৰ কোৱা কথাখিনিৰ গুৰুত্বটো বিভিন্ন দিশৰ পৰা ওজন কৰি চালে মনতে। বহুত চিন্তাৰ পাচত সি কথাখিনিত দিবলগীয়া গুৰুত্ব একোকে বিচাৰি নাপালে। তাৰ ব্যক্তিগত কল্যাণ অকল্যাণতকৈও সি বেচি চিন্তিত হৈ পৰিল সেই গৃহহীন, ভূমিহীন তিনিশটা পৰিয়ালৰ ভৱিষ্যতৰ কথা ভাবিহে। তেওঁলোকৰ উপস্থিতিত মোহিনীয়ে সিহঁতৰ ব্যক্তিগত সংসাৰৰ ভৱিষ্যতৰ প্ৰশ্ন দাঙি ধৰাৰ অন্তৰালত সি এক নিষ্ঠুৰতাৰ অৱস্থিতি অনুভৱ কৰিলে। মোহিনীৰ ওপৰত তাৰ ভীষণ খং উঠিল। গোটেই দিনটো মনৰ দুখতে সি একোকে নাখালে। বাৰান্দাতে বহি বহি সি মোহিনীৰ কথাকে ভাৱি থাকিল। মাজে মাজে সি ভীষণ শংকিতও হৈ পৰিল হয়তো তাৰো জীৱনটো সেই চন্দ্ৰ ওৰাং নামৰ বন্ধুৱা ডেকাজনৰ দৰেই হব। হয়তো সিও জীৱনৰ বাকী কালছোৱা তেওঁৰ দৰেই অনুশোচনাত ডেই পুৰি মৰিবলগীয়া হব।

চন্দ্ৰ ওৰাঙে এটা হিংস্ৰ নখৰৰ হাত সাৰিবৰ চেষ্টা কৰোতে বুকুত নিজেই বহুৱাই লৈছিল আৰু এক তীক্ষ্ণ বিষাক্ত নখৰ; যাৰ অসহ্য যন্ত্ৰণা সি জীৱনভৰ তিলে তিলে ভোগ কৰিবলগীয়াত পৰিছিল। তাৰো জানোচা এদিন সেই দুৰ্গতিয়েই হয়!

ভাৱি ভাৱি এটা সময়ত চিন্তাবোৰ সংযত কৰি লোৱাৰ চেষ্টা কৰিলে; আৰু জোৰ কৰি ভাবিবৰ চেষ্টা কৰিলে যে, মোহিনীয়ে যি কৰিছে তাইৰ নিজৰ বাবেতো কৰা নাই। ঘৰখনৰ ল'ৰাকেইটাক মানুহ কৰি তোলাৰ দায়িত্বতো মোহিনীৰ নহয়; চৈধ্য হেজাৰ টকীয়া ঋণ এদিনতো সিয়েই পৰিশোধ কৰিব লাগিব! তাইৰ নিজৰ কষ্টৰ বাবেতো কনকৰ দৰেই মোহিনীও অনুযোগহীন!

অৱশ্যে এটা কথাত সিও নিৰুপায়। নতুন আহোতেই সি প্ৰকাৰান্তৰে

তাৰ সেই দুৰ্বলতাৰ কথা তাইক জনাই থৈছিল। মদ নোখোৱাকৈ সি থাকিব নোৱাৰে। নহলে সি একেদিনাই বলিয়া হব। তাৰ জীৱনত কিমান দুখ আছে! সেইবোৰ পাহৰি থাকিবলৈ মদ নেখালে তাৰ উপায় নাই।

আৰু মদ খাই কাৰোতো সি অন্যায় কৰা নাই! আজিলৈকে মদৰ নিচাত সি কাকো এষাৰ অসম্মানজনক কথা কোৱা নাই, কতো আলিবাটত আনবোৰৰ দৰে পৰি থকা নাই।

কথাবোৰ এনেদৰে ভাবিবলৈ যত্ন কৰাৰ পাচত তাৰ মনৰ গধুৰতা বহুখিনি পাতলি পৰিল। অৱশ্যে সমস্ত জগতখনৰ ওপৰতে তাৰ ঘৃণা উপজিল। পৰম সৰজ্ঞাৰে ঘৰৰ কাকো একো মাতবোল নকৰাকৈ ওলাই গ'ল আৰু গধূলি গধূলি পৰত তাৰ চিৰপৰিচিত গলিটোত সোমাই পৰিল।

ফুলি মদৰ প্ৰথম ঢোকটো গিলোতেই ডিঙিটো তাৰ জ্বলি যোৱা যেন অনুভব হ'ল। আকৌ এঢোক লাহেকৈ গিলি দিলে, আকৌ এঢোক। ক্ৰমে তাৰ ডিঙিটো অনুভূতিহীন হৈ পৰিল। তাৰ পাচত গিলাচত দিয়া গোটেইখিনি মদ একে শোহাতে শেষ কৰি দিলে। এইবাৰ আৰু এগিলাচ। তাৰ পাচত আকৌ এগিলাচ। তেতিয়াহে মনটোৰ অনুভূতিবোৰ মুক্ত, সতেজ হৈ পৰিল।

কিছুদিন আগৰ পৰা কিবা এটা গিলিলেই কিট্ কিট্ কৰে বঙা পকৱাই কামোৰাৰ দৰে দুখ পোৱা ডিঙিৰ অনুভূতিটোও দুই গিলাচৰ পাচতে নাইকিয়া হোৱা যেন লাগিল।

সি তেতিয়াহে সুস্থিৰ ভাবে চিন্তা কৰিলে কালীচৰণহঁতৰ সেই দুৰ্গত পৰিয়ালবোৰৰ কথা। তেওঁলোক বেচেৰাহঁত, কথা কব নজনাৰ দোষতেই মৰিল। তেওঁলোকৰ কথাত মন্ত্ৰী ক্ষুন্ন হ'ল আৰু আপত্তি শুনুনো বুলি গুচি গ'ল বাইজৰ আবেদন ফালি পেলাই থৈ। আচলতে সেয়া আছিল এক শ্ৰেণীচেতনাৰ প্ৰশ্ন। পাৰম্পৰিক আস্থাৰ সংকট।

আচলতে সি কোনো উপায়ে নেদেখাত পৰিছে। আগৰ দৰে হোৱাহেঁতেন সি বাইজৰ দ্বাৰা জোৰপূৰ্বক দখল লোৱালেহেঁতেন। এতিয়া সেই সংগঠনো নাই, মানুহৰ সেই মানসিক প্ৰস্তুতিও নাই। সমাজ ব্যৱস্থাৰ আমূল পৰিবৰ্ত্তন নোহোৱালৈকে মন্ত্ৰীয়েই বাইজৰ মালিক হৈ থাকিব। সিহঁতৰ

সেই সংগ্ৰাম এই সময়লৈকে জীয়াই ৰাখিব পৰাহেঁতেন।

ভাৱবোৰ আকৌ তাৰ বিশৃঙ্খল হৈ পৰিল। তাৰ চকুৰ আগত ভাঁহি উঠিল কালীচৰণহঁতৰ সেই দুৰ্গত মানুহবোৰৰ উপৰ্যুপৰি হতাশাই নিৰ্বিকাৰ, নিৰ্লিপ্ত কৰি পেলোৱা মুখবোৰৰ কথা।

ডিঙিটোৰ ভিতৰত কিট্ কিট্ কৰে সেই বিষটো আকৌ অনুভব কৰা যেন লাগিল। সি মদৰ ঢোক এটা গিলি চালে। বিষটো একেদৰেই লাগি থকা দেখি সি কলে নিৰ্লিপ্ত ভাৱ এটা দেখুৱাবৰ যত্ন কৰি—

: চালা কেন্‌চাৰ ফেন্‌চাৰেই হ'ল নেকি? ডিঙিটোত চোন কিট্ কিট্ কৰে লাগে ঢোক গিলিলে?

: থওক! দাদাই যে কি কয়! থাগুাত সকলোৰে তেনেকুৱা হয়। তাতে আপুনি মিটিংবোৰত কম লেক্‌চাৰ দি ফুৰে জানো?

আলোছায়া ষ্টুডিঅ'ৰ ফটোগ্ৰাফাৰ দাসেও তাৰ লগত সংগ দিছিল। দাসৰ কথাষাৰ শুনি মনত পৰিছিল কিছুদিনৰ আগতে ই এন টি স্পেচিয়েলিষ্ট ডাক্তৰ শৰ্মাই কোৱা কথা এষাৰলৈ।

শৰ্মা আছিল সেই সময়ত অসম মেডিকেল কলেজত। ডিব্ৰুগড়ত। সি তালৈ গৈছিল মেডিকেল কলেজৰে কিবা এটা ফাংক্‌শ্বনত বিশিষ্ট অতিথি হৈ। সি শৰ্মাৰ কথা জানিছিল কিন্তু চিনি পোৱা নাছিল। তাৰ জীৱনৰ নতুন মূল্য নিৰূপণ কৰোঁতা, অসমৰ কৃষক্ সংগঠনৰ গুৰি ধৰোঁতাসকলৰ অগ্ৰণী বপ্লৱী উপেন শৰ্মাৰ ভায়েক এই শৰ্মা। এই উপেন শৰ্মাৰ কৃষক-পঞ্চায়তত যোগ দিয়াৰ বাবে আমন্ত্ৰণ লৈ তেৱেঁই তাৰ ওচৰলৈ পঠাই দিছিল গোপাল দাস আৰু হৰেণ কলিতাক। সেয়া আছিল উনৈচ শ পঞ্চল্লিচ চনৰ জাৰৰ এটা আবেলি। আৰু সেইদিনাই সি প্ৰথমে জীৱনৰ অন্য এক অভিনৱ মূল্যৰ সন্ধান পাইছিল।

মেডিকেল কলেজৰ ফাংক্‌শ্বনত বক্তৃতা দিওতে তাৰ কষ্ট হৈছিল ডিঙিত। কেইদিনমানৰ আগৰ পৰাই ডিঙিটো তাৰ চেকচেকাই আছিল আৰু মাতটো ভাগি গৈছিল। ডাক্তৰ শৰ্মাৰ ওচৰলৈ সেই বাবেই সি গৈছিল। তেওঁ পৰম যত্নেৰে চাই কৈছিল ফ্ৰেনিন্‌জাইটিচ্ নে কি বুলি। দৰৱ দি লগতে আশ্বাসো দিছিল সোনকালে ভাল হৈ যাব বুলি।

সি হাঁহি হাঁহি ডাক্তৰক সুধিছিল—

: কেন্‌চাৰ নহয়তো?

: নাই নাই, সেইবোৰ ভয় কৰিবলগীয়া একো নাই।
অলপতে সি পুনৰ আন এজন ডাক্তৰ বন্ধুক লগ পাইছিল। তেওঁৰ ঘৰত। সি গৈছিল আমন্ত্ৰণ ৰক্ষাৰ্থে। তাত মদ খাওতেও আজিৰ দৰেই ডিঙিত কিট্ কিট্ কৰে লাগিছিল। সি তাতো এনেদৰেই সন্দেহ প্ৰকাশ কৰি কৈছিল—

: চালা, মোৰ কেন্‌চাৰেই হ'ল নেকি ?
ডাক্তৰ বন্ধুৱে তাৰ কথাষাৰ হাঁহি উৰাই দি কৈছিল যে, তাক লৈ এনেদৰে পাঁচজন হ'ল, ঠিক তাৰ দৰেই সন্দেহ প্ৰকাশ কৰা। সেইটো আচলতে হয় কেতিয়াবা বেচি খাওঁতা লাগিলে। ডিঙিত কমফোৰ্টাৰ এখন লব, দুদিনতে ভাল হৈ যাব। গৰমৰ দিন পৰিলে এনেয়ে ভাল হৈ যাব।
ফটোগ্ৰাফাৰ দাসৰ অলপ আগতে কোৱা কথাষাৰেও চিনাকি সেই ডাক্তৰ দুজনৰ আশ্বাসৰ কথা কেইষাৰৰ দৰে পৰম নিশ্চিন্ত কৰি তুলিলে তাৰ মন। সি সেই ভূমিহীন নিঃস্ব পৰিয়াল কেইটাৰ দুৰ্গতিৰ কথাকে চিন্তা কৰি গলিটোৰ পৰা লাহে লাহে ওলাই আহিল।

---



"প্ৰতীক্ষাত অবিচল ৰবা, মই আকৌ আহিম
অলেখ মৃত্যুক টিলিকি মাৰি, কথা দিছোঁ,
উভতি আহিম।
কলে কব সিহঁতে
জানো কিছুমানে কবই—
কি কপাল চোৰা, বাচি গ'ল শেষ পৰ্যন্ত!
সিহঁতেতো নুবুজিব—

সিহঁতে যে কেতিয়াও প্ৰতীক্ষাত অবিচল থকা নাই,
কিদৰে যুবালা মোৰ ভাগ্যৰ চকৰী
তোমাৰ মৃত্যুহীন প্ৰতীক্ষাৰে
কিদৰে পাৰ হলোঁ প্ৰত্যক্ষ নৰক !
সেয়া জানিম মাথো
তুমি
আৰু
মই,
তুমি—
তোমাৰ তুলনাহীন প্ৰতীক্ষাত
ৰৰযুগত
তুষাৰত
দিনৰ পাচত দিন।"

বাতৰিটো পায়ে অনুপমা উধাতু খাই দৌৰি হাস্পাতাল পালেহি। নিৰ্দিষ্ট সময়ৰ কিছুপৰ আগেয়ে আহি পোৱা দেখি গেটতে কিছু সময় ৰবলগীয়া হ'ল। ৰবলগীয়া সময়খিনি তাইৰ অন্তহীন যেন লাগিছিল। বিচাৰি বিচাৰি যেতিয়া তাৰ কোঠাটো পালেহি সংকোচেৰে তাই ইতস্তত: কৰি দুৱাৰমুখতে বৈ থাকিল। এনেতে কাৰোবাৰ দুৰ্বল ভগা মাতেৰে দিয়া মাত এষাৰ তাইৰ কাণত পৰিল—

: কোন ? আহক ভিতৰলৈ।

মাতষাৰ শুনি তাইৰ বুকুখনৰ কৰবাত কিবা এটা আন্দোলি উঠি হঠাৎ স্তব্ধ হৈ পৰিল। চুচুক চামাক কৰে তাই ভিতৰলৈ সোমাই আহিল। কোঠাটোত কেবাজনো মানুহ—ঘোষ, মহন্ত, গোপালত বাদে তাই আন কাকো চিনি নাপালে। বিছনাত কোলাত কেচুৱা লৈ তাৰ কাষতে বহি আছিল এজনী মানুহ। মুখখনত দুশ্চিন্তাৰ বিষণ্ণ ভাব। সি পুনৰ ভগা মাতেৰে সুধিলে—

: কোন ? মই ভালদৰে ধৰিব পৰা নাই।

গোপালে সেই মুহূৰ্ত্ততে ঘূৰি চালে। অনুপমাক দেখি সসম্ভ্ৰমে থিয় হৈ নিজৰ বহা টুলখনকে আগবঢ়াই দিলে। তাই গোপালৰ মনযোগ আকৰ্ষণ কৰিব পৰা হেতুকে অকণ নিৰ্ভৰ পালে। টুলখনৰ কাষত থিয় হৈ সুধিলে তাক—

: কেনে পাইছে এতিয়া ?

মাতষাৰ শুনি সি বিহ্বল হৈ উঠিল।

: আৰে অনুযে! কি যে হৈ গলা তুমি! তোমাক প্ৰথমে ধৰিবই পৰা নাছিলোঁ। মাতষাৰ কিন্তু তোমাৰ একেদৰেই আছে। মোৰ হে মাত...

: বাদ দিয়কচোন সেইবোৰ কথা। মানুহৰ মাত কেতিয়াবা ভাগেই।

: মোহিনী, এৱেঁই অনু। অনুপমা দেৱী। কামাখ্যাৰ যে! আজি মই এওঁক চিনিবই পৰা নাছিলোঁ; অথচ এদিন যিদিনা মোৰ সমস্ত চিনাকি হেৰাই যোৱাৰ উপক্ৰম হৈছিল, সেইদিনা এৱেঁই মোক বাটৰ পৰা বুটলি আনি আশ্ৰয় দিছিল। আৰু...

: বাদ দিয়কচোন বাজে কথাবোৰ। আপুনি এতিয়া কেনে পাইছে?

: মোৰতো ভালেই লাগিছে। কিন্তু মাতটোহে ঠিক হোৱা নাই। তুমিতো জানা অনু, বলীনৰ "কিয়" নাটকখনৰ গেঠুৰ চৰিত্ৰটো? এই ৰোগটোও ঠিক তাৰ দৰে।

: আপুনি কথা নকৰচোন ইমান।

: ৰবাচোন কৰলৈ দিয়া। আৰু হয়তো কৰলৈকে নাপামেই ৰেচিদিন। মোহিনীৰ উদ্বেগপূৰ্ণ হাকবচনষাৰলৈ আওকাণ কৰি সি অনুক পুনৰ কলে—

: সেই কছাৰী লগুৱাটোযে? হেজাৰে বকক, বাধা দিয়ক, গালিশপনি পাৰক সি যে কাৰো কথালৈ ভ্ৰূক্ষেপ নকৰি নিজৰ ভাগে কৰি যায় কামবোৰ! এই ৰোগটোও তেনে যেনেই লাগিছে। তাৰ পাচত বাৰু কোৱাচোন তোমালোকৰ খবৰ। হৰেণ ভালে আছে নহয়?

: তাৰ অসুখ। কাম কাজো নাই আজিকালি।

: তাৰ আকৌ ইমান বঢ়িয়া স্বাস্থ্যৰ ল'ৰাটোৰ কি অসুখ হ'ল?

: গেষ্ট্ৰিক বুলি কৈছেচোন?

: তোমাক চিনি পোৱা নাছিলোঁ বাবে বেয়া নাপাবা আকৌ!

: মই আকৌ কিয় বেয়া পাম! মই নিজেই জানো মই দিনে দিনে কি হৈ গৈছোঁ। জীয়াই যে আছোঁ এয়ে বহুত!

অনুৰ কথাষাৰৰ লগে লগে ওলাই অহা হুমুনিয়াহটো তাৰ নিজৰে অন্তৰ ভেদি ওলাই অহা যেন লাগিল। হঠাৎ আহি পৰা মনৰ বিমৰ্ষ ভাবটো কাষৰ কৰি সি সুধিলে—

: অনু, সেই সোণামুৱা গাঁৱৰ নাটকখন তোমাৰ মনত আছেনে?

: আছে। আপুনি যে কিবা এটা শুনাত বেয়া লগা নাম দিছিল নাটকখনৰ?

মই যে আপত্তি কৰিছিলোঁ ?

: অঁ। গেঙনি-বেঙনি। এবাৰ যন্ত্ৰণাত গেঙাই উঠে। এবাৰ আকৌ আশাৰ বেঙনি দেখে। মোৰ এতিয়া যিটো অৱস্থা হৈছে আৰু।

হাঁহি হাঁহি সি কলে যে, নাটকখন কৰবাত হেৰাই গ'ল। বিচাৰি বিচাৰি এদিন সি সমৰ ব্ৰহ্মক একেবাৰে ঘগ্ৰাপাৰৰ ধানচিৰা মহাজনৰ ঘৰলৈ পঠাই দিছিল। এবাৰ ভাবিছিল হয়তো প্ৰসেনহঁতৰ তাতো থাকিব পাৰে। কিন্তু ক'তো সি পোৱা নাছিল।

অনুৱে অৱশ্যে কলে যে, নাটক থোৱা মোনাখন একৈশ বছৰ মানৰ আগতে সি উজনিৰ পিনে যাওতে লগত লৈ গৈছিল। তাৰ পাচত আৰু ঘূৰাই অনা তাই দেখা নাই।

উপস্থিত আনবোৰে সিহঁত দুয়োৰে ঘনিষ্ঠ কথাবাৰ্ত্তাৰ মাজত একোকে নকলে। সিও কিন্তু ক্ৰমাৎ বিষণ্ণ হৈ পৰিল। পৰিবেশটোৰ প্ৰতি অন্যমনস্ক হৈ পৰিল। তাৰ মনত পৰিছিল আৰু এটা হেৰোৱা বস্তুৰ কথা। যিটো বস্তু বিচাৰি সি আগৰবাৰ জেলৰ পৰা ওলাই আহি অসমৰ গাইভুঁই চলাথ কৰিছিল। কোনেও হ'লে তাৰ উৱাদিহ দিব পৰা নাছিল। সেয়া আছিল এসময়ৰ অজস্ৰ চিঠিৰ টোপোলা।

তাৰ প্ৰথম প্ৰেয়সীৰ চিঠি আছিল সেইবোৰ। যাক সি প্ৰাণভৰি ভাল পাইছিল. অথচ যাৰ সতে ঘনিষ্ঠ হবলৈ কোনোদিন তাৰ সাহস হোৱা নাছিল। সেই প্ৰেমে জীৱনত প্ৰথমে তাক প্ৰাণ প্ৰাচুৰ্যেৰে ভৰাই তুলিছিল আৰু দিছিল ৰিক্ততাৰ তীব্ৰ দাহন-যন্ত্ৰণা।

ভাৱোতে ভাবোতে সি সোমাই পৰিছিল স্মৃতিৰ মণিকোঠাৰ অতল তলিত। ঢাকাৰ সেই ৰিণিকি ৰিণিকি মনত পৰা পিলখানাৰ পৰা তৰপে তৰপে পৰা স্মৃতিৰ শেলুবৈ ৰুকি ৰুকি মনটো তাৰ হেৰাই গৈছিল অতীতৰ গহন অৰণ্যত। তেজপুৰৰ প্ৰাণচঞ্চল সেই দিনবোৰ, য'ত সি ভাৱিব পাৰিছিল জীৱন অক্ষয় বুলি, অনাগত মুহূৰ্ত্তবোৰ আনন্দৰ অনন্ত আকৰ বুলি।

য'ত কেৱল সি আছিল, প্ৰেয়সী আছিল, ৰঙীন স্বপ্ন আছিল আৰু আছিল নিৰুদ্বেগ অপাৰ প্ৰাণময়তা। জীৱনৰ বছৰবোৰ, কলুষ কল্মষবোৰ ধুই মচি সি যদি পুনৰ জীৱনটো আৰম্ভ কৰিব পাৰিলেহেঁতেন একেবাৰে গুৰিৰ পৰা— সেই স্বপ্নমধুৰ দিনবোৰৰ পৰা!

চকু তাৰ উপচি পৰিছিল দুখৰ চকুৰ লোতকেৰে। হঠাৎ হাতৰ বাউসীত

কাবোবাৰ মৃদু স্পৰ্শত সি উচপখাই উঠি চকু দুটা লৰালৰিকে মচি লৈছিল। কোঠাৰ মানুহবোৰ ইতিমধ্যে উঠি গৈছিল। ওচৰত মোহিনীয়ে অকলশৰে বহি আছিল আমন জিমনকৈ। টোপনিত লাল কাল দিয়া কোলাৰ কেচুৱা লুনডুনটোক ওচৰতে শুৱাই থৈছিল। নাৰ্চ এজনীয়ে তাৰ দেহৰ উত্তাপ লবলৈ আহিছিল সন্তৰ্পণে।

: কোন?

: মই থাৰ্মোমিটাৰ দিম। টেম্পাৰেচাৰটো লওঁ।

: অ' অবলা দেখোন? লোৱা ভাই, যি লোৱা লৈ থকা। জ্ঞানটো ল'লেও লোৱা।

সি কব খুজিছিল, তোমাৰ দৰে ইমান ধুনীয়া ছোৱালী এজনীৰ হাতত জ্ঞান গ'লেও আপচোচ নাই বুলি। কিন্তু ওচৰত মোহিনী থকা কাৰণেই নকলে। তাই থাৰ্মোমিটাৰটো তাৰ মুখত সুমাই দি সোঁহাতৰ মণিবন্ধত টিপি ধৰি ঘড়ীটোলে চাই ৰ'ল কিছুপৰ। তাৰ পাচত মুখৰ পৰা থাৰ্মোমিটাৰটো উলিয়াই উত্তাপটো চালে আৰু ট্ৰে এখনত যতনাই ৰখা পাত্ৰটোত সেইটো থৈ দি কলে—

: আপুনি চাৰ বোম্বাইলৈ যাওক। তাত এইবোৰ বেম'ৰ সোনকালে ভাল হৈ যায়। ইয়াত থাকিলে ভাল হওতে বহুদিন লাগি যাব।

সি নাৰ্চজনীৰ মুখলৈ চাই খন্তেক বৈ থাকিল। তেওঁ অৱশ্যে বৈ নাথাকিল; নিজৰ কাম শেষ কৰি ওলাই গ'ল। তেওঁৰ বিজ্ঞৰ দৰে দিয়া উপদেশখাৰ ভাল লাগিল। ইতিমধ্যে অৱশ্যে তাৰ বোম্বেলৈ যোৱাটো একৰকম খাটাং হৈ গৈছে। ৰাজ্য চৰকাৰে, তাৰ বিভিন্ন বন্ধুৱে আৰু একাধিক অনুষ্ঠানে সেইটো সম্ভৱ কৰি তুলিছে।

বোম্বাইলৈ যোৱাৰ কথা উল্লেখ কৰোঁতেই তাৰ মনত পৰিছিল তাৰ বন্ধু পুত্ৰী দীপ নামৰ ডাক্তৰ ছোৱালীজনীৰ কথা। আৰু বন্ধু বিমলা চলিহা, তেজপুৰৰ কমলা আগৰৱালা, ননী বৰদলৈ এনেদৰে তাৰ শুভানুধ্যায়ী বিপদ কালৰ বন্ধু জনদিয়েকৰ কথা। অৱশ্যে তাৰ মনলৈ আহিছিল বাৰে বাৰে দীপৰ কথাবোৰ। বেমাৰটো যেতিয়া ধৰা পৰিছিল আৰু যেতিয়া সকলোৱে বুজিছিল যে তেজপুৰত তাৰ চিকিৎসা নহব, তেনে এটা সংকটৰ মুহূৰ্তত নিৰ্দ্বিধাই, অক্লান্তভাৱে খাটিছিল এই দীপেই। তেজপুৰৰ কোনো ডাক্তৰেই সাহস কৰি তাৰ ওচৰ চপা নাছিল। কেৱল তেৱেঁই তাক নিজৰ পিতৃৰ দৰে অন্তহীন আশয়েৰে চিকিৎসা কৰিছিল; আৰু নিজৰ লাজ মান কাতি কৰি থৈ লোকক

গাড়ী খুজি তাক গুৱাহাটী মেডিকেল কলেজলৈ পঠাই দিছিল। তেওঁ দিয়া দৰবৰ গুণতে এদিন পাচতে সি পনীয়া বস্তু খাব পৰা হৈছিল।

: মোহিনী, দীপে ঠিকেই কৈছে। মই বোম্বাইলৈ যিমান সোনকালে পাবোঁ যোৱাটো ভাল হব। আকৌ মনে মনে কি ভাব হয় জানা? ভাল জানো হম? এনেয়ে মিছামিছি লোকক কষ্ট দিয়া হব।

: চিকিৎসা আপুনি কৰাবই লাগিব। য'তেই ভাল ত'তেই কৰাব লাগিব। চলিহাই সকলো খৰচ পাতি যোগাৰ কৰি দিব বুলি কৈছে যেতিয়া অসুবিধাতো একো নাই। আগৰৱালাই খবৰ লৈয়ে আছে। মই গোপালকো পঠাই দিছোঁ।

: গোপালক আকৌ কেলেই পঠালা? তেওঁ বেচেৰা মোৰ বাবেই আৰু কিমান খাটিব! তুমি জানা জানো তেওঁলোকৰ এসময়ত কি অৱস্থা আছিল? লোকৰ কাৰণে খাটোতেই বেচেৰা কঙাল হৈ গ'ল। খাঁটি মানুহ বুজিছা? অলপ বৈ হাঁহি হাঁহি সি পুনৰ কলে—

: ৰজা-মন্ত্ৰী এইবোৰলৈ মোৰ দৰেই গোপালৰো বৰ ভয়। তেওঁক তেনেবোৰৰ তালৈ পৰাপক্ষত নপঠাবা। ৰজাৰ পৰা আমি এসময়ত পলাই ফুৰিছিলোঁ। মন্ত্ৰীৰ সতেতো কোনোদিন কামেই নহয়। মোৰ শংকৰী কলা প্ৰতিষ্ঠানৰ আঁচনিটো এবাৰ মন্ত্ৰী এটাই চাম বাক বুলি কৈ থোৱাঁ চাওত তুলি থলে। আৰু এটাকতো ভূমিহীন খেতিয়কক মাটি দিবলৈ মাতি আনি বিহুহে খাই ললোঁ। এৰা, পাহৰিয়ে আছিলোঁ, নীলু আহিছিল নে বাৰু?

: গধূলিহে অহাৰ কথা।

: তুমি মনত পেলাই দিবাচোন দেই, সেই কালীচৰণহঁতৰ কথাটো। মই কৰবাত পাহৰি যাব পাৰোঁ। নীলুক কৈছিলোঁ যত্ন কৰিবলৈ। নহলে সেই পৰিয়ালকেইটা বাটৰ ভিখাৰী হব।

: বাদ দিয়ক, নিজৰেই খবৰ লয় কোনে?

: নহয় অ' মোহিনী, তুমি নুবুজা; সিহঁতৰ একো কৰিব নোৱাৰিলে মোৰ জীয়াই থকাৰ কোনো অৰ্থই নাই।

: থওক হেৰি! এম পি উঠোতে আপুনি যাৰ বাবে জীৱন তুচ্ছ কৰি সংগ্ৰাম কৰিছিল, সিহঁতে ভোট দিছিল জানো আপোনাক?

: সেইবোৰৰ কাৰণ বুজালেও তুমি নুবুজিবা।

সি অকণ উত্তেজিত হৈ পৰা দেখি মোহিনী মনে মনে থাকিল। এনেতে

বাহিৰত কোনোবাই দুৱাৰত টুকুৰিয়ালে। তাৰ অনুমতি পোৱাৰ লগে লগে উপেন আৰু তৰুণ সোমাই আহিল। পুৰণি বন্ধুৰ বিপদত তেওঁলোক আহিছে সহায় কৰিবলৈ। উপেনে লৈ আহিছিল এটা গাঁওলীয়া দৰবৰ টোপোলা। তেওঁ মোহিনীৰ হাতত টোপোলাটো দি কলে—

: প্ৰমাণী দৰব বুলি কৈছে, তোৰ বিশ্বাস হ'লে খাবি।

: কেৱল দৰব প্ৰমাণী হলেই হব কিটো? ইপিনে মোৰ যে বেমাৰটোও প্ৰমাণী। এই বেমাৰে আজিলৈকে কাকো সাৰি যাব দিয়া নাই মই জনাত।

সি ডাঙৰকৈ হাঁহি দিছিল। ডিঙিটো হঠাৎ বিষাই উঠিল। সি হঠাৎ নীৰৱ হৈ গ'ল। আন কেইজনো নীৰৱ বিমৰ্ষ হৈ বৈ থাকিল। ডিঙিৰ বিষটো আঁতৰি যোৱাত সি পুনৰ সহজ হবৰ চেষ্টা কৰি কলে—

: তহঁতেচোন মোৰ শোক সভা পাতিলিয়েই!

তাৰ ৰগৰত যোগ দিয়াৰ বাবে কাৰো মানসিক প্ৰস্তুতি নাছিল। অলপ পাচতে তাক দৰবটো খাবলৈ আকৌ সোঁৰৰাই দি দুয়ো ওলাই গৈছিল। সি তেতিয়াহে মোহিনীৰ পৰা দৰবৰ টোপোলাটো লৈ খুলি চালে। তাৰ মনত পৰিল হলেশ্বৰৰ ষড়ানন শৰ্মা নামৰ চিনাকি এজনৰ মাকৰ কথা। তেওঁৰো গুহ্যদ্বাৰত কেন্চাৰ হৈছিল। ঘৰৰ সকলোৱে আশা এৰি দিছিল। এনেতে এদিন এজন ভিখাৰী আহি পৰিছিল। ভিখাৰীজনে কথাটো কেনেবাকে জানিলে। আৰু নিজেই উপযাচি বনৌষধি তুলি আনি দৰব এটা তৈয়াৰ কৰি দিলে। ঘৰৰ মানুহবোৰে ভাবিলে ৰোগী এনেও মৰা তেনেও মৰা; কাজেই দৰবটো ব্যৱহাৰ কৰাতনো ক্ষতি কি। বুঢ়ীয়েও পানীত উটি যোৱা মানুহৰ খেৰ—কুটা গচো আশ্ৰয় বোলা আপ্ত বাক্যষাৰকে মানি লৈ দৰবটো ব্যৱহাৰ কৰাত সম্মতি দিলে। বুঢ়ীৰ বেমাৰতো ভাল হ'লেই, স্বাস্থ্যও সুন্দৰ হৈ উঠিল।

কথাটো মনত পৰাত সি মোহিনীক দৰবটো যত্নেৰে থৈ দিবলৈ কলে। এনেতে কোনোবা এজন অহাৰ সঁহাৰি পালে। ভাবিলে নিশ্চয় নীলুৱেই হব। তাৰ ভাল লাগিল অন্ততঃ কালীচৰণহঁতৰ কথাটো তাক ভালদৰে বুজাই কব পাৰিব।

নীলু অৱশ্যে অহা নাছিল, আহিছিল মন্ত্ৰী এগৰাকী। তাৰ বাল্যকালৰ বন্ধু। তেওঁ আহিছিল মুখ্যমন্ত্ৰীৰ হৈ কথা এটা খাটাংভাৱে জানি যাবলৈ।

মন্ত্ৰী গৰাকীয়ে বিশেষ বাগাড়ম্বৰ নকৰি কলে—

: তুমি মিচেচকো লৈ যোৱা লগত। চলিহাই মোক সুধিবলৈ দিছে আকৌ তোমাৰ তেখেতক লগত লৈ যোৱাত অসুবিধাটো কি।

: অসুবিধা বহুতো। আটশইতকৈ ডাঙৰ অসুবিধা হ'ল কেচুৱাটো। মোহিনীয়ে অৱশ্যে তাৰ কথাৰ যুৰত খৰচ আদিৰ কথাও উল্লেখ কৰিলে। কথা প্ৰসংগত হঠাৎ মনত পৰাৰ দৰে সি পুনৰ কলে হাঁহিবৰ চেষ্টা কৰি—

: অ' চলিহাই তো 'মই চাম বাক' খুলি কৈছিল সিদিনা। মোৰ কিন্তু ভাই মন্ত্ৰীৰ 'মই চাম বাক' বোলা কথাষাৰৰ অৰ্থ লৈ বৰ তিক্ত অভিজ্ঞতা আছে।

মন্ত্ৰীজনে হাঁহি হাঁহি কলে যে, এম এল এ চৰকাৰী মানুহ যেতিয়া চৰকাৰে তেওঁৰ চিকিৎসাৰ ব্যয় বহন কৰিবলৈ বাধ্য। তাৰ ক্ষেত্ৰত কামটো হৈয়ে আছে। তেওঁ নিজেই মন্ত্ৰী হিচাপে চহী কৰি আহিছে ফাইলত।

সি অৱশ্যে চিন্তা কৰিলে একেবাৰে বেলেগ এটা দিশত। মন্ত্ৰীয়ে কৈছে যেতিয়া খৰচটো হব। কিন্তু লগত মোহিনীক নিলে তাৰহে হাৰমাল হব হয়তো। অচিনাকি ঠাইৰ কথা। একেবাৰে নিৰাশ্ৰয়, নিৰালম্ব হৈ পৰিব যদিহে এজন সতৰ্ক মানুহ লগত নাথাকে। সিও ভাবিছে কথাটো। কিন্তু মোহিনীক নিলে লগত কেচুৱাটোৱে তাই তাকণো সহায় কৰিব নোৱাৰিবই, বৰঞ্চ তাইকহে সি সহায় কৰিবলগীয়া হব পাৰে।

মন্ত্ৰী ওলাই গৈছিল ইতিমধ্যে। দুই এজন কোনোবা কোনোবা আহিছিল, তেওঁলোকো গ'ল। এসময়ত সি আৰু মোহিনী অকলশৰীয়া হৈ পৰিল। লুনভুমটোৱে ইতিমধ্যে সাৰ পাইছিল। মাকৰ কোলাত সি অকলেই কিবাকিৰি আনে সুবুজা কথা পাতি আছিল। কেচুৱাটোৰ থুনুক-থানাক মাতবোৰে তাহাঁত দুয়োৰে নিসংগ মুহূৰ্ত্তকেইটাক আৰু বেচি হৃদয়ভেদী কৰি তুলিছিল। সি ভাবিছিল বোম্বেত গৈ ইমান গাল টকা খৰচ কৰি কিবা লাভ হব জানো? গলেইব, লগত যাব কোন? তিনিটাকে কণ কণ শিশুক লগত লৈ মোহিনীয়ে অকলশৰে বেচেৰী চম্ভালিবই বা কিদৰে? তায়োতো তাৰ দৰেই নিৰাশ্ৰয়, নিৰালম্ব হৈ পৰিব!

: মোহিনী অ' মোহিনী!

: কি হ'ল? ডাক্তৰে আপোনাক বেচি কথা কবলৈ হাক দিছে। অকণ শান্তিৰে মনে মনে থাককচোন।

সি বুজিলে, মোহিনী বিৰক্ত হৈছে তলে তলে তাৰ ভালৈ মানুহবোৰ আছি থকা দেখি। কিন্তু সি শান্তিৰে মনে মনে থাকে কেনেকৈ? মনে মনে অৱশ্যে সি থাকিব। আৰু দুদিনমানৰ পাচত হয়তো সি নিজে থাকিব মুখুজিলেও বেমাৰেই তাক বাকহীন, নিঃসাৰ কৰি পেলাব। কিন্তু শান্তিৰে? হুহ্! ইমান দুখতো তাৰ হাঁহি উঠিল মোহিনীৰ কথাবাৰৰ মৰ্ম উপলব্ধি কৰি।





"এয়ে মোৰ শেষ'গান।
মোৰ জীৱন নাটৰ শেষ ৰাগিণী
কল্যাণ্ খৰমান
পাতনিতে বালেঁ৷ ধেমালি নান্দী
ভংগী সূত্ৰধাৰ,
হাঁহি বিননিৰে ভাও দিলেঁ৷ নানা
ৰোবোলেঁ৷ অশ্ৰুধাৰ।"

অৱশেষত সি তেজপুৰলৈকেই ঘূৰি আহিছিল।
বোম্বাইৰ পৰা ঘূৰি আহি অসম পোৱাৰ দিনা মনৰ আনন্দত সি উন্মাউল হৈ

পৰিছিল। বোম্বাইৰ টাটা কেন্‌চাৰ ইন্‌ষ্টিটিউটত সি চিকিৎসা লৈ ঘূৰি আহিছিল। কেঞ্চাৰ বিশেষজ্ঞসকলে তাক পৰীক্ষা কৰি সম্পূৰ্ণ আৰোগ্য হোৱা বুলি কৈ পঠাই দিছিল। সিও হেৰোৱা স্বাস্থ্য ঘূৰাই পোৱাৰ দৰে দেহটো পাতল লগা যেন অনুভব কৰিছিল।

বোম্বাইত তাৰ লগত প্ৰথমে আছিল বদন নামৰ তাৰ আগতে ডাঙৰ হোৱা তেজপুৰৰ উদ্যোগী ডেকা বন্ধু এজন। তেওঁ অহাৰ পাচত তাক সংগ দিছিল পাঠশালা অঞ্চলৰ ঘনিষ্ঠ ভাৱে চিনাকি পৰিয়াল এটাৰ শিক্ষিত যুৱক ডঃ নিশিপদ চৌধুৰীয়ে। আৰু আহিছিল বহুত চিনাকি অচিনাকি মানুহে তাৰ খবৰ লবলৈ। ভূপেন, কৃষ্ণা, হেমাংগ বিশ্বাস, ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অধ্যাপক দুৰ্গেশ্বৰ দলে'—এনেদৰে বহুতকে লগ পাইছিল অসমৰ বাহিৰত চিকিৎসা লোৱা কাল ডোখৰত। আৰু আহিছিল বহুত চিঠি তাৰ মংগল কামনা কৰি, আৰু বহুত মণিঅৰ্ডাৰ—তাৰ সাহায্যৰ বাবে ধনৰ অংকৰ বোজা বই বই। বোম্বাইত থাকিও অসমৰ মাজ-মজিয়াতে থকা যেন অনুভব কৰিছিল সি প্ৰতিটো মুহূৰ্ত্ত।

তেজপুৰলৈ আহি প্ৰথম কেইদিনমান সি ঘৰৰ ভিতৰতে ল'ৰা তিনিটাৰ লগতে ধেমালি-ধুমুলা কৰি কটালে। কোনোবাই দেখা কৰিবলৈ আহিলেই অনন্যকৰণীয় ৰগৰ তুলি সি কৈছিল এটা ফকৰাৰ সহায়ত যে কেঞ্চাৰৰো অন্ততঃ এঞ্চাৰ এটা আছে যদিহে ৰোগী এড্‌ভাঞ্চাৰাচ হয়। সি প্ৰায়ে মাতিছিল ফকৰাটো—

বিকট উৎকট ৰোগ
দুৰ্দান্ত কৰ্কট।
দূৰ হোৱা দূৰ হোৱা
নানিবা সংকট॥

মোহিনীয়ে পিচে সেই ৰগৰত যোগ দিয়া নাছিল। তাই মাত্ৰ উপৰ্যুপৰি এটাই অনুৰোধ কৰিছিল যে সি তাৰ এখন আত্মজীৱনী লেখিবলৈ আৰম্ভ কৰিব লাগে। সি মোহিনীৰ অনুৰোধ এৰাব নোৱাৰি এদিন আৰম্ভ কৰিছিল তাৰ আত্মজীৱনী। সি ভাৱিছিল, তাৰ নিজৰ জীৱনটোক স্মৰণীয় কৰাতকৈ জীৱনত সি মুহুৰ্মুহু যি সংগ্ৰাম কৰিলে তাৰ আদৰ্শক স্মৰণীয় কৰাটোহে বেচি সমুচিত আৰু যুক্তিযুক্ত হব। কিয়নো সি তেনে এক নজিৰ লিপিবদ্ধ কৰি থৈ যাব পাৰিলে সিহঁতৰ অসমাপ্ত সংগ্ৰামক সমাপ্তিৰ পিনে আগুৱাই নিবলৈ সংগ্ৰামী উত্তৰ পুৰুষসকলক সেয়ে কেৱল প্ৰেৰণাই নহয় অবিহনাও যোগাব।

ঠিক তেনে এক উদ্দেশ্য আগত ৰাখিয়েই সি আৰম্ভ কৰিছিল তাৰ আত্মজীৱন কাহিনী।

সিতো জনা নাছিল যে, বিশেষজ্ঞৰ আশ্বাস অৱধাৰিত মৃত্যুক বাধা দিয়াৰ বাবে নহয়, তাক সুগম কৰাৰ বাবেহে দিয়া হৈছিল!

বোম্বাইৰ পৰা ঘূৰি আহি ঘৰত সি এমাহো শান্তিৰে থাকিবলৈ নাপালে। সেইদিনা সি পুৱাতে উঠি প্ৰথমে অসমাপ্ত আত্মজীৱনীখনকে লৈ বহিছিল। অন্তৰাত্মাই তাক নিতউ যেন উদগণি দিছিল জীৱনীখন সোনকালে শেষ কৰিবৰ বাবে। সেইদিনা সি বহীখনৰ আগদিনা লেখা শেষৰ পেৰাগ্ৰাফটোৰ পাচত আন এটা পেৰাগ্ৰাফ আৰম্ভ কৰি লেখিছিল—'মোৰ জীৱনৰ বোৰ্তী সুঁতি ভটিয়াই হে বয়, উজাই নবয়' বুলি।

ঠিক সেই মুহূৰ্ত্ততে মোহনীয়ে তাৰ বাবে একাপ হৰলিক্স লৈ আহিছিল। হৰলিক্সৰ প্ৰথম শোহাটো মৰাৰ লগে লগে ডিঙিৰ ভিতৰত সেই পুৰণি কিবা এটা লাগি থকা লাগি থকা যেন লগা অনুভূতিটো অনুভৱ কৰিলে। হৰলিক্সখিনি দুই তিনি চোক খোৱাৰ লগে লগে মূৰৰ পৰা ভৰিলৈকে সি ঘামি গ'ল। সি কাপটো আধা খোৱাকৈয়ে থৈ দিলে আৰু তত্তাতৈয়াকৈ লেখাত ব্যস্ত হ'ল।

দুপৰীয়া এটা ভাতো তাৰ পেটলৈ নগ'ল। গোটা বস্তু খালেই বমি কৰা হ'ল। পাচদিনা পিঠিত টেমুনা উঠিল আৰু ডিঙিয়েদি পিচফালে ৰাজহাড়ৰ কাযেদি এটা বিষ হ'ল যাৰ ফলত সি ডিঙিটো পিচপিনে ঘূৰাব নোৱাৰাত পৰিল। এষাৰ কথা কলেই অসম্ভৱ ক্লান্ত হৈ পৰিবলগীয়া হ'ল।

গুৱাহাটী মেডিকেল কলেজত কিছুদিন থকাৰ পাচত আৰোগ্যৰ আশা নেদেখি শেষত সি তেজপুৰৰ ঘৰলৈকেই ঘূৰি আহিল।

তাৰ চাৰিদিনৰ পাচত সেইদিনা আছিল ১৭ জুলাই তাৰিখ। পুৱাৰে পৰা বৰ গৰম পৰিছিল। তাৰ অসহ্য কষ্ট হৈছিল সেইদিনা। কষ্টত সি বিছনাতে ছটফটাই আছিল। শৰীৰতকৈও মনৰ কষ্ট হৈছিল তাৰ বাবে অসহনীয়। বহুজনক বহু কথা কবলগীয়া আছিল তাৰ; কিন্তু সি স্পষ্ট কৰি এষাৰ কথাকো কব নোৱাৰাত পৰিল।

মাজে মাজে তাৰ মনলৈ আহিছিল নলবাৰীৰ পৰা অজ্ঞাতবাসলৈ যাত্ৰা কৰোতে মাজনিশা দেখা বহল নিৰ্মেঘ আকাশখনৰ কথা। য'ত মেঘবোৰ ধুমুহা-বৰষুণে ধুই মচি নিকা কৰিছিল আৰু কৃষ্ণা দ্বিতীয়াৰ জোনটোৱে জলমলাই আছিল।

সি আকাশখনৰ কথা মনত পৰিলেই কল্পনা কৰিছিল, এই মুহূৰ্ত্ততো যদি কমৰেড বৈকুণ্ঠ চক্ৰবৰ্ত্তীৰ দৰে কোনোবাই এই ৰোগৰ পৰা পলাই সাৰিবলৈ আগধৰি কিবা এটা উপায় দিলেহেঁতেন ! সি যদি এই মুহূৰ্ত্ততো তাৰ দৰেই এনে এক অজ্ঞাতবাসলৈ গুচি যাব পাৰিলেহেঁতেন, য'ত এই দুৰাৰোগ্য ৰোগৰ নিৰ্ম্ম নখৰে তাক ঢুকি নাপালেহেঁতেন !

এই অলীক কল্পনাবোৰ যিমানে সি মনৰ পৰা আঁতৰাই মোহিনী আৰু পোনা-কেইটাৰ কথা একমনে চিন্তা কৰিবলৈ চেষ্টা কৰিছিল সিমানে তাৰ মন আচ্ছন্ন হৈ পৰিছিল সেই উদ্ভট অৰ্থহীন চিন্তাবোৰেৰেহে। বিগত বছৰবোৰ তৰপে তৰপে গুচাই সি অনুভব কৰিবলৈ চেষ্টা কৰিলে মাত্ৰ তিনিটা বছৰৰ আগৰ তাৰ সুস্থ সবল জীৱনৰ আস্বাদ। যি জীৱনক এসময়ত সি বিস্বাদপূৰ্ণ বুলি ঘৃণা কৰিছিল, সেই জীৱনেই পৰম উপভোগ্য সম্ভাৰ লৈ তাক প্ৰলুব্ধ কৰিলেহি মুহূৰ্ত্তে মুহূৰ্ত্তে।

মোহিনীয়ে কাষতে বহি আছিল কোলাত কেচুৱা লুনডুনক লৈ। তাইৰ মুখখন হৈ পৰিছিল বৰ্ষাক্লান্ত আকাশখনৰ দৰে ব্যথাৰে গধূৰ। লুনডুনে হাঁহি হাঁহি থুনুক-থানাক মাতেৰে তাৰ বুকুত সৃষ্টি কৰিছিল এক বিক্ষুব্ধ কোলাহলৰ। ভয়তে সি মোহিনী আৰু কেচুৱাটোৰ পিনে চোৱা নাছিল। সি ভাবিবলৈ চেষ্টা কৰিছিল কনিহা ছাত্ৰ সম্মিলনৰ কথা, খৰ্চাকাটিৰ ট্ৰাইবেল সংঘৰ অধিবেশনৰ কথা। অজস্ৰ ঠাইত, অজস্ৰ জনসভাত সি কত দিন কত সুদীৰ্ঘ বক্তৃতা দিয়াৰ কথা। ঘণ্টাৰ পাচত ঘণ্টা ধৰি অগণন জনতাই মোহমুগ্ধ হৈ তাৰ বক্তৃতা শুনিছিল। দিনৰ পাচত দিন তাৰ একেটা ভাৰ্ষণকে শুনিবলৈ মানুহ হিলদল ভাঙি আহি পৰিছিল। তাৰ কণ্ঠস্বৰ শুনাৰ বাবে, তাৰ উদাত্ত আহ্বানত আশ্বাস লভাৰ বাবে কত দিন কত মঞ্চগৃহত অগণন শ্ৰোতাই উদগ্ৰ আগ্ৰহেৰে অপেক্ষা কৰিছিল। আজি কিন্তু এই মুহূৰ্ত্তত সি ক্লান্ত, বাকৰুদ্ধ; কণ্ঠ তাৰ চিৰদিনৰ কাৰণে স্তব্ধ, আশ্বাসহীন হৈ পৰিল।

সি মোহিনীক লেহাই লেহাই কিবা এষাৰ কৈছিল। মোহিনীয়ে শুনিবৰ বাবে কাণখন তাৰ মুখৰ ওচৰলৈ আনিছিল। এনেতে সোমাই আহিছিল দীপ। তেওঁ সোমায়েই তাৰ পিনে চাই সুধিলে—

: কেনে আছে ?

সি কোনোমতে হাত এখন দাঙি বেপৰোৱা ভংগী এটা দিবৰ চেষ্টা কৰি

শেহাই শেহাই সেমেকা হাঁহি এটা মাৰি কলে—

: বহাল তবিয়ৎ।

দীপে কোনো ভাৱাবেগ প্ৰকাশ নকৰি ৰক্তচাপ আদি চোৱাত ব্যস্ত হৈ পৰিল। মোহিনীয়ে দীঘল হুমুনিয়াহ এটা কাঢ়ি তাৰ মুখলৈ চালে। সি চকু দুটা মুদি দিলে। দীপৰ সান্নিধ্যত মনতে অকণ আশ্বাস অনুভব কৰিবলৈ চেষ্টা কৰিলে সি।

দীপে কাৰো পিনে নোচোৱাকৈ কলে—

: অলপ কেইদিনমানৰ কাৰণে ইয়াৰ হাস্পাতালত ৰখাই ভাল হব নেকি? আজিয়েই নিলে ভাল হব। চোৱা চিতা কৰাত সুবিধা হব।

মোহিনীয়ে শংকিত হৈ সুধিলে—

: আজিয়েই নে?

: অঁ পাৰিলে এতিয়াই। মই তাত চব সুবিধা কৰি দিম। মোৰ ক্লিনিকৰ পৰাও ওচৰ হব।

দীপৰ কথা শুনি কষ্টৰ বিকৃত হাঁহি এটা মাৰি হাত এখন কোনোমতে তুলি নেতিবাচক ভংগী এটা দি আকৌ চকু দুটা মুদি নিতত হৈ পৰি থাকিল। দীপ ওলাই যোৱাৰ শব্দটো নুশুনা হোৱাত সি হাতটোৰে হতাশাৰ ভংগী দি মোহিনীক বুজাবলৈ যত্ন কৰিলে যে এইবোৰ চব নিৰৰ্থক।

কত কি যে নকৰিলে বেচেৰী ছোৱালীজনীয়ে! কিন্তু হব কিটো! সিয়েই হাল টানিব নোৱাৰিলে। বেদনাত তাৰ চকুহাল সেমেকি উঠিল। মোহিনীয়ে তাৰ মনৰ দুখ বুজিব পাৰি মনটো পাতল কৰি দিবৰ মনেৰে সুধিলে। সেয়া আচলতে প্ৰশ্ন নাছিল, আছিল এক উপলব্ধি মাত্ৰ।

: আপোনাৰ আত্মজীৱনীখন আৰু যে কিমান দিন লাগিব!

হুহ্! ইমান দুখতো তাৰ হাঁহি দিবৰ মন গৈছিল। তাৰ জীৱনত কিবা জানো পূৰ্ণ হ'ল? সি লিখিব খুজিছিল, সিহঁতৰ সংগ্ৰামৰ আদৰ্শ যাতে উত্তৰ পুৰুষে বুজিব পাৰে, আৰু যাতে সিহঁতৰ নিস্ফল সংগ্ৰামক পুনৰুজ্জীৱিত কৰি চৰম লক্ষ্যত উপনীত হবগৈ পাৰে সেই উদ্দেশ্যে। কিন্তু সিও অসমাপ্ত হৈয়ে ৰ'ল। মোহিনীয়ে ভাবিছে আৰু যে কিমান দিন লাগিব বুলি। কিন্তু কোনোবা দিনা জানো সি আকৌ লিখিব পৰা হব! হব জানো তাৰ দেহ আগৰ দৰে কাহানিবা সমৰ্থ, কৰ্মক্ষম!

তাৰ মনত পৰিছিল উনৈচ শ তেত্ৰিশ চনৰ সেই প্ৰাণচঞ্চল উদ্দাম দিনবোৰৰ

কথা। জ্যোতিপ্রসাদ, সি আৰু স্বৰ্গজ্যোতি! সেই পাহাৰটোৰ ওপৰত স্বৰ্গজ্যোতিহঁতৰ পঁজাটোৰ দুৱাৰ মুখত। বাহিৰত চৰাইৰ সুৰীয়া মাত আৰু জংঘলৰ গহন নীৰৱতা। সি স্বৰ্গজ্যোতিক নাচ শিকায় আৰু জ্যোতিপ্রসাদে লক্ষ্য কৰে তাৰ প্ৰতিটো পদক্ষেপ। জ্যোতিপ্রসাদে হঠাতে কেতিয়াবা তাক কয়—

: বুজিছা বিষ্ণু, মোৰ জীৱনত এটা দুখ বৈ গ'ল জানা?

: কি দুখ ককাইদেউ?

যেন বহুদিন আগতে কোনোবা ষ্টুডিঅ'ত বাণীবদ্ধ কৰি থোৱা এখন ৰেখাকাঁহীহে। সিও ঠিক তেনেদৰেই সোধে জ্যোতিপ্রসাদে এই প্ৰসংগটো উত্থাপন কৰিলে। তেওঁ কয়—

: মোৰ নাচ শিকিবৰে নহ'ল বুজিছা!

: কিন্তু আপুনি যে কতজনক শিকালে।

জ্যোতিয়ে তাৰ শেষ কথাষাৰ শুনি নিতউ গহীন, নীৰৱ হৈ পৰিছিল। সি পুনৰ ব্যস্ত হৈ পৰিছিল নাচত। নাচি নাচি কল্পনা কৰিছিল জীৱনত কত কি কৰাৰ, কত কি হোৱাৰ। পিচে সেই যে এষাৰ কথা আছে— ৰাম ৰজা হব, ছিয়া আনন্দে নধৰা হব! তাৰো সেয়ে হ'ল। কল্পনা তাৰ কল্পনাতে ৰ'ল। জ্যোতিপ্রসাদৰ এটাহে দুখ বৈ গৈছিল! তাৰ যে আকৌ কুলাই পাচিয়ে নধৰা দুখৰ দুৰ্বহ ভাৰ বওতেই জীৱন শেষ হ'ল। কল্পনা কৰিছিল অলেখ কিবা কিবি পূৰ্ণ কৰাৰ, কিন্তু জীৱন পাত্ৰৰ তলি উদং হৈ গ'ল কাহানিবাতে।

কত কি যে আঁচনি কৰিছিল সি জীৱনটোত। এসময়ত ভাবিছিল, সি অকলে এখন পূৰ্ণ দৈৰ্ঘ্যৰ কথাছবি কৰাৰ কথা। যিখন ছবিত থাকিব সৰ্বহাৰাৰ প্ৰাণান্ত সংগ্ৰামৰ কাহিনী, সেই সকলৰ হাঁহি–কান্দোন ব্যথা–আনন্দৰ সতে তাৰ নিবিড় পৰিচয়ৰ ইংগিত। কিন্তু সময় সুযোগচোন তাৰ কোনোদিন নিমিলিল। এবাৰ ভাবিছিল সোণামুৱা গাঁওৰ নাটকখন গাঁৱে-ভূঞে অভিনয় কৰাব, সিহঁতৰ হাঁহি-কান্দোনক অবিকৃতভাৱে প্ৰতিফলিত কৰাব। শেষত সেইটোও হৈ নুঠিল। লিখা হ'ল আধা-লিখা, ছবি হ'ল আধা-আঁকা, সংগীত ৰ'ল আধা-গোৱাকৈ। আনকি হেপাহ পূৰাই সি কথাকেই কবলৈ নাপালে। আটাইতকৈ ডাঙৰ কথা, য'ত সি ভাবিছিল জীৱনটো পূৰ্ণতাৰে মণ্ডিত কৰিব পাৰিব বুলি তাতেই সি হ'ল শোচনীয়ভাৱে ব্যৰ্থ।

সি এইবোৰকে চিন্তা কৰি বহুত পৰৰ পৰা সুধিব সুধিব বুলি ভাবি থকা

কথাষাৰকে কষ্টেৰে মোহিনীক সুধিলে—

: হাস্পাতাললৈ যাম জানো আৰু ?

: অঁ। ডাক্তৰে কৈছে যেতিয়া যাবই লাগিব।

মোহিনীৰ করুণ অথচ দৃঢ় মুখখনলৈ চাই দুৰ্বলভাৱে অনুযোগৰ সুৰত নিজকে কোৱাৰ দৰে কলে—

: লাভ কি ?

তাৰ একেবাৰেই ইচ্ছা নাছিল হাস্পাতাললৈ যোৱাৰ। জীয়াই থকা মানুহৰ বাবেহে হাস্পাতাল চিকিৎসা—এইবোৰৰ প্ৰয়োজন। তাৰ দৰে মৃত এজনৰ বাবে আকৌ এইবোৰ কেলেই ? আগেয়ে ইমানবোৰ হুলস্থুল কৰি সি ভুলেই কৰিলে। কাকো একো নোকোৱাকৈ মনে মনে শান্তিত মৰি যাব লাগিছিল। তাৰ দৰে ছালছিগা ভিকহু এজনে এনে আমিৰী বেমাৰৰ সতে যুঁজ দিবলৈ যোৱাই ভুল হৈছিল।

তাৰ জীৱনটো হৈ পৰিল সি বৰপেটাৰ স্বৰ্গে ওস্তাদৰ লগত গুৱাহাটীৰ কমাৰপট্টিত আৰম্ভ কৰা মাছৰ বেপাৰখনৰ দৰে। বেপাৰতো গ'লেই, শেষত লাভৰ মুৰত মানুহকেইটাও কাবুলী মহাজনৰ ভয়ত পলাই ফুৰিবলৈ বাধ্য হ'ল। এতিয়া আৰু তাৰ দৰে মৃতপ্ৰায় হৃতসৰ্বস্ব মানুহ এটাক লৈ এইদৰে ডাক্তৰ-হাস্পাতাল কৰি টনাটনি কৰি লৈ ফুৰাৰ কি অৰ্থ থাকিব পাৰে !

: নেযাওঁ দে অ' নহলে। মইতো আৰু নাবাচিম।

তাৰ অনুযোগষাৰৰ লগে লগেই মোহিনীৰ চকুৰ পৰা টপ্ টপ্ কৰে চকুপানীৰ টোপাল কেইটামান তাৰ বাউসীত পৰিছিল। লুনভুন কোলাতে শুই আছিল। সি অপৰাধীৰ দৰে সংকোচেৰে কলে—

: দে, যাম দে অ' তই যদি ভাল পাৱ। তয়েতো মোৰ সৰ্বস্ব। এই পৃথিৱীত মোৰ আৰু কোন আছে ?

অলপ দম লৈ সি আকৌ কিবা এটা কথা মনত পৰাৰ দৰে সুধিলে—

: আজি কি তাৰিখ ?

: উনৈচ জুন।

সি হঠাতে গভীৰ চিন্তাত নিমগ্ন হ'ল। কিবা যেন এটা পুৰণি কথা মনত পেলাব খুজিছে। হাতৰ আঙুলিৰে কিবা লেখি চালে আৰু এসময়ত পাহৰি থকা কথাটো মনত পৰাৰ দৰে সহজ হৈ পৰিল। সি মোহিনীৰ

হাতত ধৰি কলে—

: মোহিনী, বাইক মাতচোন এবাৰ।

তাৰ আচলতে মনত পৰিছিল তাৰ জীৱনত ঘটা দুটা তাৎপৰ্যপূৰ্ণ ঘটনাৰ কথা। সেই ঘটনা দুটা ঘটিছিল উনৈচ জুন তাৰিখতে। এটা ঘটিছিল ঠিক একৈচ বছৰৰ আগতে। সেইদিনা গুৱাহাটী চহৰৰ জনপূৰ্ণ এটা প্ৰেক্ষাগৃহত তাৰ প্ৰথম সংগ্ৰামী সৃষ্টিয়ে প্ৰথম ৰাজহুৱা সমাদৰ লাভ কৰিছিল। তাৰ স্পষ্ট মনত আছে, সেইদিনা আছিল উনৈচ জুন। তাৰ পৰম সুহৃদ কমলে তাতেই প্ৰথম বেকগ্ৰাউণ্ড ডায়েলগ প্ৰয়োগ কৰিছিল। আৰু একালৰ প্ৰিয় শিষ্য ভূপেনে তাতেই প্ৰথম বিপ্লৱী গীতৰ সূচনা কৰিছিল। তাৰ অব্যৱহিত পাচতেই আৰম্ভ হৈছিল তাৰ জীৱনৰ প্ৰচণ্ডতম অধ্যায়— সুদীৰ্ঘ অজ্ঞাতবাস।

আনটো ঘটিছিল তাৰো বত্ৰিচ বছৰৰ আগতে। যেতিয়া তাৰ বয়স আছিল মাত্ৰ সাত বছৰ। সি সেইদিনা পিতাক আৰু মোতীমিঞাৰ আগত দোভাগ ৰাতি পীৰে গোৱা গীতটো পুৰাকৈ গাই দিছিল শুদ্ধ সুৰত। তাকে দেখি পিতাকে তাক সাবট মাৰি কোলাত তুলি লৈ মৰম কৰিছিল। তাৰ মনত পৰাত সেইদিনাই প্ৰথম আৰু শেষবাৰৰ কাৰণে পিতাকৰ কোলাত উঠিছিল। সেই গীতটোকে জীৱনত প্ৰথমে সি পুৰাকৈ গাব পৰা হৈছিল।

সি আজি সেই গীতটো মনত পেলাব নোৱাৰিলে। কিমান দিন আগৰ পুৰণি এটা গীত! যেতিয়া তাৰ মাক আছিল, পিতাক আছিল আৰু আছিল চাৰিওপিনে ঘেৰি আশ্বাসৰ প্ৰাচুৰ্য। মনমোহিনী বায়েকেও গীতটো জানিছিল। গীতটো এবাৰ শুনাব বাবে অধৈৰ্য হৈ সি আকৌ কলে—

: মাতিলিনে বাইক!

বায়েক মনমোহিনী আহিছিল। কিন্তু আশা তাৰ পূৰণ কৰিব পৰা নাছিল। তেৱোঁ গীতটো মনত পেলাব পৰা নাছিল। বায়েকৰ হতাশা-ব্যঞ্জক কথাবাৰ শুনাৰ লগে লগে অসহ্য বেদনাত চকু দুটা মুদি সি পৰি থাকিল।

গভীৰ ৰাতি নাৰ্চৰ ব্যস্ত খোজৰ খট্ খট্ শব্দত সি এবাৰ চকু মেলি চাবলৈ চেষ্টা কৰিছিল। কিন্তু মুহূৰ্ত্ততে চব ওলট পালট হৈ গৈছিল। তাৰ চকুৰ আগত ভাহি উঠিছিল এটা এন্ধাৰ অতল গহ্বৰ। হঠাৎ সি

ঙাত পিছলি পৰিছিল।

সেই মুহূৰ্ত্তত আকাশৰ ক'তো এটা পপীয়া তৰা খহি পৰা নাছিল। চকুপানী টুকিবলৈ কোনো আপোন মানুহো নাছিল তাৰ ওচৰত। অজান হাঁহিৰে বিদায় দিবলৈ লুনভুনো পৰম নিৰ্ভৰেৰে শুই আছিল মাকৰ বুকুত। আৰু যাৰ মুখত হাঁহি দেখাৰ সি সমগ্ৰ জীৱন সাধনা কৰিছিল, সংগ্ৰাম কৰিছিল, সিহঁতেতো কোনোদিনেই নাজানিব এই মৰ্মন্তুদ কাহিনীৰ কথা।

